# এৰি অহা দিনবোৰ



নলিনীবালা দেৱী

# এৰি অহা দিনবোৰ

নলিনীবালা দেৱী

'স্বপ্নাচল' ঃ গুৱাহাটী
১৯৭৬

*ERI AHA DINBOR* : An autobiography written by Srimati Nalinibala Devi and published by Shri Upendra Kumar Changkakati and Srimati Renuka Devi Changkakati, 'Swapnachal', Dakshin Saraniya, Gauhati, in 1976. 1st. ed. Price Rs. 18·00.

প্ৰকাশক :
শ্ৰীউপেন্দ্ৰকুমাৰ চাংকাকতি
শ্ৰীমতী ৰেণুকা দেবী চাংকাকতি
'স্বপ্নাচল' দক্ষিণ শৰণীয়া,
গুৱাহাটী-৭

প্ৰথম সংস্কৰণ
১৯৭৬ চন



পৰিবেশক :
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ,
গুৱাহাটী-১

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

মূল্য : ১৮·০০ টকা

# আগকথা

পাহৰণিৰ আঁৰত বুৰ যোৱা এৰি অহা তিনিকুৰি ওঠৰ বছৰৰ দীঘলীয়া বাট-বুলনিত বাটৰ দুকাষৰ নানান চিত্ৰবোৰ ছাঁয়াচবিৰ দৰে মনৰ দাপোণত জিলিকি উঠিছে। সীমিত নিৰ্ধাৰিত কক্ষত ঘূৰি ফুৰা এটি পখীয়া তৰাৰ দৰেই মানুহ জীৱন—জীৱনৰ কৰ্ম পৰিধিত ঘূৰি ঘূৰি এদিন শূন্যৰ মাজত তাৰ ক্ষীণ জ্যোতি শেষ হৈ যায়। মানুহে জীৱনৰ বাটত বাট বুলোতে—জীৱনৰ হেজাৰ সংঘাতৰ কোব খাই স্মৃতিৰ ভঁৰালত বহু অভিজ্ঞতা আত্মপ্ৰত্যয় লাভ কৰা মানুহসত্তা পূৰ্ণ কৰি তোলাত সহায় কৰে। বৈচিত্ৰ্যহীন এই দীঘলীয়া জীৱনৰ বাতৰি পাবলৈ উঠি অহা তৰুণবোৰে উৎসুকতাৰে মোক হেজাৰ প্ৰশ্ন কৰে—মোৰ জীৱনৰ ঘটনাবোৰ লেখি থবলৈ সদায় সকীয়াই থাকে। প্ৰথিতযশা সুসাহিত্যিক শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই আহি এদিন ক'লেহি, "জেঠাই! আপোনাৰ জীৱনৰ বিষয়ে কিবা লিখা আছে যদি মোক দিয়ক, 'নৱযুগ' কাকতত প্ৰকাশ কৰিম।" বীৰেন মোৰ বৰ মৰমৰ। তেওঁৰ অনুৰোধ মতে যিখিনি লিখা আছিল, তেওঁৰ হাতত তুলি দিলোঁ। 'নৱযুগ' কাকতত ধাৰাবাহিকৰূপে কেইবাটাও 'এৰি অহা দিনবোৰ' এই নামতে লিখা আত্মজীৱনীটো প্ৰকাশ হবলৈ ধৰিলে। অৱশ্যে তাত বাল্যকালছোৱাৰ কথাখিনিয়ে প্ৰকাশ পালে। হঠাতে 'নবযুগ' কাকত বন্ধ হৈ যোৱাত এৰি অহা দিনৰ লিপি প্ৰকাশো অসমাপ্ত হৈ ৰ'ল। ৰাইজৰপৰা অনুৰোধ আহিবলৈ ধৰিলে অসমাপ্ত এৰি অহা দিনৰ বাতৰিবোৰ যেনে তেনে প্ৰকাশ কৰিব লাগে। বিশিষ্ট সাহিত্যিকসকলৰ—ছাত্ৰ-ছাত্ৰীসকলৰ বহু চিঠিপত্ৰ আহিবলৈ ধৰিলে। দীঘলীয়া দিনৰ সোঁৱৰণী জীৱন-লিপিখন তিনিশ পঞ্চাচ পৃষ্ঠামান হোৱাত পুথিখন বুজন ধৰণৰেই হ'লগৈ। প্ৰকাশনৰপৰা সঁহাৰি নেপাই—শিক্ষাবিভাগৰ ওচৰ চপাত শিক্ষাবিভাগৰ

( তেতিয়াৰ ) এ. ডি. পি. আই জামানে পুথিখন পঢ়ি ভাল পাইছো বুলি কোৱাত মনত বং লাগিল। শিক্ষাবিভাগৰ ( তেতিয়াৰ ) ডি. পি. আই. শ্ৰীউমাকান্ত শৰ্মাদেৱে সামান্য ঋণ আগবঢ়ালে। পুথিখন লিখিত অৱস্থাতে ডঃ হেমন্ত কুমাৰ শৰ্মা ( অধ্যাপক, কটন কলেজ ), শ্ৰীনন্দ তালুকদাৰ (অধ্যাপক, পাণ্ডু কলেজ) আৰু শ্ৰীমুনীন দত্ত বৰুৱাই চকুফুৰাই চাইচিতি দিয়াত প্ৰকাশ কৰিবলৈ সাহ কৰিলোঁ। পাণ্ডুলিপিটো শ্ৰীহীৰেন গোস্বামী, শ্ৰীৰাজেন কলিতা আৰু শ্ৰীপ্ৰতুল শৰ্মাই নকল কৰি সহায় কৰি দিছে প্ৰণব, কমলে ও সহাই কৰাত এই ছেগতে উপৰোক্ত সকলোটিলৈকে মোৰ মৰম, চেনেহ আৰু আশীৰ্বাদ আগবঢ়ালোঁ।

দীঘলীয়া জীৱনৰ এই কাহিনীখিনি নৱজীৱন প্ৰেছে মুদ্ৰণ কৰিবলৈ লোৱাত আৰু মোৰ পুত্ৰোপম শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাই আগ গুৰি ধৰি সহায় কৰাতহে পুথিখনি প্ৰকাশ পোৱাটো সম্ভৱ হ'ল। এওঁলোকলৈ মোৰ আন্তৰিক চেনেহ-আশীৰ্বাদ যাচিলোঁ। বহুতে প্ৰশ্ন কৰে, দীঘলীয়া জীৱনৰ কালছোৱাত মই কি দেখিলোঁ, মই কি পালোঁ? কবলগীয়া হয় বহুত দেখিলোঁ, বহুত শুনিলোঁ। দেখিলোঁ ঊনৈশ শতিকাৰ বৃটিছ শাসকৰ বেলি মাৰ নোযোৱা ৰাজত্বৰ ৰূপ—বগা চাহাবৰ ভয়ত আমঠু কঁপা মানুহে চাহাববোৰক দেৱতা যেন দেখা দিনবোৰ। মোৰ বিশাল অসমী আইৰ পৰ্বত-ভৈয়ামৰ ঋষি-মুনিৰ আশ্ৰমৰ দৰে তপোবন, ৰূপৰ শান্তিময় পুণ্য পৰিবেশ। প্ৰাচুৰ্য্যৰে উপচি পৰা শস্যে-মৎস্যে উভৈনদী অসমীয়া মানুহে ভোগ কৰি ওৰ পেলাব নোৱাৰা—দুখ দৰিদ্ৰতাৰ ভু-নোপোৱা সেই দিনত জনমি জীৱনৰ বাল্যকাল কটালোঁ; উপভোগ কৰিলোঁ—আজিৰ এই যুগৰ লগত তুলনা নোহোৱা অসমীৰ অতুল সম্পদৰাশি। আকৌ দেখিলোঁ—কুৰি শতিকাৰ জাগৰণ, বহুদিন বৃটিছ শাসনত পৰাধীনা ভাৰত মাতৃৰ মুক্তিৰ আত্মজাগৰণৰ দিনবোৰৰ মনবলিয়া কৰা মুক্তি যুঁজৰ দিনবোৰ। জাগ্ৰত ভাৰতৰ তেত্ৰিশ কোটি ভাৰতবাসীৰ ঐক্যময় মুক্তি-শঙ্খৰ ঘোৰ নিনাদ, অহিংস যুদ্ধত আত্মোৎসৰ্গ। মুক্তিৰ বলিয়াবানত জাপ দি সাঁতুৰি-নাদুৰি পাৰ উঠিলোঁ। এই মুক্তিযুদ্ধত দেখিলোঁ—মানবত্বৰ মহান মহিমা। প্ৰেম আৰু ত্যাগেৰে, আত্মসংযম আৰু তপস্যাৰে হিংসাক জয় কৰা দিনবোৰ। ভাৰতবৰ্ষৰ বহুযুগৰ তপস্যাৰ ফলত পালোঁ জাতিৰ চিৰ বাঞ্ছিত স্বাধীনতা।



দেশে মনে স্বস্তিৰ নিশ্বাস পেলালে। ভাবিলোঁ এইবাৰ স্বাধীন জাতিৰূপে ভাৰতৰ তথা মোৰ জনমভূমি স্বৰ্গভূমি অসমী আইক সংহতি-সংস্কৃতিৰে সজাই পৰাই তুলিব লাগিব। সংস্কৃতিৰ মহান আদৰ্শৰে মোৰ উঠি অহা দেশৰ মাণিকবোৰৰ জীৱন জেউতি উজলাই তোলাই হ'ব স্বাধীনতাৰ পিছৰ সংগঠনৰ কাম। ভাৰতে সংগঠনত মন দিলে—অসমেও মন দিলে। কিন্তু অসমী আইৰ ভাগ্য-লিপিকাত স্বাধীনতাৰ পিছত সুখৰ ভাগতকৈ দুখৰ ভাগ গধুৰ হৈ পৰিল। মোৰ মুনি-মনোহাৰিণী অসমী আইৰ মনোমোহা ৰূপ কাল-পচোৱাই পাই ঠান-বান কৰি পেলালে। চিৰকালে ৰণুৱা অসমীয়া জাতিৰ ৰণৰ ওৰ নপৰিল। তয়াময়া জীৱন-যুঁজত যুঁজি যুঁজি গৈ গৈ, আজি বৰ লুইতৰ দুপাৰ সাৰটি সীমিত সীমাত ৰৈ ক্ষন্তেকলৈ পিছলৈ ঘূৰি চাইছোঁ। কি এৰি আহিলোঁ আৰু কি পালোঁ? ওৰ নোহোৱা জীৱন-যুঁজত যুঁজি যুঁজি গৈ আছোঁ, তথাপি জানো ভাগৰি পৰিছোঁ? নাই পৰা, কিয় নাই পৰা? উত্তৰ পাওঁ, মহান ভাৰতীয়ৰ সংস্কৃতিৰ সন্তান আমি, ভাগৰি পৰিম কিয়? সংঘাতৰ নিৰ্মমতাৰ প্ৰত্যক্ষ পৰিস্থিতিয়ে হাত মিলাবলৈ কৰা মহা আহ্বান কাণত পৰে। থমকি ৰবৰ উপাই নাই; প্ৰত্যেক পৰিস্থিতিৰ লগত যোগ দিবলৈ যেন মোৰ জনমভূমিৰ আহ্বান। এয়া মাটিৰ পৃথিবীৰ জাগ্ৰত সচেতনাই প্ৰত্যেক কৰ্মক্ষেত্ৰত জ্ঞাত, অজ্ঞাতসাৰে বান্ধি থোৱা সহযোগিতাৰ পৰা পৰিত্ৰাণৰ উপাই নাই। যাত্ৰাপথত আগবাঢ়িবই লাগিব। এই যাত্ৰাপথত কি পাইছোঁ? হেজাৰ প্ৰশ্ন আহে। উত্তৰ পাওঁ, পাইছোঁ, কৰ্তব্যময় কৰ্ম-পথত শত সংঘাত নেওচি নিঃস্বাৰ্থ সেৱাৰে দুখ পাহৰোৱা অনাবিল আনন্দ। ব্যক্তিগত বিষাদ-ব্যথাৰ মাজতো সুন্দৰ চিন্তাত জড়িত হৈ থকা জীৱনৰ আনন্দ অন্বেষণৰ অমৃতপ্ৰসাদ। এয়ে জীৱনৰ সাৰ্থকতা, অমৃতময় কাব্য পৰশনৰ উৎস। অশান্ত জীৱনৰ পৰম তৃষ্ণাৰ পৰম তৃপ্তি, অদৃশ্য হাতেৰে সিঁচি দিয়া শান্তিজল মাতৃভূমিৰ নিৰ্মালি। এই নিঃকিন জীৱনলৈ বৈ আহে চেনেহৰ আদৰৰ প্ৰাণ-পৰশা আকাশী মন্দাকিনীৰ অজস্ৰ সোঁত। মোৰ মৰমী মাতৃৰ কুমলীয়া পাৰিজাত ফুলবোৰৰ মৌ-সনা সুৰদি মাতে জাতিৰ ভৱিষ্যত উঠি অহা সুপবিত্ৰ শিক্ষাৰ্থী-শিক্ষাৰ্থিনীবোৰৰ হিয়াপমা মৰমৰ আহ্বান, মৰমী

বাই-ভনীসকলৰ সাদৰী মাত, জ্ঞানী, গুণীসকলৰ চেনেহৰ আহ্বান, স্বৰ্গতো অধিক মোৰ ওপজা দেশৰ মেৰুদণ্ড অসম সাহিত্যসভাৰ প্ৰাণময় আদৰণী, সবাতোকৈ পৰাণ-পৰশা পৰ্বতীয়া ভাই-ভনীহঁতৰ মৰমৰ কৰুণ মাত! আকাশে-বতাহে উপচি পৰা মৰমৰ সোঁতত উটি বুৰি মৰমৰ গধুৰ বোজা দাঙিব নোৱাৰা হলোঁ। আচৰিত হৈ ভাবোঁ, এই অশান্ত, অযোগ্য, ভাগ্যহীন জীৱনলৈ ধাবাসাৰে বৈ অহা সৰ্বভাৰতৰ আদৰৰ চেনেহৰ ধাৰ এই ক্ষুদ্ৰতম জীৱনে কেনেকৈ পৰিশোধ কৰিব? মোৰ মাটিৰ মাতৃৰ চেনেহৰ ধৰুৱা হৈয়ে এই পৃথিৱী এৰি যাব লাগিব। তথাপি জানো এই সীমাহীন মানৱ সত্তাৰ শান্তি আছে? জিৰণি আছে? নাই! নাই! সীমাহীন মানৱ সত্তাৰ, বিশ্ব-কৰ্মস্ৰোতৰ পৰিসমাপ্তি নাই। কোনোবা অনাদি কালৰেপৰা কৰ্মসোঁতত উটি-বুৰি বিৰাম নোলোৱা এই মানৱ সত্তাৰ জিৰণি নাই। কৰমৰ ধৰুৱা অশান্ত জীৱন পুনৰ ঘূৰি আহিব লাগিব মাটিৰ পৃথিৱীলৈ। পৃথিৱীৰ আধৰুৱা কৰমৰ ভাৰ বান্ধি লৈ প্ৰেমৰ অৱদানৰ সম্বল বোকোচাত লৈ হৃদয়ত কৰ্মসেৱাৰ পৰম আত্ম-প্ৰশান্তিৰ প্ৰসাদৰ তৃপ্তি বুকুত বান্ধি এই যুগমীয়া অশান্ত আত্মাই বিশ্ব পৰিক্ৰমাৰ আৱৰ্তনৰ মহাযাত্ৰীৰূপে আগবাঢ়ি গৈ থাকিব লাগিব সীমাহীন অনন্তলৈ। এয়ে হ'ব পৰিসমাপ্তি, এয়ে হ'ব অশান্ত জীৱনৰ পৰম শান্তি, জীৱনৰ পৰম প্ৰশান্তি। মনলৈ অহা কথাবোৰ, কৰমপথৰ সোঁৱৰণবোৰ, চিত্ৰবোৰ আঁকি যাবলৈ কৰা যত্নত অভিজ্ঞতাবিহীন লিখনিৰ হেজাৰ ত্ৰুটিৰ, হেজাৰ ভুলৰ মোৰ মৰমী দেশৰ বাইজৰ ওচৰত নতশিৰে ক্ষমা মাগিলোঁ।

ওঁম শান্তি

"স্বপ্নাচল"
দক্ষিণ শৰণীয়া, গুৱাহাটী
১৬-৬-৭৬ ইং

নলিনীবালা দেৱী

নতুন যুগৰ স্বপ্ন-খনিকৰ সকলৈলৈ থৈ গলো—
এৰি অহাদিনবোৰ

মোৰ জীৱনৰ শেষ প্ৰদীপ শিখাৰে
পাহৰা দিনৰ হেজাৰ বন্তী জ্বলিব
কল্পনাময় ৰামধেনু ৰঙা ৰঙেৰে
নতুন যুগৰ ফুলকলিবোৰ ফুলিব।
প্ৰাণ-কাননত আকাশী সমীৰ লাগি
জলিল অগৰু ফুলিল মালতী শতদল
নৱ মালঞ্চ-ৰূপ সুৰভিয়ে সজাব
নৱ অনাগত প্ৰাণত সপোন জগাব।

# সূচী

## আগছোৱা

## মাজছোৱা

## শেষছোৱা

# পৰিশিষ্ট

## সম্বৰ্ধনাসমূহ

# প্ৰথম অধ্যায়

ল'ৰালি কালৰ সোঁৱৰণ ঃ সময়ৰ বালিত খোজ পেলাই পেলাই—বহুকাল আগতে এৰি অহা দিনবোৰলৈ উভতি চাইছোঁ, তিনি কুৰি তেৰ বছৰ কালৰ বাট বুলনিত—চকুৰ আগত জিলিকি উঠিছে—এখনি ৰহস্যপূৰ্ণ জীৱন-নাটিকাৰ দৃশ্য।

পাহৰণি-কুঁৱলীৰ আঁৰে আঁৰে চকা-মকা সোঁৱৰণিবোৰে মনৰ মাজত ভুমুকি মাৰিছেহি। অস্তগামী জীৱন-বেলি বুৰ যাওঁ যাওঁ, জীৱন-নৈৰ পাৰঘাটত বহি আছোঁ; মূৰত কদমফুলীয়া চুলি, চকুৰ মণি জ্যোতিহীন, লুমাই-অহা এন্ধাৰ সন্ধিয়াত বহি মাথোন মনৰ চকুৰে—অতীতত এৰি অহা দিনবোৰৰ সোঁৱৰণিৰ পাতবোৰ এটি এটিকৈ লুটিয়াই গৈ আছো। মনত পৰিছে সুদূৰ অতীতৰ সোণোৱালী ল'ৰালি কালৰ সেই মনোমোহা দিনবোৰলৈ। শুৱনি কল্পনাৰে ভৰপূৰ সপোন সপোন লগা সেই দিনবোৰ ক'লৈ গ'ল? আজি বাৰে বাৰে মনত পৰিছে, কোন অতীজতে লীন হৈ যোৱা সোণালী শৈশৱৰ ফুল-পখিলাৰদৰে পৱিত্ৰ মুক্ত হাঁহি-আনন্দেৰে ওপচা সেই দিনবোৰলৈ।

অসমৰ এটি সম্ভ্ৰান্ত পৰিয়ালৰ নদন-বদন আহল-বহল ঘৰত বৰ নাতিনী হৈ চাৰিকুৰি পৰিয়ালৰ মাজত মৰম-চেনেহৰ আদৰত ডাঙৰ হবলৈ পোৱাটো মোৰ ডাঙৰ সৌভাগ্য বুলি ভাবোঁ।

মোৰ পিতৃভূমি গুৱাহাটী। ককাদেউতা স্বৰ্গীয় ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ, বৃটিছ চৰকাৰৰ ওখ বিষয়া জিলাধিপতি হৈ ১৮৯৭ চনত বৰপেটালৈ যায়। ১৮৯৭ চনত হোৱা বৰভুঁইকঁপত কামৰূপ জিলাৰ বৰপেটাতে এটাইতকৈ ডাঙৰ দুৰ্য্যোগ ঘটে। ভুঁইকঁপৰ জোকাৰণিত চাউলখোৱা নৈখনে বৰপেটা মহকুমা বোলে বুৰাই পেলাই মাটিৰ চিন নোহোৱা কৰে। সেই ভুঁইকঁপ-বানপানীত জুৰুলি জুপুৰি হোৱা গৃহহীন ৰাইজৰ দুখ হেনো কুলাই পাচিয়ে নধৰা হৈছিল। ককাদেউতাই হেনো অতি তৎপৰতাৰে খাটি ৰাইজক থানথিত লগাই ৰক্ষা কৰিছিল।

ককাদেউতাৰ যত্নত বৰপেটা পুনৰ্ব্বা ঠন্ ধৰি উঠিল। ককাদেউতা বৰপেটাৰ ৰাইজৰ অতি শ্ৰদ্ধাৰ পাত্ৰ হৈ পৰিছিল।

১৮৯৮ চনত বৰপেটাৰ দুৰ্য্যোগ পাৰ হৈ গ'ল। খৰালি সময়-চোৱাত কিছুমান চৰকাৰী ঘৰ সাজি ককাদেউতাৰ পৰিয়াল থাকিবলৈ লয়।

মোৰ জনম কাহিনীঃ মোৰ আগতে হেনো মোৰ আইৰ এটি ল'ৰা জন্ম হৈ মৃত্যুমুখত পৰে। সন্তান ৰক্ষা হোৱা মানস কৰি ককা-দেউতাই বোলে বৰপেটাৰ কীৰ্ত্তন ঘৰত এটা ডাঙৰ নাম দিয়ে। নামৰ শেষত গোটেই পৰিয়ালে সেৱা কৰিলে, মোৰ আইক হেনো—কীৰ্ত্তন ঘৰৰ বুঢ়া ভাগৱতী 'আতাই' এপাহি পদুম ফুল নিৰ্মালি স্বৰূপে দি সন্তান ৰক্ষা হবলৈ আশীৰ্বাদ কৰিছিল। বুঢ়া ভাগৱতী আতাৰ আশীৰ্বাদ সফল হ'ল। ১৮৯৮ চন, শকাব্দ ১৮১৯ চ'ত মাহৰ মদন ত্ৰয়োদশী তিথিৰ সূৰ্য্যোদয়ৰ আগে আগে পুৱা সময়ত এই পৃথিৱীৰ লগত মোৰ হেনো পৰিচয় ঘটে। ৺ককাদেউতাই ঘৰৰ প্ৰথম নাতিনীৰ নাম ৰাখে 'পদ্মিনী'। পিচত মোৰ দেউতাই নাম থলে 'নলিনী'।

দেউতা সেই সময়ত কলিকতাত পঢ়ি আছিল। আধুনিক ৰুচিসম্পন্ন দেউতাৰ পদ্মিনী নামটো হেনো ভাল নালাগিল, নলিনীহে ভাল লাগিল। সেই দিনত ল'ৰা-ছোৱালীৰ সোনকালে বিয়া পতা নিয়ম আছিল। এই নিয়মৰে মোৰ দেউতা বৰ-দেউতাবো বিয়া হৈছিল। বৰ-দেউতা আৰু দেউতাই কলিকতাত পঢ়ি আছিল, বন্ধ হলে ঘৰলৈ আহে।

ককাদেউতা ৺মাধবচন্দ্ৰ বৰদলৈৰ আদি বাসভূমিঃ ৺ককা-দেউতাৰ আদি বাসভূমি আছিল শিৱসাগৰত। মানৰ অত্যাচাৰত দেশ এৰি গুৱাহাটীলৈ আহি উত্তৰ গুৱাহাটীতে নিগাজীকৈ বাস কৰে। ককা-দেউতাৰ আদি পূৰ্বপুৰুষ কনৌজৰপৰা আহি অসমত বাস কৰা সূৰ্য্যবিপ্ৰ ৰূদ্ৰখৰিৰ বংশধৰ। ৺ককাদেউতাৰ দেউতাক আজুককা ৺কল্পনাথ বৰদলৈয়ে মানৰ অত্যাচাৰত নিজ ঠাই শিৱসাগৰ এৰি আহোঁতে ঘৰৰ সকলো সম্পত্তি এৰি আহিছিল, কিন্তু তেখেতৰ গৃহ-বিগ্ৰহ 'বাসুদেৱ' শালগ্ৰাম শিলাটি নিজৰ ডিঙিত বান্ধি লৈ আহিছিল। সেই ৺বাসুদেৱ শালগ্ৰাম শিলাটি উত্তৰ পাৰৰ নিজা মাটিত এতিয়াও প্ৰতিষ্ঠিত হৈ



আছে। উত্তৰ গুৱাহাটীতেই আমাৰ পূৰ্বপুৰুষৰ পুৰণি ভেটী। ককাদেউতাই গুৱাহাটীত ঘৰ সাজি থিতাপি লয়।

৺ককাদেউতাই চাকৰি উপলক্ষে বৰপেটাত কিছুদিন থাকি গুৱাহাটীলৈ আহে আৰু গুৱাহাটীৰ উজানবজাৰত মাটি কিনি নিগাজীকৈ বাস কৰিবলৈ লয়। ককাদেউতাৰ গুৱাহাটীৰ উজানবজাৰৰ হাউলীটোৰ এটা প্ৰবাদ আছে। সেই হাউলীটো হেনো আহোম ৰজাৰ বৰফুকন-সকলে বাস কৰা হাউলী—লোকে 'কলীয়া ভোমোৰা বৰফুকন'ৰ হাউলী বুলি কয়। কলীয়া ভোমোৰা বৰফুকনৰ ঘৰৰ ঠাকে ঠাকে চেপেটা ইটাবোৰ মাটি খান্দোতে ওলাইছিল। পুখুৰীৰ পাৰত শিলৰ খটখটিৰ চিন এতিয়াও আছে। উজানবজাৰৰ আমাৰ হাউলীৰ পুলৰ তলেৰে বৈ যোৱা আগৰ বহল খালটো ব্ৰহ্মপুত্ৰ নদীলৈকে বৈ গৈছিল। সেই খালটোৱেদিয়েই বৰফুকনে ঘৰৰ সন্মুখৰ 'জোৰ-পুখুৰী'ত নাৱত উঠি ব্ৰহ্মপুত্ৰলৈ ওলাই গৈছিল। সেই বাবে খালৰ নাম 'নাওজান' আৰু খালৰ কাষৰ এতিয়া উজানবজাৰলৈ যোৱা আলিটোক এতিয়ালৈকে 'নাওজান ৰোড' বোলা হয়। কালক্ৰমত এতিয়া সেইবোৰ চিন লোপ পালে। ককাদেউতাই মাটি লওঁতে বৰ বৰ আম-কঠালৰ গছবোৰেৰে বাৰীখন ভৰি আছিল। সেইবোৰ বৰফুকনৰ দিনৰে বুলি বুঢ়াসকলৰ মুখেৰে শুনা। ককাদেউতাই মাজতে ডাঙৰ বঙলা সজালে। আগত পুখুৰীপাৰলৈকে ঘূৰণীয়া ডাঙৰ ফুলনি, পুখুৰীপাৰত ইটাৰ গাঁথনি দি জালৰ বেৰ দিয়ালে। বাৰীখন বৰ আহল বহল। উত্তৰফালে ডাঙৰ ডাঙৰ আম, কঠাল, মধুৰীআম, বেল, জামু ইত্যাদি বিবিধ ফলৰ বাগিছা। মাজতে বঙলা; দক্ষিণপিনে কুঁহিয়াৰ খেতি, সৰিয়হ খেতি, শাক-পাচলিৰ বাগিছা। ঘোঁৰাশালত তিনি চাৰিখন ঘোঁৰাবাগী, ক'লা, বগা, বিলাতী ঘোঁৰা। গোহালীত ডুকুৰি খীৰতি গাই। ঘৰত মেটমৰা ডাঙৰ ধানৰ ভঁৰাল। কামৰূপৰ 'ৰঙ্গিয়া, বেঙেনা, শিলা সেন্দুৰীঘোপাত' থকা ককাদেউতাৰ ডাঙৰ ডাঙৰ খাটৰপৰা বিধে বিধে খেতিৰ গুটি ধান আহে। ক'লা জহা, মানিকীমধুৰী জহা, চিৰাধান, আখৈধান, মালভোগ, অগ্নিশালী আদি বিবিধ ধানেৰে ভঁৰাল উপচি পৰে। ধান আহিলে বুঢ়ী আইতাই হাতত ধূপ-দীপ লৈ লখিমী চপাই সেৱা-সৎকাৰ কৰি

ভঁৰাললৈ তোলে। ঠোকধান গোসাঁই ঘৰত থৈ লখিমী থাপনা কৰে। ককাদেউতাৰ নিজা হাতী এজনী আছিল, তাইৰ নাম আছিল ‘যাত্ৰা’। এই হাতীজনী ঘৰত নেথাকে, মাউতে তাইক পাহাৰৰ কাষত ৰাখে। মাজে মাজে তাইক মাউতে ঘৰলৈ আনে। ‘যাত্ৰা’ হাতী আহিলে বুঢ়ীআইতাই ‘ভোগজৰা’ত পানী লৈ যাত্ৰাৰ ভৰি চাৰিখন নিজহাতে ধুৱাই দিয়ে। ভোগজৰা আজিকালি বহুতেই দেখা নাই। ভোগজৰাটো দেখিবলৈ ডিঙি চিঞা লোটাটোৰদৰে, পেটৰপৰা এদাল কেকোঁৰা ধুনীয়া নলী থাকে। আমাৰ ঘৰৰ ভোগজৰাটো তাম আৰু ৰূপৰ ফুলকটা ধুনীয়া আগৰ দিনৰ ভোগজৰা। সেই ভোগজৰাটো মাঙ্গলিক কামবোৰত সদায় ঘৰৰ ঘৈণীয়েকে ব্যৱহাৰ কৰে। ‘যাত্ৰা’ক ভৰি ধুৱাই কপালত নিজহাতে আইতাই সেন্দুৰ লেপি দিয়ে, লগতে তাইক এঠোক পকা কল আৰু পিঠা-পনা খাবলৈ দিয়ে। তাই আগ্ৰহেৰে শুঁৰডালেৰে কোঁচাই লৈ খায়। শুঁৰডাল মেলি আইতাৰ মূৰৰপৰা ভৰিলৈকে বুলাই দি আশীৰ্বাদ কৰে। আনকি তাই সৰু ল’ৰা-ছোৱালীঝেৰকো শুঁৰডাল মূৰত ফুৰাই দি মৰম কৰে। মাউতে তাইক ‘বৈঠ্’ ‘বৈঠ্’ বুলি কলেই তাই বহি পৰে। মাউতে আমাক পিঠিত উঠাই দি ঘৰৰ হাউলীতে কেইপাকমান ফুৰায়। উদং পিঠিত উঠিবলৈ ভয় লাগে। ‘হাওদা’ তৰি দি উঠালে ভয় নেলাগে। ‘হাওদা’ত উঠিলে গাটো হালি-জালি যায়; আমাৰ বৰ স্ফূৰ্তি লাগে। এই হাতীজনীয়ে মোৰ দেউতা ৺নবীনচন্দ্ৰ বৰদলৈক বৰপেটাৰ ১৮৯৭ চনৰ বৰভূঁইকঁপৰ বান-পানীত টিকাৰলৈ যাওঁতে অতি কষ্টেৰে দেউতাৰ জীৱন ৰক্ষা কৰিছিল। হাতী বৰ জ্ঞানী জীৱ আৰু লখিমী। প্ৰবাদ মতে গৰাকীৰ বেয়া দিন পৰিলে হাতী মৰে। মোৰ আঠ বছৰমান বয়সত ঘৰত বৰ দুৰ্দিন চলিছিল; কেইবাজনৰো মৃত্যু হয়। সেই সময়তে যাত্ৰা হাতী সৰগ পৰি মৰিল। যাত্ৰা হাতীজনী মৰাৰ পিছতে আমাৰ সৰু আইতা স্বৰ্গী হয়। ককাদেউতাই দুগৰাকী বিয়া কৰাইছিল। এখেতৰ দুটা কন্যাহে থাকে। ককাদেউতাৰ ঘৰত চাৰিকুৰি পৰিয়াল। বন্দী-বেটী আশ্ৰিত নিৰাশ্ৰয়া বিধৱা, দুখীয়া ল’ৰা ইত্যাদি বহুত জন সদায় নিজৰ পৰিয়ালৰদৰেই ঘৰত থাকে। বন্দী-বেটী পোন্ধৰ যোল্লজন; সিহঁতৰ নিজেই বেলেগে



বেলেগে ৰান্ধি খোৱাৰ ব্যৱস্থা আছিল। আগফালে একাষৰীয়াকৈ এটি দীঘলীয়া খেৰি ছাত্ৰ-ঘৰ আছিল। সেই সময়ত বহুত ছাত্ৰই অসমৰ একমাত্ৰ কলেজ ‘কটন কলেজ’ত পঢ়িবলৈ আহি থাকিবলৈ ঠাই নেপাই আমাৰ ঘৰৰ ছাত্ৰাবাসতে থাকি পঢ়ি-শুনি কলেজৰ উচ্চ শিক্ষা লৈ চামে চামে ওলাই গৈছিল। কিছুমানে নিজে ৰান্ধি-বাঢ়ি খোৱাৰো ব্যৱস্থা আছিল। কিছুমানে আমাৰ ভিতৰুৱা পাগতে খাইছিল। গুৱাহাটীত পঢ়িবলৈ অহা ছাত্ৰসকলৰ কাৰণে ককাদেউতাই সেই ছাত্ৰাবাসখন প্ৰায় কুৰি পঁচিশজনমান ছাত্ৰ থাকিব পৰাকৈ সাজি দিছিল। ককাদেউতাই ছাত্ৰসকলক শিক্ষাক্ষেত্ৰত সহায় কৰি বৰ আনন্দ পাইছিল। সেইদিনত ককাদেউতাৰ ঘৰত ‘৺গোপাল’ বিগ্ৰহৰ নিত্য-পূজা চলে। ভোগ আৰু বাৰমাহত তেৰটা পাৰ্বনৰ উৎসৱবোৰলৈ মনত পৰিলে আজিৰ দিন আৰু সেই দিনৰ তুলনা আকাশ-পাতালৰ ব্যৱধান যেন লাগে। সেই-দিনত গুৱাহাটী চহৰৰ মাজতে বহল হাউলীৰ এখন ধনে-ধানে নদন-বদন সুশৃঙ্খল গৃহস্থী আছিল ককাদেউতাৰ গৃহস্থীখন। ককাদেউতা বৰ উদাৰ মনৰ, দানী, মৰমিয়াল মানুহ আছিল। ককাদেউতাৰ সদায় মই লগৰীয়া। চাৰি পাঁচ বছৰ বয়সৰপৰা মোক লগত লৈ ককাদেউতাই পুৱাবেলা ফুৰিবলৈ যায়। ককাদেউতা আছিল খু-উ-ব চৌখীন মানুহ। তেখেতৰ ফুৰিবলৈ যোৱা সাজটো আজিও মোৰ মনত পৰে। বৰণ আছিল চম্পাফুলৰ বৰণ—বগা। ভৰিত পিন্ধে ৰঙা ভেলভেটৰ ‘পাম্পচু’, ক’লা মখমল পাৰিৰ ধুতি। চিল্কৰ পাঞ্জাবী চোলা পিন্ধি হাতত ৰূপেৰে বন্ধোৱা লাঠীডাল লৈ ফুৰিবলৈ ওলায়। লগত মই। ফুৰিবলৈ যাওঁতে বাটৰ দুই কাষৰ লোকসকলৰ বা-বাতৰি লয়। নৈৰ পাৰৰ সাতোলা বিষয়া সকলোৰে ঘৰৰ আগত থিয় হৈ মাত দি ঘৰৰ বা-বাতৰি, অসুখ-বিসুখৰ বাতৰি সোধে। সেই সময়ত ককাদেউতাক বৰ হাকিম, আৰু ককাদেউতাৰ ঘৰখন বৰ হাকিমৰ ঘৰ নামে জনাজাত আছিল।

নৈৰ পাৰত ফুৰোঁতে প্ৰতি ঘৰ গৃহস্থৰ বা-বাতৰি লৈ পকী ঘাটত অলপমান পৰ ফুৰে; ফুৰি ফুৰি আকৌ নিউফিল্ডৰ আগেদি ঘৰলৈ ওভতে। ককাদেউতাই আঠশ টকা দৰ্মহা পাইছিল। সেই দিনত বৃটিছ চৰকাৰৰ নেটিভ বিষয়াৰ সৰ্বোচ্চ দৰ্মহা আছিল আঠশ টকা। সেই

দৰ্মহা আনি ককাদেউতাই বোৱাৰীবোৰক দুটকাকৈ, নাতি-নাতিনীক এটকাকৈ, ঘৰৰ বয়সীয়াল বেটী দুজনী গেলিবাই, মাখিবাইক দুটকা আৰু লগুৱাবোৰক আঠ অনাকৈ দিহে আন খৰচ কৰিছিল। পাঁচটকা মানৰ দুৱানি ভঙাই আনি বৈঠকখানাৰ নিজৰ হাতনি পেৰাত থৈ দিয়ে। মগনীয়াবোৰ আহিলে এটা এটা দুৱানি দলিয়াই দি বৰ ভাল পায়। মই মোৰ প্ৰতিমাহৰ টকাবোৰ বুঢ়ী-আইতাৰ হাতত জমা দিওঁ। কাৰণ তেতিয়াৰ দিনত আমি খৰচ কৰিবলৈ বাট বিচাৰি নাপাইছিলোঁ ; আজিৰ ল'ৰা-ছোৱালীবোৰৰদৰে 'চানাচুৰ' ভজা খোৱা আমাৰ অভ্যাস নাছিল। চিনেমা চোৱা অভ্যাসো নাছিল। কাৰণ তেতিয়া চিনেমাৰ নাম মানুহে শুনাই নাছিল। ছোৱালীবোৰৰ বিশেষকৈ আজি-কালি প্ৰসাধনত বহুত খৰচ লগা হৈছে। আমাৰ দিনত এইবোৰ প্ৰসাধন নাছিল। ওলাই যাবলৈ হ'লে এবিধ 'ৰোজক্ৰীম' নামৰ স্নো জাতীয় বস্তু গালত সানি দি ওপৰত টয়লেট পাউদাৰৰ পাফ এটা বুলাই দিয়ে বৌটিয়ে। আমি নিজে লব নেজানিছিলোঁ। এয়ে আছিল আমাৰ প্ৰসাধন। জাৰত গাল ফাটিলে বুঢ়ী আইতাই সুমথিৰা টেঙাৰ বাকলি কাটি গাখীৰৰ সৰেৰে মিহলাই গালত সানি দিয়ে। মূৰ ধুৱাই দিয়ে—মাটিমাহ, তিল, আৰৈ চাউল বাটি ঔ-টেঙাৰ বীজ মিহলাই। মূৰত আমাক চাবোন লগাবলৈ নিদিছিল। আজি-কালিৰ দৰে ধুন-পেচ আমাৰ দিনত নাছিল। যদিও মাজে সময়ে বাহিৰলৈ বা-বিয়ালৈ যাব লাগিলে ৰংচঙীয়া পাটৰ গুণাৰ বনকৰা দামী কাপোৰকে পিন্ধিছিলোঁ। সেই কাপোৰ আমাৰ বহুত দিন গৈছিল। ফ্ৰকবিলাকো বেচ ধুনীয়া ৰংচঙীয়া আছিল। দেউতা কলিকতাত পঢ়ে। বন্ধ হলে ঘৰলৈ আহে। আমালৈ ধুনীয়া ফ্ৰক, টুপী লৈ আহে। দেউতা আহিলে বৰ ভাল লাগে। মোৰ পাঁচ ছয়-বছৰ বয়সলৈকে দেউতাই কলিকতাত পঢ়ি আছিল। আগতে কৈছোঁ যে, তেতিয়াৰ ল'ৰাই কুৰি বছৰ মানতে বিয়া কৰাইছিল।

আমাৰ বাৰীখন ঃ মনত পৰে আমাৰ বাৰীখনত প্ৰচুৰ খেজুৰ গছ আছিল। সেই খেজুৰ গছবোৰ কাটি ৰস উলিয়াই গুৰ কৰিবলৈ আমাৰ নিজা তাৰিয়াল আছিল 'দুতিকাকা'। দুতিকাকাই গছবোৰ কাটি কলহে কলহে ৰস গোটাই গুৰ পগায় বৰকেৰাহীত। কেতিয়াবা আমাক পুৱাতে



কেঁচা ৰসো খাবলৈ দিয়ে। গুৰৰ পাগ উঠি আহিলে দুতিকাকাই আমাক চিঞৰে 'ডাঙৰ মাই', 'সৰু মাই', আহ ঐ গুৰত 'নিচ্‌লা' দিহি। নিচ্‌লা মানে সৰু সৰু আলুবোৰ এডাল বাঁহৰ লেকেচিত মালাৰদৰে গাঠি গুৰত পেলাই দিব লাগে। আমি ঘৰৰ সৰু ল'ৰা-ছোৱালীবোৰে ভঁৰালৰপৰা সৰু সৰু আলুবোৰ একোডাল বাঁহৰ লেকেচিত মালাৰ দৰে গাঁথি লৈ গুৰত পেলাই দিওঁ। আলুবোৰ পনীয়া গুৰত সিজি উঠিলে, তুলি তুলি আমাৰ হাতে হাতে দিয়ে দুতিকাকাই। আমি ৰং মনেৰে খাওঁ ; খাবলৈ যে এনে সোৱাদ আৰু সুগন্ধ ! এতিয়াৰ ল'ৰা-ছোৱালীয়ে শুনিলে জিভাৰ পানী ওলাব। এতিয়া সেই খেজুৰৰ চিনচাব নাইকিয়া হ'ল।

আমাৰ দক্ষিণ পিনৰ বাৰীৰ কুঁহিয়াৰ খেতিৰপৰাও ঘৰতে কুঁহিয়াৰ পেৰি গুৰ কৰিছিল ; সৰিয়হ পেৰি তেল উলিয়াইছিল। তেল খু-উ-ব বেছি পোৱা নগৈছিল যদিও সেই তেল আছিল অতি সুন্দৰ। সেই তেল খাবলৈ, গাত ঘঁহিবলৈ ব্যৱহাৰ কৰা হৈছিল। ককাদেউতাৰ বামুণী মৈদামৰ বাগিছাৰপৰা গাড়ীয়ে গাড়ীয়ে সুমথিৰা টেঙা আৰু কঠাল আহে। আমাৰ বাৰীভৰা কুৰি জোপামান ভিন্ ভিন্ ধৰণৰ আম। মালদহীয়া, গুল্‌গুলীয়া, মৌ-টুপীয়া, গাখীৰত খোৱা, বালিচঁহীয়া, কেঁচাই খোৱা, মিঠা আম ইত্যাদি। আমৰ দিনত পাচিয়ে পাচিয়ে আম কিমান খাম ; পচি গেলি যায়। লেচু গছত বতৰত গছ ভৰা লেচু। আমি ল'ৰা-ছোৱালীবোৰৰ আম, লেচু, আটলচ্, জামু, মধুৰীআম, কুঁহিয়াৰ এইবোৰ খাই খাই পেট ভৰে। ভাত খাবলৈ পেটত ঠাই নোহোৱা হয়। ককাদেউতাৰ খেতিৰ মানিকীমধুৰী জহা চাউলৰ ভাত ঘৰৰ সকলোৱে খায়। প্ৰতিদিনে গোট ৰৌ চিতল দুটা তিনিটাকৈ আহে। পিছ পিনৰ পকী চোতালত বেটীবোৰে মাছ বাছি মাছৰ পোহাৰ মেলে। তাৰ উপৰিও দেউতা আৰু খুড়াদেউতাহঁতে জাৰকালি শেষ নিশাতে উঠি 'চলা বিল'লৈ হাঁহ চিকাৰ কৰিবলৈ যায়। জোটা-জোটে হাঁহ চিকাৰ কৰি আনে। বাৰীভৰা শাক-পাচলিৰ উপৰিও পলাশবাৰীৰপৰা গৰু-গাড়ীৰে টকাত এগাড়ীকৈ বৰ বেঙেনা আহে। সেইদিনত পলাশবাৰীৰ বৰ বেঙেনা বিখ্যাত আছিল। দাম আছিল নামমাত্ৰ। তেতিয়া

গুৱাহাটীখন আছিল ভোগালী ঠাই। টকা এটাৰে বজাৰ আহিছিল এভাৰ। গুৱাহাটীৰ বজাৰৰ মাছ আছিল অসমৰ ভিতৰতে সস্তা। টকাত দুটাকৈ আছিল ৰৌ, চিতল, একঅনা পইচাৰ সৰু মাছ আছিল এখৰাহী, গাখীৰৰ দাম মোৰ মনত পৰাত টকাত আঠসেৰ। প্ৰায় এপোৱামান মাখনৰ গোটত আছিল দুই অনা। অসমীয়া মানুহৰ জীৱন আছিল সুখ-শান্তি ভোগ-সুখেৰে ভৰা। সেই দিনৰ শিশুৱে পাইছিল নিভঁাজ প্ৰচুৰ খাদ্যপ্ৰাণ। প্ৰকৃতিৰ অৱদান প্ৰচুৰ ফল-মূল খাই পুৰঠ মস্তিষ্ক আৰু অটুট স্বাস্থ্য লাভ কৰিছিল। মনত পৰে—এবাৰ কামাখ্যা দৰ্শন কৰিবলৈ এজাক বঙালী মানুহ আহি থাকিবলৈ ঠাই নেপাই ৰেল স্টেচনত পৰি আছিল। দেউতাৰ মৰম লাগি ঘৰলৈ লৈ আহি থাকিবলৈ ঠাই দিলে। পোন্ধৰদিনমানৰ মূৰত যাত্ৰীবোৰ গ'ল। কিন্তু এহাল নৱদ্বীপৰ বুঢ়া-বুঢ়ী ৰৈ গ'ল। কেতিয়া যাব সোধাত কলে, “এখানকাৰ ৰুইমাছ বড্ড্ মিষ্টি, কিছুদিন থেকে মাছ খাব।” দুমাহ পাৰ হৈ গ'ল, যোৱাৰ নাম নাই। দেউতাই টিকট কাটি শেষত ৰেলত তুলি দিলে। যাওঁতে কৈ গ'ল, “আবাৰ আস্‌ব”।

কুকুৰাৰ আইতাঃ আমাৰ ঘৰত বহু ঠাইৰ কেইবাগৰাকী আইতাও প্ৰায়ে থাকিছিল। কুকুৰাত থকা কুকুৰাৰ আইতাৰ লগতে জীয়েক বসুন্ধৰীও আমাৰ লগৰীয়া আছিল। কুকুৰাৰ সদায় কাপোৰ বৈছিল।

ককাদেউতাৰ বহল গৃহস্থীখনৰ চাৰিকুৰি পৰিয়ালৰ দিনৌ একোটা ভোজৰ ভাত। আলহী-অতিথিৰ অন্ত নাই, কিমান আহে কিমান যায়, গৃহস্থই খবৰ ল'বৰ প্ৰয়োজন বোধ নকৰে। যিহেতু ঘৰৰ প্ৰচুৰ বস্তু, একুৰি মানুহ আহিলেও গৃহস্থই হাঁহিমুখে খেতিৰ মানিকী-মধুৰী-জহাৰে শোধ-পোচ কৰি নিজকে ধন্য মনাৰ দিন আছিল সেই দিনবোৰ। অসমৰ প্ৰায়বিলাক সম্ভ্ৰান্ত পৰিয়ালৰে আছিল এনে নদন-বদন গাৰ্হস্থ্য জীৱন নিৰ্বাহৰ উচ্চতৰ মানদণ্ড। সেই দিনত টকাৰ মূল্যৰ প্ৰয়োজন নাছিল। ঘৰে ঘৰে প্ৰচুৰ মাটি-বাৰী, নদন-বদন খেতিৰ শস্য। নদীত বিলত উভৈনদী মাছ। মানুহৰ প্ৰয়োজনীয় খাদ্য ঘৰতেই উৎপন্ন হৈছিল। আজিৰ স্বাধীন যুগৰ মানুহৰ, বিশেষকৈ নগৰত বাসকৰা গৃহস্থৰ দুৰ্ভগীয়া



ল'ৰা-ছোৱালীবোৰৰ এইবিলাক কথা সপোনত পৰিণত হৈছে। চৰকাৰী ধন ঢালি চৰকাৰে বিধে বিধে পৰিকল্পনা কৰিছে। চৰকাৰৰ ধন অযথা অপচয় হৈ পানী সোঁতৰদৰে বৈ গৈছে ব্ৰহ্মপুত্ৰলৈ। অসমীয়া শিশুৰ ভাল খাদ্যৰ অভাৱত আয়ুস টুটিছে; জীৱন বিপন্ন হৈছে। বজাৰৰ ভেজাল খাই শিশুৰ জীৱনবোৰ অঙ্কুৰতে নষ্ট হ'ব লাগিছে; মেধা ক্ষীণ হৈ পৰিছে। পৃথিবীৰ যোগ্যতাৰ ক্ষেত্ৰত অক্ষম অসমীয়া জাতি পিচ পৰি গৈছে। আজি সুঁৱৰিছো অসমৰ অতীতৰ গৃহস্থীবোৰৰ বহুমূলীয়া জীৱন যাপনৰ সোণ সোঁৱৰণীবোৰ। আজি আমাৰ অসমীয়া জাতিয়ে নিজৰ বহুমূলীয়া মাটিৰ খেতিবাতি পাহৰি নগৰমুখী হোৱাৰ ফলত, জাতিৰ ঐতিহ্য সম্পদ হেৰুৱাই বিদেশী বিলাসিতা সাৱটি লোৱাৰ ফলত জাতিৰ সৌষ্ঠৱ ক্ৰমাত বিলোপ হোৱাৰ উপক্ৰমে বাট লৈছে।

গুৱাহাটী নগৰ সেই দিনত আজিৰ এনে জনবহুল নাছিল। উজান-বজাৰৰ নামঘৰৰ কাষেদি শিলপুখুৰীলৈ ওলাই যোৱা আলিটোৱেই আছিল গুৱাহাটী নগৰৰ পূবৰ শেষ আলি। ‘পঞ্চৱটী’ আশ্ৰম তেতিয়া হাবি-বনেৰে ভৰা গাঁৱলীয়া অঞ্চলৰদৰে আছিল। ‘পঞ্চৱটী’ৰ কাষতে স্বৰ্গীয় লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ দেউতাক বুদ্ধিনাথ বৰদলৈৰ ঘৰলৈ যোৱা কেতিয়াবা মনত পৰে। তেখেতৰ ঘৰৰপৰা সিফালে কছাৰী গাঁও। সুৰসুৰীয়া বাট, সেই পিনে দিনতে মানুহ যাবলৈ ভয় কৰে। ৺নৱগ্ৰহ শ্মশান হাবিৰে ভৰা, শ্মশানলৈ যোৱা আলিটো জন-শূন্য, দিনতে গহীন লাগে। বশিষ্ঠাশ্ৰমলৈ যোৱা বাটত দুয়োপিনে পথাৰ আৰু ঠায়ে ঠায়ে হাবিয়নি। বশিষ্ঠলৈ আমি গৰু-গাড়ীয়ে যোৱা মনত পৰে। বশিষ্ঠৰপৰা ‘অৰুন্ধতী’ গুহালৈ যাওঁতে বাটৰ হাবি কাটিব লগীয়া হৈছিল। বশিষ্ঠলৈ যাওঁতে বহুত দূৰৈৰপৰা ৰিং ৰিং শব্দৰে আশ্ৰমৰ ‘দেৱঘণ্টা’ ধ্বনি শুনিবলৈ পোৱা গৈছিল। সেই পৱিত্ৰ ধ্বনি শুনিলে যাত্ৰীৰ মনত পৱিত্ৰ ভাৱ জাগি উঠে। বহুত দূৰৈৰপৰা সন্ধ্যা-ললিতা-কান্তাৰ স্ৰোতধাৰাৰ হো-হোৱনি কাণত পৰে। গভীৰ বননি আৱৰা ত্ৰিধাৰাত স্নান কৰি নিৰ্মল শিলনিৰ ওপৰত ভাত ৰান্ধি খাই আমি ৰং মনেৰে ঘৰলৈ ওভতিছিলোঁ।

বশিষ্ঠৰ দেৱঘণ্টাঃ আগৰদৰে বশিষ্ঠ আশ্ৰমৰ পৱিত্ৰতা আৰু

নির্মলতা আজিকালি দেখিবলৈ নোহোৱা হ'ল। মন্দিৰৰ দেৱঘণ্টা ধ্বনিও মাৰ গ'ল। সেই আনন্দবোৰো কালৰ বুকুত হেৰাই গ'ল।

তেতিয়াৰ দিনত এই তীর্থবোৰলৈ যোৱা আমাৰ এটা উৎসৱৰদৰে আছিল—যিহেতু তেতিয়াৰ দিনত তীর্থলৈ যোৱা বাট-পথবোৰ আছিল দুর্গম ; আজিৰদৰে সুগম নাছিল। দুর্গম গিৰিবন লংঘনৰ এটি অনাবিল আনন্দ উপভোগ কৰি আমি ল'ৰাকালিতে বৰ আনন্দ পাই-ছিলোহঁক। কাতিমাহৰপৰা গুৱাহাটীৰ পঞ্চতীর্থলৈ যাত্রীয়ে ধাৰ ধৰে। দুয়োকাষে গভীৰ বননি, নির্জন নিস্তব্ধতাৰে আৱৰা শিলনিৰ খটখটি বগাই ৺কামাখ্যালৈ যোৱা মনত পৰে। আহে দূৰ-দূৰণিৰ যাত্রীবোৰ ; ভাগৱত বহি পৰে। কোনো কোনো বুঢ়া-বুঢ়ী, দুর্বল বেমাৰী যাত্রীয়ে চিঞৰে, "মা মা জগজ্জননী শক্তিদায়িনী শক্তি দিয়া মা।" খোৰাই কাঠৰ লাখুটি লৈ পর্বত বগাই মাতৃ দর্শন কৰে। ঐশ্বৰিক শক্তিত খোৰাই পর্বত লংঘন কৰে। কামাখ্যাত কুমাৰীবোৰৰ বৰ উৎপাত আছিল সেই দিনত। কুমাৰীবোৰে যাত্রীক বেঢ়ি ধৰে। পইচা লাগে। যাত্রীৰ কাণে-মূৰে ওলমি জেপ লুকুকি জ্বালাতন কৰে। নিৰুপায় যাত্রীয়ে কুমাৰীক দান নিদিলে উপায় নাই। কোনোবাই পইচা নাপালে গালি পাৰে, শাও দিয়ে। আমি সৰুকালত বহুবাৰ কামাখ্যালৈ গৈ কুমাৰীৰ দৃশ্য চাই বৰ ৰং পাইছিলোঁ। আজিকালি কামাখ্যা দর্শন সকলোপিনৰপৰা সুবিধা-জনক হৈছে।

জাৰকালি যাত্রীৰ বিৰাম নাই। কোনো তিথি উপলক্ষে বা অশোকাষ্টমী স্নানত অশ্বক্রান্তলৈ গৈ স্নান কৰা ধৰা বন্ধা নিয়ম আছিল। তেতিয়া আমি নাওঁৰেই ব্রহ্মপুত্র পাৰ হৈ অশ্বক্রান্ত উমানন্দলৈ গৈছিলোঁ। ওপৰ দেৱালৰ অনন্ত শয্যাত শুইথকা ধুনীয়া নাৰায়ণ মূর্তি দর্শন কৰি উলটি আহি বালিত ভাত ৰান্ধি খাই ঘৰলৈ উভতিছিলোঁ।

উমানন্দলৈ যোৱাটো আৰু স্ফূর্তিৰ কথা। হলো বান্দৰ কেইটাৰ হক্কো হক্কো মাত শুনি আমি উমানন্দলৈ যাবলৈ বৰ ৰং পাইছিলোঁ। যাত্রী দেখিলেই বান্দৰবোৰৰ গাত তৎ নোহোৱা হয়। যাত্রীয়ে কল দিয়ে, খাবলৈ পায় সেই বাবে। গোসাঁই চোৱাতকৈ বান্দৰ চোৱা আনন্দত আমাৰ আনন্দৰ পাৰ নোহোৱা হয়। গোসাঁই চাই নামি আহি



বালিত ভোজ খাই ঘৰলৈ ওভতো। প্রতিবাৰ খৰালিতে আমি বালি-ভোজ খাওঁ। এটাইতকৈ কুৰুৱা-বালিত ভোজ খাবলৈ কথাটো আৰু মনত পৰে। নাৱত তম্বু লৈ কুৰুৱাৰ বহল বালিত তৰি লৈ ডাঙৰবোৰে বন্ধাবঢ়া কাৰবাৰত লাগে। আমি সৰু সৰু চেমনীয়া দলে কাছকণী বিচাৰি যাওঁ। কাছৰ খোজ চাই চাই কাছকণী বিচাৰি গৈ থাকোঁ। য'তেই কাছৰ খোজৰ চিন নাইকিয়া হয় সেই ঠাইতেই খুচৰি চালে কাছকণী পোৱা হয়। কাছবোৰে কণী পাৰিবলৈ হলে নৈৰপৰা উঠি বালিত বহু দূৰলৈ গৈ বালি ঘুলি কৰি কণী পাৰি ঢাকি থৈ আহে। ৰ'দৰ গৰমত সময়ত কণীবোৰ ফুটি কাছ-পোৱালি ওলায়, কাছজনীয়ে সময়মতে পোৱালিবোৰক পানীলৈ লৈ যায়। কাছকণী পালে আমাৰ স্ফূর্তি চাই কোনে ? তেতিয়াই সিজাই খাওঁহঁক। আধা বালি আধা ভাতৰ লগত খোৱা বালি-ভাতৰ কি সোৱাদ, সেই আনন্দ পোৱা জনেহে জানে। ভাত খোৱাৰ আগতে নদীত গা-ধোওঁ। দেউতা-খুৰাহঁতে ভাল সাঁতোৰ জানিছিল ; তেখেতসকলে গা ধোওঁতে সাঁতোৰে। আমি সাঁতুৰিব নাজানো, এনেয়ে গা-ধোওঁ। মোৰ মাজুখুৰা ৺বিপিনচন্দ্র বৰদলৈ আৰু সৰুখুৰা ৺গিৰিশচন্দ্র বৰদলৈ দুয়োজনেই সাঁতুৰি ব্রহ্মপুত্রত খলক লগাইছিল।

গুৱাহাটীত দুর্গাপূজা : গুৱাহাটীত অসমীয়া ৰাজহুৱা পূজা নাছিল। পূব অঞ্চলত দুর্গাপূজা একমাত্র ৰজাঘৰত আৰু ৺লক্ষ্মীপ্রসাদ বৰুৱাৰ ঘৰত। দুখন গোসাঁনী হৈছিল। উজানবজাৰৰ ৰাইজে এই কথা অনুভৱ কৰিছিল—বিশেষকৈ দেউতাই (৺নবীনচন্দ্র বৰদলৈ) এই অভাৱ বিশেষভাৱে অনুভৱ কৰিলে। ডেকাদল গোটাই পূজা কমিটি গঠন কৰিলে। ৰাইজে টকা তুলিলে। দেউতাৰ নিজৰ মাটিতে প্রথম ৰাজহুৱা পূজা মণ্ডপ স্থাপিত কৰিলে। লগতে ডাঙৰ খেৰী থিয়েটাৰ হল সজা হ'ল। উজানবজাৰৰ ডেকা শিল্পীসকল গোট খাই থিয়েটাৰ পার্টি গঠন কৰিলে।

প্রতিমা সজাৰ ভাৰ ললে ৺ডিম্ব বৰদলৈ, ৺মীনধৰ বৰদলৈ, দুই ভাই-ককায়ে। থিয়েটাৰৰ চিন অঁকাৰ ভাৰ ৺মীনধৰ বৰদলৈ আৰু ৺পদুম বৰুৱাই ল'লে। ষ্টেজ বন্ধা, চিন অঁকা শেষ হ'ল। সেই প্রথম

ষ্টেজত দেউতাৰ (৺নবীনচন্দ্ৰ বৰদলৈয়ে লিখা) ‘গৃহলক্ষ্মী’ নাটক অভিনয় হ’ল। সঙ্গীত পৰিচালনাৰ ভাৰ ললে দেউতা আৰু ৺অম্বিকানাথ বৰুৱাই। বাকী শিল্পীসকলৰ কথা ভালকৈ মনত নপৰাৰ কাৰণে লেখা নহ’ল। পূজা আহিলে প্ৰতিমা স্থাপন, পূজা আয়োজনৰ উখল-মাখল, ষ্টেজ বন্ধা, চিন আঁকা প্ৰথম আয়োজনৰপৰা আমাৰ ল’ৰা-ছোৱালীবোৰৰ কুমলীয়া মনত আনন্দৰ পাৰ নাই। ঘৰৰ লগত সম্পৰ্ক নাই। দিনৰ দিনটো যায়। চোৱাৰ বিৰাম নাই। অতীতৰ মাৰ যোৱা ল’ৰালিৰ মনৰ অফুৰন্ত আনন্দ আৰু উলাহৰ তুলনা গোটেই জীৱনত বিচাৰি পাবলৈ নাই। সপ্তমী, অষ্টমী, নৱমী, তিনিদিন থিয়েটাৰ কৰা হয়। মাইকী মানুহৰ কাৰণে বাঁহৰ চিক দি বেৰ দিয়া হৈছিল, কাৰণ সেই দিনবোৰ আছিল মাইকী মানুহৰ কাৰণে আচুতীয়া।

অসমৰ পৰ্দা প্ৰথা ঃ ডাঠ পৰ্দাৰ আৱৰণেৰে আৱৰি থোৱা এন্ধাৰ দিন। আজিৰ দিনৰদৰে মাইকী মানুহবোৰ মুকলি-মূৰীয়া হৈ ফুৰা আছিল অতি লাজৰ কথা। বিশেষকৈ ভদ্ৰ সমাজৰ ছোৱালী দহ এঘাৰ বছৰৰপৰা ঘৰৰ বাজ ওলাব নোৱাৰে। বোৱাৰী-জীয়ৰীৰপৰা সকলো ভদ্ৰমহিলা ভয়ানক পৰ্দা প্ৰথাৰ আঁৰত ঘৰৰ চুকত’ দিন কটাব লগীয়া হৈছিল। ইফালে সিফালে যাব লগীয়া হ’লে দুটা ডাঙৰ বৰ জাপিৰ মাজত সোমাই যাব লাগে; মুখত ওৰণিৰ আঁৰ লৈ। ঘোঁৰাৰ বাগীত গলে ঘোঁৰাৰ বাগীৰ দুৱাৰ বন্ধ কৰি যাব লাগে। মাইকী মানুহ আছিল সূৰ্য্য-চন্দ্ৰই দেখা নোপোৱা। আনকি বিয়া-বাৰুত নৈত পানী তুলিবলৈ যাওঁতে ‘চৌধুলী’ লয়। ‘চৌধুলী’ হৈছে এখন ডাঙৰ আঠুৱা। বিয়াৰ কাৰণে ফুলাম কাপোৰেৰে ওপৰত ছাল নথকা চাৰিপিনে বাঁহ বান্ধি কাপোৰখন আঠুৱাৰদৰে বান্ধি দিয়া হয়। এই আঠুৱা চৌধুলীৰ মাজত ছকুৰি তিনিকুৰি মাইকী মানুহ সোমাই নাম গাই গাই পানী তুলিবলৈ যায়। মোৰ জীৱনৰ আগচোৱাৰ এই দোৰ্ঘোৰ পৰ্দা প্ৰথাৰ আঁৰৰ দিনবোৰলৈ মনত পৰিলে সপোন যেন লাগে। সেই দিন আৰু আজি এই মুক্ত স্বাধীন তিৰোতা জীৱনৰ স্বৰ্গ-মৰ্ত্যৰ ব্যৱধান। এই অলংঘনীয় পৰ্দা প্ৰথাৰ আঁৰত বহু নাৰীৰ জীৱন নীৰলে মৰহি গৈছে তাৰ লেখ কোনে লয়? আজি সুৱঁৰিছোঁ অতীতৰ সেই এন্ধাৰ দিন-



বোৰৰ কথা। কিন্তু সেই পৰিবেশত মোৰ মনত হলে কোনো অশান্তি নাছিল। সেইটো দেশ-দস্তুৰ হিচাপে মনে মানি লৈ সান্ত্বনা পাইছিল। কিন্তু ল’ৰালি জীৱনৰ প্ৰথম অৱবোধৰ বেদনাই হলে মন অস্থিৰ কৰি তুলিছিল। সেই পূজা মণ্ডপতে দৌলোৎসৱ-ফাকুৱাও হৈছিল। সেই খেলাৰ কি আনন্দ! সেই খেলাৰ পাণ্ডা আছিল মোৰ সৰু খুৰাদেউ ৺গিৰীশচন্দ্ৰ বৰদলৈ। আমাৰ ঘৰতে হোলিৰ উৎসৱৰ আয়োজন হৈছিল। পিতলৰ টৌবোৰত বিধে বিধে ৰং কৰে। ৰঙা, হালধীয়া, সেউজীয়া আৰু মেজেন্টি। নামবোৰ মেজেন্টি, বাসন্তী, হনুমন্তীয়া ইত্যাদি। হাতে হাতে টিঙৰ ফিচ্‌কাৰী। ইচ্ছামতে টৌবোৰৰপৰা ৰং লৈ দুদিন অবিশ্ৰান্ত খেলা, আমাৰ আগচোতালত ল’ৰাবোৰে ফাকু খেলাত বলিয়া। আমি ঘৰৰবোৰৰ লগতে খেলোঁ—বাহিৰলৈ নাযাওঁ। দ্বিতীয় দিনা দৌল গোবিন্দ ফুৰাই ঘূৰি আহে হোলিৰ দল। আমাৰ ঘৰত চৰবৎ আৰু মিঠাই খুওৱা হয় হোলিৰ দলক। হোলিদলে বাটে বাটে ফাকু খেলি আহে। সংকীৰ্ত্তন কৰি ঘূৰি ফুৰে গোবিন্দক কান্ধত লৈ। আজিৰদৰে বাটে বাটে চাউল ছটিওৱা কু-অভ্যাস সেই দিনত নাছিল। সেই দিনত ভদ্ৰ সমাজৰ মাজত এটি সুৰুচিসম্পন্ন মনোভাৱ আছিল। প্ৰত্যেক ভদ্ৰ সমাজৰ ল’ৰা, ডেকা, বুঢ়া সকলোৱে ভাবি লৈছিল দেশত নীতি-বিগৰ্হিত কামে ঠাই নাপাইছিল। উৎসৱ আনন্দত উচ্ছৃঙ্খলতাৰে চাউল ছটিয়াই বাটৰ মানুহক কণা কৰা প্ৰথা অতি নিন্দনীয় বুলি ভাবিছিল। ডেকাবোৰে এই উৎসৱক আনন্দেৰে পালন কৰিছিল।

সেই সময়ত ভদ্ৰ ঘৰৰ ছোৱালীবোৰৰহে পৰ্দা প্ৰথা আছিল। সমাজৰ নিম্নশ্ৰেণীৰ লোকৰ পৰ্দা প্ৰথা নাছিল আৰু সেইসকলে বাটত মুকলি-ভাৱেই চলা-ফুৰা কৰিছিল। সেই যুগৰ ডেকাদলে বিপদগ্ৰস্থ নাৰীক উদ্ধাৰ কৰাটো গৌৰৱৰ কাম বুলি ভাবিছিল। বিশেষকৈ উজানবজাৰ অঞ্চলত ডেকাদলৰ এনে এটি মনোভাৱ গঢ়ি উঠিল। সেই সময়ত ৺মাণিকচন্দ্ৰ বৰুৱা আৰু ৺নবীনচন্দ্ৰ বৰদলৈৰ বিস্তাৰিত প্ৰভাৱ আছিল উজানবজাৰ অঞ্চলত। গুৱাহাটীৰ গোটেই উজানবজাৰ নিবাসীসকল এটা পৰিয়ালৰদৰে গোট আছিল। সকলোৰে মাজত মিলাপ্ৰীতি, আপোনভাৱ, নিভাঁজ মৰম। এজনৰ বিপদ হ’লে সকলোৱেই উবুৰি খাই পৰি সহায়

সহানুভূতিৰে মৰমৰ ভেটি বান্ধিছিল। বেমাৰে-এজাৰে পৰপালি দিয়া, ইঘৰে সিঘৰে সহায়, আহ-যাহ বিপদত সহায় কৰা ডেকাদলৰ প্ৰধান কৰ্তব্যৰদৰে হৈ পৰিছিল। সেই সময়ত কোনো অশান্তি নাছিল নাগৰিকৰ মনত। আজিৰদৰে চুকে চুকে পাৰ্টি নাছিল। মতৰ অমিল নাছিল। আজি সুঁৱৰিছোঁ, অতীতৰ সেই শান্তিময় অনাবিল আনন্দৰ দিনবোৰৰ কথা। মোৰ দেউতা নবীনচন্দ্ৰ বৰদলৈ—এই ডেকাদলৰ মুখ্য আছিল।

বিজয়া দশমীৰ দিনা গোসাঁনী উটোৱা চাবলৈ যোৱা কথাবোৰ বৰকৈ মনত পৰে। নৈৰ পাৰত কাছাৰী ঘাটত 'তম্বু' তৰি থোৱা হয় পুৱা বেলাতে। প্ৰত্যেক ভদ্ৰ পৰিবাৰৰ বোৱাৰী জীয়ৰীয়ে সেই তম্বুৰপৰা গোসাঁনী উটোৱা চায়। তম্বুৰ তলতে চাহ মিঠাই খাই. ইঘৰ সিঘৰলৈ যায়, কথা-বতৰা পাতে। সৰু ল'ৰা-ছোৱালীবোৰে খেলনা পুতলা কিনি বৰ উত্ৰাৱল হয়। নৈৰবুকুতে নাৱত তুলি অলেখ প্ৰতিমা ফুৰোৱা হয়। সন্ধিয়া লগাৰ লগে লগে এখন এখনকৈ প্ৰতিমা নৈত পেলাই দিয়া হয়। প্ৰতিমা বিসৰ্জন দি সকলো দৰ্শক খোজকাঢ়ি ঘৰাঘৰি যায়। ওপৰত দশমীৰ জোনাক। জোনাকে বুৰাই পেলোৱা পথাৰবোৰৰ মাজেৰে জাক পাতি খোজকাঢ়ি আহি কি যে ভাল লাগে। হায় সেই আনন্দ, সেই মিলাপ্ৰীতি, সেই নিৰ্ভয় বিশ্বাস আজি ক'ত হেৰাল ? দেশৰ অগ্ৰগতিৰ ধূলিয়ে মানুহৰ মনবোৰতো ধূলিৰ ঢাকনি পেলাই অতীতৰ নিৰ্মল পৱিত্ৰ স্মৃতিবোৰ মচ খুৱাই পেলালে। সুঁৱৰিছোঁ আজি পাহৰিব নোৱাৰ সেই দিনবোৰৰ কথা।

প্ৰথম গুৱাহাটী এৰি ডিবুৰুলৈ যাবলৈ ওলাইছোঁ। বৌটিৰ দেউতাক ককা ৺মালভোগ বৰুৱাৰ ঘৰলৈ। তেতিয়া ডিবুৰুলৈ যোৱা কথাটো ভাবিব লগীয়া। ৰেলৰ চলাচল ডিবুৰুলৈ হোৱা নাছিল। জাহাজেৰে যাব লাগে ডিবুৰুলৈ। বৌটি মাকৰ ঘৰলৈ ওলাইছে সাত আঠ বছৰৰ মূৰত। সেইঃ যাত্ৰাত আমাৰ দলটো বেচ্ ডাঙৰ আছিল। আমি ল'ৰা-ছোৱালী চাৰিটা, বৌটিৰ লগতে আইতা ( বুঢ়ী আইতা ) আৰু আমাৰ ৺কীৰ্তি বৰদলৈ ( দেউতাৰ মোমায়েক )। দীঘলীয়া জাহাজ-যাত্ৰা। জাহাজ চলিছে ব্ৰহ্মপুত্ৰ নৈৰে আমাৰ গুৱাহাটীৰপৰা ডিবুৰুলৈ।



গুৱাহাটীৰপৰা ৰঙামাটি ঘাট, শিলঘাট। ঘাটবোৰত জাহাজ ৰয়। কোকিলামুখ। জাহাজ চলিবৰ সময়ত খালাচিবোৰৰ পানী জোখাবোৰে চিঁয়ৰে 'এক বাম মিলেনা'। ঘাটবোৰত জাহাজে বৰ ডাঙৰ উকি এটা মাৰি ৰৈ যায়। যাত্ৰীবোৰ খন্তেকলৈ নামি যায়। আমি ল'ৰা-ছোৱালী কেইটাই কীৰ্তি মামাদেউতাৰ লগত ঘাটলৈ নামি যাওঁ। নৈৰ পাৰবোৰৰ গছ-গছনি কঁহুৱা বনবোৰ চাই এনে ভাল লাগে। বেলি উঠা, বেলি পৰা দৃশ্যটো জাহাজৰপৰা, নৈৰ বুকুৰপৰা চাবলৈ এনে মনোমোহা। মাল নমাই মাল তোলে। যাত্ৰী নামে উঠে। ঘাটত নানান বস্তু ওলায়। ৰাতিপুৱা বেলি উঠাৰ লগে লগে নৈৰ পাৰবোৰত গাঁৱলীয়া জীৱনৰ উখল-মাখল লাগে। বোৱাৰী-জীয়ৰীবোৰে গা-ধুই পানী কঢ়িয়াই কাষত কলহ লৈ। ল'ৰা-ছোৱালী ডেকা-বুঢ়া সকলোৱে গা-ধোৱে। দুপৰীয়া সময়খিনি ৰ'দৰ তাপত জাহাজত বৰ গৰম হয়। নৈৰ ঘাটবোৰ নিৰ্জন হয়। গধূলি পৰত নৈৰ পাৰৰ শোভা চাব লগীয়া। পশ্চিম পিনে বেলি মাৰ যায়। পশ্চিম আকাশ হেঙুলীয়া হৈ পৰে। নৈৰ বুকুত শীতল বতাহ বয়। নৈৰ পাৰত গাঁৱলীয়া ঠাইবোৰৰ বোৱাৰী জীয়ৰী-বোৰে খৰাহিত চাউল, শাক ধোৱে, পানী নিয়ে। লাহে লাহে এন্ধাৰ নামে। বহল ব্ৰহ্মপুত্ৰৰ বুকুত জাহাজ চলে। মনৰ মাজত যেন গীতবোৰে জুমুৰি দি ধৰে। আপোনা-আপুনি কণ্ঠত গুণ-গুণনি উঠে। ৺কীৰ্তি ককাই গীত গায়। মই আৰু মোৰ ভনী মিনি আমি দুয়ো গীত গাওঁ। ( আমাৰ বুঢ়ী আইতাৰ ভায়েক ) আইতাই জাহাজৰ কেবিনত স্তোভত ভাত ৰান্ধে। ভালকৈ এন্ধাৰ হোৱাৰ লগে লগেই আমি খাই বৈ শুই পৰোঁ। আমাৰ খুব স্ফূৰ্তি। কিন্তু আমাৰ আইতা আৰু বৌটিৰ কেবিনত সোমাই থাকি বৰ কষ্ট হৈছিল। বাটত এদিন জাহাজ লাগিল। ডাঙৰবোৰৰ মুখ শুকাই গ'ল। পিছে ভাগ্য ভাল, জাহাজ এৰিলে। ছয় দিনৰ দিনা ডিব্ৰুগড় পালোঁগৈ। ডিবুৰু পোৱাৰ অলপ আগৰেপৰা নৈৰ পাৰৰ বগা বগা কঁহুৱা ফুলৰ শোভা দেখি মন উলাহত নাচি উঠিছিল। ডিব্ৰুগড়ৰ কুঁৱলী ঢকা বতৰ। নৈৰ পাৰত শাৰী শাৰী বতাহত হালি-জালি পৰা কঁহুৱা বনৰ কঁপনি, আজিও মনৰ দাপোনত সজীৱ হৈয়ে আছে। ছদিনৰ দীঘলীয়া যাত্ৰাৰ ওৰ পৰিল। ডিবুৰু

পালোঁগৈ। ককাদেউতাই নিজৰ ঘোঁৰাগাড়ী ফুখন লৈ আহিছে আমাক নিবলৈ। আমি গৈ ককাদেউতাৰ ঘৰ পালোঁগৈ। আইতা আৰু কীৰ্তি-মামা, আমাৰ বৰ পেহীদেউ অন্নদা দেৱী, পেহাদেউ ( ৺শিৱৰাম বৰদলৈ উকিল ) ঘৰত উঠিলেগৈ। ককাদেউতা মালভোগ বৰুৱা ৰজাভেটী চাহ-বাগিচাৰ মালিক। তেখেতৰ ডাঙৰ বঙলা ডাঙৰ হাউলি। ককাদেউতাৰ ঘৰ-দুৱাৰ চাহাবী ধৰণে সজোৱা। ড্ৰইংৰুমৰ মেজবোৰত অসংখ্য পুতলা সজোৱা। আমি খুব স্ফূৰ্তি পাইছিলোঁ,—ডিব্ৰুগড়ৰ চাবলগা বস্তুবোৰ চাই। ফুৰি চাকি বৰ বং পাইছিলোঁ। কিছুমান দিন থাকি আমি আকৌ সেই দীঘলীয়া জাহাজ যাত্ৰাৰে উলটিলোঁ। এইবাৰ ভটীয়া সোঁতত জাহাজ সোনকালেই গুৱাহাটী পালেহি।

ডিবুৰুৰপৰা উলটি অহাৰ পিছত আমাৰ ঘৰখনত 'টাইফয়েদ' বেমাৰ সোমাই কেইবাজনৰো মৃত্যু ঘটায়। মই এই টাইফয়েদ বেমাৰত পৰি যমৰ নগৰৰপৰা উলটি আহোঁ। এই টাইফয়েদ বেমাৰত পৰি মোৰ অতি তীক্ষ্ণ স্মৃতি হেৰুৱালোঁ। সেই পাহৰা বেমাৰ মোৰ চিৰকলীয়া হৈ ৰ'ল। ককাদেউতা ৺মাধৱ বৰদলৈ সেই সময়ত শিলচৰলৈ বদলি হৈ গৈছে। তেখেত সোনকালেই শিলচৰৰপৰা তেজপুৰলৈ বদলি হ'ল। উলটি আহি আমাৰ গোটেই ঘৰখন তেজপুৰলৈ গ'ল। তেজপুৰত ককাদেউতাই সজা নিজা ঘৰত আমি সোমালোঁগৈ। তেজপুৰত চাব লগীয়া ঠাইবোৰ আমি চাই বৰ বং পাইছিলোঁ। উষা নগৰ, অগ্নিগড়, গণেশঘাট, মহাভৈৰৱ থান, মহাভৈৰৱী মন্দিৰ। এই ঠাইবোৰলৈ যাওঁতে আমি গৰুৰ গাড়ীতে গৈছিলোঁ। সেই দিনত তেজপুৰত ঘোঁৰাৰ বাগী নাছিল। তেজপুৰত এখন বঙালী ছোৱালী উচ্চ প্ৰাইমেৰী স্কুল আছিল। ৺গুৰু দত্ত আৰু তেখেতৰ পত্নী ৺স্বৰ্ণময়ী দত্তই শিক্ষক-শিক্ষয়িত্ৰীৰূপে স্কুলখন পৰিচালনা কৰিছিল। সেই স্কুলত অসমীয়া ছোৱালীৰ সংখ্যা নিচেই তাকৰ আছিল। মোৰ পঢ়াশুনাৰ ক্ষতি হোৱাৰ বাবে ককাদেউতাই ৺স্বৰ্ণময়ী দত্তৰ হাতত মোৰ আৰু মোৰ ভনী মৃণালিনীৰ পঢ়াৰ ভাৰ দিছিল। ৺স্বৰ্ণময়ী দত্তক আমি সকলোৱেই 'দিদিমা' বুলি মাতিছিলোঁ। তেখেতে মোক অতিশয় স্নেহ কৰিছিল। তেখেতৰ ওচৰতে মোক বহুৱাই পঢ়াশুনা শিকাইছিল। কাৰণ আমাৰ পঢ়াৰ পদ্ধতি স্কুলৰ পদ্ধতিৰ



লগত মিল নথকাত আমি অকলে আমাৰ বিশেষ পঢ়া পঢ়িছিলোঁ। কেতিয়াবা ৺স্বৰ্ণময়ী দত্তৰ দিদিমাৰ কন্যা শ্ৰীকিৰণময়ী দত্তৰ ওচৰতো পঢ়াশুনা কৰিছিলোঁ। তেখেতক আমি টুলু মাহীমা বুলি মাতিছিলোঁ। এই কিৰণময়ী দত্তৰ ৺ব্ৰহ্মানন্দ বৰকাকতীৰ লগত বিয়া হয়। আমাৰ ভূতপূৰ্ব শিক্ষামন্ত্ৰী শ্ৰীঅমিয়কুমাৰ দাসৰ মোমায়েক ৺ব্ৰহ্মানন্দ বৰ-কাকতীৰ ঘৰলৈ আহি শ্ৰদ্ধেয়া টুলু মাহীমা সম্পূৰ্ণৰূপে অসমীয়া বোৱাৰী হৈ পৰে। তেজপুৰ ছোৱালী স্কুলৰ শিক্ষয়িত্ৰী শ্ৰীযুতা কিৰণময়ী বৰ-কাকতিয়ে অসমৰ শিক্ষা সংস্কৃতিৰ আৰু সেৱা ব্ৰতত জীৱন সঁপি দিয়ে। তেজপুৰৰ স্মৃতিৰ লগত এই পৰিয়ালটিৰ আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ পৰিয়ালৰ লগত বান্ধখোৱা মধুৰ সম্বন্ধৰ কথা কেতিয়াও পাহৰিব নোৱাৰোঁ। প্ৰথম পত্নী হানি হোৱাত তেজপুৰতেই মোৰ বৰদেউতাৰ দ্বিতীয়বাৰ বিয়া হয়।

মই নিশা আইতাৰ লগত শোওঁ। তিনি বজাতে বুঢ়ী মানুহ আইতাৰ দিনটোলৈ টোপনি ভাঙে। আইতা তিনি বজাতে উঠি ঈশ্বৰৰ নাম লয়। মুখ ধুই তামোল খায়। গেলি বাইয়ে তামোল খুন্দি দিয়ে। খুন্দনাৰ ঘুটুৰ ঘুটুৰ শব্দ শুনি আমাৰ টোপনি ভাগে। মই আৰু মোৰ ভাই ভুলু ( উমেশ বৰদলৈ ) আইতাৰ লগত শুইছিলোঁ। আমাৰ কেলেকেলনি আৰম্ভ হয়। আইতাই বৰগীত গাই ; আমিও লগে লগে গাওঁ।

বৰগীত

তেজৰে কমলাপতি পৰভাত নিন্দ
তেৰি চান্দ মুখ পেখোঁ উঠৰে গোবিন্দ
ৰজনী বিদূৰ দিশ ধৱল বৰণ
তিমিৰ ফাড়িয়া বাজ ৰবিৰ কিৰণ
শতপত্ৰ বিকশিত ভ্ৰমৰ উৰায়
ব্ৰজবধু দধি মথে তুৱা গুণ গায়।

আইতাই মুখে মুখে পুৰাৰ স্তোত্ৰ পাঠ শিকায় ঃ—

ঔষধে চিন্তয়ে বিষ্ণু ভোজনে চ জনাৰ্দন
শয়নে পদ্মনাভঞ্চ বিবাহস্য প্ৰজাপতি

যুদ্ধে চক্রধৰং দেৱ প্রবাসে চ ত্রিবিক্রম
কাননে:নৰসিংহঞ্চ পাবকে জলশায়িনঃ
জলমধ্যে বৰাহঞ্চ পৰ্বতে ৰঘুনন্দন
গমনে বামনশ্চৈব সৰ্বকাৰ্য্যেসু মাধৱ মাধৱ।

অহল্যা দ্রৌপদী কুন্তী তাৰা মন্দোদৰী তথা।
পঞ্চকন্যা স্মৰে নিত্যং সুপ্রভাত দিনে দিনে॥

আইতাই কয় "পুৱাতে উঠি এই বিষ্ণুনাম আৰু পঞ্চকন্যা স্মৰণ কৰিলে দিনটো শুভ হয়। তহঁতে এইদৰে সদায় স্তোত্র গাবি।" আইতাই আমাক বহুতো স্তোত্র শিকাইছিল। সুপণ্ডিত পিতাকৰ ছোৱালী আইতাক সেই পুৰণি দিনটো ঘৰৰ পুৰোহিতে পঢ়াইছিল। গীতা, ভাগৱত, মহাভাৰত, ৰামায়ণ আইতাৰ মুখতে অসংখ্য সংস্কৃত স্তোত্রবোৰ মুখস্থ। স্নান মন্ত্র যেনে ঃ—

ব্রহ্মপুত্র মহাবাহু শান্তনু কুলনন্দন
অমোঘা গৰ্ভসম্ভূত পাপং লোহিত্যমেহৰঃ।

গোসাঁই সেৱা কৰা মন্ত্র ঃ—

কৃষ্ণায় বাসুদেবায় দৈৱকী নন্দনায় চ
নন্দগোপ কুমাৰায় গোবিন্দায় নমোনমঃ।
নমো পঙ্কজনাভায় নমো পঙ্কজমালিনে
নমো পঙ্কজনেত্রায় নমস্তে পঙ্কজাংঘ্রয়ে।

পিচত সামৰণিমন্ত্র ঃ—

অপৰাধ সহস্রানি কৃতন্তে হৰণি সৰ্বম্
দাসোভং মতি মত্বাচ ক্ষেমশ্চ পৰমেশ্বৰঃ।

এইবোৰ মন্ত্র আমি নিচেই সৰুতে আইতাৰ মুখে মুখে শিকা। শেতেলি এৰাৰ আগতে মাজে মাজে এইবোৰ গোৱা শুনি দেউতাই সাৰ পাই মোক মাতে; মই আইতাৰ বিচনাৰপৰা আকৌ দেউতাৰ বুকুত সোমাওঁগৈ। দেউতায়ো বৰগীত শিকায়, গান শিকায়।

বৰগীত ঃ—

কি ৰূপ দেখাইলা শ্যাম কদম্ব মূলে
মদনমোহন বনমালা জলে গলে।



প্রাতস সময়ে যশোৱা জননী
মুখ চুম্বিত শ্যাম জগাৱনেকো,
উঠ মেৰি লাল মদনগোপাল
আৱে তেৰি গোৱাল বলাৱনেকো।

ব্রহ্ম-সংগীত ঃ—

প্রাতঃ সময় জাগৰে হৃদয় স্মৰৰে ভৱতাৰণে।
চেয়ে দেখ নিশি যায় যায় যায়
সৰোজ বান্ধব সমুদিত প্রায়
ঝলসিছে নবনীল নিৰদ
দেখৰে পূৰ্ব গগনে—

গীতগানে প্রফুল্লিত হৈ পৰে কুমলীয়া প্রাণ। পুৱাৰ নিৰ্মল পোহৰত সাৰ পাই নিয়ঁৰ গছকি ফুৰিবলৈ লৰ মাৰোঁ। হাতত কুকি লৈ তলসৰা শেৱালি বুটলি স্থলপদ্মবোৰৰ কুকি ওপচাই আনি গোসাঁই ঘৰত থওঁ। মালা গাথোঁ বিধে বিধে। মনৰ মাজত সুৰৰ গুঞ্জন অবিৰাম চলি থাকে। সুৰৰ আবেশ পুৱাৰ প্রকৃতিৰ ধুনীয়া পৰিবেশত শিশুমনত কি যে অপূৰ্ব পুলক জগাই তোলে। মুখত উলাহৰ জেউতি লৈ দৈনন্দিন কামবোৰ কৰোঁ। চাহ খাই উঠি পঢ়া-শুনাত বহোঁ। দিনৰ সৰহ ভাগ সময় মোৰ ফুলনিৰ মাজতে যায়। আইতাই খং কৰি কয়, "তোক ফুলনিৰ মাজতে অকলে থাকোঁতে কেতিয়াবা সাপে খাই মাৰিব।" কেতিয়াবা আকৌ ফুলনিৰ মাজতে আমি দুয়োজনী বাই-ভনীয়ে কইনা-দৰা খেলোঁ, হেতালি খেলোঁ, ফুলৰ তলে তলে লুকা-ভাকু খেলোঁ।

আমাৰ সৰু চিৰিয়াখানা ঃ মোৰ মৰমৰ ককাদেউতা ৺মাধৱচন্দ্র বৰদলৈয়ে মোক বহুত চৰাই আনি দিছিল পুহিবলৈ কলিকতাৰপৰা—'লালমন ভাটৌ'। লালমনৰ মূৰটো খুব ৰঙা, ঠোঁটটো ৰঙা, পাখীবোৰ সেউজীয়া। হীৰামন ভাটৌটোৰ মূৰটো বগা, ঠোঁটটো ক'লা, পাখীবোৰ সেউজীয়া, নেজ চুটি। লাহে লাহে মোৰ চিৰিয়াখানাত চৰাইৰ সংখ্যা বাঢ়ি গ'ল। ময়না, ভাটৌ, টিয়া, ডাউক, ডৰিক, কামচৰাই, শালিকা,

টুনী, পাটমাদৈ, ভীমৰাজ, সৰু সৰু নানা বৰণীয়া বাটলুগুটী চৰাই এবাহ, কোঢ়া ইত্যাদি নানাবিধ চৰাই দিনে দিনে আহিবলৈ ধৰিলে। ককা-দেউতাই বিধে বিধে সজা জালৰ ঘৰ সজাই চকুত লগা চিৰিয়াখানা এখন কৰি তুলিলে। অকল চৰাই নহয়; লগতে পাতিহাঁহ, চীনা হাঁহ, ৰাজহাঁহ গোটাই দিলে। এতিয়া আৰু মোক পায় কোনে? দিনৰ দিনটো ইমানবোৰ চৰাইক আহাৰ দিয়া, আপদাল কৰা, মইনাজনীক হালধিৰে গা-ধুওৱা, ভাটৌবোৰক বুট দিয়া, মইনাজনীক ছাতু দিয়া, চৰাইবোৰক পানী চাউল দিয়া, দিনৰ দিনটো আজৰি নাই। এইবাৰ ফুলনীৰ পুখুৰী পাৰৰ বেলিঙত ভৰ দি পুখুৰীত হাঁহবোৰৰ ৰং-ধেমালি চাই থাকিবলৈ বৰ ভাল হ'ল। এইবাৰ আহিল এজনী কণামুছৰি পোৱালি; তাইৰ কাৰণে বেলেগ ব্যৱস্থা হ'ল। তাইক লাগে মাছ। আমাৰ বুঢ়ী বাইৰ ল'ৰা ৺শুকুৰাই পুখুৰীত জাল পেলাই গালে গালে পোনামাছ ধৰি আনি টিং এটাত জীয়াই থয়। মই তাইক সদাই মাছ খুৱাওঁ। তাইৰ নাম দিছিলোঁ 'কানী'। সকলো চৰাইতকৈ 'কানীয়ে' মোক বৰ মৰম লগালে। তাইক বান্ধিব নালাগে। তাই মুকলি হৈ থাকে। পুৱা মাছ খাই তাই পুখুৰীলৈ উৰি গৈ দিনটো চৰি ফুৰে। গধূলি হ'লে ঘৰলৈ উৰি আহি তাই মোৰ কান্ধতে বহেহি। মূৰটো মৰম কৰি খুটিয়াই দিয়ে। তাইক কোলাত লৈ মৰম কৰোঁ। তাইক কানী বুলি মাতিলেই তাই য'তে থাকে তাৰ পৰা উৰি আহি কান্ধতে পৰেহি। গধূলি তাই আলমাৰি এটাৰ ওপৰত থকা থাক এখনত ঠেং এখন দাঙি শুই থাকে। পুৱা হ'লে নামি আহি মোৰ কাষে কাষে ফুৰে, মাছ বিচাৰি। এইদৰে তাই ডাঙৰ হ'ল। ছমাহমান হ'ল। এদিন গধূলি তাই নাহিল। মই কান্দোনত গছৰ পাত সৰুৱালোঁ। পুখুৰীৰ পাৰে পাৰে 'কানী কানী' বুলি কতনো মাতিলোঁ, তাইক আৰু নাপালোঁ। কানীৰ বেজাৰত ভাত-পানী এৰিলোঁ। এই চৰাইবোৰে মোক বহুতবাৰ কন্দুৱাইছে। চৰাইবোৰ প্ৰায়ে মৰে, মৰিলেই মই কান্দি কান্দি চকু উখহাওঁ। সৰুৰেপৰা এইদৰে বিয়োগ দুখৰ লগত বিধাতাই মোৰ পৰিচয় ঘটাই দিছিল হবলা। এতিয়া সেইবোৰ কথা সুঁৱৰি মই ল'ৰা-ছোৱালীক চৰাই পুহিবলৈ



নিদিওঁ। বয়সত সৰু হ'লেও মোৰ ওপৰত বহুত দায়িত্বৰ এখন বন্ধা ৰুটিনেৰে চলিব লগা হৈছিল। পুৱা পঢ়াশুনা কৰোঁ। আঠ বজাত ওজাদেউ আহে পঢ়াবলৈ। ওজাদেৱে দি যোৱা পঢ়াখিনি তৈয়াৰ নহ'লে তেখেতৰ ওচৰত চাপিবলৈ বৰ লাজ পাইছিলোঁ। ওজাদেউৰ স্নেহৰ শাসন ইমানেই আছিল কটকটীয়া যে পঢ়া তৈয়াৰ নকৰি ওজাদেউৰ ওচৰলৈ যোৱাটো মোৰ বৰ ডাঙৰ অপৰাধ যেন লাগিছিল। সেই বাবে মোৰ প্ৰতিদিনৰ নিৰ্দিষ্ট পাঠখিনি সম্পূৰ্ণ পাঠ দিব পাৰিছিলোঁ; সেই বাবে মোক ওজাদেউয়ে অতি স্নেহ কৰিছিল। ওজাদেউৰ মৰমৰ মাত আছিল মা-নলিন।

মোৰ হাবিয়াস পূৰণঃ ককাদেউতাৰ মই অতি আদৰৰ নাতিনী আছিলোঁ; কাৰণ ককাদেউতাৰময়েই প্ৰথম নাতিনী। সৰুৰেপৰা ককাদেউতাৰ লগে লগে ফুৰোঁ। তেওঁৰ অফিচৰুমৰ চুকতে মোৰ পঢ়া মেজখন। মই পঢ়োঁ, মাজে মাজে নোৱৰা কথা ককাদেউতাৰপৰা শিকি লওঁ। ৰাতিপুৱা ককাদেউতাৰ লগত ফুৰোঁ। মই যি বস্তুকে বিচাৰোঁ ককাদেউতাই যেনেতেনে সেই বস্তু মোক আনি দিয়ে। মোৰ কোনো অভিলাষ অপূৰ্ণ হৈ থকা ককাদেউতাই সহিব নোৱাৰিছিল। সেই দিনত বিশেষকৈ অসমীয়া সমাজত স্ত্ৰী-শিক্ষাৰ কোনো সুবিধা নাছিল। এনে দিনতো দেউতাৰ যত্নত, গৃহ-শিক্ষকৰ যত্নত মোৰ শিক্ষাৰ অগ্ৰগতি দেখি, বিশেষকৈ সেই কম বয়সতে মোক কাব্য শিক্ষাৰ মাধ্যমত পঢ়োৱাৰ ফলত উচ্চশিক্ষাত শিক্ষিতা হৈ উঠিম বুলি ককাদেউতাই মনত এটা হাবিয়াস ৰাখিছিল। স্বাধীন অসমৰ স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ শেষ বংশধৰ কেশৱসিংহ বৃটিছ চৰকাৰৰ দয়াৰ দান সামান্য পেন্সন লৈ গুৱাহাটীৰ নদী পাৰতে এটি বঙলা সাজি বাস কৰিছিল। অসমৰ পৰাধীনতাৰ কলঙ্ক বুকুত সাৱটি কেশৱসিংহ ৰজাও এদিন সিপুৰীলৈ গ'ল। ৰজাৰ দুই জীয়ৰী বৰ-আইদেউ লৌহিত্যকুমাৰী আৰু সৰু আইদেউ প্ৰফুল্লকুমাৰী ৰ'ল ৰাজবংশৰ সাক্ষীৰূপে। বৰ আইদেউক ৰজাই এঘৰ ফুকনৰ ঘৰলৈ নিজেই বিয়া দি লগতে ৰাখিলে। সৰু আইদেউ আছিল বৰ ধুনীয়া আৰু চতুৰ। গোৱালপাৰাৰ লক্ষীপুৰৰ জমিদাৰ ৺নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ লগত সৰু আইদেউৰ বিয়া ঠিক

হয়। সেই বিয়ালৈ বিয়া খাবলৈ গৈছোঁ, ৰাজ-অলঙ্কাৰেৰে কইনা সজাইছে। গজমুক্তাৰ সাতসৰীডাল কইনাৰ ডিঙিৰপৰা তলপেটলৈকে ওলমি পৰিছে। প্ৰত্যেক শাৰী গজমুক্তাত সৰু সৰু বাখৰুৰা লটকন বহুত থাকে। মাজত একোখনকৈ হীৰা খটোৱা ডাঙৰ ঢুগ্ ঢুগি। ওপৰৰখন অলপ সৰু, ক্ৰমাত ডাঙৰ হৈ হৈ তলৰ ঢুগঢুগিখন সকলোতকৈ ডাঙৰ। ৰাজ-অলঙ্কাৰে সৰু আইদেউক তুলি ধৰিছে। বিয়া খাই ঘৰলৈ উভতিলোঁ। ককাদেউতাই সুধিলে, "বিয়াত কি কি দেখিলি আই ?" মোৰ চকুৰ আগত সাতসৰীয়েই জিলিকি আছিল। মই কলোঁ সাত-সৰীৰেই কথা। ককাদেউতাই সুধিলে, "তোৰ পিন্ধিবলৈ মন গৈছিল নে কি ?" মই মূৰ ঢুপিয়ালোঁ।

ককাদেউতাই ক'লে, "তোক পিন্ধাম সেই 'সাতসৰী'। তই কইনা হওঁতে সেই সাতসৰী পিন্ধিবি।"

ককাদেউতাই গম পাইছিল ৰজাঘৰৰ ৰাজ-অলঙ্কাৰবোৰ এপদ-এপদকৈ মাৰোৱাৰী ঘৰত সোমাইছিল। 'সাতসৰী' যাবলৈও বাট ওলাইছিল। ককাদেউতাই খবৰ কৰি সাতসৰী বেচিবলৈ বন্দোৱস্ত কৰা গম পাই, মাৰোৱাৰীতকৈ কেই শ'মান টকা সৰহকৈ দি ৰজাঘৰীয়া সাতসৰী নিজঘৰলৈ আনিলে। মই বিয়া-সবাহলৈ যাওঁতে সেই সাত-সৰী কেইবাবাৰো পিন্ধিছোঁ। মোৰ বিয়াৰ যৌতুকত দিবলৈ এডাল সৰু পাঁচসেৰী মুক্তা ককাদেউতাই কিনি থৈ গৈছিল। কাৰণ আগৰ কিনা সাতসৰী আছিল মহামূল্যবান অলঙ্কাৰ। সেই অলঙ্কাৰ ঘৰত নাৰাখি জীয়ৰীক দিয়া উচিত নহয়। মোক বিয়া দিবলৈ ককাদেউতাই নাপালে। কিন্তু কালৰ গতিত ককাদেউতাই আৰ্জি থৈ যোৱা 'চিতিপতি' কপালত পিন্ধা সাতসৰী ঠান-বান লৈ গ'ল ভাগ-বতৰা হৈ। কক-দেউতাৰ চাৰিটা ল'ৰাৰ ভাগত ককাদেউতাৰ ঘৰৰ ৰাজ-অলঙ্কাৰবোৰো ভাগ ভাগ হৈ গ'ল। ৰজাঘৰৰ বহুমূলীয়া অলঙ্কাৰ কেইবাপদো, গুৱাহাটীৰ সম্ভ্ৰান্ত পৰিয়াল স্বৰ্গীয় ডুলালচন্দ্ৰ চৌধুৰী আৰু ৰায়বাহাদুৰ ভুবনৰাম দাসৰ ঘৰতো ৰাখিছিল।

**মোৰ ককাদেউতাৰ বিয়োগৰ দুখ আৰু আশীৰ্বাদী মালা ঃ** ককাদেউতাৰ বহুমূত্ৰ অসুখ হ'ল। সেই অসুখতেই তেওঁ জীৱন সামৰিলে।



যোৱাৰ দিনা নিশা কাৰো টোপনি নাই। ঘৰত হুলস্থুল ; ককাদেউতা সজ্ঞানেই আছে। ককাদেউতাই দুডাল মালা খুজিলে—আউনীআটী সত্ৰৰ তুলসী মালা এডাল আৰু ৺জগন্নাথৰপৰা অনা চন্দনৰ মালা এডাল দিয়া হ'ল। দুয়োডাল মালা লৈ ককাদেউতাই জপ কৰিলে। ( নবীন চন্দ্ৰ বৰদলৈ ) মাজুল'ৰা মোৰ দেউতাৰ মূৰত চন্দনৰ মালা ডালি পিন্ধাই দিলে। সকলোৱে অবাক হৈ চাই আছে—ইডাল মালা কাক দিয়ে ? ককাদেউতাই মোৰ মুখলৈ চাই হাঁহি এটা মাৰিলে। হাতখন মেলি মূৰত ধৰিলে কঁপা হাতখনেৰে তুলসীমালাধাৰ কি ভাবি নাজানো কোমল বয়সীয়া এই অযোগ্যা নাতিনীৰ মূৰত পিন্ধাই দি মূৰটো বুকুত সাৱটি ধৰিলে। মোক সকলোৱে সেৱা কৰিবলৈ ক'লে, মই ককাদেউতাৰ ভৰি দুটিত ধৰি সেৱা কৰিলোঁ, আৰু হুক্-হুক্ কৰে কান্দিবলৈ ধৰিলোঁ। তেতিয়া কন্দা-কটাৰ ৰোল উঠিছে। সেই ন বছৰ বয়সতে ককাদেউতাৰ পৱিত্ৰ 'আশীৰ্বাদী মালা'ৰ মোল বুজা নাছিলোঁ ; কিন্তু আজি বুজিছোঁ। মোৰ ভৱিষ্যত জীৱনৰ পৱিত্ৰতা ৰক্ষা কৰিবলৈকে হয়তো ককাদেউতাই আশীৰ্বাদী 'তুলসীমালা' পিন্ধাইছিল জপমন্ত্ৰেৰে সঞ্জীৱিত কৰি মৰমৰ নাতিনীৰ শিৰত। ককাদেউতাৰ বিয়োগ দুখত মই অস্থিৰ হৈ পৰিছোঁ। সেয়ে মোৰ জীৱনত প্ৰথম শোক। শিশুকালতে পোৱা শোকৰ আঘাত মোৰ অতি অসহনীয় হৈ উঠিছিল। বহুদিনলৈ মই শোকত ম্ৰিয়মান হৈ আছিলোঁ। ১৯০৭ চনৰ আহিন মাহৰ শুক্লা তৃতীয়াৰ দেৱীপক্ষতে ককাদেউতা স্বৰ্গী হয়। আজি মৰমৰ ককাদেউতাক হেৰুৱাই তেখেতে কোৱা অতীত পাঠ্যবোৰলৈ বাৰে বাৰে মনত পৰিছে।

ককাদেউতাক হেৰুৱায় ঃ মোৰ দহ বছৰ বয়সত ককাদেউতাক হেৰুৱাই কোমল প্ৰাণত যি শোক পালোঁ, সেই শোকত মই বহুত দিনলৈ কান্দিছিলোঁ। চম্পাফুলৰ বৰণৰদৰে গাৰ বৰণ মৰমেৰে ওপচা হাঁহিৰে ভৰা ককাদেউতালৈ সদায় মনত পৰে। ককাদেউতা বৰ মৰমীয়াল দয়ালু মানুহ আছিল। দুখীয়াক দান কৰি সহায় কৰি দুখীয়া ছাত্ৰক পঢ়াশুনাত সহায় কৰি নিজৰ ঘৰতে সজা ছাত্ৰাবাসত থাকিবলৈ দি সহায় কৰিছিল। সংগীত আৰু সাহিত্যৰ অনুৰাগী আছিল। নিজে ভাল চেতাৰ বজাইছিল। পুৰণি গীত-মাতবোৰ, যেনে 'দুৰ্গাবৰী' গীত

ভটিমাবোৰৰ সুৰ-জাতবোৰ য'তে শুনে সংগ্ৰহ কৰি লবলৈ—ঘৰলৈ আনি নিজৰ কোকিল-সুৰীয়া মাতৰ মাজু জীয়ৰী ৺গৌৰীদেৱীক শিকাই লৈ জাত-মাতবোৰ সংগ্ৰহ কৰি ৰাখিছিল। মোৰ মাতৃয়েও সুৰবোৰ জানিছিল আৰু গাইছিল। মোৰ ভনীটি মৃণালিনী আৰু মই সেই পদ লেচাৰি আৰু দুৰ্গাবৰী সুৰবোৰ শিকিছিলোঁ। ককাদেউতাই নিজৰ চৰকাৰী কাম কৰি থকা সময়তে বৰপেটাত থকা কালত পুৰণি পুথি সংগ্ৰহ কৰি ৺পুৰোষোত্তম গজপতি ৰচিত 'দীপিকা ছন্দ' নামৰ পুথি এখনি প্ৰকাশ কৰে। মাধৱকন্দলী ৰত্নকন্দলী ৰচিত অসমীয়া ভাষাৰ সাতকাণ্ড ৰামায়ণ পুথিখনি সংকলন কৰি প্ৰকাশ কৰে। সেই বহুমূলীয়া সম্পদ ৰামায়ণ পুথিৰ পাতনিখনি ককাদেউতা মাধৱচন্দ্ৰ বৰদলৈয়ে নিজৰ লিখা। সেই বহুমূলীয়া পাতনিখনৰ ভাষা তথ্য আৰু সাহিত্য অতি উচ্চ ধৰণৰ আছিল, সেই বাবে কলিকতা বিশ্ববিদ্যালয়ে সেই পাতনিখন এম. এ. বিভাগৰ পাঠ্য নিৰূপিত কৰিছিল। ককাদেউতাহঁতৰ অতীত জীৱনৰ বহু কথা আমাৰ আগত সাধুকথাৰদৰে কৈ ভাল পাইছিল। ককাদেউতাহঁতৰ পূৰ্বপুৰুষ হেনো কান্যকুব্জৰপৰা আহিছিল। অসমত সেই সময়ত হেনো পণ্ডিত লোক নথকাত ৰজাই হেনো জ্ঞানী বিজ্ঞানী জ্যোতিষ শাস্ত্ৰত পাৰদৰ্শী পাঁচঘৰ 'ক্ষৰী' লোক আনি ৰজাই কাকো সোণৰ লগুণ, কাকো সোণৰ মুখা, বহু ব্ৰহ্মোত্তৰ মাটি-বৃত্তি তামৰ ফলি দান কৰি অসমত স্থাপন কৰে। সেই সকল দ্বিবেদী ত্ৰিবেদী চতুৰ্বেদী আছিল। 'ক্ষৰী'ৰ কি অৰ্থ শোধাত কৈছিল—'ক্ষৰী' শব্দৰ অৰ্থ বোলে পাণ্ডিত্য বুজায়। এই পাঁচঘৰ ক্ষৰী লোকৰ এঘৰ ককাদেউতাৰ পূৰ্বপুৰুষ 'ৰুদ্ৰখৰি'। আন এঘৰ 'বজ্ৰখৰি' হেনো অতি পণ্ডিত, ভূত ভৱিষ্যত কওঁতা লোক আছিল। সেই বাবে হেনো সেই দিনৰ অসমীয়া সমাজত ল'ৰাক বিদ্যাৰম্ভ কৰি আদিপাঠ দিওঁতে ল'ৰাৰ হতুৱাই এটি চলিত ফকৰা গোৱাইছিল ঃ—

"ক্ষৰি ক্ষৰি বজ্ৰখৰি
খৰিয়ে মেলিলে পাত
আই সৰস্বতী কণ্ঠত থাক।"

ককাদেউতাৰ অতীত জীৱনৰ কথাবোৰ কওঁতে কৈছিল—মোৰ অতীত



বৰ দুখৰ, ককাদেউতাৰ পূৰ্বপুৰুষসকল শিৱসাগৰত আছিল, মানৰ অত্যাচাৰত ঘৰ-দুৱাৰ এৰি ঠানবান হৈ গুৱাহাটীত বসতি হয়। ককা-দেউতাৰ দেউতাক ৺কল্পনাথ বৰদলৈক মানে ধৰি নিছিল, বয়স বাৰ বছৰ ; অতি বুধিয়ক ৺কল্পনাথে মানৰ হাতৰপৰা পলাই গুৱাহাটী পায়হি। অতি ধুনীয়া আছিল কল্পনাথ, এজন চাহাবে ধুনীয়া কল্পনাথক মৰম কৰি নিজে পঢ়ায় শুনাই চাকৰি এটা দিয়ে। গুৱাহাটীৰ সদৰামিনৰ ঘৰত কল্পনাথে আশ্ৰয় লৈছিল। তেওঁৰ ৰূপত মোহ গৈ উত্তৰ গুৱাহাটীৰ ৺কৃষ্ণৰাম ভড়ালী বৰুৱাই নিজৰ দুজনী ভতিজা জীয়ৰীক কল্পনাথলৈ বিয়া দি উত্তৰ গুৱাহাটীত থাপে। প্ৰথমা ৺পদ্মাৱতীৰ গৰ্ভত ৺মাধৱ চন্দ্ৰ আৰু ৺ললিতচন্দ্ৰৰ জন্ম হয়। দ্বিতীয়া ৺চন্দ্ৰাৱতীৰ গৰ্ভত ৺বলোচন্দ্ৰ আৰু ৺হৰচন্দ্ৰৰ জন্ম হয়। ললিতচন্দ্ৰৰ পুত্ৰ শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ। ককাদেউতা মাধৱচন্দ্ৰ বৰদলৈয়ে গুৱাহাটীত সদৰামিনৰ ঘৰত থাকি পঢ়িছিল। ৰাতি পঢ়িবলৈ চাকি নথকাত হেনো, সদৰামিনৰ গোসাঁই ঘৰত জ্বলি থকা অখণ্ড প্ৰদীপৰপৰা ৰাতি মনে মনে গৈ তেল বাকি আনি পঢ়িছিল। এইদৰে দুখেৰে পঢ়ি পিচত কলিকতাত এল্. এল-বি. পাচ কৰি প্ৰথমে ওকালতি আৰু পিচত চৰকাৰে যাচি দিয়া উচ্চ বিষয়া পদ পায়।

ককাদেউতাৰ চাৰিটি পুত্ৰ। প্ৰথম ৺প্ৰৱোধচন্দ্ৰ বৰদলৈ, দ্বিতীয় মোৰ দেউতা ৺নবীনচন্দ্ৰ বৰদলৈ, তৃতীয় ৺বিপিনচন্দ্ৰ বৰদলৈ, চতুৰ্থ ৺গিৰীশচন্দ্ৰ বৰদলৈ। ছোৱালী আঠ গৰাকী—৺অন্নদাদেৱী, ৺গৌৰীদেৱী, সুমিত্ৰাদেৱী, ধৰ্মদাদেৱী, ৺জানকীদেৱী, তিলোত্তমাদেৱী, ৺চন্দ্ৰবালাদেৱী, ৰত্নাবালাদেৱী।

**ককাদেউতাৰ ঘড়ীৰ কাহিনীঃ** ককাদেউতা কলিকতাত পঢ়ি থকা কালতে স্বৰ্গদেউ কেশবসিংহ দেৱৰ সোণৰ ঘড়ী এটাৰ ঘটনাত পৰি ককাদেউতাৰ জীৱনৰ গতি সলনি হৈ যায়। কেশবসিংহ ৰজাৰ বহু-মূলীয়া সোণৰ ঘড়ী এটা আউনীআটী সত্ৰাধিকাৰ প্ৰভুৱে কিনিব খোজাত প্ৰভুৱে ঘড়ী নিবলৈ ভকতসকলক পঠিয়ায়। স্বৰ্গদেৱে ভকতৰ হাতত ঘড়ী দিয়ে যদিও লগতে কলেজৰ ছাত্ৰ মাধৱ বৰদলৈৰ হাতত ঘড়ীৰ ভাৰ দি পঠিয়াই। ভকতসকলে কোনোবা তলকত খুলি মেলি চাওঁতে

ঘড়ীৰ বিজুতি ঘটিল। সত্ৰাধিকাৰ প্ৰভুৱে পাই ঘড়ীৰ বিজুতি দেখি ৰজালৈ ঘড়ী লোৱা নহব বুলি ওলোটাই পঠিয়ালে। ৰজাই ঘড়ীৰ বিজুতি দেখি ঘূৰাই নললে। ককাদেউতা মাধব বৰদলৈ মহাবিসঙ্গতিত পৰি ঘড়ীৰ ভাৰ নিজে লবলৈ বাধ্য হ'ল। গোসাঁয়ে দিব খোজা দাম নিজে দিবলৈ গাত লৈ ঘড়ী লৈ কলিকতা পালেগৈ। সেই ঘড়ী জিম্মা দি কলিকতাৰ বিখ্যাত ব্যৱসায়ী সহপাঠি ৺শ্যাম বীডৰপৰা টকা ধাৰে লৈ স্বৰ্গদেৱৰ ধাৰ পৰিশোধ কৰিলে। বন্ধুৰ ধাৰ সুজিবলৈ প্ৰতিশ্ৰুতি দি পঢ়া এৰি বৰিশালত মাষ্টৰী কাম এটা কৰি বন্ধুৰ ধাৰ মাৰিবলৈ ধৰিলে, লগে লগে এল্. এল্-বি. পঢ়িবলৈ ধৰিলে। যথা সময়ত এল্. এল্-বি. পাচ কৰি উকীল হৈ গড়মূৰ সত্ৰৰ ডাঙৰ মোকৰ্দমা এটা সুখ্যাতিৰে চলাই সেই টকাৰে ঘড়ীৰ ধাৰ মাৰি পেলায়। সেই মোকৰ্দমাত মাধব বৰদলৈৰ প্ৰতিভা চৰকাৰৰ চকুত পৰিল। মাধব বৰদলৈক ই. এ. চি. কাম যাচি দিয়ে। ককাদেউতাই কৈছিল, এই ঘড়ী মহালক্ষী। এই ঘড়ীয়ে মোৰ জীৱনক প্ৰতিষ্ঠা কৰিলে। সেই ঘড়ী মোৰ দেউতাক ককাদেউতাই দি যায়। ছাত্ৰ বৰদলৈৰ একনিষ্ঠা সততাত মুগ্ধ হৈ বিখ্যাত ব্যৱসায়ী ৺শ্যাম বীড ককাদেউতাৰ অন্তৰঙ্গ বন্ধু হৈ পৰিল। সেই 'বিড'ৰ পৰিয়াল বৰদলৈ পৰিয়ালৰ আজিলৈকো তিনি-পুৰুষীয়া বন্ধু হৈ আছে।

আমাৰ শিক্ষাঃ সেই দিনত ছোৱালীৰ উপযোগী ভাল স্কুল নাছিল। সেই বাবেই স্কুলত পঢ়াৰ সৌভাগ্য আমাৰ নহ'ল। আমি দুই ভনীয়ে ঘৰতেই পঢ়িছিলোঁ। গুৱাহাটীৰ পানবজাৰত এখন উচ্চ প্ৰাইমেৰী বঙালী স্কুল আছিল যদিও দেউতাই আমাক সেই স্কুলত পঢ়িবলৈ নিদিলে। দেউতা আছিল স্ত্ৰী-শিক্ষাৰ অনুৰাগী। স্কুলত নপঢ়াকৈয়ে ছোৱালীহঁতক শিক্ষা দিবলৈ দেউতা দৃঢ়প্ৰতিজ্ঞ হ'ল। গুৱাহাটীৰ বছা বছা শিক্ষকৰ ওচৰত আমি দুই বাই-ভনীৰ শিক্ষা আৰম্ভ হ'ল—দেউতাই বাছি দিয়া নতুন পদ্ধতিৰে। প্ৰথমতেই কাৰ্জনৰ লাইব্ৰেৰীয়ান, সু-সাহিত্যিক সংস্কৃতজ্ঞ গোপালকৃষ্ণ দে দেৱৰ ওচৰত আমাৰ শিক্ষা আৰম্ভ হয়। প্ৰাইমেৰী শিক্ষাৰ ঢাপটো অতিক্ৰম কৰাৰ পাচতে ওজাদেৱে মোক বিশেষভাৱে উচ্চ-সাহিত্যৰ লগত পৰিচয় কৰাই দিবলৈ কাব্য



আৰু সংস্কৃত পঢ়াবলৈ আৰম্ভ কৰে। কাব্যৰ ছন্দ, ধ্বনি, ব্যাকৰণ, ব্যাখ্যা ভাৱাৰ্থ উদ্ধাৰ শিক্ষাক্ৰমেৰে ওজাদেৱে মোক যত্নেৰে পঢ়াবলৈ ধৰিলে। লগে লগে ইংৰাজী, অঙ্ক, ভূগোল, বুৰঞ্জী আদিৰো শিক্ষা দিবলৈ ধৰে। ওজাদেউৰ শিক্ষা পদ্ধতি আছিল বাছকবনীয়া। সংস্কৃত আৰু কাব্য পঢ়াওঁতে সংস্কৃতৰ শুদ্ধ উচ্চাৰণ আৰু ছন্দ আৰু আবৃত্তিত বিশেষ গুৰুত্ব দিছিল। মোৰ আঠ বছৰ বয়সতে প্ৰথমে চাণক্য শ্লোকখন সম্পূৰ্ণ কৈ মুখস্থ কৰাইছিল। আমাৰ ঘৰলৈ ফুৰিবলৈ অহা কোনো ভদ্ৰলোকক ওজাদেৱে লগ পালে মোৰ হতুৱাই শ্লোক আবৃত্তি কৰি শুনায়। নিজৰ ছাত্ৰীৰ কৃতিত্ব দেখুওৱা ওজাদেউৰ আছিল বিশেষ আনন্দ। মোৰ জীৱনৰ প্ৰথম শিক্ষাগুৰু ওজাদেউ ৺গোপালকৃষ্ণ দে'ৰ মোৰ প্ৰতি অকৃত্ৰিম স্নেহশিক্ষাৰ লগে লগে সামৰণি পৰা নাছিল, মোৰ বিবাহ ক্ষেত্ৰত, বৈধব্য জীৱনতো মোৰ শিক্ষাগুৰুৰ স্নেহময় শিক্ষাৰ আশীৰ্বাদ তেখেতৰ জীৱিত কাললৈকে পাই আহিছিলোঁ। মোৰ বাৰবছৰ বয়সলৈকে অৰ্থাৎ বিবাহৰ সময়লৈকে ওজাদেউৰ অকৃত্ৰিম যত্নত মই কেবাজনো বিখ্যাত কবিৰ কঠিন কাব্য সাহিত্য পঢ়ি শেষ কৰোঁ। লগে লগে সংস্কৃত পঢ়োঁ। কলেজিয়েট স্কুলৰ প্ৰধান শিক্ষক নিশিকান্ত সেন আৰু যজ্ঞেশ্বৰ বৰুৱা কলেজিয়েট-স্কুলৰ হেডমাষ্টৰ, এই দুগৰাকী শিক্ষকে আমাক পিচলৈ ইংৰাজী, অঙ্ক, ভূগোল, বুৰঞ্জী আদিৰ শিক্ষা দিছিল। সেই দুগৰাকী শিক্ষাগুৰুৰ প্ৰতি মোৰ শ্ৰদ্ধা জনাইছোঁ। গোপাল কৃষ্ণ দে ওজাদেউৰ শিক্ষা পদ্ধতি আছিল প্ৰাচীন ঋষিৰ আশ্ৰমৰ শিক্ষা পদ্ধতি। স্নেহ আৰু আগ্ৰহেৰে ছাত্ৰ-ছাত্ৰীৰ অন্তৰ জয় কৰি জ্ঞানৰ বীজ কেনেদৰে ৰোপণ কৰিব লাগে সেই প্ৰণালী ওজাদেৱে ভালদৰে জানিছিল। কাব্যৰ প্ৰতি মোৰ ৰাপ থকা দেখি যিজন শিক্ষাগুৰুৱে সততে কাব্য-শিক্ষা দি মোৰ কোমল হিয়াত কাব্য বীজ ৰোপণ কৰিছিল, যিজনৰ স্নেহধাৰা মোৰ জীৱনৰ উৎস, যিজনে সংঘাতময় শোকৰ জীৱনতো জ্ঞানৰ জেউতিৰে বাট দেখুৱাইছিল, সেইজন পূজনীয় শিক্ষাগুৰুলৈ মোৰ জীৱনৰ প্ৰতি সফলতাৰ ক্ষেত্ৰত মোৰ শ্ৰদ্ধাঞ্জলি আগবঢ়াই আছোঁ। পিচলৈ উল্লেখ কৰিবলৈ যত্ন কৰিম।

সেইদিনত ছোৱালীৰ অৱস্থাঃ সেইদিনত আজিকালিৰদৰে

ছোৱালীৰ কাৰণে মুকলি পৰিবেশ নাছিল। আজিকালিৰ ল'ৰা-ছোৱালীৰ দৰে ভদ্ৰঘৰৰ ছোৱালীবোৰে বাটে বাটে মুকলিমূৰীয়া হৈ ঘূৰি ফুৰাৰ নিয়ম নাছিল। আমি সদায় ঘৰৰ হাউলীতে আৱদ্ধ হৈ থাকোঁ। আবেলি ফুৰিবলৈ যাওঁতে আমাৰ লগত 'গণপৎ সহিচ' যায়। বাহিৰৰ ল'ৰা-ছোৱালীৰ লগত সঙ্গ লোৱা আমাৰ সুবিধা নাছিল; সেই বাবেই বোধকৰোঁ আমি বৰ অজলা আছিলোঁ। সাংসাৰিক আৰু ব্যৱহাৰিক ক্ষেত্ৰত আজিৰ ল'ৰা-ছোৱালীবদৰে আমি চতুৰ নাছিলোঁ। সদায় অকলশৰীয়া হৈ থকা শিশুজীৱনত বিশেষকৈ মোৰ কল্পনাবোৰেই লগৰীয়াৰ কাম কৰিছিল। আমাৰ ঘৰৰ আগৰ ডাঙৰ ফুলনিখনেই আছিল আমাৰ দিনৰ দিনটো ওমলা ঠাই। দিনটো গছৰ তলে তলে খেমালি কৰোঁ, ডুপৰীয়া শেৱালি তলত পাৰি থোৱা বহল শিল দুটাত বহি কেতিয়াবা কইনা-দৰা খেলোঁ, হেতালি খেলোঁ, কেতিয়াবা অকলে বহি গুণগুণাই গান গাওঁ। গান গাই ফুল-পখিলাৰ ৰেহ-ৰূপ চাই পুখুৰীত চৰি থকা হাঁহবোৰৰ খেমালি চাই দুপৰৰ নিজান সময়বোৰ পাৰ কৰিছিলোঁ।

ফুলনিৰ জুৰ বতাহত মনৰ মাজত ৰং লাগে। সকলো পাহৰি যাওঁ। কীৰ্তি মামাদেউতা আছিল সাধুৰ ভঁৰাল। তেখেতে কোৱা পৰীৰ সাধুকথাবোৰ ভাবি নিজকে ফুলনিৰ মাজত পৰী পৰী যেন লাগে। খাবলৈ বিচাৰি নিব লগা হয়। আমাৰ ঘৰৰ বুঢ়ী 'গেলি' বাইয়ে চেক্-চেকাই যেতিয়া গালি পাৰি খাবলৈ লৈ যায়হি তেতিয়াহে উলটি আহোঁ বাস্তৱলৈ। আইতাই কয়, "এই ছোৱালীজনীক ভৰদুপৰীয়া ফুলনিৰ মাজত অকলে থাকোঁতে কেতিয়াবা সাপে খুটি মাৰিব।" সাপে নুখুটিলে।

শিশুৰ মন গঢ়ি উঠে পাঠ্য আৰু পৰিবেশৰ আলম লৈ। শিশুৰ আগত যি আদৰ্শ মেলি ধৰা হয়, সেই আদৰ্শতে অনুপ্ৰাণিত হৈ বিকাশ লাভ কৰে পৱিত্ৰ শিশুৰ মন। মই নিজকে ভাগ্যৱতী বুলি ভাবোঁ কাৰণ মোৰ শিশুকালৰ এখন অভাৱহীন সুন্দৰ বহল সংসাৰ আৰু ফুলে ফলে ভৰা আহল বহল প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰপূৰ ঘৰৰ আৱেষ্টনীৰ মাজত ফুল পখী লৈ মোৰ শিশুকাল অতিবাহিত কৰিবলৈ পাইছিলোঁ। বাহিৰৰ সংস্পৰ্শৰপৰা বহু আঁতৰত থকা বাবে কোনো



দোষণীয় আদৰ্শ মোৰ চকুত পৰা নাছিল। দেৱতুল্য ককাদেউতা আৰু দেউতাৰ মহান আদৰ্শ, ঋষিতুল্য শিক্ষকৰ আদৰ্শনীয় শিক্ষাৰ আকৰ্ষণীয় পৰিবেশত, জ্ঞানৱতী আইতাৰ আদেশত মহাভাৰত, ৰামায়ণ, কীৰ্তন ঘোষাৰ লগত হোৱা মোৰ পৰিচয়ে, কীৰ্তি মামাদেউতাৰ যাদুকৰী কাব্য আৰু সাধুকথাৰ সোণোৱালী ৰাজ্যৰ মোহলগা সোণকাঠিয়ে মোৰ শিশু মনৰ চৌপাশে এখন সোণোৱালী সপোন ৰাজ্য গঢ়ি তুলিছিল। আমাৰ ঘৰখন ভাৱাপন্ন কৃষ্ণ-ভক্তৰ ঘৰ। আইতাৰ শিক্ষাত সৰুৰেপৰা আমাৰ মনত কৃষ্ণ-ভক্তিয়ে ঠাই লৈছিল। শেতেলিতে স্তোত্ৰপাঠ, কীৰ্তনৰ ধ্যান বৰ্ণনা মুখস্থ কৰাই শ্ৰীকৃষ্ণৰ মোহনৰূপ শিশু-হিয়াত আঁকি দিছিল আইতাই। আইতাৰ আদেশত পুৱা গা ধুই গোসাঁই ঘৰৰ কাম কৰোঁ। যেনে—চন্দন পিহা, মালা গোঁঠা ইত্যাদি; গোসাঁইক পুষ্পাঞ্জলি দি সেৱা কৰোঁ। মোৰ চৰাই-চিৰিকতিবোৰৰ আপদাল কৰাটো মোৰ কামৰ ভিতৰত এটা ডাঙৰ কাম আছিল। সময়বোৰ এইদৰেই এটি মধুৰ পৰিবেশৰ মাজৰ পাৰ হৈ গৈছিল—এই জীৱন যেন আশ্ৰম-জীৱনহে। এনে সুখৰ দিনবোৰৰ মাজতেই পেহীদেউ ধৰ্মদা দেৱীৰ বৈধব্যৰ শোকৰ ধুমুহাই আমাৰ সুখেভৰা ঘৰখনত তল-ওপৰ কৰি পেলালে। চৈধ্যবছৰ বয়সতে অতি ধুনীয়া পেহীদেউয়ে স্বামীক হেৰুৱালে। এতিয়াও সেই শোকৰ দৃশ্যবোৰ মনত পৰে, সেই ধুনীয়া পেহীদেউৰ আঁঠুলৈকে পৰা দীঘল চুলিটাৰি মেলি আউলী-বাউলী হৈ মাটিত বাগৰি বাগৰি কন্দাৰ দৃশ্য মোৰ মনৰ পটত আজিও আঁকা আছে। এই ঘটনাতে সুখেভৰা ঘৰখন বিশেষকৈ ককাদেউতা আৰু আইতা শোকত ম্ৰিয়মান হৈ পৰিল। মোৰ শিশু-মনটোত পেহীদেউৰ দুখ দেখি বিমৰ্ষ হৈ পৰিল। পেহীদেউৰ সান্ত্বনাৰ কাৰণে গোটেই ঘৰখনেই ব্যস্ত। ঘৰত সদায় গধূলি গীতা-ভাগৱত পাঠ হ'বলৈ ধৰিলে। পেহীদেউৰ কাৰণে নিৰামিষ ৰন্ধাৰ ভাৰ পৰিল মোৰ বৌটিৰ ওপৰত। পেহীদেউৰে যাতে কোন কথাতে বেজাৰ নাপায় সেই বিষয়ে সকলোৰে চকু। পূজাত সকলোলৈকে বিধে বিধে ৰংচঙীয়া পাটৰ কাপোৰ আহে। পেহীদেউলৈ আহে দামী বগা চিল্কৰ সাজ। বজাৰৰ মিঠাই বিধবাই খাব নেপায়। সেই বাবে ঘৰৰ গৰু-গাখীৰৰ চানা কৰি সন্দেশ, ৰসগোল্লা তৈয়াৰ কৰে বৌটিয়ে পেহীদেউৰ কাৰণে।

সদায় ধৰ্ম সম্বন্ধীয় সজ আলোচনাৰ মাজেৰে ঘৰখনত এটি পৱিত্ৰ পৰিৱেশ গঢ়ি উঠিল। পেহীদেউৰ কাৰণে বগা পাথৰৰ এটি শিৱলিঙ্গ অনোৱা হ'ল কাশীৰপৰা। ঘৰৰ বুঢ়া পুৰোহিতে পেহীদেউক নিত্য শিৱপূজা কৰিবলৈ শিকালে। পেহীদেউয়ে সদায় শিৱপূজা কৰে। মই পূজাৰ পৰিচাৰিকা হৈ হাতে হাতে আলপৈচান ধৰোঁ। মোৰ দেউতাই পেহীদেউৰ কাৰণে বহুত ভাল ভাল কিতাপ আনি দিয়ে কলিকতাৰ পৰা। কবি নবীন সেনৰ 'কুৰুক্ষেত্ৰ', 'ৰৈবতক' আৰু 'প্ৰভাস' নামৰ তিনিখণ্ড কাব্য উপহাৰ দিছিল মৰমৰ ভনীয়েকক। মহাভাৰতৰ ঘটনা-ৱলীৰ গল্প কাব্য আকাৰে কবিয়ে সুললিত ছন্দত লিখা এই কাব্য কিখন গধূলি সদায় আবৃত্তি কৰি শুনাই মোৰ বুঢ়ী আইৰ ভায়েক স্বনামধন্য গীতিকাৰ সাহিত্যিক ৺কীৰ্তিনাথ বৰদলৈ মামাদেউতাই। তেখেতৰ সুললিত কাব্য পাঠৰ মধুৰ ঝঙ্কাৰ ধ্বনিত গোটেই ঘৰখনৰ পৰিয়ালবোৰ আহি থুপখাই মুগ্ধ হৈ পান কৰে কাব্যৰসৰ মৌ। 'ৰৈবতক' কাব্যত সুভদ্ৰাৰ চৰিত্ৰৰ বৰ্ণনা বৰ সুন্দৰ। সুভদ্ৰা আদৰ্শনীয় যদুকুল জীয়ৰী। শ্ৰীকৃষ্ণৰ মৰমৰ ভনীয়েক সুভদ্ৰাৰ সকলো শিক্ষাৰ ভাৰ লৈছিল বাসুদেৱ শ্ৰীকৃষ্ণই। দৰ্শন, বিজ্ঞান, কাব্য, সঙ্গীত, যুদ্ধ-বিদ্যা, ৰথ চলোৱা, ৰোগী আতুৰৰ শুশ্ৰূষা, সকলো শিক্ষাত ককায়েক শ্ৰীকৃষ্ণৰ শিক্ষা পাই সুভদ্ৰা এগৰাকী যদুকুলৰ আদৰ্শনীয়া জীয়ৰী হৈ উঠিছিল। তীৰ্থ দৰ্শন অভিলাসী যদুকুলৰ পৰিয়ালবোৰক লৈ শ্ৰীকৃষ্ণই কিছুদিন প্ৰকৃতিৰ ৰম্যবন 'ৰৈবতক' পৰ্বতত বাস কৰিছিল। লগত আছিল মধ্যম-পাণ্ডৱ সব্যসাচী কৃষ্ণসখা অৰ্জুন।

কাব্য-কাহিনীৰ প্ৰভাৱঃ বিশ্ব-সৌন্দৰ্য্যৰ প্ৰতীক পুৰোষোত্তম শ্ৰীকৃষ্ণই মৰমৰ ভনীয়েকক শান্ত ধীৰ কলাবতী দয়াৱতী সুভদ্ৰাৰ কবি হৃদয়ত স্নেহ, দয়া, কলা আৰু প্ৰেমৰ প্ৰাচুৰ্য্য দেখি মুগ্ধ হৈছিল। প্ৰাণতকৈও অধিক স্নেহ কৰিছিল সুভদ্ৰাক। প্ৰকৃতিৰ ৰম্য কানন ৰৈবতক পৰ্বতৰ শোভা সৌন্দৰ্য্যত সুভদ্ৰাৰ মনে বিচাৰি পাইছিল মুক্তি। যদুকুলৰ ৰাজ-অট্টালিকাৰ আড়ম্বৰৰ মাজত আৱদ্ধ হৈ থকা সুভদ্ৰাৰ অসীম সন্ধানী মনে যেন মুকলি চৰাইৰদৰে পাইছিল প্ৰকৃতিৰ উদাৰ পৰিৱেশৰ মাজত মুক্তিৰ সন্ধান। সেয়েহে সুভদ্ৰাই পৰ্বতৰ লতাকুঞ্জেৰে



আৱৰা গছ-গছনিৰে ভৰা, ছায়াশীতল নিৰ্জন ঠাইবোৰত অকলে ঘূৰি ফুৰিবলৈ ভাল পাইছিল। কেতিয়াবা পৰ্বতৰ কোনো বৰগছৰ তলৰ শিলনিত বহি আকাশলৈ চাই আপোন-পাহৰা হৈ বহি থাকে সুভদ্ৰা। দূৰৈৰপৰা গভীৰ চিন্তাত বুৰ যোৱা সুভদ্ৰাৰ ধ্যান-নীৰৱ মূৰ্তি দেখি কৃষ্ণ-অৰ্জুন দুয়ো মুগ্ধ হয়। ভনী সুভদ্ৰাৰ গৌৰৱত হিয়া উপচি পৰে বাসুদেৱ শ্ৰীকৃষ্ণৰ। ফাল্গুনীয়ে অনুভৱ কৰে হৃদয়ত অজান পুলক। দয়াৱতী সুভদ্ৰাৰ চৰিত্ৰ কবিয়ে আঁকিছিল অতুলনীয় কৰি। দয়াৱতী সুভদ্ৰাৰ মনত শত্ৰু-মিত্ৰৰ পাৰ্থক্য নাছিল। ৰোগ শোক আতুৰ আৰ্তৰ ওচৰত, যুদ্ধক্ষেত্ৰৰ মৰণাতুৰ সৈনিকৰ ওচৰত হাতত শীতল পানী লৈ ফুৰা সুভদ্ৰাৰ আছিল কৰ্তব্য। ৰণক্ষেত্ৰৰ শত্ৰু-মিত্ৰ সকলো আহতে মাতিছিল সুভদ্ৰা! সুভদ্ৰা! সুভদ্ৰাৰ মৰমী হাতৰ সেৱা শুশ্ৰূষা আৰু শীতল পানী পান কৰি শত্ৰু মিত্ৰ সকলো আহতে পাইছিল অপাৰ শান্তি। সুভদ্ৰাৰ বিশ্ৰাম নাই। পশু-পখী সকলোলৈকে সুভদ্ৰাৰ মৰমী হিয়াৰ মৰমৰ পাৰ নাই। দুখীয়াৰ দুখ দেখিলে সুভদ্ৰাৰ পদ্ম-পলাশ চকুযুৰি তিতি উঠে। গহীন গম্ভীৰ ধীৰ চিন্তাশীল দয়াৱতী সেৱা-পৰায়ণা সুভদ্ৰা যদুকুলৰ গৌৰৱ। নাৰী চৰিত্ৰৰ আদৰ্শ। কবিৰ কাব্য ছন্দে ছন্দে ৰূপায়িত হৈ উঠিছে সুভদ্ৰাৰ চৰিত্ৰ বৰ্ণনাৰে। ৰৈবতক কাব্যৰ মনোমোহা সুভদ্ৰাৰ চৰিত্ৰ কাহিনী শুনি মোৰ কুমলীয়া মনটো সুভদ্ৰা চৰিত্ৰলৈ আকৃষ্ট হৈ পৰে। শিশু মনত যিকোনো আৰ্হিয়েই দ সাঁচ বহুৱায়। প্ৰত্যেক কথাতে মোৰ সুভদ্ৰাৰদৰে হবলৈ হাবিয়াস জন্মিল। সুভদ্ৰাই ৰোগী শুশ্ৰূষা কৰি ভাল পাইছিল। মইও ঘৰৰ বেমাৰীবোৰক শুশ্ৰূষা কৰিবলৈ ভাল পোৱা হলোঁ। চৰাই পশু-পক্ষী ভাল পাইছিল সুভদ্ৰাই। সেই বাবে মইও পশু-পক্ষী পালন কৰি আনন্দ পোৱা হলোঁ। সকলো কথাতে যেন মই সুভদ্ৰা, এনে ভাৱ আহিবলৈ ধৰিলে। সদায় গধূলি কাব্য-পাঠ শুনি অজানিতে কোমল মনত কবিতা দেৱী প্ৰবেশ কৰিলে, মন কাব্যময় হৈ উঠিল।

আবেলি টম্-টম্ ঘোঁৰাবাগীত গিৰিশচন্দ্ৰ বৰদলৈ খুড়াদেৱে আমাক ফুৰাবলৈ নিয়ে; সৰু খুড়াদেৱে মাজে মাজে মোৰ হাতত ঘোঁৰাৰ ৰচিডাল তুলি দিয়ে। মই আগ্ৰহেৰে তুলি লৈ কেনেকৈ গাড়ী চলাব

লাগে শিকোঁ, তেতিয়া মোৰ নিজকে সুভদ্ৰা যেন লাগে, কাৰণ সুভদ্ৰাই ৰথ চলাব জানিছিল। শ্ৰীকৃষ্ণই সুভদ্ৰাক ৰথ চলাবলৈ শিকাইছিল। পুৰাণৰ দিনত ৰাজকন্যাবোৰে নানা বিদ্যা শিকিছিল, গীত-নৃত্য, চিত্ৰবিদ্যা, সকলোতে সেই ৰাজকন্যাসকল পাৰ্গত আছিল; উত্তৰাই বৃহন্নলাৰ ওচৰত নৃত্যগীত আৰু চিত্ৰবিদ্যা শিকিছিল। আমাৰ দিনত ছোৱালীৰ নাচ বৰ দোষণীয় কথা আছিল। গীত আমি গাবলৈ শিকিছিলোঁ। স্বৰ্গীয় সঙ্গীত-বিশাৰদ কীৰ্ত্তি বৰদলৈ মামাৰপৰা। সঙ্গীতজ্ঞ দেউতাই আমাক গান গাবলৈ আৰু হাৰমোনিয়াম বজাবলৈ শিকাইছিল। আমি দুই বাই-ভনীয়ে গান গাইছিলোঁ।

সেইদিনত ছোৱালীয়ে গান গোৱা কথা কোনেও নেভাবিছিল। কিন্তু মোৰ দেউতাই নিজেও ভাল গান গাব জানিছিল, আমাকো দুই বাই-ভনীক গান গাবলৈ শিকাইছিল। মই আৰু মোৰ ভনী মৃণালিনীয়ে বৰগীত, ঘোষা, ৰামায়ণ-মহাভাৰত, দুৰ্গাবৰী গীত, বঙালী ব্ৰহ্মসঙ্গীত আদি গাবলৈ শিকিছিলোঁ। গধূলি পৰত আমি নাম বা গীত নেগালে দেউতাই বৰ বেয়া পাইছিল। সেই মান্ধাতা যুগত আমি দুজনী বাই-ভনীয়েহে প্ৰথমে অসমীয়া সমাজত গায়িকা নামেৰে জনাজাত হ'ব পৰাটো আমাৰ সৌভাগ্য বুলি ভাবোঁ। গান গোৱা দূৰৈৰ কথা গান শুনিবলৈও নাছিল। মোৰ মনত পৰে অসমৰ গুৱাহাটীলৈ প্ৰথমে গ্ৰামোফোন এটা আনে স্বৰ্গীয় ভূৱনৰাম দাস ককাই। গুৱাহাটীৰ আঢ্যৱন্ত লোক ভূৱনৰাম দাস আমাৰ বুঢ়ী আইতাৰ একে ঠাই 'কুৰুৱাৰ' লোক হিচাপে সৰু ভাইবদৰে ভূৱনৰাম দাসে আইতাক বাইদেউ বুলি মাতিছিল। তেখেতে গ্ৰামোফোনটো আমাৰ ঘৰলৈ আনি আমাক শুনালেহি। আমাৰ সকলোৰে কি স্ফূৰ্ত্তি কলিকতাৰ বাইজীবোৰৰ গান শুনি। আমাৰ ঘৰ মানুহে ভৰি পৰিল। চুঙাৰ ভিতৰ মানুহৰ মাত? চাকৰ ল'ৰাবোৰে চুঙাটো জুমি জুমি চাবলৈ ধৰিলে। হায়! এইদিন আৰু সেইদিন! কেনে যুগত আমি ডাঙৰ হৈছিলোঁ, কিমান পাৰ্থক্য। সেইদিনৰ শিশু আৰু আজিৰ শিশুৰ শিক্ষাৰ কিমান ব্যৱধান।

অসম-হিতৈষী মাণিকচন্দ্ৰ বৰুৱা: অসম-হিতৈষী পুৰুষ স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাৰ সৰু জীয়ৰী শ্ৰীমতী সৰোজকুমাৰী বৰুৱাৰ লগত



মই পাঁচ-ছয় বছৰ বয়সতে সখী পাতি লওঁ। সেই দিনত সখী পাতি লোৱা দস্তুৰ আছিল। সখীৰ দেউতাক মাণিক বৰুৱাক 'তাৰৈ' বুলি মাতিছিলোঁ। তাৰৈ সদায় অসুখীয়া আছিল। সৰোজ সখীৰ মাক 'আমৈ' হ'লে বৰ ধুনীয়া মানুহ আছিল। কিবা অসুখ হৈ সখীৰ মাক ঢুকাল। মনে মনে বহুত কান্দিলোঁ। শৰাধ পাতি গ'ল। সৰোজ সখীজনী তেনেই অকলশৰীয়া হ'ল। দূৰ সম্বন্ধীয়া খুৰাক এজনে সখীক চোৱা-চিতা কৰে। ঘৰত কোনো মাইকী মানুহ নাছিল। সৰোজ সখী তেনেই আজলী ছোৱালী আছিল। দেখিবলৈ বৰ ধুনীয়া আছিল। মোৰ দেউতা মাণিক বৰুৱা তাৰৈৰ ঘৰলৈ সদায় যায়। সৰোজ সখীক লৈ আহে আমাৰ ঘৰলৈ। বৌটিয়ে পিন্ধাই উৰাই দিয়ে। আমি দুয়ো ধেমালি কৰি থাকোঁ। গধূলি দেউতাই ঘৰত থৈ আহে। সময়ত সৰোজ সখীৰ গুৱাহাটীৰ শ্ৰীৰাধিকানন্দ চৌধুৰীৰ লগত বিয়া হয়।

মোৰ ছবি আঁকাৰ হেঁপাহ: অশ্বক্লান্তলৈ: এবাৰ অৰ্ধোদয় স্নান উপলক্ষে আমাৰ ঘৰৰ সকলো অশ্বক্লান্তলৈ গৈছিল। বুঢ়ী আইতাই উত্তৰপাৰৰ দুখীয়া বিধবাসকলক ভোজন কৰাই একোখন কপাহী মেখেলা আৰু এক টকাকৈ দক্ষিণা দিছিল। কেইদিনমান আমি উত্তৰপাৰৰ ককাদেউতাৰ পুৰণি বঙলাত আছিলোঁহঁক। লগত ছোৱালীবোৰেৰে সৈতে ৺ৰত্নকান্ত মজিন্দাৰ বৰুৱাৰ ঘৰলৈ গৈছিলোঁ; কাৰণ তেওঁৰ ঘৰত আছিল এটা ডাঙৰ চৰাইৰ চিৰিয়াখানা। তাত বিবিধ চৰাই আছিল। ইফালে ৰত্নকান্ত মজিন্দাৰ বৰুৱা আছিল বিখ্যাত চিত্ৰকাৰো। তেখেতৰ চিত্ৰশালাত সোমাই আঁকি থোৱা বিভিন্ন চিত্ৰ আঁকা সঁজুলি, আধা আঁকি থোৱা ছবিবোৰ চাই চাই মুগ্ধ হৈছিলোঁ। মোৰ ছবি আঁকিবলৈ অতি হাবিয়াস হ'ল। ঘৰলৈ আহি ৰঙা-নীলা পেঞ্চিল লৈ বহুত একাবেঁকা ছবি আঁকিলোঁ। কৃষ্ণৰ ছবি আঁকি নীল, লক্ষ্মীৰ ছবি আঁকি হালদি, সেন্দুৰ গছৰ পাত, কত যে ৰং নোগোটালোঁ! ছবি আঁকি দেউতাক দেখুৱালোঁ। দেউতাই সেইবোৰ ছবি দেখি বৰ প্ৰশংসা কৰে; কয়—"তুমি আঁকি থাকা, অলপ হাত বহক, মই সকলো সঁজুলি অনাই দিম।" দেউতাই এজন ড্ৰয়িং মাষ্টৰো মোৰ কাৰণে নিয়োগ কৰিলে। মাষ্টৰে ৰীতিমতে শিক্ষা দিলে। ছায়া-জ্ঞান, ৰেখা-জ্ঞান

শিকালে, লাহে লাহে মোৰ নিজৰ চেষ্টাতে ছবি আঁকাত হাত বহিল। কেইবাখনো ভাল ছবি আঁকিছিলোঁ। ভাৰতমাতা, শ্ৰীকৃষ্ণ-ৰাধাৰ ঝুলন, সৰস্বতী, প্ৰভাতী উষা, উষা-চিত্ৰলেখা, এই ছবিখন বৰ্তমান মোৰ লগতে আছে। বাকীবোৰ দেউতাৰ বন্ধু-বান্ধৱে নিলে। ছবি আঁকাত এবাৰ হাত বহিলে সেই অভ্যাস বুঢ়া কাললৈকে থাকি যায়। এই কথাৰ গম পাইছিলোঁ যদিও ছবি আঁকা কাম এৰি দিলোঁ। তথাপি আজি এই তিনিকুৰি বছৰীয়া বুঢ়ীয়ে মোৰ কিতাপ 'বিশ্বদীপা'ৰ ছবি কেইবাখনো আঁকি দি মই নিজেই আচৰিত হৈছোঁ।

কাব্য প্ৰভাৱ ঃ ৺কীৰ্তিনাথ বৰদলৈ মামাদেউতাৰ সুললিত কাব্য আবৃত্তিৰ ধ্বনিয়ে মোৰ কাব্যপ্ৰিয় হৃদয়ত অতুলনীয় সুৰৰ ঝঙ্কাৰ তুলিলে ; বিশেষকৈ সুভদ্ৰাৰ চৰিত্ৰই কোমল হিয়াত সাঁচ বহুৱালে। প্ৰতিক্ষেত্ৰতে সুভদ্ৰাৰদৰে হবলৈ মন যায়। ঘৰৰ বেমাৰ-আজাৰবোৰত বেমাৰী শুশ্ৰূষা কৰা মোৰ এটা বাতিক হৈ পৰিল। মই বেমাৰী শুশ্ৰূষা কৰা দেখি দেউতাই ভাল পাইছিল। দেউতাই হোমিওপ্যাথিক চিকিৎসা কৰিবলৈ লৈছিল। ৰাতিপুৱা বেমাৰীবোৰ আহিলে ঔষধ তৈয়াৰ কৰি দিয়া ভাৰটো মোৰ ওপৰত দিলে, মই বৰ ভাল পালোঁ। বিনা পইচাৰ চিকিৎসা পাই সদায় বহুত বেমাৰী আহে। বেমাৰীবোৰে ভাল পালে মনত বৰ আনন্দ লাগে। এনে নিঃস্বাৰ্থ আনন্দৰ সোৱাদ পাই মোৰ হোমিওপ্যাথিক চিকিৎসা শিকিবলৈ হেঁপাহ হ'ল। এই হেঁপাহে পৰিণত বয়সত মোক এই বিষয়লৈ মনোযোগী কৰি তুলিলে। বেমাৰী শুশ্ৰূষাৰ ভাৰ পাই এইবাৰ ভালকৈয়ে সুভদ্ৰা হলোঁ। মনত পৰিলে হাঁহি উঠে। মোৰ পোহনীয়া চৰাইবোৰক আহাৰ খুৱাওঁতে, আপদাল কৰোতেও নিজকে সুভদ্ৰা বুলি ভাবি লওঁ ; কাৰণ ভনীয়েক সুভদ্ৰাক শ্ৰীকৃষ্ণই অতি যত্নেৰে চিত্ৰবিদ্যা শিকাইছিল। যুদ্ধ-বিদ্যা, ৰথ-পৰিচালনা শিক্ষা দি যদুবংশৰ আদৰ্শনীয় জীয়ৰীৰূপে গঢ়ি তুলিছিল। সুভদ্ৰা চৰিত্ৰ বাহুল্যৰূপে চিত্ৰিত হৈ উঠিছিল কবি ৺নবীন সেনৰ 'ৰৈৱতক কাব্যত'। এইবোৰ বহল বিশ্লেষণ মহাভাৰতত পোৱা নাযায়। কবিৰ কল্পনাপ্ৰৱণ মনে সোণত সুৱগা চৰাই সুভদ্ৰাৰ মনোমোহা চৰিত্ৰত গঢ় দিয়াত চিত্তাকৰ্ষক হৈ পৰিছিল। সুভদ্ৰাৰ এনে আদৰ্শ চৰিত্ৰ অধ্যয়ন কৰি মই ধন্য হলোঁ।



সৰুকালৰ কল্পনাপ্ৰৱণ মনে নিজকে এটা ৰূপত অতি সহজে পৰিকল্পনা কৰি লব পাৰে। সৰুকাল ডাঙৰ জীৱনৰ প্ৰধান অভিনয়ৰ সময় যেন লাগে। সৰু ল'ৰা-ছোৱালীয়ে ধেমালি কৰোতে নিজকে একোটা চৰিত্ৰত নিপুণভাৱে কল্পনা কৰি লোৱা দেখা যায়। ৰৈৱতক পঢ়ি সুভদ্ৰা হলোঁ কিছুদিন। এইবাৰ ওজাদেউ 'গোপালকৃষ্ণ' দেই মোৰ সংস্কৃত শিক্ষক। তেখেতে মোক শকুন্তলা কাব্য পঢ়াবলৈ লৈছে। এইবাৰ আকৌ প্ৰতি-কথাতে নিজে শকুন্তলা বুলি ভাবিবলৈ শিকিলোঁ।

শৈশৱ যৌৱনৰ দোমোজাত ভৰি দিছোঁ। নব বসন্তৰ আগমনে কিশোৰী মনত ৰং সানিছে। কেউপিনে উলাহ আনন্দ ৰসে গন্ধে ভৰা পৃথিবী সোণোৱালী ৰ'দালিৰ জিলমিলনিত জিলিকি উঠিছে। গছে-পাতে নৈয়ে-বিলে যেনিয়েই চাওঁ তেনিয়েই দেখো নতুন ৰং, নতুন ৰূপ। ফাগুনী বতাহৰ সতে পাতলীয়া মন উৰো উৰো কৰে।

বিহুৱান বোৱা ঃ মনে বিচাৰি ফুৰে কিবা এটি নতুন সন্ধান। আমাৰ ঘৰৰ কেউকাষে থকা লিচু গছবোৰত মৌ-মাখিবোৰে গুণ্ গুণাই ফুৰিছে। নিপাতি মদাৰ গছবোৰে ৰাঙলী ফুলেৰে জকমকাই উঠিছে। কৃষ্ণচূড়া গছবোৰত ৰঙা ফুলে ৰভা পাতিছে। পুৱাৰ কুমলীয়া ৰদছাটিয়ে মনত এটি অভিনৱ পুলক জগাই তুলিছে। ফাগুন মাহ বহাগৰ বিহুৰ বিহুৱানলৈ শালে শালে গামোছা কাপোৰ লগাইছে। আমাৰ বুঢ়ীআইৰ আদেশ আছিল বহাগ বিহুৰ বিহুৱান কাপোৰ সকলো ঘৰতে বৈ উলিয়াব লাগিব। তেতিয়াৰ দিনত বজাৰৰ কিনা কাপোৰৰ বিহুৱান দিয়া ঘৰৰ বোৱাৰী-জীয়ৰীবোৰৰ কলঙ্কৰ কথা আছিল। ঘৰৰ ডাঙৰ বোৱাৰী-জীয়ৰীবোৰৰ শালে শালে আশী সুতাৰ চেলেং, মিহি চুৰিয়া। মই সৰু ছোৱালী। সেই বাবে মোৰ ভাগত পৰিছে ফুল তুলি গামোছা বোৱাৰ। আইতাৰ আদেশত তাঁতৰ পাতত বহিছোঁ, গামোছাত ভাল ফুল বাছিবলৈ। মূৰত গোন্ধ তেলৰ গোন্ধ পাই মৌ-মাখি এটাই মুখৰ কাষত ভোন-ভোনাই ইমান আমনি কৰিছে। কামুৰিব এতিয়া, এনেয়ে তাঁত ববলৈ মন নাই। তাঁতৰ পাতৰপৰা পলোৱাৰ সুৰুঙা বিচাৰি আছোঁ। ভালেই হ'ল আইতা! মৌমাখিটোৱে কামুৰিব এতিয়া, মই ফুল বাচিব নোৱাৰোঁ।" এই বুলি কৈ সাউতকৰে উঠি লৰ ধৰিলো আমাৰ আমৰ

বাৰীৰ পিনে। পুৰাৰ ৰ'দ কাচলিয়ে আমৰ বাৰীয়ন কিনো ধুনীয়া কৰি পেলাইছে। অকল আমেই নহয়, ককাদেউতাই নানা তৰহৰ ফল গছ ৰুইছিল বহল বাৰীখনত। আগফালৰ পিনে ওখ পকী দেৱাল ; বাহিৰৰ পৰা দেখা নেপায়। সেই বাবে সেই বাৰীখন আছিল আমাৰ ৰামৰাজ্য। গছৰ তলে তলে গুণ্‌গুণাই গাই ফুৰিছোঁ। মনত ভাব আহিছে—এনে এখন কণ্ব মুনিৰ আশ্ৰমতে শকুন্তলাই এইদৰে ঘূৰি ফুৰিছিল। মই যেন শকুন্তলাৰ ভাবত তন্ময় হৈ পৰিলোঁ। শকুন্তলা হৈ কিবাকিবি বনৰীয়া ফুল কেইপাহ মান গুজি ললোঁ মূৰৰ চুলিত। ঘূৰি ফুৰোতে বাৰীৰ চুকত নুনীগছ এজোপা দেখিলোঁ! নুনীবোৰ লাগি আছে। হাতে চুকি পোৱাতে নুনী পাই হেঁপাহ পলুৱাই পকা নুনী খালোঁ। পিছত মনত পৰিল, ধেৎ, মই দেখোন শকুন্তলা হৈছোঁ! শকুন্তলাই জানো এইদৰে গছৰ নুনী পাৰি খাইছিল। তেতিয়া কণ্ব মুনিৰ আশ্ৰমত বা নুনী গছ আছিল নে নাই? মনত পৰা মাত্ৰেই লৰি আহিলোঁ আইতাৰ ওচৰলৈ। আইতাই পাটৰ সূতাৰ উঘা লৈ আছিল। সুধিলোঁ, "আইতা, কণ্ব মুনিৰ আশ্ৰমত বাৰু নুনী গছ আছিল নে?" আইতাই মোৰ মুখলৈ চাই হাঁহিলে, ক'লে, "থোৰা! তুমি হবলা মূৰত ফুল গুজি শকুন্তলা হৈছা? হঠাতেনো তোমাৰ কণ্ব মুনিৰ আশ্ৰমৰ কথা মনত পৰিল কিয়? বুজিছো তোমাৰ ফাঁকি-ফুকা। মই সেইবোৰ নেজানো। গামোছাৰ ফুল বাছি উলিয়াব লাগিব।" আইতাৰ ডাবি খায়ো মোৰ মনৰপৰা শকুন্তলাৰ আৱেশ আঁতৰ হোৱা নাছিল। মই শকুন্তলা হৈ কণ্ব মুনিৰ আশ্ৰমত ঘূৰি ফুৰিছিলোঁ। য'ত গছ-লতা ফল-ফুলে ভৰি আছিল, য'ত চৰাই হৰিণাই নিৰ্ভয়ে ঘূৰি ফুৰিছিল। বনৰ হৰিণা পহু শকুন্তলাৰ পোহনীয়া পহুৰদৰে শকুন্তলাৰ পিছে পিছে ঘূৰি ফুৰে। শকুন্তলাৰ কল্পনাত তন্ময় মন লৈ মই ফুল বচাত লাগিলোঁ। শকুন্তলাৰ জীয়ৰী সময়ৰ কথাবোৰ ভাবি ভাল লাগিছিল। কাৰণ শকুন্তলাৰ এনে মুকলিমূৰীয়া জীৱনটো ৰজা দুষ্মন্তই অশান্তিময় কৰি তুলিলে। কিয় জানো মই এই ৰজাবোৰক দেখিব নোৱাৰিলোঁ। সেই বাবে বয়সৰ লগত খাপখোৱা শকুন্তলাৰ জীয়ৰীকালৰ কথাখিনিহে মোক আকৰ্ষণ কৰিছিল। মোৰ মনে কয় শকুন্তলা আৰু কণ্ব মুনিৰ আশ্ৰমত কিয় সদায় জীয়ৰী



হৈ নেথাকিল! দুষ্মন্তৰ ওপৰত খুব খং উঠে! কোনে মাতিছিল এই ৰজাটোক আশ্ৰমলৈ?

কাব্যৰ প্ৰভাৱ ঃ অজানিতে হিয়াৰ মাজত কবিতা কুসুমে পাহি মেলিলে। লাহে লাহে কাব্যৰ প্ৰভাৱত মোৰ মনত কাব্যৰ সঞ্চাৰ হবলৈ ধৰিলে। কোনো কথা গভীৰভাৱে মনত সোমালে, সেই বিষয়টোৰে ছন্দৰূপেৰে মনৰ মাজত গুঞ্জন তোলে। আবৃত্তি কৰি ভাল লাগে। কবিতা লিখাৰ বিষয়ে মই চিন্তা কৰিবলৈ ধৰিলোঁ। মোৰ দেউতা এজন সু-কবি আৰু সু-গায়ক। দেউতাই লিখা কবিতা পুথিখন মই সদায় পঢ়োঁ। ভাৱো, দেউতাৰদৰে মই কেতিয়া কবিতা লিখিব পাৰিম? এদিন দেউতাই একাকি গীত গাই গাই ভিতৰলৈ সোমাই আহিছে। গীত ফাকি আছিল ৰবীন্দ্ৰনাথ ঠাকুৰৰ ঃ

নিবিয়া বাচিল উষাৰ প্ৰদীপ
উষাৰ বাতাস লাগি।

মাত্ৰ এই দুটা লাইন বাৰে বাৰে গাই সোমাই আহিছে। গানটোৰ আগৰ ডোখৰ মই শুনা নাই ; পিছৰো শুনা নাই। এই দুটা লাইনৰ অৰ্থভেদ কৰিবলৈ মই মনতে আলোচনা কৰিবলৈ ধৰিলোঁ। নিবিয়া বাচিল, মানে নুমাই ৰক্ষা পৰিল উষা কালৰ বতাহ লাগি নিশা জ্বলি থকা চাকি গছি। কি সুন্দৰ ব্যাখ্যা এটি সামান্য কথাৰ। এই সামান্য কথাফাকিয়ে মোৰ মনত যেন সোণৰ কাঠিৰ পৰশ বুলালে। ওজাদেউৰে পঢ়োৱা বিবিধ সংস্কৃত, বঙলা কাব্যইও মোৰ মনত তেনে পৰশ জগাই তুলিব নোৱাৰিছিল। বয়স এঘাৰ মান হ'ব। সেই বয়সতে ওজাদেউৰ অকৃত্ৰিম যত্নত বিবিধ কাব্য গ্ৰন্থ অধ্যয়নৰ ফলত মোৰ মনত প্ৰচুৰ শব্দৰ সম্ভাৰ গোট খাইছিল। সেই শব্দবোৰৰ ঝঙ্কাৰ মোৰ মনৰ মাজতে সদায় ছন্দায়িত হৈ থাকে। তেতিয়ালৈকে মই প্ৰকাশৰ বাট বিচাৰি পোৱা নাছিলোঁ। এনে পৰিৱেশৰ মাজতে এদিন এটা কবিতা লিখি পেলালোঁ। কবিতাটো পৰমেশ্বৰক পৰমপিতা বুলি ভাবি লিখা। আমি সদায় ঈশ্বৰক স্তুতি প্ৰাৰ্থনা নিয়মিতভাৱে কৰিছিলোঁ। ৰাতিপুৱা গা ধুই উঠি আমাৰ গোসাঁইঘৰৰ শ্ৰীশ্ৰীগোপাল বিগ্ৰহত পুষ্পাঞ্জলি দিওঁ। শ্ৰীকৃষ্ণমূৰ্তি আমাৰ পিতৃবংশৰ উপাস্য দেৱতা। সৰুৰেপৰা শ্ৰীকৃষ্ণৰ ৰূপ ভাল পাওঁ।

শ্ৰীকৃষ্ণক পৰম শক্তিমান পৰমেশ্বৰ, সকলো সৃষ্টি-স্থিতিৰ নিয়ন্তা আৰু পৰমপিতা বুলি ভাবিবলৈ শিকিছিলোঁ। যদিও কবিতাটোত শ্ৰীকৃষ্ণৰ কোনো উল্লেখ নাছিল, সৰ্বনিয়ন্তা পৰমেশ্বৰক উপলক্ষ্য কৰি লিখা হৈছিল। মোৰ প্ৰথম কবিতা ঃ

॥ পিতা ॥

হেৰা প্ৰভাতৰ অৰুণ কিৰণ
ক'ত পালা এনে উজ্জ্বল বৰণ,
ইমান কোমল মাধুৰীসনা
যিজনে বিলালে এই উজ্জ্বলতা
সিজনে আমাৰ পিতা।
হে'ৰা সৰু নদী খৰ স্ৰোতস্বিনী
কতনো শিকিলা মধুৰ গাহনি
অসীম অনন্ত মাধুৰীসনা
যিজনেঃ শিকালে ই মধুৰ গান
সিজন আমাৰ পিতা।
হে'ৰা সৰু ফুল ৰূপে অতুলন
কোনেনো কৰিলে ইমান শোভন
তোমাৰ কোমল মধুৰ আভা
যিজনে বিলালে এই শোভাৰাশি
সিজন আমাৰ পিতা।
আমাৰ যি পিতা চিৰ স্নেহময়
চৰণত কোটিবাৰ প্ৰণামিছো মই।

( মাহেকীয়া 'আলোচনী' কাকতত প্ৰকাশিত। ১৯০৮ চনত লিখা )

সৰু সৰু কবিতা বহুত লিখিছিলোঁ; প্ৰকাশ হোৱা নাছিল। ভালকৈ থৰ নজনাৰ ফলত কবিতাবোৰ হেৰাল। আন এটা কবিতা মোৰ প্ৰিয় সখী শ্ৰীসুভদ্ৰা বৰুৱাৰ বিয়াত উপহাৰ দিছিলোঁ। কবিতাটোৰ ওপৰত ধুনীয়া লতা এডাল নিজহাতে আঁকি কবিতাটো নিজৰ হাতেৰে লিখি ফ্ৰেমত বন্ধাই দিছিলোঁ। সখীয়ে আজিকোপতি সেই কবিতাটি অতি



যতনেৰে নিজৰ বহা কোঠাত আঁৰি থৈছে। শৈশৱৰ বন্ধুৰ স্মৃতিৰ সোঁৱৰণী স্বৰূপে কবিতাটো আছিল ঃ

॥ সখীলৈ উপহাৰ ॥

আজি শুভদিনে অতি সযতনে
প্ৰিয় সখী তোমালৈ
গাঁথি আনিছিলোঁ প্ৰীতি মালাধাৰি
লবা নে আদৰ কৈ।
সৰুকালৰপৰা উমলি জামলি
এতিয়া হলোঁহি বৰ,
একেটি হৃদয় আছিল দুয়োৰো
এতিয়া হব নে পৰ।
যিজন ঈশ্বৰ পিতা ই বিশ্বৰ
মাগোঁ তেওঁক এই বৰ,
চিৰকাল যেন অটুট ভাৱেৰে
থাকে প্ৰেম অন্তৰৰ।
সখী! পুৰণি সখীক নেপাহৰা যেন
চকুৰ আঁতৰ হৈ,
সংসাৰ ক্ষেত্ৰৰ মধুৰ কৰ্তব্য
বোজাটি শিৰত লৈ।
জীৱনৰ গুৰু দেৱতা তোমাৰ
পতিৰ সুৰাগী হৈ,
সাধাগৈ সতী স্বামী সেৱা ব্ৰত
আনন্দে দিলোঁ বিদায়॥

( মোৰ বাৰ বছৰ বয়সত লিখা, ১৯০৯ চন )

এই কবিতাটোত কাব্য গ্ৰন্থৰ খুব ডাঙৰ ডাঙৰ শব্দবোৰ দি মনত বৰ ভাল লাগিছিল। আৰু এটা কবিতা লিখোঁ সন্ধ্যা নামৰ। সেইদিনা মোৰ গা অসুখ। গধূলি শুই আছোঁ। খিৰিকীখন মূৰৰ ওপৰত মুকলি হৈ আছে। গধূলি গোসাঁই ঘৰত ডবা শঙ্খ বাজি উঠিছে। খিৰিকীৰে

চাই আছোঁ। কাউৰী বগলীবোৰ ঘৰলৈ উলটিছে। মোৰ মনত কবিতা জাগি উঠিল। মই লিখিলোঁ ঃ

॥ সন্ধ্যা ॥

সুবিমল সন্ধিয়াত পূব আকাশৰ গাত
সোণোৱালী তৰা উঠে এটি দুটি ফুটি,
ধীৰে মলয়া বয় ধীৰে ধীৰে বৈ যায়
মধুৰ ফুলৰ গোন্ধ আহে তাতে উটি।
পশ্চিম আকাশ পিনে ৰঙা বেলি মাৰ গ'লে
ই বিশ্বপুৰীক গ্ৰাসে গহীন এন্ধাৰে,
নিজ নিজ বাহলৈ পশু পাখী যায়গৈ
বাটৰুৱা যায় ঘুৰি নিজ নিজ ঘৰে।
দেৱ মন্দিৰৰ মাজে পূৰবী ৰাগিণী বাজে
ভকতে ভকতি ৰূপে হয় নিমগন,
শঙ্খ ঘন্টা মৃদঙ্গৰ উঠে বোল মনোহৰ
যোগী ঋষি ঈশ্বৰৰ ধ্যানত মগন।
হে মহান! মহীয়ান তোমাৰে মহিমা গান
বিশ্বজুৰি সকলোৱে কৰিছে সততে,
ক্ষুদ্ৰ প্ৰাণ কৰা পিতা পবিত্ৰ জ্ঞানেৰে ভৰা
ক্ষুদ্ৰ কণ্ঠ পবিত্ৰ হওক তযু গীতে।
পৰ উপকাৰ যেন নেপাহৰোঁ কেতিয়াও
ভাই-ভনীটিক যেন সদা ভাল পাওঁ,
তোমাৰ সেৱাতে যেন ক্ষুদ্ৰ প্ৰাণ শেষ হয়
শুভ কাৰ্য্যে সৰ্বদায় জীৱন কটাওঁ ॥

('আলোচনী' মাহেকীয়া কাকতত প্ৰকাশিত কবিতা। ১৯০৯ চন)

সখীৰ বিয়াত উত্তৰ গুৱাহাটীলৈ গৈছোঁ জোৰোণৰ দিনাই। কাৰণ আমি দুয়ো নোওৱা-ধুওৱা সখী। জোৰোণৰ দিনাৰেপৰা কইনাৰ লগত সখীকো নোৱাব লাগিব। সেই বাবে আমি দুয়ো বাই-ভনী, মই আৰু মৃণালিনী, আমাৰ লগত আমাৰ ঘৰৰ বুঢ়ীবাই তিনিও গৈছোঁ।



গুৱাহাটীৰপৰা যাওঁতে নাৱেৰে গৈছিলোঁ। নাৱৰ পাৰঘাট আছিল বৰ্তমানৰ জাহাজ ঘাটৰ কাষতে। আমি আগবাঢ়িছোঁ নামঘৰৰ বাটেৰে খোজ কাঢ়ি। তেতিয়াৰ দিনত বৰ্তমান ফটিক কুটীৰৰ পাহাৰটোৰ কাষত কিছুমান সমাজৰ বেয়া মানুহে বাস কৰিছিল। সেইপিনে যোৱা আমাৰ মানা। ডাঙৰ মানুহে কয়, 'সেইপিনে সমাজৰ পাপী মানুহ বাস কৰে; সৰু ল'ৰা-ছোৱালী যাব নেপায়। সেইদিনা বুঢ়ীবায়ে আমাক সেইপিনে নিয়ে। বাধাপোৱা বাটে গৈ বেয়া ঘৰবোৰৰ পিনেই চকু গ'ল। দেখিলোঁ কেইজনীমান ধুনীয়া শাৰী পিন্ধা তিৰোতা বাহিৰত বহি আছে। এজনীক এটা মানুহে বাউসীত ধৰি ভিতৰলৈ টানি লৈ গ'ল।

এই দৃশ্যটো দেখি মোৰ মনটো আতঙ্কতে কঁপি উঠিল। মনতে ভাবিছিলোঁ, কিয় আহিছিলোঁ এই পিনে। সদায় পাপৰ কথা শুনি পাপৰ ভয়ত কঁপি উঠিল। পাপীৰ ঘৰলৈ চাই পাপ দৃশ্য দেখিলোঁ, মোৰো গাত পাপ লাগিছে। এই কথা ভাবি ভাবি মনত শান্তি নেপাওঁ। যিমানেই সেই দৃশ্যৰ কথা পাহৰিবলৈ বিচাৰোঁ সিমানেই মনলৈ আহে। মনৰ অশান্তি লৈয়ে সখীৰ বিয়ালৈ গ'লোঁ। সখীক নোৱাই-ধুৱাই বিয়াৰ শেষত ঘৰলৈ উভতিলোঁ। কিন্তু মনৰপৰা মোৰ সেই অশান্তি দূৰ নহ'ল। শেষত উপাই নাপাই আইতাক সকলো কথা কৈ সুধিলোঁ, "আইতা! মোৰ পাপ লাগিছে নে কি? মোৰ মনৰপৰা দেখোন সেই দৃশ্যটো নুগুচে। কি কৰোঁ?" আইতাই কলে, "কিয় পাপ লাগিব? নিজে পাপ নকৰিলে তোক কোনো পাপে চুব নোৱাৰে। ঈশ্বৰক প্ৰাৰ্থনা কৰিবি, ঈশ্বৰে যেন তোক সকলো পাপৰপৰা আঁতৰাই ৰাখে।" এই কথা শুনিহে মনৰপৰা গধুৰ বোজা পাতলি গ'ল। গা ধুই উঠি গোপালৰ আগত আঠুকাঢ়ি প্ৰাৰ্থনা কৰিলোঁ, "প্ৰভু, মোক সকলো পাপৰপৰা আঁতৰাই ৰাখা।" এতিয়াহে মনত শান্তি পালোঁ।

এইবোৰ কথা সুঁৱৰি আজি বহুত কথাই মনলৈ আহে। শিশু-জীৱনত আমি কি পবিত্ৰ পৰিৱেশৰ মাজত ডাঙৰ হ'বলৈ পালোঁ। কিন্তু আজি স্বাধীন দেশৰ শিশুবোৰে কি দেখিছে! দিনে-ৰাতিয়ে অবাধে অশ্লীল চিনেমাৰ বীভৎস দৃশ্য দেখি সিহঁতৰ চৰিত্ৰবোৰ সিহঁতে কি

আদৰ্শৰে গঢ়ি লবলৈ পাইছে। অসমত কেউখনমান লেখিব পৰা পত্ৰিকা। এখনো শিশুৰ পত্ৰিকা নায়েই।

আমি বঙলা শিশু আলোচনী 'বালক' ৰাখি পঢ়িছিলোঁ। 'প্ৰকৃতি' নামৰ আলোচনী এখনো ৰাখি পঢ়া মনত পৰে।

**বৃটিছ ৰাজত্বৰ সোঁৱৰণ :** মনত পৰে মহাৰাণী ভিক্টোৰিয়া ঢুকাওতে ল'ৰাবোৰে গীত গোৱা :

বিলাতৰ মহাৰাণী ভিক্টোৰিয়া আই,
শনিবাৰ সংক্ৰান্তিত বৈকুণ্ঠলৈ যায়।

বৃটিছ শাসনকালত ভাৰতবৰ্ষক পৰাধীন কৰি ৰখাত ভাৰতীয় মানুহে যদিও দাসত্বৰ ঘিণ লগা অৱস্থা বহন কৰিব লগীয়া হৈছিল তথাপি এটা কথা মন কৰিব লগীয়া, বৃটিছৰ কঠোৰ শাস্তিৰ ভয়ত আজিৰ স্বাধীন দেশৰদৰে মানুহৰ চৰিত্ৰৰ চূড়ান্ত অৱনতি ঘটা নাছিল। জাল-জুৱাচুৰি, ঠগ-প্ৰবঞ্চনা, চোৰাং কাৰবাৰৰ নাম মানুহে শুনা নাছিল। বৃটিছ বিষয়াৰ চোকা চকুত ধুলি দিব পৰা লোক নাছিল। দয়াবতী ভিক্টোৰিয়াৰ তিৰোধান তিথি মনত পৰে। ভিক্টোৰিয়াক মানুহে শ্ৰদ্ধা কৰিছিল।

**বেমাৰ-আজাৰবোৰ :** মোৰ মনত পৰে আজিৰদৰে সেইকালত বিজ্ঞানৰ উন্নতি নোহোৱাত মানুহে ভালকৈ ৰোগৰ চিকিৎসা নেপাইছিল। ঔষধো ওলোৱা নাছিল। গুৱাহাটীৰ চৌপাশৰ পৰ্বতবোৰ হাবিৰে আবৰি থকা বাবে গুৱাহাটীত মেলেৰিয়া, কলাজ্বৰৰ উৎপাত বেছি আছিল। জ্বৰ হ'লেই সেই সময়ৰ ধন্বন্তৰী স্বৰূপ আমাৰ উজানবজাৰৰ ৺ধৰণী ডাক্তৰ আহি ৰোগীক কুইনাইন মিক্সাৰৰ ব্যৱস্থা দিব। পিচকাৰী দি শৌচ কৰাব। সৰু ল'ৰা-ছোৱালীৰ খহুকটাত অতি পাৰদৰ্শী আছিল ৺ধৰণী ডাক্তৰ। তেখেতে আহি মোক 'মাও' বুলি মতা মাতষাৰ এতিয়াও মনত পৰে। চ'ত বহাগৰপৰা ঘৰে ঘৰে নৰিয়া, মেলেৰিয়া আৰু টাইফয়েড। এই বেমাৰ-আজাৰবোৰত উজানবজাৰৰ ইঘৰে সিঘৰৰ খা-খবৰ লয়, ডেকা ল'ৰাবোৰে ঘৰে ঘৰে পৰপালি দি সহায় কৰিছিল। সেই সময়ত আমাৰ গুৱাহাটীৰ মানুহখিনি এটি পৰিয়ালৰ দৰেই আছিল। মোৰ দেউতা এই বিষয়ত আছিল আগৰণুৱা। বেমাৰি



শুশ্ৰূষা কৰা দেউতাৰ চিৰকলীয়া স্বভাব। জাতি ধৰ্ম নিৰ্বিশেষে বেমাৰীবোৰে দেউতাৰ শুশ্ৰূষা পাইছিল।

আঠবছৰ বয়সত মোৰ এবাৰ টাইফয়েড হৈ যোৱা-থোৱা অৱস্থা হৈছিল। সেইবাৰ আমাৰ ঘৰত কেইবাজনৰো মৃত্যু হয়। দেৰমাহ কাল ডাক্তৰী চিকিৎসাত মোৰ জীৱনৰ আশা এৰিলে। শেষত কবিৰাজ ৺বৈকুণ্ঠনাথ চৌধুৰীয়ে কবিৰাজী চিকিৎসা দোঘোৰ সন্নিপাত অৱস্থাত মূৰত ককিলা মাছৰ দাঁৰ মাৰি ফেটি সাপৰ বিহ সুমাই দি কৰা এটি অভিনৱ চিকিৎসাত হেনো মোৰ জীৱন ঘূৰি আহে। সেই সন্নিপাত অজ্ঞান অৱস্থাত বোলে মই ঈশ্বৰৰ গান নামবোৰ গাই আছিলোঁ। তিনি মাহৰ সন্নিপাত বেমাৰত মোৰ শিক্ষক গোপালকৃষ্ণ দেৱে মোৰ শিতানত বহি পৰপালি দিছিল। উজানবজাৰৰ প্ৰায় ঘৰৰে ডেকা ল'ৰাবোৰে পাল পাতি পৰীয়া ৰাখিছিল। সেইবাৰ মৰণৰ দুৱাৰদলিৰপৰা উলটি আহিছোঁ।

সৰুতে মই বৰ ৰুগীয়া আছিলোঁ। এবাৰ 'জনডিচ' বেমাৰ হৈ গোটেইবোৰ হালধীয়া দেখা অৱস্থা হৈছিল। ডাক্তৰে বলে নোৱাৰিলে। সকলোৱে ভাবিলে এই বেমাৰ আৰু ভাল নহয়। আইতাৰ হাতত মোৰ অলপ সাঁচতীয়া ধন আছিল। সেই টকাখিনি মোৰ সৰু খুড়া ৺গিৰীশ বৰদলৈৰ হাতত দি মোৰ যি মন যায় কিনি দিবলৈ ঘৰৰ ঘোঁৰা-গাড়ীত বজাৰলৈ পঠিয়াই দিছিল। বাটৰ কাষত স্বৰ্গীয় দুৰ্গামোহন লাহিড়ীয়ে লগ পাই আতি-গুৰি শুধি উপযাচি হোমিওপ্যাথিক ঔষধ এটা দিয়াত, সেই হোমিওপ্যাথিক ঔষধ খাই মোৰ যোৱা-থোৱা হোৱা 'জনডিচ' বেমাৰ ভাল হ'ল। এই ঘটনাই দেউতাৰ মনত হোমিওপ্যাথি চিকিৎসাৰ প্ৰতি আগ্ৰহ জন্মালে। দেউতাই হোমিওপ্যাথি কিতাপ আদি আনি পঢ়িবলৈ ললে। হোমিওপ্যাথিক ঔষধৰ বাকচ আনি ঘৰৰ সৰুসুৰা অসুখবোৰ আচৰিতভাৱে ভাল হোৱাত দুখীয়া মানুহবোৰক ঔষধ দিবলৈ ধৰিলে। ৰাতিপুৱা বিনামূলীয়া চিকিৎসা পাই দুখীয়া বেমাৰীবোৰে ঘৰৰ আগত শাৰী পাতেহি। এই বেমাৰীবোৰক ঔষধ বিলোৱা কামটোৰ ভাৰ মোৰ গাত দিলে। দেউতাই উকিলখানাত বহি বেমাৰী চাই কাক কি ঔষধ দিব লাগে কাগজত লিখি দিয়ে। মই

সেইমতে অনা বটলবোৰত ঔষধ দি দাগ কাটি আঠা লগাই দিওঁ। এই কম্পাউণ্ডাৰি কাম কৰোঁতে কৰোঁতে মোৰো এই বিষয়ত জ্ঞান আগ বাঢ়িল। এই সময়ত মোৰ পেহীদেউ কেইবাগৰাকীৰো সূতিকা বেমাৰত মৃত্যু হয়।

মোৰ বিয়াৰ সমাৰোহঃ মোৰ এঘাৰ বছৰ পূৰ হোৱাত সেই দিনৰ সমাজৰ নিয়মমতে গৌৰীদানৰ আয়োজনৰপৰা ময়ো হাত সাৰিব নোৱাৰিলোঁ। ঘৰত দৰা বিচৰা উখল-মাখলবোৰ কাণত পৰে। মই ঘৰৰ প্ৰথম ছোৱালী। গতিকে মোৰ বিয়া পাতিবলৈ ঘৰ-ঘৰোৱালৰ চকুত টোপনি নোহোৱা হ'ল। মাজে মাজে দেউতাই কোৱা শুনো "জোৱাই-জোখাই সুপাত্ৰ নাপালে মই ছোৱালী বিয়া নিদিওঁ, কলিকতাত পঢ়ুৱাম।" মোৰ বৰ স্ফূৰ্তি লাগে, কলিকতাত পঢ়াৰ কথা শুনি। পিচে মোৰ কপালত কলিকতাত পঢ়া নহ'ল। দৰাৰ বাতৰি ওলাল। ভাল ঘৰৰ ভাল বৰ পাই বিয়া ঠিকেই হ'ল। সেই দিনত সমাজৰ নিয়মমতে প্ৰথমে ভাল বংশ চাব লাগে। মোৰ বৰদেউতাৰ হাতত থকা সূৰ্য্য-বিপ্ৰসকলৰ প্ৰকাণ্ড বংশ-পঞ্জীখন মেলি চাই কনৌজৰপৰা অসমলৈ অনা প্ৰথমে বাৰ ঘৰ, পিছত একুৰি ছয় ঘৰ, উত্তম সূৰ্য্যবিপ্ৰৰ এঘৰ 'নিত্যানন্দ চতুৰ্বেদী'ৰ বংশৰ শিৱসাগৰৰ ধনীলোক ৺কৃষ্ণপ্ৰাণ চাংকাকতিৰ মাজু ল'ৰা জীৱেশ্বৰ চাংকাকতিলৈ মোক বিয়া দিয়া ঠিক হ'ল। এনে এঘৰ অভিজাত বংশলৈ ছোৱালী বিয়া দিবলৈ ঠিক হোৱাত ঘৰ-ঘৰোৱালৰ আনন্দৰ পাৰ নোহোৱা হ'ল।

বিয়ালৈ খৰ-ধৰ লাগিল। কাৰণ সেই দিনৰ ব্ৰাহ্মণ-কন্যা পুষ্পিতা হোৱাৰ আগতেই বিবাহ দিয়াৰ নিয়ম। ১৯০৯ চনৰ যোল্ল জুলাইত বিয়াৰ দিন থিৰ হ'ল। অতি ধুমধামেৰে ঢোলে-ডগৰে নাট-ভাওনাৰে বিয়া ৰজন-জনাবলৈ ধৰিলে। জোৰোণৰ দিনা জয়ঢোলৰ মাত শুনি মোৰ সৰু খুৰা গিৰীশ বৰদলৈয়ে হুক্-হুক্ কৰে কান্দিবলৈ ধৰিলে। লগতে এটায়ে কান্দিলে, ময়ো কান্দিলোঁ এই ঘৰ এৰি যোৱাৰ শোকত। শিৱসাগৰৰ নামজ্বলা ধনী দৰা-ঘৰৰ সোণৰ মুঠি-খাৰু, বাখৰুৱা বিৰি, চৰিয়া বিৰি বালা, দুগদুগীৰে বুজন ধৰণৰ জোৰোণ দিলে।

শিক্ষকৰ আশীৰ্বাদঃ কইনা সাজেৰে সাজি থকা ৰূপ চাই, মোৰ



ওজাদেৱে চলছলিয়া চকুৰে ক'লে, "চিৰায়ুষ্মতী হোৱা আই নলিনী। তুমি মোৰ কিমান মৰমৰ আদৰৰ ছাত্ৰী তুমি জানা।" মই চৰণ চুই সেৱা কৰিলোঁ। ওজাদেৱে থোকাথুকি মাতেৰে আশীৰ্বাদ দিলে, "আই তোমাৰ জীৱনৰ আজি চিৰবাঞ্ছিত মাহেন্দ্ৰক্ষণত তোমাৰ দুখীয়া শিক্ষকে তোমালৈ তিনিটা বস্তু উপহাৰ দিবলৈ আনিছোঁ। এই বস্তু তিনিটা দেখাত সামান্য হ'লেও আই অতিকে মহৎ বুলি ভাবিবা। এই তিনিটা বস্তুৰ পোহৰে তোমাৰ দীঘলীয়া জীৱনৰ বাটত পোহৰ বিলাই এটি সৌৰভময় মধুৰ জীৱনলৈ তোমাক আগবঢ়াই নিব। প্ৰথমে লোৱা এইখন 'বিবাহ মঙ্গল' কিতাপ। এই কিতাপখন আজি বিয়াৰ সময়লৈকে তুমি যত্নেৰে পঢ়ি হৃদয়ঙ্গম কৰি লবা। তোমাক মই যত্নেৰে সংস্কৃত শিকাইছোঁ। তুমি প্ৰত্যেকটো বিবাহৰ সংস্কৃত মন্ত্ৰৰ অৰ্থ ভালকৈ হৃদয়ঙ্গম কৰি লবা। বিয়াৰ থলীত মন্ত্ৰপাঠ কৰোঁতে অৰ্থবোৰ সুঁৱৰিবা। দ্বিতীয়তে লোৱা এইখন বগা পাতৰ ৰুমাল। এই ৰুমালখনৰদৰেই তোমাৰ গোটেই জীৱন চিৰদিন শুভ্ৰ আৰু পৱিত্ৰ হৈ থাকক। তৃতীয়তে লোৱা এইখন 'চন্দন কাঠৰ বিচনী'। দেখিছা নে এই বিচনীখনেৰে বিচিলে চন্দনৰ সুগন্ধ ওলায়। সেইদৰে তোমাৰ আজি পৱিত্ৰ বিবাহিত জীৱনৰ আৰম্ভনিৰেপৰা গোটেই দীঘলীয়া জীৱন যেন এনে পৱিত্ৰ চন্দন সুগন্ধিৰে সুৰভিত আমোদিত হৈ থাকে। এয়ে মোৰ তোমালৈ আন্তৰিক আশীৰ্বাদ, যোৱা আই! পিতৃকুল সুশোভিতা পদ্মিনী; পতি-কুলৰ যশস্বিনী হোৱাগৈ।" মোৰ পৰম শ্ৰদ্ধেয় শিক্ষাগুৰুৰ চলচলীয়া দুয়ো চকুত উপচি পৰা স্নেহৰ পৰশ ভাবগম্ভীৰ আশীৰ্বাদবাণী শুনি মই অভিভূত হৈ পৰিলোঁ। মোৰ চকুৰ লোতক সৰি পৰিল। শিক্ষাগুৰুৰ আশীৰ্বাদ-আদৰেৰে শিৰত লৈ মনে মনে পৰমেশ্বৰৰ চৰণত প্ৰণতি জনালোঁ। প্ৰভু! মোৰ স্নেহৰ শিক্ষাগুৰুৰ আশীৰ্বাদৰ সন্মান ৰাখিবলৈ মোৰ প্ৰাণত শক্তি দিবা। মোৰ দীঘলীয়া জীৱন বাটৰ নানা সজ্ঘাতপূৰ্ণ বাট বুলনিৰ মাজতো সতৰ্ক প্ৰহৰীৰদৰে চিৰকাল পৱিত্ৰ ধ্বনিৰে এই তিনি-শাৰী অমূল্য মহৎ ধ্বনিয়ে মোক বাট দেখুৱাই আহিছে। মনত জাগ্ৰত হৈ আছে পাহৰিব নোৱৰা সেই মন্ত্ৰধ্বনি মোৰ শিক্ষাগুৰুৰ আশীৰ্বাদ।

আহাৰ মাহৰ সেই বৰষা-মুখৰ উৎসৱ নিশাৰ চিৰস্মৰণীয় বিবাহ

স্মৃতি জীৱন বাটৰ এটি পাহৰিব নোৱৰা মধুৰ সোঁৱৰণ। আহল-বহল উৎসৱপূৰ্ণ বিয়াৰ ৰভাতলি। আহাৰ মাহৰ ধাৰাষাৰ বৰষুণেও বিয়া-থলীৰ সুসজ্জিত উৎসৱ ম্লান পেলাব পৰা নাছিল। এফালে হোমৰ গুৰিত দৰা বহি আছে। আনপিনে শ্ৰীমন্ত মশাল যাত্ৰা চলিব লাগিছে। যাত্ৰা চাবলৈ অহা লোকেৰে সভাথলীত বিৰ দি সন্ধি পাবলৈ নোহোৱা হৈছে। দেউতাই পথালি কোলাকৈ দাঙি আনি দৰাৰ কাষত বহুৱাই দিলে। বৰদেউতা প্ৰবোধচন্দ্ৰ বৰদলৈয়ে মোৰ সম্প্ৰদানৰ ভাৰ লৈছিল। পুৰোহিতে উদাত্ত কণ্ঠৰে মন্ত্ৰ উচ্চাৰণ কৰিছে। সংস্কৃতজ্ঞ বৰদেউতাই বিয়াৰ মন্ত্ৰবোৰৰ করুণ অৰ্থবোৰ হৃদয়ঙ্গম কৰি মন্ত্ৰবোৰ মাতোতে হুক্-হুক্ কৰে কান্দি দিলে। মন্ত্ৰৰ অৰ্থ "হে লক্ষ্মী, মই তোমাক অতদিনে পিতৃৰূপে প্ৰতিপালন কৰিলোঁ, মই তোমাক বহু সময় তুমি বেয়াপোৱা ব্যৱহাৰ কৰিছোঁ, হয়তো বহুত দোষ কৰিছোঁ, তুমি মোক ক্ষমা কৰিবা। লক্ষ্মী, আজি তোমাক তোমাৰ স্বামীৰ হাতত সমৰ্পণ কৰিলো, তুমি স্বামীৰ গৃহত লক্ষ্মীস্বৰূপা হৈ সকলোৰে মনোৰঞ্জন কৰিবা।" সম্প্ৰদানৰ মন্ত্ৰবোৰৰ গূঢ় অৰ্থবোৰ শুনিলে বুকুত শোকে খুন্দা মাৰি ধৰে।

মোৰ শিক্ষকে দিয়া 'বিবাহ মঙ্গল' মন্ত্ৰবোৰ পঢ়ি যোৱা বাবে বিয়াথলীৰ প্ৰত্যেকটি বেদমন্ত্ৰই মোৰ হৃদয় অভিভূত কৰি তুলিছিল। বিশেষকৈ দৰাই-কইনাৰ আঙুলিত ধৰি আঙুলিয়ে আঙুলিয়ে সাঙুৰি দিওঁতে দৰাই গোৱা মন্ত্ৰ "মমং চিততে হৃদয়ং দধামি" মন্ত্ৰশাৰীৰ ধ্বনিয়ে মোৰ গোটেই শৰীৰ ৰোমাঞ্চিত কৰি তুলিছিল। সেই মুহূৰ্তত দৰাই কোৱা "মোৰ চিত্তই তোমাৰ চিত্ত হওক, মোৰ হৃদয় তোমাৰ হৃদয় হওক" স্বামীৰ মুখত ধ্বনিত হোৱা বেদমন্ত্ৰ ধ্বনিত কুমাৰী প্ৰাণত অসীম শ্ৰদ্ধা আৰু ভালপোৱা যেন বৈ পৰিছিল স্বামীৰ চৰণত শতধাৰে। সেই মুহূৰ্তৰ সেই ক্ষণিকৰ মধুৰ অনুভূতিয়ে যেন সকলো সত্তা নিঃশেষ কৰি পেলাইছিল এটি বুজাব নোৱৰা আৱেগত। ওচৰতে হৈ থকা যাত্ৰা উৎসৱৰ গীত মোৰ কাণত সোমোৱা নাছিল। কিশোৰী প্ৰাণ মন্ত্ৰমুগ্ধ অধীৰ হৈ পৰিছিল, কিবা এটি পবিত্ৰ অজান পুলকত। বিয়া অনুষ্ঠান শেষ হ'ল। আমাৰ দিনৰ পৌৰাণিক আখ্যানবোৰক লৈ ৰচনা কৰা বিয়া-নামবোৰৰ অৰ্থবোৰ



বৰ পৱিত্ৰ আছিল। বিয়া-নামৰ ধ্বনিয়ে দৰা-কইনাৰ মনত পৱিত্ৰ ভাবৰ হেন্দোলনি তুলিছিল। বিশেষভাৱে শ্ৰীকৃষ্ণ-ৰুক্মিণীক লৈ ৰচনা কৰা, উষা-অনিৰুদ্ধ; হৰ-পাৰ্বতীক লৈ ৰচনা কৰা বিয়া-নাম অতি সুন্দৰ শুৱলা সুৰৰ আৰু মহৎ অৰ্থৰে ভৰা আছিল। দৰা-কইনাৰ মনত সেই বিয়া-নামবোৰে পৱিত্ৰ পৰিৱেশৰ সৃষ্টি কৰিব পাৰিছিল। জাতবোৰো আছিল অতি মধুৰ। আজিকালি তেনেধৰণৰ উন্নত শাৰিৰ বিয়া-নাম লুপ্ত হৈ সস্তীয়া বিয়া-নামবোৰ হে প্ৰচলিত হৈছে, যিবোৰত মাত্ৰ দুয়োদলৰ আক্ৰমণাত্মক ভাবহে শুনা যায়। বিয়াথলীৰ পৱিত্ৰ গাম্ভীৰ্য্যত এই পাতল বিয়া-নামবোৰে বিয়াৰ পৰিৱেশক পাতল কৰি তোলে। বিয়াৰ সামৰণিত আঙুঠি লুকোৱা পৰ্ব শেষ কৰি কইনা-দৰাৰ ঘৰ গছকাবলৈ লৈ যোৱা হ'ল। তেতিয়া চলফাট দিছে। দৰাৰ বাহৰত গৈ স্বামীৰ চৰণ চুই সেৱা কৰিলোঁ। স্বামীয়ে তুলি ধৰি তেওঁৰ হাতৰ শেষ আঙুঠিটো মোৰ হাতত পিন্ধাই দিলে। স্বামীয়ে হাত সুদা কৰি তেওঁৰ শেষ আঙুঠিটি মোক পিন্ধাই দিওতে তেওঁৰ মৰম উপচি পৰা চকুযুৰিয়ে যেন ক'লে, "মোৰ সকলো শূন্য কৰি তোমাক দান কৰিলোঁ। মোৰ আৰু দিবলৈ একো নাই।" মুগ্ধ হৃদয়-মন লৈ ঘৰলৈ উভতি আহিলোঁ। বিয়াৰ পিচত এবছৰ দেউতাৰ ঘৰত থকাৰ পিচতহে ১৯১০ চনত শান্তি বিয়াৰ পিচত শিৱসাগৰৰ স্বামীৰ ঘৰলৈ যাত্ৰা কৰোঁ।

হেলিৰ ধূমকেতুঃ বিয়াৰ পিচত এবছৰ দেউতাৰ ঘৰত থকা কালত মোৰ জীৱনত এটা স্মৰণীয় ঘটনা হ'ল 'হেলিৰ ধূমকেতু' দেখা। সেই ১৯১০ চনতে হেলিৰ ধূমকেতু আৱিষ্কাৰৰ বাতৰিয়ে পৃথিৱী তোলপাৰ লগালে। বিখ্যাত বৈজ্ঞানিক হেলিয়ে এই ধূমকেতু আৱিষ্কাৰ কৰা বাবে তেওঁৰ নাম অনুসৰি এই ধূমকেতুৰ নাম হ'ল হেলিৰ ধূমকেতু। এইবাৰ এই বিৰাটকায় হেলিৰ ধূমকেতু পৃথিৱীৰ অতি ওচৰেদি গতি কৰিব বুলি বৈজ্ঞানিক জগতত খলকনি তুলিলে। ধূমকেতুৰ বিশাল বাঢ়নীটাৰৰদৰে নেজদাল পৃথিৱীৰ নিচেই কাষেদি যোৱাৰ বাবে পৃথিৱীয়ে হয়তো সেই প্ৰচণ্ড আঘাত সহিব নোৱাৰিব পাৰে, বৈজ্ঞানিকসকলে এনে আশংকা কৰিছিল। আগত মহাপ্ৰলয়ৰ আশঙ্কাত গোটেই পৃথিৱী সন্ত্ৰস্ত হৈ পৰিল। এই বাতৰিবোৰৰ জল্পনাবোৰ শুনি শুনি আমাৰ কুমলীয়া মন-

বোৰতো ডাঙৰ ভয় সোমাল। বিদেশত থকা আপোনবোৰলৈ মনত পৰিবলৈ ধৰিলে। সৰু খুৰাদেউ শ্ৰীগিৰিশচন্দ্ৰ বৰদলৈ সেই সময়ত এডিনবৰাত ইঞ্জিনিয়াৰিং পঢ়ি আছিল। খুৰীদেউ মোৰ প্ৰায় সমনীয়াৰ দৰেই; তেওঁৰ কন্দাকটা, মোৰ স্বামী শিৱসাগৰত, মনত দুখ, মৰণ-কালত হয়তো স্বামীৰ লগত দেখা নহব। কাকো কোনেও দেখা নাপাওঁ। স্বামীয়ে চিঠি দিছে হয়তো আৰু জীৱনত দেখা নহবও পাৰে। চিঠিৰেই শেষ বিদায় লৈ মৰণ মুহূৰ্ত গণি গণি বাট চাই আছোঁ শেষ দিনটোলৈ। সেই নিৰ্দিষ্ট দিন আহি পৰিল। সেইদিনা দিনৰ চাৰি বজাত ধূমকেতু পৃথিবীৰ নিচেই কাষ চপাৰ লগ্ন। দেউতা সোনকালেই কাছাৰীৰপৰা আহিল। সকলোৰে চাহ-টাহ খাই উঠি বুঢ়ী আইতাৰ কৃষ্ণ শতনাম গজেন্দ্ৰ স্তুতি গাই আছে। সকলোৰে নিস্তব্ধ হৈ ঈশ্বৰক চিন্তা কৰি আছোঁ। হঠাৎ ক'লামেঘে ঢাকি ধৰাৰদৰে আকাশখন ক'লা হৈ পৰিল; বাহিৰ ভিতৰ এন্ধাৰ হৈ গ'ল। লগে লগে এটা প্ৰচণ্ড ধুমুহাৰ হো-হোৱনিয়ে কাণ তাল মাৰি ধৰিলে। ভয় আতঙ্কতে প্ৰতি মুহূৰ্তে মৰণৰ ক্ষণ গণিছোঁ। এবাৰ মই পুলুকা মাৰি বাহিৰ ওলাই দেখিলোঁ ধুমুহাৰ ধূলিয়ে বাট-পথ নেদেখা কৰি ছাটি ধৰিছে। বতাহে উৰুৱাই নিয়া যেন লাগিল। খৰধৰকৈ ভিতৰ সোমাই দুৱাৰখন খিলি মাৰি দি আইনাৰ খিৰিকীৰে বাহিৰলৈ চাই বলোঁ। প্ৰায় দহমিনিটমান সময় এইদৰেই গ'ল। প্ৰতি মুহূৰ্ততে মৃত্যুৰ ক্ষণ গণিছোঁ। হঠাৎ ধুমুহা কমি আহিল। লাহে লাহে আকাশ ফৰকাল হৈ পৰিল। দেউতাই ঘড়ি চাই চিঞৰি উঠিলে, "আৰু ভয় নাই, বিপদ কাটি গ'ল। ধূমকেতু পাৰ হৈ গ'ল।"

সকলোৰে মুখলৈ পানী আহিল। ঘৰৰ বাহিৰলৈ সকলো ওলাই আহিলোঁ। বুকুখন পাতল লাগিল। ধুমুহাই গছ-পাত সকুৱাই একাকাৰ কৰিছে।

সেই দিনা নিশা দুই বজাত আকাশত ধূমকেতু দেখা পোৱা যাব বুলি বৈজ্ঞানিকে দিয়া নিৰ্দেশমতে নিশা দুই বজাত আকাশত ধূমকেতু চাবলৈ আমি সকলোবোৰ জোৰপুখুৰীৰ মাজৰ আলিটোত গোট খালোঁগৈ। মানুহে নধৰা হৈছে। দেখিলোঁ নৱগ্ৰহ পৰ্বতৰপৰা ক্ৰমাৎ



বহল হৈ যোৱা বাঢ়নীটাৰৰদৰে আকৃতিৰ সূৰ্য্যৰ ৰশ্মি ছটাৰদৰে বিৰাট বহল ৰশ্মি এছটাই আকাশ আগুৰি ধৰিছে। ধূমকেতুৰ মূৰ নৱগ্ৰহ পৰ্বতৰ আঁৰত ঢাক খাইছে। জাহাজৰ টৰ্চ লাইটৰদৰে মূৰৰ ওপৰৰ পোহৰ ছটাৰ জেউতি বিয়পি গৈ পশ্চিম দিগন্তত ক্ৰমে মিলি গৈছে। বৈজ্ঞানিকৰ নিৰ্দেশমতে পোহাৰ দিনলৈকে উত্তৰ-পশ্চিম দিগন্তত গধূলি ছয় বজাৰ পিছত ধূমকেতু দেখা গৈছিল। দিনে দিনে আকাৰ ক্ৰমাৎ সৰু হৈ গৈছিল। মূৰত ডাঙৰ তৰাটিৰে ফটকাৰ ফুলজাৰিৰদৰে ধূনীয়া ধূমকেতুটো এদিন নেদেখা হৈ পৰিল।

শহুৰৰ ঘৰত বোৱাৰী কাল: এবছৰ পিছত আহাৰ মাহত শান্তি বিয়াৰ পিছত মই শহুৰী খাটিবলৈ যাত্ৰা কৰিলোঁ। কন্দাকটাৰ মাজেৰেই ৰেলত উঠিলোঁ। ঘৰৰ ভিতৰত মই প্ৰথম ছোৱালী। মোক উলিয়াই দিয়া পৰ্বটো এটা ডাঙৰ অভিনয়েই হৈছিল। মোৰ লগত আমাৰ ঘৰৰ বুঢ়ী 'গেলিবাই' আহিছিল। একেটা ডবাতে মই, মোৰ স্বামী আৰু গেলিবাই উঠিছোঁ। এই গেলিবায়ে আমাৰ দেউতাহঁতৰপৰা আমালৈকে তুলিতালি ডাঙৰ কৰিছে। আন এটা ডবাত দেউতাই লামডিঙলৈকে আগবঢ়াই থ'বলৈ আহিছে। তেতিয়াৰ দিনৰ গোটেই দিনটো আহি গধূলি আঠ বজাতহে নাজিৰা স্টেচনত ৰেল ৰয়হি। তেতিয়া শিমলুগুৰি স্টেচন হোৱা নাই। নাজিৰাৰপৰা দহমাইল বাট গৰুৰ গাড়ীৰে যাব লাগে শিৱসাগৰলৈ। পিছদিনা গধূলি নাজিৰা স্টেচনত নামিলোঁ। মোক নিবলৈ সুসজ্জিত ধানখেৰপৰা গো-যান বৈ আছেহি। মোৰ দেওৰ দোলেশ্বৰ চাংকাকতি আহিছে আগবঢ়াই নিবলৈ। ভতিজা এজনীয়ে স্টেচনৰ পুখুৰীপাৰত কাপোৰ আঁৰ দি ভাত-পানী ৰাখি থৈছে। ৰেলৰপৰা নামি গা-পা ধুই ভাত-পানী খাই আকৌ গো-যানত উঠিলোঁ। ওৰে নিশাটো মই আৰু গেলিবাই গৰু গাড়ীত শুই আহিলোঁ। মোৰ স্বামী আৰু দেওৰজনে গৰু গাড়ীৰ পিচে পিচে খোজ কাঢ়ি আহিল।

ৰাতিপুৱা শিৱসাগৰ পালোঁহি। মোৰ হলে গৰু গাড়ীত ভাল টোপনি আহিছিল। নিশাটো কেনি গ'ল কবই নোৱাৰিলোঁ।' পদূলি মুখত বৰগীৰা পাৰি শাহুআই আৰু আয়তীসকলে উৰুলি দি আদৰি

নি ববঘৰৰ মজিয়াত বহুৱালে গৈ। ঘৰ-দুৱাৰ, মানুহ-দুনুহ সকলো আচহুৱা লাগিল। স্বামীৰ চিনাকি মুখখনিয়ে সকলো দুখ-বেজাৰ পাহৰাই পেলালে। ঘৰৰ পৰিয়ালবোৰৰ মৰম-চেনেহ আদৰ-সাদৰত এদিনতে মনৰপৰা অচিনাকি ভাব আঁতৰি গ'ল। স্বামী আছিল সুপুৰুষ, ওখ-পাখ সুঠাম ধুনীয়া চেহেৰাৰ। মৰমীয়াল প্ৰকৃতি, ধেমেলীয়া মুখত সদায় হাঁহি লাগি থাকে। মৰমীয়াল স্বামীৰ সান্নিধ্যত মোৰ কিশোৰ কালৰ বিবাহিত জীৱন আনন্দ উলাহত উপচি পৰিল। মই চৰাই-চিৰিকটি ভাল পাওঁ। দেউতাৰ ঘৰৰ মোৰ চিৰিয়াখানাখন মোৰ স্বামীয়ে দেখি আহিছিল। সেইবোৰ এৰি আহি মনত দুখ পাওঁ বুলি মোক নিয়াৰ আগতেই কলিকতাত পঢ়িবলৈ যাওঁতে এহাল নেজাল 'মৰা' চৰাই, এটি হৰিণা পহু আৰু এহাল শহা পহু কিনি আনি ঘৰত গড়াল পাতি থৈছেহি। মোৰ দেউতাৰ ঘৰত মৰা চৰাই, হৰিণা পহু নাছিল। সেই বাবে মই খুব ৰং পাইছিলোঁ। সিহঁতৰ ৰং ৰূপ চাই দিনবোৰ মোৰ বৰ ৰং আনন্দত গৈছিল। শিৱসাগৰৰ আমাৰ চুবুৰী পুৱণি আমোলাপট্টি-খনৰ সকলো মানুহ ভাই ককাইৰদৰে, সকলোকে সম্বন্ধ ধৰি মতা নিয়ম। বাইটি, ককাইটি, দদাইটি, খুৰীটিৰে গাঁওখন ভৰা। এনে সুন্দৰ আপোন ভাবৰ পৰিৱেশ মই শিৱসাগৰৰ বাহিৰে আন ক'তো দেখা নাই। সকলোকে মোৰ নিচেই আপোন আপোন লাগি পৰিল। শিৱ-সাগৰৰ মোৰ স্বামীৰ ঘৰৰ সুখ স্মৃতিৰে উপচি থকা সেই পাহৰিব নোৱৰা এৰি অহা দিনবোৰ মোৰ মনত এখনি শান্তিৰ অমিয়া সুখ স্বৰ্গৰদৰে আজিও সোণ সোঁৱৰণি হৈ জিলিকি আছে। শিৱসাগৰত মোৰ শহুৰ ৺কৃষ্ণপ্ৰাণ চাংকাকতীৰ ঘৰখন 'বৰবাবু'ৰ ঘৰ নামে জনাজাত। বিশেষকৈ শহুৰৰ ঘৰখন অতি শুচি-বায়ুগ্ৰস্ত বুলি আগৰে-পৰা প্ৰসিদ্ধ। মোক বিয়া দি আমাৰ পৰিয়ালবোৰৰ মহা চিন্তা হ'ল। একেই দূৰণি ঠাই, তাতে ঘৰৰ এশ আঠোটা ধুতিৰ মাজত কি জানি মোক গা ধুৱায়ে মাৰে। ঘৰৰ আলাসৰ লাড়ু আদৰুৱা ছোৱালীয়ে দুখ পাব বুলি মোৰ লগত দেউতাই এহাল বন্দীবেটি দিছিল।

কিন্তু মোৰ ভাগ্যগুণত মই শহুৰৰ ঘৰৰ মৰম ভৰা নদীত উটি ভাহি ফুৰিবলৈ ধৰিলোঁ। গোটেই ঘৰৰ ভিতৰত মোৰ শহুৰ দেউতাই মোক অতিকৈ স্নেহ কৰিছিল। দেউতাৰ চেনেহৰ কথা সুঁৱৰিলে মোৰ চকুৰ পানী ওলায়। শহুৰ দেউতা নিষ্ঠাবান, শুদ্ধাচাৰী ধাৰ্মিক গৃহস্থ আছিল। জীৱনত বেমাৰ কেনেকৈ হয় কব নোৱাৰিছিল। ৰোগহীন সুন্দৰ সুঠাম দেহ লৈ এশ বছৰ জীয়াই আছিল। দেউতা প্ৰাতসতে উঠি চ'ৰাঘৰলৈ গৈ শাস্ত্ৰ পাঠ কৰি থাকে। সাতমান বজাত গা ধুই গোসাঁইঘৰ সোমায়। একৈশজনা 'শালগ্ৰাম' গোসাঁই ধুৱাই পুজা পাঠ, নাম প্ৰসঙ্গ, বৰগীত আদি গাই গোসাঁইঘৰৰপৰা ওলাওঁতে বাৰ এক বাজে। গোসাঁইঘৰৰ-পৰা ওলাই আহি ভাত খাই আকৌ চ'ৰাঘৰলৈ গৈ বিশ্ৰাম কৰে; মানুহৰ লগত কথা-বতৰা আলোচনা কৰি কটায়। গধূলি আকৌ গা-পা ধুই গোসাঁইঘৰত সোমায়। নিশা দহ বজাতহে নাম-জপ, সন্ধ্যা-নাম-প্ৰসঙ্গ কৰি বৰগীত আদি গাই বাজ ওলাই নিশা-ভাত খায়। দিনত গোসাঁইঘৰৰপৰা ওলাই আহি মোক মাতি আনি মাহ-প্ৰসাদ দিয়া কথাবাৰ মই আজিও পাহৰিব নোৱাৰোঁ। শহুৰ দেউতাই মোক বৰ মৰম কৰিছিল। কেতিয়াবা মাতি আনি ওচৰতে বহুৱাই মোৰ হতুৱাই বৰগীত, নামঘোষা গোৱাই শুনে। সৰুতে মই ছবি আকিছিলোঁ। এখন শ্ৰীকৃষ্ণৰ ছবি আঁকি বন্ধাই মই লগত লৈ গৈছিলোঁ। আন এখন কাৰ্পেটত গণেশমূৰ্তি তুলি সেইখনো বন্ধাই লৈ গৈছিলোঁ। ভক্তিমান দেউতাক দি সেৱা কৰিবলৈ দেউতাই দিয়া উপদেশমতে সেৱা কৰিছিলোঁ। দেউতাই বৰ ভাল পালে। লিখা-পঢ়া জনা বোৱাৰী পাই এটি 'সোণৰ কলম' দি আশীৰ্বাদ কৰিলে।

আমাৰ ঘৰৰ বৰসবাহ: আমাৰ ঘৰত বছৰেকীয়া বৰসবাহ পতা হয়। বৰবাবুৰ ঘৰৰ বৰসবাহ বুলিলে জনাজাত। নাজিৰা-যোৰহাটৰ-পৰা সেই বৰসবাহলৈ মানুহ আহে। দিনৰ দিনটো কীৰ্তন পঢ়ে। গধূলিৰেপৰা ওৰে নিশা পুৱালৈকে নাম গোৱা হয়। হীৰা নাম, থিয় নাম, দিহা নাম ঘোষা কীৰ্তন বৰ কাঁহ বজায় ভকতসকলে গোৱা সেইদিনৰ সুললিত নামবোৰ সদায় মনত পৰে। ওৰে নিশা ভকতসকলক অতিথি অভ্যাগতক জলপান খুওঁৱা হয়।

সেই উপলক্ষে কেইবাদিনৰ আগৰেপৰা সন্দেশ, নাৰিকল, লাড়ু-লস্কৰা আদি কৰা হয়। শহুৰ দেউতা নিজে অতি সুকণ্ঠি গায়ক

আছিল। গোসাঁইঘৰত তেখেতে বৰগীত গায়; দেউতাৰ গীতবোৰ শুনি শুনি মোৰ বৰগীতৰ সুৰবোৰ মুখস্থ হৈ গ'ল। মোৰ শাহু আই আছিল প্ৰখ্যাত নামতী। শিৱসাগৰৰ সকলোৰে শহুৰ দেউতাক বৰদেউতা, শাহু আই বৰবৌ নামে জনাজাত। 'কাব্যছন্দে বুৰঞ্জী' লিখক ৺বিশ্বেশ্বৰ বিদ্যাধিপ'ৰ আজু নাতিনী আমাৰ শাহু-আই কনকচম্পা দেৱী। প্ৰখ্যাত সাহিত্যিক কবিৰ তেজৰ সোঁতে শাহু আইক নিজে নাম ৰচনা কৰি সুৰ সংযোজনা কৰি গাবলৈ প্ৰেৰণা যোগাইছিল। শাহু আই অতি সুকণ্ঠি আছিল। গীতা ভাগৱত আদিৰপৰা বাছি বাছি নাম ৰচনা কৰি সুৰ সংযোজনা কৰি নামঘৰত সদায় গোপিনী নামত নাম গাইছিল। আজিও দুই এফাকি নাম মই পাহৰা নাই। শাহু আইয়ে ৰচনা কৰি গোৱা নাম—

মধুৰ মধুৰ বাণী নুশুনিলোঁ বংশীধ্বনি
হৰিহে নেজানিলোঁ অভাগী কপাল
যমুনাৰ তীৰে তীৰে
বংশী বজায় ধীৰে ধীৰে
হৰিহে নেদেখিলোঁ প্ৰভুৰ চান্দমুখ। ইত্যাদি

শিৱৰ নাম

নাচে হে মোৰ ভৈৰৱী নাথ
শিৱৰ শিৰে জন্টা
কেৱলে নঙঠা, কেৱলে নঙঠা
নাচিছে জগতৰ পতিহে
নাচে হে মোৰ ভৈৰৱী নাথ।

অতীতৰ বুৰঞ্জীবিদ কাব্য-বুৰঞ্জী লিখক নাজিৰাৰ ৺বিশ্বেশ্বৰ বৈদ্যাধিপ বেজবৰুৱা বংশ সঙ্গীতজ্ঞ বংশ হিচাপে জনাজাত। সৰহভাগেই কবি সুগায়ক আছিল। শাহু আইৰ ককাইদেৰেক ৺পূৰ্ণচন্দ্ৰ বেজবৰুৱা নিজে শাস্ত্ৰীয় সঙ্গীতত পাৰ্গত আছিল। সেতাৰ বাদ্যত সিদ্ধহস্ত বেজবৰুৱাই নিজৰ ল'ৰা-ছোৱালীকো বাদ্য সঙ্গীত শিক্ষা দিছিল। সেই দিনতেই স্ত্ৰী-শিক্ষাৰ এন্ধাৰ যুগতেই পূৰ্ণচন্দ্ৰ বেজবৰুৱাৰ ছোৱালীয়ে ঘৰতে পঢ়ি অসমীয়া আৰু ইংৰাজী শিক্ষা পাই সুশিক্ষিতা হৈ উঠিছিল। বৰ্তমান



শ্ৰীমাধৱ চন্দ্ৰ বেজবৰুৱা অসম চৰকাৰৰ আণ্ডাৰ চেক্ৰেটৰী তেওঁৰ বংশধৰ।

শিৱসাগৰৰ বোৱাৰী দিনবোৰঃ মনত পৰিছে জীৱনৰ আগ ছোৱাত এৰি থৈ অহা সপোন ৰঙেৰে ৰঙা সেই সপোন লগা মোৰ বোৱাৰী জীৱনৰ দিনবোৰৰ কথা। তেৰ বছৰ বয়সত বোৱাৰী হৈ শিৱসাগৰৰ 'বৰবাবু'ৰ ঘৰৰ ঘৰ ভৰা পৰিয়ালৰ মাজত গৈ সোমোৱা সেই দিনবোৰ। মানুহৰ মুখেৰে শহুৰৰ ঘৰৰ বাৰটা ধুতি-নীতিৰ কথা শুনি দেউতাৰ ঘৰত আৰু নিজৰো মনত ভয়ে বাহ লৈ আছিল। আইতাই কান্দিছিল, মোৰ আলসুৱা ছোৱালীজনীক গা-ধুৱাইয়ে মাৰে নে কি? পিছে শহুৰৰ ঘৰৰ মৰম-চেনেহ মাৰ্জিত ব্যৱহাৰত মনৰ শঙ্কা আঁতৰি মোৰ শহুৰ দেউতাৰ মৰমৰ কথা মোৰ জীৱনৰ এটি আপুৰুগীয়া সম্পদ যেন হ'ল। পৰম ধাৰ্মিক এশৰ ওচৰ চপা মোৰ শহুৰ দেউতাই দিনৰ সৰহভাগ গোসাঁইঘৰতে কটায়। একৈশজনা 'শালগ্ৰাম' গোসাঁই ধুৱাই পূজা কৰি বৰগীত নাম কীৰ্তন কৰি ওলাই আহোঁতে এটা বাজে। পূজাৰ প্ৰসাদ বুটমাহ, নাৰিকল আৰু কিচ্‌মিচ্‌ হাতত লৈ মোক মাতে "নছোৱালী" এইপিনে আহা। মাত শুনিলেই মই লৰি গৈ দুয়োহাত পাতি প্ৰসাদ লৈ আহোঁ। দেউতাই কয়, "কাকো নিদিবা, তোমাকহে দিছোঁ।" উলটি আহোঁতে মোৰ স্বামী আৰু দেওৰহঁতে জোকাই "ঐ তহঁতে নাপাৱ দেই সেইবোৰ, সোৱা পলালেই নহয়, কাৰবাক দিব লাগে বুলি।" শহুৰ দেউতাই জানো মোক খুউব ভাল পাইছিল। মই লিখা-পঢ়া জনা ছোৱালী, কবিতা লিখিব জানো, গীত গাব জানো বুলি জানি মোক যেন বেলেগ চকুৰে চাই মৰমৰ ভাগ দিছিল, ওচৰত বহুৱাই বহুত কথা পাতিছিল, কেতিয়াবা গীত গাই শুনাব লগীয়া হৈছিল।

সোণ-পানীৰোৱা কলমঃ শহুৰ দেউতাৰ এটি 'সোণ-পানীৰোৱা পুৰণি কলম আছিল। মোৰ স্বামী জীৱেশ্বৰ চাংকাকতিদেৰে কোচবিহাৰ কলেজত পঢ়ি আই. এ.ত সৰ্বোচ্চ নম্বৰ পাইছিল ইংৰাজীত; সেই বাবে দেউতাক কৈছিল, "তই ইংৰাজীত সৰ্বোচ্চ নম্বৰ ধৰি বি. এ. পাচ কৰিলে এই 'সোণৰ কলম' তোক দিম।" দুৰ্ভাগ্য, স্বামীয়ে সেইদৰে কৃতকাৰ্য্য

নোহোৱাত সোণৰ কলম নেপালে। সেই কলমটি শহুৰ দেউতাই মোৰ হাতত দি আশীৰ্বাদ কৰিছিল, "মোৰ এই মৰমৰ কলমটি তোমাক দিলোঁ, মই আশাকৰোঁ তুমি এই কলমৰ সন্মান ৰাখিবা।" শহুৰ দেউতাৰ সেই আশীৰ্বাদ শিৰত তুলি ললোঁ। সেই দিনা সংসাৰী জীৱনত ল'ৰা-ছোৱালী ডাঙৰ কৰি সংসাৰৰ দায়িত্ব বহন কৰি শহুৰ দেউতাৰ আশীৰ্বাদৰ কথা পাহৰি আছিলোঁ। কিন্তু হঠাৎ জীৱনৰ বিৰাট পৰিবৰ্তনে আনি দিলে এটি অধ্যয়নপূৰ্ণ সাহিত্য আৰাধনাৰ জীৱন। আজি ভাবোঁ—হয়তো বা এয়া অশৰীৰী মহান আত্মাৰ অপূৰ্ণ আশাৰ প্ৰেৰণা। জীৱনত যি সত্য উপলব্ধি কৰিছোঁ সেই সত্যৰ উৎস অজ্ঞাত জগতৰ প্ৰেৰণা। 'কোনে জানে কাৰ প্ৰেৰণাত' আজিও ভাবি আচৰিত হওঁ, সেই নিষ্ঠাবান সুপুৰুষ পৰম কৃষ্ণভক্ত শহুৰ দেউতাই নিচেই সৰু পুতেক লক্ষ্মীপ্ৰাণ চাংকাকতিক এই উপহাৰ নিদি নতুন বোৱাৰীজনীক কিয় এই আশীৰ্বাদী 'সোণৰ কলমটি' দিছিল। মোৰ সৰু দেওৰ শ্ৰীলক্ষ্মীপ্ৰাণ চাংকাকতি 'এডভোকেট' হৈ চৰকাৰী উকীলৰূপে যথেষ্ট সুনাম আৰ্জিছিল। ঘৰখনৰ দেহলাও আছিল নুমলীয়া 'কণমইনা' মতা নাম। কণমইনাই হে এই আপুৰুগীয়া সম্পদ পোৱাৰ যোগ্য আছিল। তেওঁ শ্বিলঙতে থিতাপী হয়। তেওঁ মোৰ পেহীদেউৰ জীয়ৰী মনোৰমাক বিয়া কৰাই। তেওঁলোকৰ একেটি ল'ৰা শ্ৰীভূপেন চাংকাকতি।

৺কৃষ্ণপ্ৰাণ চাংকাকতি শহুৰ দেউতাৰ পাঁচটি ল'ৰা। বৰ ল'ৰা ৺ৰাধাবল্লভ চাংকাকতি পুলিচ ইন্সপেক্টৰ থাকোতে অকাল বিয়োগ ঘটে। তেখেতে এটি ল'ৰা শ্ৰীলোকনাথ চাংকাকতি আৰু পাঁচজনী ছোৱালী থৈ যায়। দ্বিতীয় ল'ৰা ৺কেশৱপ্ৰাণ চাংকাকতি। তেখেতৰ দুটা ল'ৰা শ্ৰীপ্ৰফুল্লপ্ৰাণ চাংকাকতি কটন কলেজৰ প্ৰফেচৰ, দ্বিতীয় ল'ৰা শ্ৰীবিষ্ণুপ্ৰাণ চাংকাকতি ষ্টেট ট্ৰেন্সপোৰ্টৰ চীফ ইঞ্জিনীয়াৰ, তৃতীয় পুত্ৰ মোৰ স্বামী জীৱেশ্বৰ চাংকাকতি। আমাৰ ল'ৰা শ্ৰীউপেন চাংকাকতি। চতুৰ্থ ল'ৰা দোলেশ্বৰ চাংকাকতিয়ে মোৰ ভনী মৃণালিনীক বিয়া কৰায়। তেওঁলোকৰ ল'ৰা শ্ৰীপুলিন চাংকাকতি, শ্ৰীননী চাংকাকতি আৰু ছোৱালী বীণা। তেখেতৰ দ্বিতীয় গৰাকীৰ চাৰিটি কন্যা।

সন্তান আৰু সংসাৰৰ কৰ্তব্য ঃ চৈধ্য বছৰ বয়সত প্ৰথম ল'ৰা



শ্ৰীমান উপেন্দ্ৰৰ জন্ম হয়। সকলোৱে মৰমতে তাক 'সোণ' বুলি মাতিবলৈ লয়। সোণৰ জন্মত মোৰ কিশোৰী বয়সতেই মাতৃত্বৰ অভিজ্ঞতা আহিল। মনৰ মাজলৈ আহিল দায়িত্ববোধৰ প্ৰৱল প্ৰেৰণা। ঘৰখনত ৰং-আনন্দৰ উখল-মাখল। বৰ বৰ বৌ মাছ বিলালে ককাক বুঢ়ীমাকে। সোণৰ জন্মৰ ছয়দিনৰ দিনা ষষ্ঠী জাগৰণ কৰা হ'ল। সেই-দিনা ল'ৰাৰ ভাগ্যলিপি লিখিবলৈ হেনো বিধতা আহে সেই বাবে নিশাটো মাক শুব নেপায়। ওচৰত দুই এজনেও সাৰে বহি থাকে। এজনে সিটো কোঠালীত পুথি পঢ়ে। প্ৰসূতিৰ মূৰৰ শিতানৰ পিনে ঠাই মুচি এখন পীৰা পাৰি বগা গামোছা এখনেৰে ঢাকি ওপৰত কাগজ কলম থোৱা হয়; বিধতা পুৰুষে আহি হেনো ভাগ্যলিপি লেখি থৈ যায় সেই কাগজখনত। সেই কাগজখনতে সোঁৱৰণি কৰিবলৈ দিয়া হয়। ল'ৰাৰ গাত এখন ফটা মাছমৰা জাল মেৰাই দি প্ৰসূতিয়ে বহি কোলাত লৈ উজাগৰে থাকিব লাগে। এই নিয়ম মানি চলাৰ সেই টোপনি জালত আউলি-বাউলী হৈ টোপনিয়াই কটোৱা ৰাতিটোৰ কথা মনৰ-পৰা আঁতৰোৱা টান। একেই সন্তান প্ৰসবৰ দুৰ্বলতা, ক্লান্তি, তাতে মাত্ৰ ছয়দিনৰ দিনা এনে অনিদ্ৰাৰ উৎকট শাস্তি। মনত ভয়, কিজানি টোপনি আহিলে বিধতা পুৰুষে ল'ৰাৰ অমঙ্গল ঘটায়।

কোনোমতে ৰাতি পুৱাল। ভাগৰত লাল-কাল হৈ শুই পৰিলোঁ। সেই দিনবোৰ নতুন পিতৃ-মাতৃৰ মনত সন্তানক লৈ কিমান সপোন ৰচনা, কিযে এটি অপূৰ্ব অনুভূতি সন্তান স্নেহৰ, সেই কিশোৰী মাতৃ প্ৰাণত! মনত ভাব হয় মাতৃ মাতৃয়েই। মাতৃত্বৰ স্থান কাল নাই, কৌমাৰ যৌৱন নাই, মাতৃত্বৰ অভিজ্ঞতা নেপালে নাৰী-জীৱনে কেতিয়াও পূৰ্ণতা লাভ কৰিব নোৱাৰে।

আমাৰ ঘৰত প্ৰথম শোক ঃ মোৰ প্ৰথম ল'ৰা (সোণ) শ্ৰীউপেন্দ্ৰৰ জন্ম হোৱাৰ পিছতে ভাই-শহুৰ বৰজনা ৺ৰাধাবল্লভ চাংকাকতিয়ে উদৰি ৰোগত ইহ-সংসাৰ এৰে। মৃত্যুৰ সময়ত তেখেতৰ এটি পুত্ৰ, চাৰিজনী কন্যা আৰু বিধবা পত্নী এৰি যায়। ঘৰৰ প্ৰথম পুত্ৰৰ মৃত্যুত ঘৰখনত বজ্ৰপাত পৰাৰদৰে হয়। ঈশ্বৰৰ পৰম ভক্ত শহুৰ দেউতাৰ বৰ পুতেকৰ মৃত্যুত এটুপি চকুলো নোলাল। সেই সময়ত বৰগীত গাই গাই তেখেতে

স্তুতি কৰিবলৈ ধৰিলে। পৰম ভক্তজনে শোক জয় কৰিলে। হয়তে অবৰুদ্ধ শোকৰ আঘাতৰ বাবেই দেউতাৰ মূৰ্চ্ছা ৰোগ আৰম্ভ হ'ল। সেই ৰোগতেই শহুৰ দেউতাই ইহলীলা সামৰি স্বৰ্গী হ'ল। দেউতা স্বৰ্গী হোৱাৰ লগে লগে ঘৰখনত যেন লাহে লাহে ভাঙন ধৰে। শহুৰৰ দিনৰ ঐশ্বৰ্য্য সম্পদ ক্ৰমে ক্ষীয়মান হৈ আহে। শহুৰ দেউতাৰ পিচত মোৰ স্বামীৰ ওপৰতেই গোটেই ঘৰৰ ভাৰ পৰে। মাজু ৰবজনা কেশৱপ্ৰাণ চাংকাকতি যোৰহাটত চাকৰীত। সৰুদেওৰ লক্ষীপ্ৰাণ কলিকতাত পঢ়ি আছিল। দোলেশ্বৰ চাংকাকতি মাজু দেওৰলৈ মোৰ ভনী মৃণালিনীক বিয়া দিয়া হৈছিল। মোৰ বিয়াৰ পাচতেই মোৰ দেউতাই আমাৰ পৰিয়ালবোৰক কলিকতালৈ লৈ যায়। মৃণালিনীয়ে দেউতাৰ লগতে থাকি পঢ়া-শুনা কৰিছিল। মোৰ ভাই দুটাইও উমেশ, অপূৰ্বই কলিকতাত পঢ়িছিল। সেই সময়ত মই কলিকতাত দেউতাৰ লগত থাকিবলৈ নোপোৱাত মোৰ মনত বৰ দুখ। মোৰ চাৰিটি সন্তানৰ জন্ম হয়। ডাঙৰ ল'ৰা শ্ৰীউপেন্দ্ৰ, মাজু ল'ৰা পৱিত্ৰ, সৰু ল'ৰা পুতলী, ডাঙৰ ছোৱালী শ্ৰীঊষাৰাণী জন্ম হৈছে। অৰুণাৰ দেউতাক ঢুকুৱাৰ পিচতহে জন্ম হয়। মোৰ বিবাহিত জীৱনৰ আঠোটা বছৰ অতি সুখ আনন্দেৰে পাৰ হৈ গ'ল। এই সময়ৰ এটা ঘটনা মোৰ ভাবিলেও গাৰ নোম শিয়ৰি উঠে।

**ঘৰত বলিয়া শিয়ালৰ উৎপাত :** বিপদৰ আগজাননী দি ঘৰত বলিয়া শিয়াল সোমাই উৎপাত কৰিলে, এজনী বেটী ছোৱালীক কামুৰিলে। তাইৰ জক উঠি তিনিমাহৰ মূৰত মৃত্যু হ'ল। বিৱাহিত জীৱনৰ আঠোটি বছৰৰ সোণ সেঁৱৰণীৰ সোণবুলীয়া দিনবোৰ আছিল মৰমীয়াল স্বামীৰ চেনেহেৰে ভৰপুৰ। সি যেন জীৱনৰ আন এটি অধ্যায়। সংসাৰী জীৱনৰ কৰ্মব্যস্ত দিনবোৰ আছিল কৰ্মেৰে মধুময়। সন্তান প্ৰতিপালন, স্বামীৰ শুশ্ৰূষা, পৰিয়ালৰ সুখৰ ব্যৱস্থাৰ উপৰিও স্বামীৰ পৰিতৃপ্তিৰ কাৰণে নিজ হাতে ৰন্ধাবঢ়া। ভাগৰ জিৰণিৰ কথা মনত নপৰা দিনবোৰ। দুপৰীয়া আজৰি সময়কণত তাঁতশালত চেলেং গামোছা তৰি লৈ তাঁত বোৱা, খৰ মাকো মৰা কথাবোৰ মনত পৰে। কোনো সময়তে অশান্তি ভাগৰে চুব নোৱাৰিছিল। এইবোৰৰ মাজতে মাজে



স্বামী—স্বৰ্গীয় জীৱেশ্বৰ চাংকাকতি

সময়ে দূৰণিৰ পথাৰৰ বিহুসুৰীয়া উকি পেপাৰ মাতে উৰণীয়া মনক যে টানি নি গীতৰ জগত, কবিতাৰ জগত নোপোৱাইছিল এনে নহয়। মাজে মাজে কবিতাও লিখিছিলোঁ। স্বামীৰ অনুৰোধত ডবাল পিটা ৰবযুণ দিলে তেওঁক গান গাই শুনাব লগীয়া হৈছিল। 'আজ কাহা মেৰি হৃদয় কি ৰাজা, 'দলনী বেগমৰ' এই গীতটি স্বামীৰ প্ৰিয় গীত আছিল ; মোৰ কণ্ঠত এই গীত শুনিবলৈ স্বামীৰ অতি হেপাহ পুৰাব লগীয়া হৈছিল। মোৰ স্বামীয়েও কবিতা লিখিছিল।

মোৰ অসুখ ঃ হঠাতে মই টান নৰীয়াত পৰিলোঁ। এটি অমঙ্গলীয়া সপোন দেখিলোঁ। মোৰ যোৱা থোৱা নৰীয়া। স্বামীৰ অক্লান্ত যত্নত মই লাহে লাহে আৰোগ্য হবলৈ ধৰিলোঁ।

বিপদৰ আগজাননী ঃ স্বামী বিয়োগ ঃ আজি সুঁৱৰিছোঁ অতীতত এৰি অহা পাহৰিব নোৱৰা সেই ভয়াবহ দিনবোৰলৈ। আজিও সুঁৱৰিলে দেহ মন আতঙ্কিত হৈ উঠে, সেই ভয়ানক ভৱিষ্যৎ 'দৈৱবাণী'ৰ কথা। সেইবাৰৰ ভাদ মাহত শিৱসাগৰ জন্মাষ্টমী তিথিৰ গীত-মাত, ভাওনা-সবাহেৰে ৰজনজনাই গ'ল। এইটো যেন এটা কাহিনী। জন্মাষ্টমী তিথিত শিৱসাগৰৰ পুৰণি আমোলাপট্টীৰ নামঘৰত প্ৰতি-বাৰেই সবাহ ভাওনা হয়। নাম লগাই দি জন্মাষ্টমী তিথি পৰিচালনা কৰিছিল মোৰ স্বামীয়ে। মোৰ স্বামী ৺জীৱেশ্বৰ চাংকাকতি অতি সুকণ্ঠি সুগায়ক আছিল। আমাৰ নামঘৰত এমাহৰপৰা গীতবোৰৰ আখৰা চলে। গোটেই ডেকা বুঢ়া গোট খাই ভাওনা কৰে। বুঢ়া ডেকা সকলোৱেই পাল নাম, হীৰা নাম, দিহা নাম গায়। মোৰ স্বামীয়ো জন্মাষ্টমীৰ সুৰীয়া সুৰৰ গীতবোৰ গায় ; ভাওনা পৰিচালনা কৰে। সেইবাৰৰ জন্মাষ্টমীৰ গীত-মাত, ভাওনা পৰিচালনা অতি সুন্দৰ সুৰুচি-পূৰ্ণ হোৱাত গোটেই শিৱসাগৰ ৰজনজনাই গ'ল। ভাদ মাহৰ শেষত শেষ নিশা মই এটা অদ্ভুত সপোন দেখিলোঁ। 'ভৱানীৰ ভৱিষ্যৎ দৈৱবাণী।'

( সপোন ) এগৰাকী বগা কাপোৰ পিন্ধা বয়সস্থা মানুহ আহি মোক "তই আৰু ৰং-ধেমালি চাই ভোল গলে নহ'ব। তোৰ গিৰিয়েৰক কবি আকৌ নামঘৰত এটা ভাওনা কৰক। নহলে ভীষণ বিপদ ; ই অন্যথা নহয়। ই "ভৱানীৰ ভৱিষ্যৎ দৈৱবাণী, ভৱানীৰ ভৱিষ্যৎ দৈৱবাণী,

ভৱানীৰ ভৱিষ্যৎ দৈৱবাণী।” অতি স্পষ্ট ভীষণ গম্ভীৰ মাতেৰে তিনিবাৰ এইদৰে উচ্চাৰণ কৰি তেখেত অন্তৰ্ধান হ'ল। মই চকখাই সাৰ পালোঁ। ৰাতিৰ শেষ মুহূৰ্ত কলাঘুমুটীয়া টোপনিডালত মোৰ সেই ভয়ঙ্কৰ দৈৱবাণীয়ে অন্তৰাত্মা কঁপাই তুলিলে। প্ৰতিটো শব্দ যেন মোৰ কাণত স্পষ্ট হৈ উচ্চাৰিত হৈ আছে এতিয়াও। সাৰ পাই সৰগ পৰা মানুহৰ দৰে মাতিব নোৱৰা হৈ আছিলোঁ। ৰাতিপুৱা এই কথা পোণতে শাহু আইৰ আগত কলোঁ। শাহু আয়ে ক'লে, “সিদিনা মাথোন জন্মাষ্টমী ভাওনা হৈ গৈছে, আকৌ নো কোনে ভাওনা কৰিব? মনে মনে ঈশ্বৰক চিন্তি থাক, অহা বছৰলৈ কৰিব লাগিব।” মোৰ স্বামীক ক'লোঁ, তেখেতে হাঁহি উৰুৱাই দিলে। “যোৱা যোৱা, তোমাৰ ভৱানীৰ ভৱিষ্যৎ বাণী, এইবোৰ মূৰৰ গৰম, ভ্ৰম।” এইদৰে আৰু ভাওনা কৰা নহ'ল। এই ঘটনাৰ পিচতে মই অসুখত পৰিছিলোঁ। সকলোৱে ভাবিছিল মোৰ মৃত্যু হ'ব, সপোন ফলিয়াব। কিন্তু সপোন মোৰ বেলিকা নফলিয়ালে। মই-ভাল হৈ আহিলোঁ। ক্ৰমে ক্ৰমে ভৱিষ্যৎ দৈৱবাণীৰ সময় উপস্থিত হ'লহি। ১৯১৭ চন। সেইবাৰ দুৰ্গাপূজা কাতিমাহত পৰিছে। কেউপিনে পূজাৰ উখল-মাখল। ল'ৰা-ছোৱালীবোৰক পূজাৰ কাপোৰ কিনি দিছে। তেতিয়াও মই ভালকৈ উঠিব মেলিব পৰা নাই। নিশা নানা কথা-বতৰা পাতি শুই আছোঁ। পুৱতি নিশাৰপৰা মোৰ স্বামীৰ ভেদ-বমি আৰম্ভ হ'ল। চৌবিবশ ঘণ্টাৰ ভিতৰত দুৰ্গাপূজাৰ মহাষ্টমীৰ দিনা গধূলি সন্ধ্যা আৰতি, ডবা-শঙ্খৰ কোলাহলৰ লগে লগে মোৰ স্বামীয়ে তেত্ৰিচ বছৰ বয়সত ভৰপুৰ সোণৰ সংসাৰ, বুঢ়ী মাক, গৰ্ভৱতী তিৰোতা, চাৰিটা সন্তানক অনাথ কৰি ইহলীলা সামৰিলে। মুহূৰ্তৰ ভিতৰতে প্ৰলয়ৰূপী ভগৱান ভৱানীৰ ভৱিষ্যৎ দৈৱবাণী সফল হ'ল। সজোৱা ফুলনি ধুমুহাত চাৰখাৰ হৈ গ'ল। বৰ গছ উভালি পৰিল। বৰ গছৰ গাত আশ্ৰিত লতা ছিন্ন-বিচ্ছিন্ন হৈ ধূলিৰ মাজত পোত খালে। মনত পৰিছে সেই অতীতৰ পাহৰিব নোৱৰা ভয়াবহ দিনবোৰৰ কথা। কপালৰ ফোঁট মোচ খালে; সংজ্ঞাশূন্য হৈ মাটিত বাগৰি পৰি ৰ'লোঁ।

পিচদিনা পুৱা দেউতা আহি পালে। দেউতাই আহি আলফুলকৈ কোলাত তুলি ললে। চকুৰ পানী মুচি দিলে; দেউতাক সুধিলোঁ, “দেউতা মোৰ কি হ'ল? কি হ'ব?” দেউতাই ক'লে, “বাছা মই আছোঁ নহয়, তোমাৰ একো চিন্তা নাই। উঠা বাছা, কৰ্তব্য কৰা। মানৱ জীৱনৰ দুখ-সুখ অনিবাৰ্য্য। সকলো সহিব পৰাটোহে মানৱ জীৱনৰ সাৰ্থকতা। উঠা, স্থিৰ হোৱা, তোমাৰ অকণ অকণ ল'ৰা-ছোৱালী কেইটালৈ চোৱঁা। তুমিয়েই এতিয়া তাহাঁতৰ একমাত্ৰ আশ্ৰয়। তুমি কান্দিলে সিহঁতে কান্দিব, তুমি হাঁহিলে সিহঁতে হাঁহিব। তোমাৰ বুঢ়ী শাহুৱেৰালৈ চোৱঁা। পুত্ৰশোকাতুৰা মহীয়সী নাৰী, কেনেকৈ সোৱা স্থিৰ হৈ আছে। তেখেতৰ আগতে বৰ পুতেক ঢুকাইছে, এইবাৰ তৃতীয় পুতেকৰ বিয়োগ দুখ। তেখেতৰ আদৰ্শ লৈ তুমি মন বান্ধা।”

স্বামীৰ শ্ৰাদ্ধ-শান্তি শেষ কৰি দেউতাই লগতে গুৱাহাটীলৈ লৈ আহিল। দেউতাৰ লগত যাবলৈ স্বামীয়ে সপোনতে আদেশ দিলে। আজি দেউতাৰ ঘৰত বহি অতীতৰ এৰি অহা সেই সপোন স্মৃতিবোৰ মোৰ দেবোপম স্বামীক অকালতে হেৰুৱাই দেউতাৰ ঘৰলৈ উভতি অহাৰ কথা সুঁৱৰিছোঁ। মহা অষ্টমীৰ দিনা স্বামীক হেৰুৱালোঁ। বৈধব্য জীৱনৰ দাৰুণ হাঁহাকাৰে হিয়া পুৰি ছাই কৰি পেলালে। পাঁচোটি অনাথ সন্তান বুকুত বান্ধি দেউতাৰ আশ্ৰয় লৈ উভতি আহিছোঁ। সমুখত সীমাহীন ভৱিষ্যৎ। পথহাৰা পথিকক কোনে দিব পথৰ নিৰ্দেশ? পাঁচোটি পিতৃহীন সন্তানৰ লালন পালনৰ দায়িত্ব নোৱৰা গধুৰ দায়িত্ব সমুখত। স্বামী-গৃহৰ গৃহিণীৰ স্বচ্ছন্দ জীৱন, স্বামীৰ হিয়াভৰা ভালপোৱাৰ মাজত বুৰ গৈ নিজৰ বিষয়ে ভাবিবলৈ অলপো অৱসৰ নহ'ল। চিৰদিনে আদৰত প্ৰতিপালিত হৈ ডাঙৰ হ'বলৈ পোৱাত স্বভাৱত কিছুমান দোষে বাহ লৈছিল। বৰ অভিমানী হৈ উঠিছিলোঁ। সৰুৰেপৰা কেতিয়াও কোনো আৱশ্যকীয় বস্তু কাকো খুজিব লগা হোৱা নাছিল। মৰমীয়াল স্বামী মোৰ ভাগ্যত ঘটিছিল। স্বামীৰ পৱিত্ৰ অন্তৰৰ অকপট প্ৰেম প্ৰত্যেক নাৰীৰেই জীৱনত বাঞ্ছনীয়। বহু জন্ম তপস্যাৰ ফলত নাৰীয়ে স্বামীৰ ঐকান্তিক প্ৰেম পায়। ৰূপে গুণে অনিন্দ্যনীয় স্বামী লাভ মোৰ পূৰ্বজন্মৰ তপস্যাৰ ফল বুলিয়েই ভাবিছিলোঁ। স্বামীৰপৰা জীৱনত এদিনলৈকো দুখ পোৱা নাছিলোঁ। মোৰ স্বামী আছিল অতি পৰিপাটি মানুহ; মোৰ স্বভাৱ

অতি বিশৃঙ্খল; ক'ৰ বস্তু ক'ত থওঁ ঠিক নাই। সময়ত বস্তু বিচাৰি নেপালে কেতিয়াবা তেখেতৰ খং উঠে। কিন্তু আচৰিত, তেখেতৰ খং ধৰিব নোৱাৰি। তেখেতে হাঁহিয়েই থাকে। সুখে আনন্দে ভৰপুৰ মোৰ সোণৰ সংসাৰৰ মাথো আঠটি বছৰৰ সৰগী সপোন নিষ্ঠুৰ নিয়তিৰ কুটিল ভ্ৰূকুটিত ছাৰখাৰ হৈ গ'ল।

নিঃসঙ্গ বৈধব্যৰ দুৰ্ভাগ্য লৈ যেতিয়া গুৱাহাটীৰ মোৰ সৰুকালৰ শিক্ষক পূজনীয় গোপালকৃষ্ণদেৱৰ ওচৰলৈ উলটি আহিলোঁ, তেতিয়াও মোৰ শিক্ষাগুৰুৰ স্নেহৰ ধাৰ মোৰ শিৰত বৈ আছিল। লাইব্ৰেৰীৰ পৰা বছা বছা গ্ৰন্থ মোলৈ তেখেতে পঠিয়াবলৈ ধৰিলে। দেউতা বৌটিৰ স্নেহৰ আশ্ৰয়ত মোৰ শিশু সন্তান কেইটি লালিত-পালিত হ'বলৈ ধৰিলে।

গোটেই দিনটোৰ সুদীৰ্ঘ অৱসৰত গ্ৰন্থপাঠত আত্মনিয়োগ কৰিবলৈ মোৰ সম্পূৰ্ণৰূপে সুবিধা হ'ল। এটি নিৰস কোঠালীত বহি একান্ত মনে নানান তত্ত্ব বিষয়ক গ্ৰন্থসমূহত মনোনিবেশ কৰিলোঁ। অন্তৰ শান্তিৰ আকাঙ্ক্ষাত আকুল, শান্তি অন্বেষণত বুৰ মাৰিলোঁ। দিন নিশা কেনি যায় কব নোৱাৰোঁ। কলিকতাৰপৰাও বিবিধ গ্ৰন্থ অনাই পঢ়িবলৈ ধৰিলোঁ। অন্তৰত এটি ভগৱৎ আৰাধনাৰ আকুল আকাঙ্ক্ষা জাগি উঠিল। ক'লৈ যাম, কাক সুধিম? কোনে দিব শান্তিপথৰ সন্ধান, এনে ধৰণৰ ব্যাকুলতাই প্ৰাণ অস্থিৰ কৰি তুলিলে। সি যেন এক দাৰুণ তৃষ্ণা। মানুহৰ জীৱনত কেতিয়াবা মাথোন এনে তৃষ্ণা আহে। জাগতিক সুখভোগলৈ মন নিস্পৃহ, বিতৃষ্ণ হৈ উঠিল। সকলো ভুৱা যেন লগা হ'ল। স্বামী বিয়োগৰ সময়ত মোৰ গৰ্ভত থকা সৰু ছোৱালী অৰুণাৰ জন্ম হ'ল। শান্তি বিচাৰি ভগৱৎ আৰাধনা আৰু গ্ৰন্থ অধ্যয়নত একান্ত মনে বুৰ মাৰিলোঁ।

**গৈৰিক পথৰ সন্ধানত ঃ** জীৱনৰ আন এটি অধ্যায় আৰম্ভ হ'ল। কোনো এটি মাহেন্দ্ৰক্ষণৰ এষাৰি বাক্যই মানুহৰ জীৱনৰ কেতিয়াবা অভিনৱ ৰূপান্তৰ আনে। যি মই একৈশ বছৰ বয়সত বৈধব্যৰ শুভ্ৰ বেশ লৈ দেউতাৰ ঘৰভৰা পৰিয়ালৰ মাজত থিয় হলোঁহি, ঘৰত হাঁহাকাৰৰ ৰোল উঠিল। মোৰ বুঢ়ী আইতাই ক'লে, "বাছা তই এই সাজ পিন্ধি মোৰ



আগত নোলাবি, পাতৰ ৰিহা—মেখেলাকে পিন্ধি থাকিবি।" মোৰ দেউতাই ক'লে, "কিয় নিপিন্ধিব আই, সৰুৰেপৰা মোৰ বাছাক মই নানা তৰহৰ সাজেৰে সজায় চাই ভাল পাইছিলোঁ, এতিয়াৰেপৰা মোৰ বাছাৰ বগা সাজ পিন্ধা 'সৰ্বশুক্লা মহাশ্বেতা' ৰূপ চাবলৈ পালে মোৰ পিতৃজীৱন ধন্য হ'ব।"

এয়া মোৰ পূজনীয় পিতৃগুৰুৰ মুখৰপৰা মই কি বাণী শুনিলোঁ? কেতিয়াও নুশুনা চাৰিটি আখৰৰ মহাশ্বেতা মন্ত্ৰধ্বনি। সেই অমৃত মুহূৰ্তত পিতৃৰ আবেগময় কণ্ঠত উচ্চাৰিত হোৱা এই মহান বাণী শাৰীত কি শক্তি আছিল নেজানো, সেই মুহূৰ্তৰেপৰা সমুখত পৰি থকা মোৰ দীঘলীয়া জীৱন বাটত আঁকি দিলে এখনি মহাপথৰ চিত্ৰ। নিঃসঙ্গ অকলশৰীয়া জীৱন বাটৰ বাট বুলনি পোহৰাই তুলিলে এছাটি পৱিত্ৰ পোহৰ ৰশ্মিয়ে। হিয়াৰ মাজত এই মহামন্ত্ৰধ্বনি গুঞ্জৰিত হ'বলৈ ধৰিলে—"মই মহাশ্বেতা, মই মহাশ্বেতা, পৃথিবীৰ কোনো কালিমাই মোক স্পৰ্শ কৰিব নোৱাৰে, সমুখত বিস্তীৰ্ণ কৰ্মপথ, কৰ্তব্যপথ অকলশৰে অতিক্ৰম কৰিব লাগিব, পিতৃদত্ত মহামন্ত্ৰৰ সন্মান ৰাখিব লাগিব।" আমাৰ গৃহ-বিগ্ৰহ ৺গোপাল মন্দিৰলৈ গৈ সাষ্টাঙ্গে দীঘল হৈ পৰি দুধাৰি লোতক বোৱাই প্ৰাৰ্থনা কৰিলোঁ, "গ্ৰহণ কৰা প্ৰভু মোৰ সৰ্বভাৰ, তোমাৰ চৰণত এই জীৱনৰ সৰ্বস্বত্ব উছৰ্গা কৰিলোঁ, তোমাৰ চৰণত উৎসৰ্গিতা এই জীৱন, লৈ যোৱা মোক সৰ্বশুদ্ধ পৱিত্ৰ পথেৰে—দীঘলীয়া জীৱন বাটত আগবাঢ়োঁতে যেন মোৰ পিতৃদত্ত পৱিত্ৰ মন্ত্ৰৰ সন্মান ৰাখিব পাৰোঁ।"

সেইদিনাৰেপৰা পাট মুগা এৰি বগা সাজ ললোঁ। এই সদ্য-বিধবা মৰমৰ ছোৱালীজনীক অধ্যাত্ম পথেৰে অনুপ্ৰাণিত কৰি তুলিবলৈ দেউতাৰ যত্নৰ সীমা নাছিল। শ্ৰীমদ্ভাগৱতগীতা এখনি দি ক'লে, "গীতাই তোমাক বাট দেখুৱাব।" বিবিধ ধৰ্ম-গ্ৰন্থৰ মাজত বিচাৰি ফুৰিবলৈ ধৰিলোঁ শান্তিপথৰ সন্ধান। প্ৰতিখনি গ্ৰন্থৰ প্ৰত্যেকটি পাত লুটিয়াওঁতে মনলৈ আহে কি জানিবা এই পাতটোত কিবা শান্তিৰ বাতৰি পাওঁ। হিমালয় স্বৰ্গাশ্ৰমৰ স্বামী পূৰ্ণানন্দ গিৰিৰ 'বেদবাণী' নামৰ তিনিখণ্ড গ্ৰন্থৰ আপুৰুগীয়া বাণীসমূহে মনত বহুত সান্ত্বনাৰ বাট দেখুৱাইছিল। পিতৃ-সংসাৰত বাস কৰি পিতৃহীন পাঁচটি সন্তান লালন পালন কৰোঁতে জীৱন যুঁজত যুঁজি ৰক্তাক্ত হিয়াৰে কঠোৰতম ত্যাগ সহিষ্ণুতা লৈ কি

অৱস্থাৰে শোক সংঘাতে ভৰা দিনবোৰ পাৰ হৈছিল, সেই দুখে ভৰা যাত্ৰাপথত ধ্ৰুৱতৰাৰদৰে পৰম কৰুণাময়ৰ চৰণত আত্মসমৰ্পণ নিৰ্ভৰতা আকুল প্ৰাৰ্থনাই আছিল দগ্ধ প্ৰাণৰ শান্তিৰ জিৰণি। দুখৰ সংঘাতে ক্ষণিক জীৱনৰ সুখ অভিলাষ আলসুৱা ভাববোৰ অভিমান অহঙ্কাৰ পুৰি পুৰি ছাই কৰে। সেয়েহে ভাবো দুখ মানুহৰ পৰম বন্ধু। দুখ নাপালে মানুহৰ জীৱনত প্ৰকৃত শিক্ষা নহয়, দুখক পৰম প্ৰিয়ৰ দান বুলি সাদৰি লবলৈ মানুহ-জীৱন প্ৰস্তুত হ'ব লাগিব। স্বামীজীৰ 'বেদবাণী'ত এয়া অমোঘ মন্ত্ৰ। দুখ মানুহৰ পৰম বন্ধু। দুখে মানুহক অহঙ্কাৰমুক্ত কৰি ভগৱানৰ চৰণত আত্মসমৰ্পণ কৰিবলৈ শিকায়। দুখৰ সংঘাতে মানুহৰ আত্মা শুদ্ধ কৰে; বিনয়ী, সহিষ্ণু আৰু ধৈৰ্য্যশীল কৰি তোলে। দুখ মানুহ-জীৱনৰ সত্য পথ প্ৰদৰ্শক, 'বেদবাণী'।

দুখে জুৰুলা কৰা কাঁইটীয়া বাটত বাট বুলোঁতেই অশান্ত প্ৰাণৰ মাজত জাগি উঠে পৰমতৃষ্ণা, সংঘাতময় জীৱনৰ সূক্ষ্ম অনুভূতি 'গৈৰিক পথৰ' পৰম বাঞ্ছনীয় তৃষাত মন বিয়াকুল হৈ উঠে। এই সময়ছোৱাত কোনো জাগতিক কামনাই অন্তৰপৰশ কৰিব পৰা নাছিল। দুখে আবৰা, তথাপি জীৱনৰ পৰম বাঞ্ছনীয় এই মহেন্দ্ৰ মুহূৰ্তবোৰত জীৱনৰ অনুভূতিবোৰে ছন্দৰূপে লয় 'সন্ধিয়াৰ সুৰ' ৰূপে। সেই সময়ত ভগৱানক প্ৰাৰ্থনা কৰিছিলোঁ, "হে পৰম কাৰুণিক, মোৰ জীৱনৰ এই 'গৈৰিক পথযাত্ৰা' যেন অক্ষয় কৰি দিয়া।" ক্ৰমে ভোগ-সুখবিলাকলৈ দাৰুণ বিতৃষ্ণা আহিল। কবিগুৰু ৰবীন্দ্ৰনাথৰ গীতাঞ্জলীৰ গীত কেইটিমান জীৱনৰ ধ্যানমন্ত্ৰ স্বৰূপ হ'ল। গধূলি সময়ত হিয়া উজাৰি গীত গাই সান্ত্বনা পাওঁ, "দুখ দিছ যদি তাহে নাহি ক্ষতি, সহিবাৰে দেহ শকতি"। অপমান দুখত প্ৰাণৰ অভিমান বেদনা উজাৰি গাওঁ, "আমাৰ মাথা নত কৰে দাওহে তোমাৰ চৰণ ধূলাৰ তলে, সকল অহঙ্কাৰ হে আমাৰ ডুবাও চোখেৰ জলে"। মাজে মাজে কবিতা লিখোঁ। গধূলি একান্ত মনে গাওঁ কুন্তীস্তোত্ৰ। কুন্তীয়ে কৈছিল শ্ৰীকৃষ্ণক, "হে মহাযোগী কৃষ্ণ, তুমি মোক এই বৰ দিয়া, মোৰ মূৰৰ ওপৰৰপৰা যেন বিপদৰ মেঘ আঁতৰ নহয়, কাৰণ বিপদৰ সময়ত তোমালৈ মোৰ যেনেকৈ মনত পৰে, সুখৰ সময়ত প্ৰভু তোমালৈ মনত নপৰে।" এই প্ৰাৰ্থনাৰ শ্লোক কেইফাকি মৰ্মে



মৰ্মে অনুভৱ কৰোঁ। সঁচাকৈয়ে মনত হয় সংসাৰৰ ইন্দ্ৰিয়, ভোগতৃষ্ণা, সুখভোগ স্বাভাৱিক, ই জাগতিক। সুখ-ভোগৰ, আকাঙ্ক্ষা যদি মনৰ পৰা ত্যাগ কৰিব পাৰি ভগৱানৰ স্মৰণত সকলো দুখ দূৰ হয়। সেই পৰম মঙ্গলময়ৰ কৃপা লাভ কৰিব পাৰিলে তাতকৈ আৰু কি বাঞ্ছনীয় হ'ব পাৰে? মনে মনে ভগৱানক প্ৰাৰ্থনা কৰোঁ, "প্ৰভু দুখ দিছা দিয়া, কিন্তু তুমি মোৰ মনৰপৰা আঁতৰ নহ'বা।" গীত গাওঁ :

"চিৰ সখাহে ছেড়না মোৰে ছেড়না
জৰা ভৰাতুৰে নবীন কৰহে মোৰ
ওহে সুধা সাগৰ"। (ৰবীন্দ্ৰনাথ)

গীতবোৰ প্ৰাণৰ পৰম সান্ত্বনা। প্ৰাৰ্থনাৰূপে প্ৰাণৰ কথাবোৰে ছন্দৰূপ লৈ গীতৰ সুৰত ৰূপ লয়। চকুৰ পানী ধাৰাসাৰে বৈ পৰে। সেইখিনি সময় শান্তিৰে হিয়া উপচি যায়। দিনবোৰ যাবলৈ ধৰে। দেউতাৰ ঘৰত মুকলি মনেৰে মুকলি কণ্ঠেৰে গীত গোৱাত কোনো বাধা নাছিল। গধূলি পৰত দু'মহলাৰ বাৰান্দাৰ এটি নিৰল কোণত আৰামী চকীত বহি হিয়া খুলি গীত গাওঁ।

গীতৰ সুৰে হৃদয় বেদনা বাকী দি শান্তিময়ৰ নিচেই ওচৰ চাপি যোৱা যেন লাগে। প্ৰাণ মন শান্তিৰে ভৰি যায়। পাহৰাই দিয়ে দুখ, শোক বেদনাৰ কথা। দুখৰ বোজা পাতলি যায়। সঙ্গীতৰ সুৰে সুৰে মন প্ৰাণ সত্তা কোন অতীন্দ্ৰিয় জগতলৈ গতি কৰে। প্ৰাণ ঢলা গীতৰ সুৰে সুৰে শান্তিৰ অন্বেষণত চকুৰ পানীৰে দুগাল তিয়াই দিনৰ সৰহখিনি সময় পাৰ হৈ যায় কিবা তন্ময় ভাবত। উপনিষদ, ভগবদ্গীতা আদিৰ পাতে পাতে বিচাৰি ফুৰোঁ শান্তিৰ সন্ধান।

**স্বামী সুৰেশানন্দৰ আশীৰ্বাদ :** মই গুৱাহাটীলৈ অহাৰ কেইদিন-মানৰ পিচতেই হঠাতে এদিন পথ ওৰচীৰ সাধক যোগী পুৰুষ স্বামী সুৰেশানন্দ আমাৰ ঘৰ ওলালহি। কোনো মানুহৰ ঘৰলৈ কেতিয়াও নোযোৱা তেজপুঞ্জ যোগ-সিদ্ধ মুণ্ডিত মস্তক হাতত পলাশ দণ্ড লৈ গেৰুৱা বসন পিন্ধা এই বৃদ্ধ সন্ন্যাসীজনে আহি মোৰ বিচাৰ লোৱাত সকলোৰেই আচৰিত হ'ল। এই যোগী পুৰুষজন গুৱাহাটীৰে, নাম আছিল যোগেশ্বৰ কটকী। আমাক সৰুৰেপৰাই জানে। মই বিধৱা

হোৱা শুনি চাবলৈ আহিছিল। দেউতাই অতি শ্ৰদ্ধাৰে বহিবলৈ দিলে। মোৰ বাতৰি সোধাত মোক মাতি আনিলে। এই যোগী পুৰুষজনলৈ মোৰ মনত অতি শ্ৰদ্ধা উপজিল, মই সভক্তিৰে সেৱা কৰিলোঁ। সাধকজনে মোৰ মূৰত হাত দি আশীৰ্বাদ কৰিলে—

"মহাজীৱনৰ অধিকাৰিণী হোৱা আই।"

এই আশীৰ্বাদ পাই মোৰ গোটেই গাটো শিয়ৰি উঠিল। মহান যোগী পুৰুষজনৰ শ্ৰীমুখৰপৰা ওলোৱা এই মহৎ আশীৰ্বাদ বাক্য শুনি ভাবিলোঁ, এই যোগীজনে মোক কি আশীৰ্বাদ দিলে? মহাজীৱন পথত মই আগবাঢ়িব লাগিব, জাগতিক জীৱন-যাত্ৰাৰপৰা মোৰ যাত্ৰা-পথ পৃথক নে কি? মহাযোগীৰ বাণী, মহাজীৱন পথৰ যাত্ৰিণী মই! এই অমৃত বাক্যই দেখুৱালে নিঃসঙ্গ যাত্ৰাপথত ত্যাগোজ্জ্বল গৈৰিক পথৰ পোহৰ।

জীৱন যাত্ৰাৰ পথত ছন্দে ছন্দে জাগি উঠিল সকৰুণ জীৱনত কাব্যসুৰ ঃ

"তোমাক বিচৰা নাই সুৱদি পুৱাৰ জীৱনৰ সুধাময় পবিত্ৰক্ষণত
আজি এই বিষাদৰ সন্ধিয়া পৰত—গহীন এন্ধাৰে ঢকা
সীমাহীন সাগৰ পাৰত। তোমালৈ পৰিছে মনত
অ মোৰ পৰমপ্ৰিয়! তুমি ক'ত! তুমি ক'ত!"

(সন্ধিয়াৰ সুৰ : অনাহুত)

পৰম তৃষ্ণাত তৃষিত প্ৰাণে শান্তিপথৰ সন্ধানত গৈৰিক যাত্ৰাৰ অজান পাৰ বিচাৰি গতি কৰিলে মহাজীৱনৰ অমৃতৰ সন্ধানত পৰম তৃষ্ণাৰ পাৰে পাৰে।

"কোনে বাৰু দিলে তেনে মানুহৰ আতমাত
বিশ্বগ্ৰাসী অতৃপ্তিৰ ক্ষুধা
যদি তেওঁ থোৱা নাই বিয়াকুল জীৱনৰ
শান্তিময় সুখৰ নিজৰা
ভোগতেই মানুহৰ তৃপ্তি পলোৱা হলে
বাসনাও নোৱাৰে থাকিব
মানুহৰ জীৱনৰ চৰম সমাধি হলে
জীৱন মৰণো নেথাকিব।" (সন্ধিয়াৰ সুৰ : পৰমতৃষ্ণা)



সাধু দৰ্শন ঃ জীৱনৰ ওপৰত উপৰ্যুপৰি আঘাতে বৈ থকা জীৱন সুঁতিত যেতিয়া সংঘাতে ভেটা দি ধৰিলে, সেই সময়ছোৱাত জীৱনৰ গন্তব্য বাট বিচাৰি মন বিয়াকুল হৈ পৰিল। সমুখত সীমাহীন দীঘলীয়া বাট, কোন বাটে আগবাঢ়িব অকলশৰীয়া বাটৰুৱা? কোনে দিব প্ৰকৃত বাটৰ সন্ধান? মনৰ মাজত অযুত প্ৰশ্নই উৱাদিহ হেৰুৱালে। পৰমাৰ্থ পথৰ সন্ধানত জীৱনে শান্তি হেৰুৱালে। জীৱনৰ সকলো সত্তা ঊৰ্দ্ধমুখী হৈ বাস্তৱ জগৎখন মূল্যহীন যেন লগা হ'ল। এই সময়ছোৱাত নিৰলে সদগ্ৰন্থবোৰক জীৱনৰ সঙ্গী যেন লগা হ'ল। গ্ৰন্থৰ প্ৰতিটি পাত লুটিয়াই চাওঁ কিজানিবা ক'ৰবাত শান্তি পথৰ বাতৰি পাওঁ।

এনে সময়তে এজন সাধুৰ দৰ্শন পালোঁ। সাধুজন হিমালয়বাসী প্ৰাচীন সাধু। তেওঁ অশ্বক্লান্তৰ বিষ্ণুপদৰ অলপ ওপৰত ডাঠ হাবিৰ মাজত মোৰ ককাদেউতা ৺মাধৱচন্দ্ৰ বৰদলৈৰ সমাধি স্থানত থকা সৰু ঘৰ এটিত সোমাই ধ্যানত আছিল। মোৰ বুঢ়ী আইতা স্বৰ্গী হোৱাত ককাদেউতাৰ সমাধি স্থানৰ কাষতে সৎকাৰলৈ লৈ যোৱা হৈছিল। চিতা জুই জ্বলি উঠাত বেৰ নোহোৱা হাবিয়ে ঢকা ঘৰটোৰ সাধুজন মোৰ দেউতাৰ চকুত পৰি দেউতা সাধুজনৰ কাষলৈ হাবি ফালি গৈ প্ৰণাম কৰিলে। সাধুজন ওলাই আহি দেউতাক কেইআষাৰমান আচৰিত কথা কোৱাত দেউতাৰ অতি ভক্তি জন্মি সাধুজনক নিজৰ ঘৰলৈ যাবলৈ সানুনয়ে অনুৰোধ কৰিলে। আইতাৰ চতুৰ্থাৰ দিনা সাধুজন আহিল আমাৰ ঘৰলৈ। সাধুজনক আমাৰ ৺গোপাল মন্দিৰত বহুৱাই সকলোৱে প্ৰণাম কৰিলে। সাধুজনে সকলোৰে মনত ভবা কথাবোৰ অন্তৰ্যামীৰ দৰে কৈ গ'ল জনে জনে। দেউতাক অকলে বহু কথা ক'লে, ভূত ভৱিষ্যতৰ। ভয়ে ভয়ে মই সাধুক প্ৰণাম কৰিলোঁ, সাধুজনে মোলৈ তীক্ষ্ণ দৃষ্টিৰে বহুপৰ চাই ক'লে, "বেটী তুমতো আসলি চিজ চাহতি হ্যায়, সংসাৰকে দুখ আনেসেভি ঘাবৰাও মৎ, আগে বাঢ় যাও, সাচ পথ মিল যায়েগী।" মই মুখেৰে একো কব নোৱাৰিলোঁ। কাৰণ সেই সময়ত মোৰ পৰম শান্তিৰ বাহিৰে, জাগতিক কোনো প্ৰাৰ্থনা মনত অহা নাছিল। মনে মনে প্ৰাৰ্থনা জনালোঁ, "হে দেৱদূত, তোমাৰ বাক্য যেন সফল হয়।" জীৱনৰ পৰম বাঞ্ছিতৰ বাৰ্তাবাহী দূত ভাবি

ভগবৎ কৃপাৰ অনাবিল শান্তি অনুভব কৰিছিলোঁ। দেউতাক অকলে লগ ধৰি এই অভাগিনীৰ "দুটি পুত্ৰৰ শোক পাব লাগিব" দেউতাৰ আগতে ভৱিষ্যৎ বাণী কৰি গৈছিল। দুৰ্ভাগিনীৰ দুৰ্ভাগ্যৰ সঙ্কেত দিবলৈকে যেন সাধুজন আহিছিল। দেউতাক ক'লে, "বিশেষ প্ৰয়োজনত মই ইয়ালৈ আহিছিলোঁ, তোমালোকে মোক আৰু দেখা নোপোৱা"—এই বুলি বিদায় মাগি পদূলি ওলায়েই সাধুজন অন্তৰ্ধ্যান হৈ গ'ল। সাধুজনে কোৱামতে মোৰ সৰু ল'ৰা পুতলীৰ মৃত্যু হোৱাৰ পিছত দেউতাই মোৰ ভাই উমেশৰ আগত মই আৰু এটা ল'ৰা হেৰুৱাব লাগিব বুলি কৈছিল। দ্বিতীয় ল'ৰা পৱিত্ৰৰ মৃতুৰ পিছত উমেশে মোক কৈছিল সাধুয়ে কৈ যোৱা ভৱিষ্যৎ বাণীৰ কথা।

**অভেদানন্দ স্বামীজিক দৰ্শন ঃ** মনত সাধু দৰ্শন, সাধুসঙ্গৰ এটি তীব্ৰ অভিলাস জাগি উঠিছিল। শুনিলোঁ ৰামকৃষ্ণ পৰমহংসৰ শিষ্য বিবেকানন্দ স্বামীৰ গুৰু-ভাই অভেদানন্দ স্বামী আহিছে, স্থানীয় থিয়েটাৰ হলত আছেহি। মোৰ আই আৰু পেহীদেউক লৈ আমি গৈ দৰ্শন কৰিলোঁ স্বামীজিক। বিবেকানন্দ স্বামীৰ বহুত কিতাপ পঢ়িছোঁ, অভেদানন্দ স্বামীৰ নাম শুনিছোঁ, দেখি বৰ ভাল লাগিল। স্বামীজিক প্ৰণাম জনালোঁ। স্বামীজীয়ে আশীৰ্বাদ কৰিলে। বহুলোক গোট খাইছে, স্বামীজীয়ে অমৃতবৰষা আধ্যাত্মিক উপদেশ দিছে। কিছু সময়ৰ পিছত মোৰ মুখলৈ চাই স্বামীজীয়ে ক'লে—"মা, ৰাস্তাত ধৰেছ তুমি, চলে যাও, দ্বিধাহীনভাবে এগিয়ে যাও, প্ৰকৃত পথ পেয়ে যাবে, জীবনে অনেক সংঘাতেৰ সম্মুখীন হতে হবে, চলে যাও সম্মুখে তোমাৰ বিস্তীৰ্ণ কৰ্মপথ, কাণ্ডাৰী তোমায় নিয়ে যাবে বিশাল কৰ্মপথে অগ্ৰসৰ কৰে। ফিৰে দেখ না, আমি বলেছি তুমি যা চেয়েছ পেয়ে যাবে। কৰ্মময় জীবনেৰ পটভূমি জ্বলছে তোমাৰ সম্মুখে, এগিয়ে যাও মা, এগিয়ে যাও।" গেৰুৱা বস্ত্ৰ পৰিহিত, মুণ্ডিত-মস্তক ব্ৰহ্মচাৰী যোগীজনৰ তপস্যা-উজ্জ্বল মহিমাময় দীপ্তিত দীপ্ত স্নেহ কোমল আশিসবাণী মোৰ কাণত দৈৱবাণীৰ দৰেই প্ৰতিধ্বনিত হবলৈ ধৰিলে। স্বামীজীয়ে আকৌ সুধিলে, "মা, তুমি কিছু প্ৰশ্ন কৰবে, জানি মা তোমাৰ মনে অনেক প্ৰশ্ন আছে, আমি এমেৰিকায় যাচ্ছি, তোমায় ঠিকানা দিয়ে গেলাম, মনে কিছু প্ৰশ্ন



থাকলে আমাকে চিঠি লিখে জানিও।" স্বামীজীয়ে এমেৰিকাৰপৰা মোলৈ তিনিখন চিঠি দিছিল, উত্তৰত মই মনত উদয় হোৱা বহু আধ্যাত্মিক প্ৰশ্ন জনাইছিলোঁ। স্বামীজীৰ চিঠিত কিয় নাজানো, মোক সম্বোধন কৰিছে 'তপস্বিনী মা' বুলি! কি আচৰিত? ঘোৰ সংসাৰী মই, মই কি তপস্যা কৰিছোঁ? মায়ামোহত আৱদ্ধ এটা অভিশপ্ত জীৱনৰ কি সুকৃতি আছে? এজন বৃদ্ধ জ্ঞানী সন্ন্যাসীৰ মুখৰপৰা মই কিয় এনে মহতী সম্বোধন লাভ কৰিলোঁ? পাৰিম জানো এই মহতী সম্বোধনৰ সন্মান ৰাখিব? অতি লজ্জিত হৈছিলোঁ এই সম্বোধনত। স্বামীজীয়ে আমেৰিকাৰপৰা বহু অধ্যাত্ম জ্ঞানপূৰ্ণ উপদেশেৰে মোলৈ চিঠি দিছিল। স্বামীজীয়ে এটা উপদেশ দিছিল, "পাৰ্য্যমানে আনৰ সেৱা কৰিবা, পৰাপক্ষত কাৰোপৰা সেৱা-শুশ্ৰূষা গ্ৰহণ নকৰিবা।" এই বাণী সাৰোগত কৰি পৰাপক্ষত কাৰোপৰা সেৱা-শুশ্ৰূষা লোৱা মনোভাব ত্যাগ কৰিবলৈ যত্ন কৰি আহিছোঁ। পাৰ্য্যমানে আনক সেৱা দিবলৈ যত্ন কৰিছোঁ। এইয়া সাধুৰূপী ভগবৎ কৃপা। এতিয়ালৈকে নিজৰ সকলো কাম নিজে কৰি আহিছোঁ।

**স্বামী সুৰেশানন্দৰ উপদেশ ঃ** গুৱাহাটীৰ শিলপুখুৰীপাৰত পঞ্চবটী আশ্ৰমত যোগ সাধনাত সিদ্ধি লাভ কৰি পূৰ্বৰ গুৱাহাটীৰে গৃহস্থ 'যোগেশ্বৰ কটকী' পিচৰকালৰ যোগী স্বামী সুৰেশানন্দ সাধু নামে জনাজাত হৈ পৰে। এই জ্ঞানী সাধকজনৰ ওচৰলৈ কলেজৰ প্ৰফেচাৰ-সকল আৰু বহুজন স্বামীজীৰ অমৃতময় বাণী শুনিবলৈ যায়। মাজে মাজে মোৰ আই আৰু পেহীদেউক লৈ আমিও যাওঁ। বাবাৰ ওচৰলৈ মোৰ সৰু ল'ৰা পুতলীকো লৈ যাওঁ। বাবা আৰু মাই আমাক বৰ স্নেহেৰে বহুৱাই নানা উপদেশ শুনায়। আন ল'ৰা-ছোৱালীবোৰে ফুললিৰ ফুল তুলি ফুৰে। পুতলীয়ে হ'লে লেপেটা কাঢ়ি বহি বাবাৰ উপদেশবোৰ একান্তভাৱে শুনি থাকে। এদিন বাবাই সুধিলে, "মা, এইটি কাৰ ল'ৰা?" মই কলোঁ, "মোৰে ল'ৰা বাবা।" বাবাই ক'লে, "মা, এই ল'ৰাটি ক্ষণজন্মা, তুমি এই ল'ৰালৈ আসক্ত নহবা।" মাতৃপ্ৰাণত এই সাৱধান বাণীয়ে জানো ঠাই পাব পাৰে? ল'ৰাৰ অমঙ্গলৰ কথা মাকে ভাবিব নোৱাৰে।

কিন্তু যিদিনা পুতলীক আকস্মিক দুৰ্ঘটনাত হেৰুৱালোঁ, সেইদিনা

এই ভৱিষ্যতদৰ্শী সাধুজনৰ সকীয়নিলৈ মনত পৰিল। আই পেহীদেউক লৈ সান্ত্বনা বিচাৰি পঞ্চৱটী আশ্ৰমলৈ গলোঁ। বাবাই ক'লে, "মা, শোকাভিভূত নহবা, এই ল'ৰা ক্ষণজন্মা বুলি মই আগতেই কৈছিলোঁ নহয়, এই ল'ৰা আছিল যোগভ্ৰষ্ট পুৰুষ, পূৰ্বজন্মৰ অসমাপ্ত কৰ্ম সমাপ্ত কৰিবলৈ, তোমাৰ পূৰ্বজন্মৰ সুকৃতিৰ ফলত তোমাৰ গৰ্ভত জন্মি কৰ্ম সমাপ্ত কৰি মুক্ত জীৱ গুচি গ'ল। তাৰ কপালত জিলিকি আছিল দুডাল 'উৰ্দ্ধপুণ্ড্ৰ' ৰেখা, দেখিছিলা নহয়? সৰু ল'ৰাৰ কপালত এনেকুৱা ৰেখা দেখি মই বুজিছিলোঁ, এইজন সাপভ্ৰষ্ট যোগী পুৰুষ বুলি। মুক্ত জীৱক বন্ধনত ৰাখিবলৈ তোমাৰ কি অধিকাৰ আছে? কৰ্ম শেষ নহলে মানুহ নাযায়। কৰ্ম শেষ হলেহে জীৱৰ ডাক পৰে। তুমি মোহ-মায়া অন্তৰৰপৰা দূৰ কৰি তোমাৰ আগত থকা সংসাৰৰ কৰ্তব্যবোৰ নিৰ্লিপ্তভাৱে কৰি যোৱা, ত্যাগৰ পথ লোৱা মা। ত্যাগৰ পথেহে তোমাক দিব পৰম শান্তি "পিত্বা মোহময়ী প্ৰমোদ মদিৰা মুন্মও ভূতং জগৎ", "তোমাৰ সমুখত বহু কৰ্তব্য আছে, সকলো গম পাবা।" পুত্ৰশোক-দগ্ধ হিয়াত বাবাৰ উপদেশে শান্তি ছটিয়াই দিছিল।

**সন্ন্যাসিনী পেহীৰ আগমন ঃ** এদিন দুপৰীয়া গেৰুৱা বসন পিন্ধা বয়স্থা এগৰাকী সন্ন্যাসিনী আহি আমাৰ ঘৰ ওলালহি। দেউতাই চিনি পালে, এই গৰাকী দেউতাৰ দূৰসম্পৰ্কীয়া পেহীয়েক, নাম মাহিন্দ্ৰীদেৱী। এওঁ সৰুৰেপৰা কৃষ্ণভক্তিপৰায়ণা; দিনে-ৰাতিয়ে গোসাঁই-ঘৰত পৰি কৃষ্ণ কৃষ্ণ বুলি কান্দি থাকে। সময়ত বিয়া হ'ল, দুটি ছোৱালী জন্ম হ'ল, কিন্তু এওঁ সংসাৰত থাকিব নোৱাৰিলে। এওঁৰ কৃষ্ণ-ভক্তিৰ উন্মনা মনে সংসাৰৰ বিজুতি আনিলে। গিৰিয়েকক আন এজনী ছোৱালী বিয়া কৰাই দি, এওঁ সংসাৰ ত্যাগ কৰি সন্ন্যাসিনী হৈ গুৱাহাটীৰ অশ্বক্লান্তৰ গুহা এটিত বাস কৰিবলৈ ধৰিলে। দিনটো কৃষ্ণ চিন্তা কৰি গুহাত সোমাই থাকে, পালে এমুঠি খায়। ভক্তৰ প্ৰবল তপস্যাৰ ফলত ভগৱানে ভক্তৰ ওচৰলৈ দূত প্ৰেৰণ কৰে সাধন পথৰ সন্ধান দিবলৈ। ভক্তৰ আকৰ্ষণত গুৰুয়ে আহি নিজে মন্ত্ৰদান কৰা উদাহৰণ বহুত পোৱা যায়। বহুজনে স্বপ্নতো মন্ত্ৰলাভ কৰি সিদ্ধিলাভ কৰে। ঋষি অৰবিন্দই কাৰাগাৰৰ ভিতৰতে 'কুঠমী ঋষিৰ' মন্ত্ৰলাভ কৰি সিদ্ধিলাভ কৰিছিল।



সংসাৰ-বৈৰাগিণী মাহিন্দ্ৰীদেৱীয়েও অনাহাৰে অনিদ্ৰাৰে ভগৱানৰ আৰাধনা কৰাৰ ফলত গুহাৰ মাজতে গুৰুকৃপা লাভ কৰিলে। এদিন এজন বৃদ্ধ সাধক আহি বাহিৰৰপৰা বৰআই বুলি মাত দিলে। (মাহিন্দ্ৰী দেৱীক সকলোৱে বৰআই বুলি মাতে।) বৰআই মাত শুনি ওলাই আহি সন্ন্যাসীজনক দেখি তেওঁ আচৰিত হৈ শুধিলে, "বাবাজী আপুনি ক'ৰপৰা আহিছে? মইতো আপোনাক চিনি নাপাওঁ, আপুনি মোৰ নাম কেনেকৈ জানিলে?" বাবাজীয়ে ক'লে, "বৰআই! তুমি দেখোন মোক সদায় মাতি আছা, তুমি যি বাবেই মোক মাতিছা সেইবাবেই আহিলোঁ, তোমাক কালিলৈ দীক্ষা দিম। তুমি আজি ৰাতি লঘোনে থাকিবা, কালি পুৱা মই আহিম।" বৰআইয়ে তপামূৰৰ বৃদ্ধ সন্ন্যাসী-জনৰ যোগদীপ্ত মুখমণ্ডল দেখি ভক্তি উপজি প্ৰণাম কৰিলে। সন্ন্যাসী গ'লগৈ, বৰআইয়ে ওৰে নিশা চিন্তাত কটালে। পিছদিনা পুৱা আহি সন্ন্যাসীয়ে বৰআইক কৃষ্ণমন্ত্ৰত দীক্ষা দি ক'লে, "গুৰুক কাপোৰ দিব লাগে, তুমি কাপোৰ ক'ত পাবা, সৰা আঁহত পাত দুটা আনি মোৰ হাতত দিয়া।" বৰআইয়ে আঁহত পাত বুটলি আনি দিলে। গুৰুৱে ক'লে, "তুমি কৃষ্ণমন্ত্ৰ পালা, এতিয়া বাৰবছৰকাল তুমি এই মন্ত্ৰ সাধনা কৰিবলৈ ৺বিশ্বনাথলৈ যোৱাগৈ, তাতে সন্ন্যাসিনী ব্ৰত লৈ বাৰ বছৰ সাধনা কৰি নিজ ঠাইলৈ উলটি আহিবা।" গুৰুৰ আদেশমতে বৰআইয়ে মন্ত্ৰ আৰু সন্ন্যাস লৈ তেজপুৰ বিশ্বনাথ মন্দিৰৰ ওচৰত এটি পঁজাত বাৰবছৰকাল সাধনা কৰি, নিজ ঠাই গুৱাহাটীলৈ আহি, দেউতাৰ কথা মনত পৰি চাবলৈ আহিছে। দেউতাই বৰ আদৰ কৰি পেহীয়েকক নিজৰ ঘৰত থাকিবলৈ ধৰাত তেখেতে ক'লে, "বোপা! মই সন্ন্যাসিনী, মোক এটি আছুতীয়া ঘৰ দিলে থাকিব পাৰোঁ।" দেউতাই আমাৰ ওপৰ মহলাৰ সৰু কুঠৰী এটি পেহীয়েকক থাকিবলৈ দিলে। দেউতাই পেহী বুলি মতা শুনি আমি সকলোৱেই তেখেতক পেহী বুলি মাতিবলৈ ললোঁ। দেখিবলৈ অশুৱনী আঁজলী স্বভাৱৰ পেহীক সকলোৱেই মৰম কৰে। কিয় জানো, পেহীয়ে মোক বৰ ভাল পাবলৈ ধৰিলে। সাধন-ভজনৰ বহু কথা বহু অনুভূতি মোক অকপটে কয়। পেহীয়ে দিনত এসন্ধ্যা নিজে ৰান্ধি হবিষ্যান্ন খাই। দিনত গীতা পঢ়ি থাকে, কেতিয়াও বাহিৰা কথা নুশুনে, গধূলি সামান্য আহাৰ কৰি ওৰে

নিশা ধ্যান-ধাৰণাত কটায়। সন্ন্যাসিনী পেহীৰ সংস্পৰ্শ তপস্যায় জীৱনৰ সান্নিধ্যই মোৰ সন্তপ্ত প্ৰাণত বহুখিনি শান্তিৰ পৰশ বুলাইছিল। পেহী কৃষ্ণপ্ৰেমত আকুল। মই গান গালে বৰ ভাল পায়। সন্ধ্যাৰ আগতে গান, বৰগীত গাই শুনাওঁ। পেহীয়ে বেসুৰা গীতবোৰ অকলে অকলে এন্ধাৰত গায়, কেতিয়াবা কৃষ্ণপ্ৰেমত নাচে, কান্দে। পেহীৰ খোজ-কাটলবোৰ থৰ-যুগুতি নোহোৱা। আমি পেহীক কেতিয়াবা জোকাওঁ, পেহীয়ে হাঁহে। এদিন নিশা দুই বজাত পেহীয়ে মোক হেঁচুকি জগালেহি "উঠচোন মা!" মই ক'লোঁ, "কি হ'ল পেহী?" পেহীয়ে ক'লে, "শুনচোন শ্ৰীকৃষ্ণৰ বংশীধ্বনি!" মই আচৰিত হৈ উঠি আহি, ক'তো একো নুশুনি ক'লোঁ, মই একো শুনা নাই। পেহীয়ে ক'লে, "কিয় শুনা নাই, সেয়া বংশীধ্বনি ক'ত বাজিছে মই কব নোৱাৰোঁ, মোৰ বুকুত বাজিছে নে বাহিৰত বাজিছে, কি মধুৰ বংশীধ্বনি এবাৰ বাহিৰত এবাৰ বুকৰ মাজত বাজিছে মোৰ প্ৰভুৰ বাঁহী, দে অ' মা, মোক এই ভাৱত গীত এটা লেখি দে অ'! মই গাই গাই নাচোঁ, মাৰ মুখত ভাষা নাই বাছা! তই লেখি দে অ' মা লেখি দে!" মই ভাবিলোঁ পেহী বলীয়া হ'ল নে কি? কিন্তু কৃষ্ণপ্ৰেম উন্মাদিনীৰ পৰশে মোকো আপোন পাহৰালে, সেই দোভাগ নিশা কাগজ কলম লৈ গীত লেখিলোঁ।

গীত

চিৰ মোহনৰ পৰশি অধৰ
বাজে; মধু মুৰলীৰ সুৰ
বাজে অদূৰে কিবা সুদূৰে
বাজে মন মাজে কিবা বন মাজে
প্ৰাণ বিয়াকুল প্ৰবল আকুল মোৰ
শুনি মোহনৰ মধু মুৰলীৰ সুৰ।

পেহীয়ে গানটো পাই গাই গাই নাচিবলৈ ধৰিলে, চকুৰ পানী ধাৰাসাৰে ববলৈ ধৰিলে। কিতাপত পঢ়া 'মীৰাবাঈ' চৈতন্যদেৱৰ কৃষ্ণ-প্ৰেমৰ উন্মাদনা, আজি নিজ চকুৰে কৃষ্ণপ্ৰেম উন্মাদিনীৰ মহাভাব দেখি ধন্য হ'লোঁ। সাষ্টাঙ্গে চৰণত পৰি ক'লোঁ, "যি ভগৱৎ প্ৰেম মহাধন পাবলৈ মুনি, ঋষি মহাভক্তই সাধনা কৰি নেপাই, সেই কৃষ্ণপ্ৰেমৰ এককণা



পাবলৈ, প্ৰেমোন্মাদিনীৰ চৰণত পৰি প্ৰাৰ্থনা কৰিলোঁ। পেহীয়ে মূৰত হাত দি ক'লে, "পাবি বাছা! পাবি কৃষ্ণপ্ৰেম প্ৰসাদ।" সেই নিশাৰ দুৰ্লভ মুহূৰ্তবোৰ কিবা আনন্দ অজান পুলক লৈ ৰাতিটো পুৱাল। তপস্বিনী পেহীৰ পুণ্য প্ৰভাৱত আমাৰ ঘৰখনত এটি পৱিত্ৰ পৰিৱেশৰ সৃষ্টি হৈছিল। মই ভাবোঁ, ভগৱানৰ কি কৃপা, মোৰ শোকসন্তপ্ত প্ৰাণত শান্তি দিবলৈ এজনা তপস্বিনী সঙ্গিনী প্ৰেৰণ কৰিছে। ভগৱানে মোক ভাল পায়, ভগৱানে কত ৰূপে কত ভাবে মোক কৃপাদান কৰিছে, মই নিৰাশ্ৰয়, পিতৃমাতৃৰূপে মোক আশ্ৰয় দিছে। মোৰ নিৰাশ্ৰয় শিশু কেইটিক বিনামূলীয়া চিকিৎসা দিছে, ডাক্তৰবোৰে মোৰ ল'ৰা-ছোৱালীক অসুখ চাই ভিজিট নলয়। শোক সন্তাপত দিছে সাধুসঙ্গ। প্ৰভু! তোমাৰ কিমান কৃপা এই অকিঞ্চিৎ জীৱনটোলৈ! এদিন শিষ্যা পেহীক বিচাৰি পেহীৰ গুৰুদেৱ আহি আমাৰ ঘৰত উপস্থিত হ'লহি! দেউতাই পেহীৰ গুৰুদেৱক দেখি মহাভক্তিৰে বহুৱালে। আমি ঘৰ-ঘৰোৱালেই, মহান যোগীপুৰুষ যোগানন্দ পৰমহংসদেৱক প্ৰণাম কৰিলোঁ। দেউতা প্ৰমুখ্যে আমি সকলোৱেই এই স্থিতপ্ৰজ্ঞ মহাতপা তেজস্বী প্ৰাচীন যোগী পুৰুষজনক ঘৰতে পাই সৌভাগ্যবান বুলি ভাবিলোঁ। বাবাক আমাৰ বহুদিনৰ আপোন যেন লাগিছিল। বাবাৰ অমূল্য উপদেশ শুনিবলৈ ঘৰ-ঘৰোৱাল চাকৰ-নাকৰ, ওচৰ-চুবুৰীয়াই বেঢ়ি ধৰিছিল। বাবা মাজে সময়ে আমাৰ ঘৰলৈ আহিছিল। বাবাই কিয় জানো মোক বৰ স্নেহ কৰিছিল। দেউতাই মোক 'নুলা' বুলি মাতে, বাবাইও কন্যা স্নেহেৰে 'নুলা' বুলি মাতে। বাবাই ধ্যান, প্ৰণালী আদি মোক বহু শিক্ষা দিছিল। বাবাই কৈছিল, "মোক যেতিয়াই বিশেষ স্থানত মনত নিৰৱদ্ধ কৰি চিন্তা কৰিবা, মই তেতিয়াই আহিম।" এই প্ৰমাণ মই বহুবাৰ পাইছোঁ।

বাবা আমাৰ ঘৰলৈ অহাৰ কিছুদিন পিছত, এদিন আবেলি পৰত আমাৰ ঘৰলৈ বাবা আহি পেহীক কলে, "বৰআই! কালি একাদশী, তুমি আজিয়েই উত্তৰ পাৰলৈ যোৱাগৈ। কালি গীতাপাঠ, নাম-কীৰ্তন কৰি দিনটো কটাবা।" পেহীয়ে ক'লে, "বাবা ইয়াতে কৰিলে জানো নহব?" বাবাই ক'লে, "নহয়, উত্তৰ গুৱাহাটীত হে ভাল হব, তুমি এতিয়াই যোৱা।"

পেহীয়ে গুৰুৰ আজ্ঞা পাই দুখভাৰ লৈ তেতিয়াই গ'লগৈ। দেউতাই বাবাক শুধিলে, "বাবা পেহীক কিয় পঠিয়াই দিলে? পেহীয়ে দুখ মনেৰে গ'লগৈ?" বাবাই ক'লে, "বৰআই! একাদশী তিথিত স্বৰ্গী হব, ইয়াত হলে আপোনালোকৰ অসুবিধা হব, সেয়েহে উত্তৰ পাৰলৈ পঠিয়ালোঁ।" আমি সকলোৱে অবাক হলোঁ, সম্পূৰ্ণ সুস্থ মানুহ পেহী এতিয়াই খোজকাঢ়ি ঘাটলৈ গৈছে যি মানুহ গৰাকী, সেই মানুহ গৰাকীৰ কালি মৃত্যু হব? কি আচৰিত কথা! অলপ পিছতে বাবাও গ'ল। কৈ গ'ল কালি একাদশী, দ্বাদশীৰ দিনা আবেলি মই আহিম। আমাৰ মন দুখত ম্ৰিয়মান। দ্বাদশীৰ দিনা আবেলি পৰত বাবা আহিল, আমি সকলোৱে বাবাক বেঢ়ি ধৰিলোঁ। বাবাই ক'লে, "বৰআই কালি একাদশী তিথিত স্বৰ্গী হ'ল। আজি সৎকাৰ কৰি থৈ আহিছোঁ।" আমি কান্দিবলৈ ধৰিলোঁ, পেহীয়ে সঁচাকৈ আমাক এৰি গ'ল। বাবাই ক'লে, "একাদশীৰ দিনা উপবাসে থাকি গীতা পঢ়ি থাকে, গধূলি গোপিনীসকলেৰে নাম কীৰ্তন কৰি মাজ নিশা শয্যা লয়। পুৱতী নিশা মই আহি বৰআইক অন্তিম মুহূৰ্তত পালোঁহি। বৰআইয়ে ইষ্টৰূপ দৰ্শন কৰি সুন্দৰ সুন্দৰ বুলি অনন্তলৈ গতি কৰিলে।"

**স্বামী যোগানন্দ পৰমহংসদেৱৰ উপদেশামৃত ঃ**

বাবাৰ উপদেশ ঃ পৰম সত্তাৰ লগত নিজ সত্তা সংযোগ কৰাই ধ্যান। মানুহে শুচি-শুদ্ধ সংযতভাৱে পৱিত্ৰতাৰে নিজ কৰ্তব্য পালন কৰি যোৱাই একমাত্ৰ ধৰ্ম। ত্যাগ পথেৰে নিজক অনুপ্ৰাণিত কৰি লৈ পৰহিত ব্ৰত পালন কৰিব পাৰিলে মানৱ জীৱনৰ সঞ্চিত প্ৰাৰব্ধ ক্ষয় হৈ যায়। যোগ অৰ্থে চিত্তবৃত্তি নিৰোধ ধ্যানকে বুজায়। ধ্যান অভ্যাসৰ দ্বাৰাই চঞ্চল মনক স্থিৰ কৰাৰ উপায়। ধ্যানত যিমান সময় সৰহ পৰিমাণে মনক স্থিৰ কৰি ৰাখিব পৰা যায় সিমানে ধ্যানে গভীৰ ৰূপ লয়। ধ্যান জগৎ এখনি অতীন্দ্ৰিয় জগৎ। ধ্যান-যোগত নিজ সত্তা সমাহিত কৰিব নোৱাৰিলে প্ৰকৃত পৰম সত্তাৰ অনুভূতি লাভ কৰিব নোৱাৰি। নিবিড় ধ্যানৰ সহায়েৰে আনন্দময় ধ্যান ৰাজ্যত মনক যিমান বেলি পৰা যায় কেন্দ্ৰীভূত কৰি ৰাখিবলৈ কৰা সংযত চেষ্টাত ধ্যানযোগে পূৰ্ণ-পৰিণতি লাভ কৰে। অভ্যাসৰ ফলত এই ধ্যান ক্ৰমশঃ ঘনীভূত হৈ পৰে। অভ্যাস আৰু সংযমৰ



দৃঢ়তাত ধ্যান অনুভূতি ঘনীভূত হৈ পৰে। এই ধ্যানে নিবিড় অৱস্থা লাভ কৰিব পাৰিলে মানৱচিত্ত ধ্যানলোকত সমাহিত হৈ পৰে—এনে ধ্যান নিবিড়তাৰ মাধ্যমেৰে ধ্যানীয়ে লাভ কৰে পৰমানন্দৰ কৃপাকণা অমৃতময় অনুভূতি, ধ্যান হৈ পৰে অনুভূতিময়, পৰমসত্তাময়।" যোগমাৰ্গৰ বিবিধ শিক্ষা দিয়ে মোক কন্যা-স্নেহেৰে।

এই যোগী পুৰুষজন ধ্যানযোগী। এখেতে ছয়মাহ কাল মাটিৰ তলৰ গুহা এটিত মৌন হৈ কটায়। এই ধ্যানসিদ্ধ যোগীজনক অবিশ্বাস কৰি পৰীক্ষা কৰিবলৈ দুই এজন অসৎলোকে বহুত অসৎ উপায় অৱলম্বন কৰি পৰাজিত হৈ বাবাৰ শৰণাপন্ন হৈজীৱনৰ গতি বদলি কৰি সুপথ লোৱা ঘটনা বহুতে জানে! মাটিৰ তলৰ গুহাত ধ্যান কৰি মৌনী হৈ কটোৱা কালত বাবা বাহিৰলৈ নোলাইছিল, আহাৰৰ কোনো চেষ্টা নকৰিছিল। ভগৱৎ প্ৰেৰিত কোনো জনে বাবাৰ আহাৰ মাজে সময়ে গুহাৰ মুখত থৈ যায়, বাবা গধূলি পৰত ওলাই আহাৰ কৰে। এদিন বাবা গধূলি পৰত বাহিৰলৈ ওলাওঁতে এডাল প্ৰকাণ্ড ফেটি সাপ গুহাৰ ভিতৰ সোমাই যোৱা এজনে দেখিলে, কিন্তু বাবাক নকলে। বাবাও গুহালৈ সোমাই গৈ তপস্যাত বহিল। কিছুপৰৰ পিছত সাপডাল গুহাৰপৰা ওলাই গ'ল। মানুহজনে ভাবিলে সাপে কিজানি বাবাক দংশন কৰি ওলাই আহিছে। সন্ধ্যা সময়ত বাবা ওলাই আহি মানুহজনক ইঙ্গিতেৰে বুজালে, তুমি জানা, ময়ো জানো, বুলি সামান্যভাৱে হাঁহি পুনৰ গুহাত প্ৰৱেশ কৰি ধ্যানত বহিল। এই অসৎলোকজনে অনুতপ্ত হৈ বাবাৰ চৰণত ধৰি কৃপা ভিক্ষা কৰিলে। বাবাৰ কৃপাত শেষকাল ডোখৰ সাধু জীৱন যাপন কৰিবলৈ ল'লে। এই যোগসিদ্ধ মূৰটপা সিদ্ধ যোগীজনৰ বহু অলৌকিক যোগশক্তিৰ পৰিচয় বহুতেই পাইছিল। সন্ন্যাসিনী পেহীৰ মৃত্যুৰ ভৱিষ্যৎ বাণীয়ে আমাৰ মনত বাবাৰ প্ৰতি দৃঢ় ভক্তি জন্মালে।

বাবাই কৈছিল, "মোক নিবিড়ভাৱে চিন্তা কৰিলে মই আহিম," এই প্ৰমাণ মই বহুবাৰ পাইছোঁ। দৰ্কাৰ হ'লে বাবাক নিবিড়ভাৱে চিন্তা কৰিলে বাবা আহি ওলাইহি আৰু সোধে—"মোক কিয় মাতিছিলা?" এই প্ৰমাণ অকল ময়ে নহয়, আমাৰ ঘৰৰ বহুজনেই পাইছিল। বাবাৰ ভৱিষ্যৎবাণীৰ ওপৰত আমাৰ গোটেই ঘৰৰ পৰিয়াল-

বোৰৰ দৃঢ় বিশ্বাস আছিল। এইজন সাধুৰ কৃপাত বহুজন মদ্যপ অসৎ লোকৰ জীৱন গতি সলনি হৈ সুগৃহস্থ হোৱা বহু প্ৰমাণ আছে। তেওঁ নিজৰ দেহত্যাগৰ দিন সময় নিৰ্ধাৰণ কৰি মৃত্যু মঙ্গলৰ সকলো ব্যৱস্থা কৰি থৈ দেহত্যাগ কৰি বৈকুণ্ঠধামলৈ মহাপ্ৰয়াণ কৰিছিল। এই পৰমসিদ্ধ যোগী পুৰুষজনৰ মাথোন তুলনা হয় শ্ৰীমদ্‌ভগৱত গীতাৰ ভক্তিযোগৰ শ্লোক এফাকিৰে

"সুখ দুখৌ সমে কৃত্বা লাভালাভৌ জয়াজয়ৌ
তুল্য নিন্দা স্তুতি মৌনী সন্তুষ্ট যেন কেনচিৎ।"—গীতা

এই সহজ কৃপালু যোগীজনৰ আছিল সৰ্বত্ৰ ভগৱৎ অনুভূতি—"সৰ্বং বিষ্ণুময়ং জগৎ।"

দৰিদ্ৰ, আতুৰ, অনাথ, কুকুৰ, মেকুৰী সৰ্বপ্ৰাণীক অযাচিতভাৱে সেৱা কৰি ফুৰাই আছিল এইজনা মহাপুৰুষৰ ধৰ্ম। বাবাৰ বাণী—শুদ্ধ হৃদয় আকাশত ভগৱানৰ সুন্দৰ ৰূপ প্ৰতিফলিত হয়। মৌন সমাহিত ধ্যান অৱস্থাত বিশ্বৰ সত্য তথ্যসমূহ আপুনি উদয় হয়। আজি বাৰে বাৰে মনত পৰিছে এই পিতৃতুল্য সাধু যোগী পুৰুষজনৰ স্নেহসিক্ত উপদেশ বাণীসমূহ। যি অমৃত বাণীয়ে মোৰ নিঃসঙ্গ সংঘাতময় জীৱন বাটত সত্য সন্ধানৰ বাকী দিলে এছাটি স্বৰ্গীয় পোহৰৰ ৰেঙণি। দেখুৱালে সন্মুখত এটি শান্ত সমাহিত ধ্ৰুৱপথ—"দেশসেৱা মানৱ কল্যাণ সমাজৰ সেৱাই ভগবানৰ সেৱা"—বাবাৰ উপদেশবাণী।

দেশ জাগৰণৰ সূচনাঃ ১৯১৯ চনৰেপৰা অসমক স্বকীয়া শাসনত প্ৰতিষ্ঠা কৰি বিলাতৰপৰা দেউতা (নবীনচন্দ্ৰ বৰদলৈ) উলটি অহাৰেপৰা আমাৰ ঘৰখনতে ৰাজনীতি আন্দোলনৰ ঘাই কেন্দ্ৰ হৈ পৰিল। নানান আলোচনাত দেউতাই আমাৰ লগত কথা পাতি ৰং পাইছিল। দেউতাৰ লগত সহযোগ কৰি গুৰুত্বপূৰ্ণ কৰ্তব্যবোৰত সহায়কাৰী হবলৈ পাই ৰং পাইছিলোঁ। দেউতাৰ গাত ভালকৈয়ে ৰাজনীতিৰ ৰাগী লাগিছিল, খাওঁতে শোওঁতে একমাত্ৰ দেশৰ চিন্তায়েই সাৰ হ'ল। সৰুৰেপৰা আমাৰ লগত দেউতাই নানা বিষয়ৰ কথাপতা অভ্যাসমতে এতিয়াৰেপৰা বিলাতলৈ যাওঁতে লোকবন্ধু তিলক, বিপিন পালে সেইবিষয়ত কিদৰে সহায় কৰিছিল, গৌৰীপুৰৰ জমিদাৰ মহামান্য



৺প্ৰভাতচন্দ্ৰ বৰুৱাই অন্তিম শয্যাত শুই শুই মাতৃভূমি অসমী আইৰ কথা কিদৰে ভাবি দেউতাক কৈছিল, "নবীন, অসমত এখন ইংৰাজী দৈনিক কাকত ওলোৱাৰ ব্যৱস্থা নকৰিলে কাম সুগম নহব, মই দহ হাজাৰ (১০,০০০) টকা দান কৰিম, তুমি ব্যৱস্থা কৰা।" এই কথাষাৰ শুনি দেউতাৰ চকুৰ পানী ওলাইছিল। দেউতাই ভাবিছিল, "এয়ে কি? স্বদেশপ্ৰেম, জীৱনৰ বন্তি নুমাই আহিছে, তথাপি মাতৃপূজকে অন্তিমৰ শেষ শলিতা দালি জ্বলাই থৈ মাতৃভূমিৰ সেৱা কৰিবলৈ কি ব্যাকুল আগ্ৰহ।" ৺প্ৰভাতচন্দ্ৰ বৰুৱাদেৱ স্বৰ্গগামী হ'ল। কিন্তু সেইজন অসমী আইৰ সুপুত্ৰৰ যত্নত হেৰাই যাব খোজা গোৱালপাৰা জিলাখনে অসমী আইক সাৱটি ধৰিলে। বিজতৰীয়া হৈ যোৱা গোৱালপাৰা জিলাখনে জাগ্ৰত হৈ উঠিল। মাথোন এডাল শলিতাৰ পোহৰত এন্ধাৰ আঁতৰি গ'ল ভ্ৰান্ত মনবোৰৰপৰা। দেউতাৰ স্বভাৱ আছিল, য'তে যি কৰক, যি ভাবক, সকলো কথা ল'ৰা-ছোৱালী বন্ধু-বান্ধৱৰ আগত কৈ যাব। ক'তো আৰ-বেৰ লুক-ঢাক নাই। সেই বাবে আমি ল'ৰা-ছোৱালীবোৰে ৰাজনীতি ক্ষেত্ৰৰ সকলো কথা জানিবলৈ পাইছিলোঁ। দেউতাৰ জীৱন পোহৰে সেয়েহে মোৰ অশান্ত জীৱনত এটি পোহৰ বন্তি জ্বলাই দিলে।

## হেজাৰ দুখৰ সোঁৱৰণী ভৰা স্বাধীনতা সংগ্ৰামৰ দিনবোৰ

### দেশ জাগৰণৰ সূত্ৰপাতঃ

**অসমৰ প্ৰতিনিধিৰ লণ্ডন যাত্ৰা ১৯১৯ চনঃ** দেশৰ জাগৰণৰ প্ৰথম সূত্ৰপাত হয় অসমৰ জাতীয় সভা 'অসম এছোছিয়েশ্যন' ১৯১৫ চনৰ অধিবেশনৰপৰা। সেই অধিবেশনত দেউতা নবীনচন্দ্ৰ বৰদলৈয়ে সভাপতিৰ আসনৰপৰা দিয়া অতি সাৰুৱা ওজস্বিনী ভাষণখনেই দেশৰ ডেকাদলৰ মনত নতুন জাগৰণৰ ভাব আনি দিয়ে। সেই ভাষণখনিৰ ভাব উদ্দীপক বাক্যত আছিল দেশৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ সঙ্কেত বাণী। এই বাণীসমূহে উঠিঅহা অসমীয়া ডেকা দলক এটা নতুন পোহৰৰ বাট দেখুৱাই অসমৰ কাৰণে চিন্তা কৰিবলৈ উদ্‌গণি

দিয়ে। তেতিয়াৰেপৰা অসমৰ একমাত্ৰ জাতীয় সভা 'অসম এচো-ছিয়েশ্যন'ৰ কৰ্মপন্থায়ো নতুন ৰূপ লবলৈ ধৰিলে। এই ভাষণখনে 'যুগান্তকৰী ভাষণ' নাম পালে। ১৯১৯ চনত 'মণ্টেগু-চেমচ্ফোৰ্ড' শাসন সংস্কাৰৰ বিৰুদ্ধে যেতিয়া ভাৰতবৰ্ষৰ প্ৰতিনিধিসকল লণ্ডনলৈ যাত্ৰা কৰিছিল, সেই সময়ত অসমৰপৰা সেই ভাৰতে দলিয়াই পেলাবলৈ ওলোৱা কু-শাসন অসমৰ কাৰণে বিচাৰি প্ৰতিনিধি পঠিয়াবলৈ স্থিৰ কৰিলে। কাৰণ সেই সময়ত অসমৰ কাৰণে কোনো শাসন প্ৰণালীয়েই নিৰ্ধাৰিত হোৱা নাছিল। অসম দেশখনক বঙ্গদেশৰ লগত ডুৱলীয়া শাসনৰ বাঘজৰীৰে সাঙুৰি বৃটিছ্ শাসকসকলে শাসন আৰু শোষণ কৰি আছিল। আনকি অসম দেশখনক সীমান্ত দেশ বুলি ফ্ৰন্টিয়াৰ প্ৰভিন্স্ ৰূপে ৰণথলীৰ চাৰ মাৰি সন্তৰী কোঠ শিলঙত পাতি লৈছিল। এইবাৰ অসম এচোছিয়েশ্যনৰ যোগে অসমে প্ৰকৃত বিপদ বুজি এই অত্যাচাৰ আৰু অবিচাৰৰ বিৰুদ্ধে জাগি উঠিল। আনপিনে সদৌ ভাৰত জুৰি মুক্তি জাগৰণৰ সূত্ৰপাত হৈছে; কিন্তু অসম নিৰুপায়। অসমৰ নিজস্ব শাসন নায়েই, অসমে উধাৰলৈ কোনো বাট নাই। সেইবাবেই অসমদেশক বঙ্গদেশৰ শাসনৰপৰা মুকলি কৰি স্বকীয়া শাসন দিবলৈ আবেদন লৈ কুশাসনকে সাৰতি লবলৈ ওলাইছে অসমৰ প্ৰতিনিধি ( নবীন বৰদলৈ ) দেউতা আৰু মোমাইদেউ প্ৰসন্নকুমাৰ বৰুৱা। দেশপ্ৰাণ ৺চন্দ্ৰনাথ শৰ্মাই ৰাইজৰপৰা ধন তুলি প্ৰতিনিধিৰ খৰচ যোগাইছিল। প্ৰসন্নকুমাৰ বৰুৱাই নিজা খৰছতে গৈছিল। অসমৰ প্ৰতিনিধি দুজনো ভাৰতৰ প্ৰতিনিধিসকলৰ লগত একে জাহাজতেই গৈছে। 'লোকমান্য তিলকে' শুধিলে দেউতাক "মিঃ বৰদলৈ! কি আচৰিত কথা, আমি যি কুশাসন নেলাগে বুলি দলিয়াবলৈ ওলাইছোঁ, আৰু আপোনালোকে অসমদেশলৈ সেই কুশাসন বিচাৰি ওলাইছে, এইটো দেখোন দেখাত খাপ নোখোৱা কথা!" দেউতাই উত্তৰ দিলে—"ভয় নকৰিব লোকমান্য! অসম প্ৰদেশো আপনালোকৰ ল'গে ল'গেই যাব। ভাৰতৰ মাজত অসম পিছ পৰি নাথাকে। আগতে আমি স্বকীয়া শাসন পাই লওঁ, পিছত আমিও এই কু-শাসন দলিয়াই পেলাম।" লণ্ডনলৈ বৃটিছ্ বিষয়া মণ্টেগু চাহাবৰ লগত যিখন যু্জ দিব লগীয়া হৈছিল, অসমৰ প্ৰতিনিধি দুজনে, সেই



যু্জখনে চিৰকাল অসমৰ জাগৰণৰ বুৰঞ্জী জিলিকাই ৰাখিব। আঙুলি-মূৰত লেখিবপৰা সেইদিনৰ অসমৰ আলোচনী কেইখনৰ অবিহনাবেই অসমক জগাই তুলিছিল। দেশপ্ৰেমিক স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালা-দেৱৰ সাতদিনীয়া 'অসমীয়া' কাকতখনেই আছিল অসম জাগৰণৰ পাশুপাত অস্ত্ৰ। অসমদেশক বিজয় গৌৰৱত প্ৰতিষ্ঠা কৰিলে 'অসমীয়া' কাকতখনে; আনপিনে ডিবুৰুৰপৰা ৺ৰাধানাথ চাংকাকতিয়ে উলিওৱা ইংৰাজী 'টাইমচ্ অব আসাম' নামৰ কাকতখনে। এই দুখন কাকতৰ অবিহনাৰে দেশক জগাই তুলিলে। সেই দিনৰ দুখন কাকতৰ সেৱাই অৱহেলিত অত্যাচাৰিত অসম দেশক ক্ৰমে ক্ৰমে আজিৰ স্বাধীন যুগলৈ আগবঢ়াই আনিবলৈ সমৰ্থ হৈছিল। আজিৰদৰে সেই দিনত অসংখ্য বাতৰি কাকত নাছিল, যি কেইজনে বাতৰি কাকত পৰিবেশন কৰিছিল, সেইসকল পুৰুষৰ লক্ষ্য আছিল আদৰ্শবাদ। সেই যুগৰ অসমীয়া মানুহৰ ধনৰ মোহতকৈ দেশৰ সন্মান, আত্মসন্মান আছিল আগ শাৰীত। সন্তুষ্ট অসমীয়া মানুহবোৰৰ মনবোৰত আদৰ্শৰ হ'কে জীৱন পণ কৰিব পৰা আছিল সৎসাহ। সেইবাবেই সেইদিনত এমুঠি দেশৰ হিতচিন্তাকাৰী মানুহে অসম দেশখনক ভাবিব নোৱৰা অভিনৱ ৰূপান্তৰলৈ আগুৱাই নিব পাৰিছিল। অসমে জীৱন মৰণ পণ কৰি সাৰটি ল'লে ১৯২১ চনৰ মুক্তিব্ৰত অসহযোগ আন্দোলন। অসমৰ প্ৰতিনিধিয়ে বিস্ময়ভাৱে কৃতকাৰ্য্য হৈ অসমক বঙ্গৰ যুটীয়া শাসনৰপৰা মুক্ত কৰি স্বকীয়া শাসনত প্ৰতিষ্ঠা কৰিব পাৰিলে।

## মুক্তি আন্দোলন

মনত পৰিছে হেজাৰ দুখৰ সোঁৱৰণী ভৰা পাহৰিব নোৱৰা দিনবোৰৰ কথা। সেইদিনা স্বাধীনতাৰ ৰাগীত ভাৰতবাসী বলিয়া হৈ উঠিছে। অসম জুৰি সৃষ্টি হৈছিল মুক্তি যুঁজৰ এটি বেলেগ বাতাবৰণ। মুক্তিৰ আশাত উত্ৰাৱল অসমবাসীৰ মন দুখ, কষ্ট, লঘোন, ভোক অপমান অনাটনলৈ ভ্ৰূক্ষেপ নকৰি দেশৰ সেৱা কৰিবলৈ আগবাঢ়ি আহিল ডেকা, আদহীয়া, চেমনীয়া দল। দেশৰ জাগৰণৰ সূত্ৰপাত হৈ অসম মুক্তিৰ বলীয়া ৰাগীত নিজক বলীয়া বাণত উটুৱাই দিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ল।

অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গ্ৰহণ কৰে ১৯২০ চনৰ চেপ্তেম্বৰ মাহত লালা লাজপৎ ৰায়ৰ সভাপতিত্বত বহা কলিকতা কংগ্ৰেছ অধিবেশনত। বিপুল ভোটাধিক্যত মহাত্মাজীৰ অসহযোগ প্ৰস্তাৱ গৃহীত হয়। কলিকতা কংগ্ৰেছতে ভাৰতৰ মুক্তিৰ নতুন বুৰঞ্জী সূচনা হয়। মহাত্মাজীয়ে অসহযোগ আন্দোলনেৰে ভাৰতৰ মুক্তি যুদ্ধৰ দায়িত্ব গ্ৰহণ কৰে। ১৯২১ চনত ভাৰত জুৰি তুমুল আন্দোলনে ৰূপ লয়। অসহযোগ আন্দোলনৰ মূল সূত্ৰ আছিল পৰাক্ৰমী শক্তিশালী বৃটিছ শাসনৰপৰা মুক্তি পাবলৈ হ'লে নিৰস্ত্ৰ ভাৰতে বৃটিছ চৰকাৰৰ সকলো সহযোগ বিচ্ছিন্ন কৰি শাসনযন্ত্ৰ বিকল কৰি তুলিব লাগিব। চৰকাৰী কাম, অফিছ-আদালত, স্কুল-কলেজ শিক্ষা অনুষ্ঠান সকলো বৰ্জন কৰিব লাগিব। লগতে বৃটিছ বনিয়া-জাতৰ ভাৰতত চলা ব্যৱসায় যেনে বিলাতি কাপোৰ, বিলাতী উৎপন্ন বস্তু, চুৰট, মদ, ভাং কানি আদি ৰাগীয়াল বস্তু বৰ্জন কৰি বৃটিছ বাণিজ্যক পেপুৱা লগোৱা। শাসন আৰু বাণিজ্য ক্ষেত্ৰত আঘাত দিবলৈ, অহিংস ভাৱে অসহযোগ কৰিবলৈ কংগ্ৰেছ থিৰ কৰি আন্দোলন গ্ৰহণ কৰিলে। ভাৰতৰ প্ৰত্যেক প্ৰদেশৰ নেতাসকলে আন্দোলনৰ গুৰি ধৰিলে।

অসমতো প্ৰথমেই আন্দোলন স্থাপন কৰি গুৰি ধৰিলে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ। আগবাঢ়ি আহিল দেশৰ বিশিষ্ট লোকসকল— দেশভক্ত তৰুণৰাম ফুকন, মৌলানা তৈয়বউল্লা, শ্ৰীযুত বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মা, গোপীনাথ বৰদলৈ আদি কৰি গুৱাহাটীত হিন্দু-মুছলিম বহুজন দেশপ্ৰেমিক আহি আন্দোলনত যোগ দিলেহি। তেজপুৰত সৰ্বশ্ৰী মহাদেৱ শৰ্মা, অমিয়কুমাৰ দাস, হেমচন্দ্ৰ বৰুৱা, চন্দ্ৰনাথ শৰ্মাই আগভাগ ললে। কামৰূপৰ সৰ্বশ্ৰী ধনীৰাম তালুকদাৰ, নিধিৰাম দাস, অম্বিকাগিৰী ৰায়চৌধুৰী, লোহিত পাঠক, প্ৰসন্ন চৌধুৰী, কামেশ্বৰ দাস, নন্দমোহন মজুমদাৰ; নগাঁও—সৰ্বশ্ৰী হলধৰ ভূঞা, বৃন্দাবন গোস্বামী, মতিৰাম বৰা, মহীকান্ত বৰাকে ধৰি বহুজনে; যোৰহাট—সৰ্বশ্ৰী কৃলধৰ চলিহা, দেবেশ্বৰ শৰ্মা আৰু বহুজনে; শিৱসাগৰ—সৰ্বশ্ৰী যাদৱ চলিহা, কৃষ্ণনাথ শৰ্মা, কণক শৰ্মা, ৰোহিণীকান্ত হাতীবৰুৱা, বেণুধৰ শৰ্মা; ডিব্ৰুগড়—সৰ্বশ্ৰী লক্ষেশ্বৰ বৰুৱা, ফিজনুৰ আলি, প্ৰসন্নকুমাৰ বৰুৱা,



যোগেশচন্দ্ৰ গোহাঁইকে ধৰি বহুজনে; উত্তৰ লক্ষীমপুৰ—সৰ্বশ্ৰী সৰ্বেশ্বৰ বৰুৱা আৰু কেবাজনেও নেতৃত্ব লৈ কংগ্ৰেছত যোগদান কৰি গাঁও আৰু ৰাইজক বুজাই জগাই তুলি অসহযোগ আন্দোলন তুমুল কৰি তুলিলে। সুৰমা ভেলিৰ নেতৃত্ব ললে সৰ্বশ্ৰী ব্ৰজেন্দ্ৰ মোহন চৌধুৰী, বসন্ত কুমাৰ দাস, অক্ষয় কুমাৰ দাস আদি কৰি নেতাসকলে। দেশনেতাসকলৰ আহ্বানত ডেকা ছাত্ৰসকলৰ মাজত অদ্ভুত জাগৰণৰ সৃষ্টি হ'ল। কোমলমতি উঠি অহা ছাত্ৰসকলে নিজৰ উন্নত ভৱিষ্যত, উচ্চ শিক্ষাৰ আশাত জলাঞ্জলি দি স্কুল-কলেজ এৰি পিতৃ-মাতৃ অভিভাৱকৰ বাধা নামানি স্বাধীনতাৰ ঐন্দ্ৰজালিক মোহিনীশক্তিৰ আকৰ্ষণত বলিয়া হৈ দলে দলে কংগ্ৰেছ স্বেচ্ছাসেৱক সেৱাবাহিনীত যোগ দিলেহি। ডেকাবোৰে পাহৰি গৈছিল ভৱিষ্যতৰ সোণালী সপোন। কংগ্ৰেছৰ নীতি অনুসৰি সাজ-পাৰ সলাই খদ্দৰৰ কুৰ্তা, চোলা আঠুমুৰিয়া ধুতি পিন্ধি গাঁওবোৰত প্ৰচাৰ কাম কৰি ফুৰিছিল। স্বাধীনতা কি? পৰাধীনতা কি? সেইবোৰ গাঁৱৰ অনভিজ্ঞ লোকক বুজাই ফুৰোতে সেৱক দলে, আনকি নাৰী সেৱিকাদলেও বহু দুখ-অপমান সহিব লগীয়া হৈছিল। ১৯২০ চনত মুক্তি আন্দোলনত অসহযোগ প্ৰস্তাৱ গৃহীত হোৱাত অসমৰ প্ৰতিনিধি কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে পোন প্ৰথমতে সদৌ অসমৰ নেতা মুখ্য দেশপ্ৰেমী উকিলসকলক নিজ ব্যৱসায় ওকালতি এৰি কংগ্ৰেছত যোগ দি আন্দোলন সফল কৰি তুলিবলৈ আহ্বান কৰিলে। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ (মোৰ দেউতা), আৰু দেশপ্ৰাণ নীৰৱ কৰ্মী চন্দ্ৰনাথ শৰ্মাদেৱৰ যত্নত দেউতাৰ চ'ৰা ঘৰতে অসমৰ প্ৰথম কংগ্ৰেছ অফিচ পতা হ'ল।

আমাৰ ঘৰত অসমৰ প্ৰথম কংগ্ৰেছ অফিছ: অসমৰ দেশপ্ৰেমী নেতাসকলে গোট খাই আমাৰ ঘৰত পতা কংগ্ৰেছ অফিছতে মুক্তি যুঁজৰ পাতনি মেলিলে। দেশভক্ত তৰুণৰাম ফুকন, দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা, বিষ্ণুৰাম মেধি, দেৱেশ্বৰ শৰ্মা, কুলধৰ চলিহা আদিয়ে নবীনচন্দ্ৰ বৰদলৈ দেউতাকে অসম কংগ্ৰেছৰ প্ৰধান সম্পাদক পাতিলে। অসমৰ মুক্তি আন্দোলন প্ৰৱল কৰি তুলিলে। তৈয়বউল্লা চাহাবে কাৰ্য্যকৰী সভাত থাকি অসম কংগ্ৰেছৰ শক্তি বঢ়াই তুলিলে। অসমৰ প্ৰত্যেকখন জিলাৰপৰা দেশপ্ৰেমী আত্মত্যাগী নেতাসকলে কংগ্ৰেছৰ শক্তি বঢ়াই তুলিলে।

সেৱাকৰ্ম্মৰ কাৰণে ছাত্ৰ সেৱকসকলৰ প্ৰয়োজন হোৱাত, এই নেতাসকলৰ বিশেষকৈ দেউতা কৰ্ম্মবীৰ বৰদলৈৰ পৰাণ-পৰশা আৱেগময় আহ্বানত দেশৰ আমঠু কঁপি উঠিল। মনত পৰে—দেউতাৰ মানুহক কন্দুৱাই পেলাবপৰা বক্তৃতাবোৰলৈ—পৰাধীনতাৰ লাঞ্ছিত জীৱনৰ চিত্ৰখন ফুটাই তুলিব পাৰিছিল মানুহৰ চকুৰ আগত। পৰাধীন দাসত্বৰ কলঙ্ক যে মৃত্যুতকৈও অধিক এনে আৱেগময় ভাষাৰে দাসত্ব কলঙ্কিত জীৱনবোৰক বলীয়া কৰি তুলিব পাৰিছিল। সেয়েহে দেউতাই জিৰণি নোলোৱাকৈ প্ৰতিখন চহৰ গাঁওলৈ যাব লগীয়া হৈছিল। বৰদলৈ ফুকনক গোটেই দেশে দেৱতাৰদৰে শ্ৰদ্ধা আৰু তেওঁলোকৰ বাক্য বেদবাক্যৰদৰে মানিবলৈ ধৰিলে। মহাত্মা গান্ধীক অৱতাৰী পুৰুষ ভাবি, মহাত্মাৰ বাণী ঈশ্বৰৰ বাণী ভাবি সৰল গাঁৱৰ লোকসকলে গান্ধীৰ নামত নাম ৰচনা কৰি নাম গাইছিল। ফুকন বৰদলৈৰ নামতো নাম ৰচিছিল ঃ

"সৌ যে উৰিছে স্বৰাজ ননিশা
উন্নত শিৰে হোৱা আগুৱান।
নবীন তৰুণে আজি সমৰ সাজেৰে সাজি
উন্নত শিৰে হোৱা আগুৱান।"

সূতাকটা কামত বৰদলৈ ফুকনৰ নাম সাঙুৰি গাঁৱৰ শিপিনিসকলে নাম গাইছিল ঃ

"গান্ধীৰ সূতা কাট্, গান্ধীৰ সূতা কাট্
যঁতৰত আউল লাগিছে নবীন দলৈক মাত।"

মহাত্মাৰ আদেশবাণী—"বিলাতী বৰ্জন কৰি, নিজৰ দেশৰ কপাহেৰে সূতা কাটি কাপোৰ বৈ লোৱা, ইংৰাজ বণিকৰ ভাৰতত মেলা বিলাতী কাপোৰৰ বজাৰখন বন্ধ কৰিব লাগিব। ভাৰতবাসীয়ে ভাত-কাপোৰৰ যোগাৰ নিজে কৰি লব পাৰিলে—বৃটিছ বেপাৰীৰ ভাৰতত বেপাৰৰ বেহা লুপ্ত হ'ব। বৃটিছ শক্তি ভাৰতৰপৰা আঁতৰিবলৈ বাধ্য হব।" মহাত্মাৰ এই আদেশ অসমদেশে সাৰোগত কৰি ললে। অসমৰ ঘৰে ঘৰে নেওঠনি যঁতৰ ঘূৰিবলৈ ধৰিলে। পুৰুষ, তিৰোতা, ল'ৰা, ছোৱালী সকলোৰে সূতা কটাই প্ৰধান কাম হ'ল।

মুক্তি যুঁজৰ বলীয়া বানৰ ঢলত অসমৰ ল'ৰা, বুঢ়া, ডেকা, গাভৰুয়ে



জাপ দি পৰিল। মানুহৰ শোৱন খাৱন হৰিল। চকুৰ আগত স্বাধীনতাৰ স্বপন, মনত মুক্তিৰ আনন্দত মন প্ৰাণ মতলীয়া।

**নাৰী জাগৰণ ঃ** চহৰৰ চাৰি বেৰৰ আঁৰৰপৰা অভিজাত বংশৰ সমাজৰ বিশিষ্টা মহিলাসকল ওলাই আহি মুক্তি-যুঁজাৰু পুৰুষৰ শাৰীত ঠিয় দিলেহি মুৰৰ ওৰণি পেলাই। মনত পৰে গুৱাহাটীৰ বিশিষ্ট নেতা ফুকন বৰদলৈৰ ঘৰৰ মহিলাসকল—মোৰ আই হেমন্তকুমাৰী দেৱী, পেহীদেউ ধৰ্ম্মদা দেৱী, ফুকনদেৱৰ বাইদেউয়েক শ্ৰীযুতা গিৰিজা দেৱী, কমলাকান্ত ভট্টাচাৰ্য্যৰ বিদুষী জীয়ৰী স্নেহলতা ভট্টাচাৰ্য্য, লক্ষীদাসৰ জেঠায়েক শ্ৰীগণেশ্বৰী দেৱী, কৃষ্ণকান্ত বৰুৱাৰ পত্নী আদিয়ে গাঁওবোৰলৈ স্বেচ্ছা-সেৱিকা ৰূপে প্ৰচাৰ কৰি ফুৰিছিল।

**মুক্তি সংগ্ৰাম ঃ** নেতাসকলৰ উদাত্ত আহ্বানত অসম জাগ্ৰত হৈ উঠিল। অসমৰ কেউখন জিলাৰ নামজ্বলা উকীলসকলে নিজ নিজ গুৰি ধৰিলে। সেই সকল ত্যাগী পুৰুষে নিজৰ ঘৰ পৰিয়াল উপাৰ্জনৰ কথা পাহৰি পৰাধীনা ভাৰত মাতৃক মুক্ত কৰিবলৈ দৃঢ় ব্ৰত লৈ ওলাই আহি মুক্তি আন্দোলনৰ আগ ভাগ ললেহি। যথাক্ৰমে কংগ্ৰেছৰ স্বেচ্ছাসেৱক বাহিনী সংগঠন হ'ল।

**কংগ্ৰেছৰ স্বেচ্ছাসেৱক সংগঠনৰ প্ৰয়োজন ঃ** স্বেচ্ছাসেৱক বাহিনী পৰিচালনাৰ গুৰি ধৰিলে শ্ৰীদেৱেশ্বৰ শৰ্ম্মাদেৱে ; পৰিচালক মহিমুদ্দিন আহমদ। দিনৌ শ শ স্বেচ্ছাসেৱক আহি স্বেচ্ছাসেৱক বাহিনীত নাম লিখাবলৈ ধৰিলে।

স্বেচ্ছাসেৱকবোৰে নিজৰ ঘৰৰ সুখ-স্বাচ্ছন্দ্য পাহৰি ভাৰতৰ মুক্তিৰ বাতৰি গাঁওবোৰত প্ৰচাৰ কৰিবলৈ ধৰিলে। মহাত্মাই কৈছিল— "আমাৰ এই অহিংসা অসহযোগৰ মূল নীতি যদি ভাৰতবাসীয়ে আন্তৰিকতাৰে পালন কৰে, এবছৰৰ মূৰত আমাৰ স্বৰাজ আহিবই।" ভাৰত তথা সমগ্ৰ গাঁওবাসীসকলৰ মনত মহাত্মা গান্ধী অৱতাৰী পুৰুষ ৰূপে প্ৰতিভাত হ'ল। গান্ধীৰ নামত আইসকলে নাম ৰচনা কৰি গাবলৈ ধৰিলে। বেমাৰ-এজাৰ হ'লে গান্ধীৰ নামত ঠোক কল আগবঢ়াই নাম ধৰে। অসমৰ সৰল মনৰ গাঁওবাসীসকলে গান্ধীৰ বাক্য বেদবাক্যৰূপে, ঈশ্বৰৰ আজ্ঞাৰদৰে পালন কৰিবলৈ ধৰিলে। এনেদৰে অসম জুৰি,

প্ৰচাৰ কৰি অসমক জাগ্ৰত কৰি তুলিব পাৰিছিল কোমলমতি সেৱকসকলে। সকলো ঠাইলৈকে নেতাসকলে গৈ ওজস্বিনী বক্তৃতা দি দেশক জগাই তুলিছিল। ছাত্ৰসকলে শিক্ষা এৰি মুক্তি সংগ্ৰামত যোগ দিবলৈ মহাত্মাই আহ্বান কৰাৰ লগে লগে অসমৰ প্ৰধান নেতা মোৰ দেউতাই (নবীন বৰদলৈ) তেখেতৰ নিজৰ বৰ ল'ৰা শ্ৰীউমেশক কলিকতাৰ প্ৰেচিডেন্সি কলেজ এৰি, সৰু ল'ৰা অপূৰ্বক স্কুল এৰি যোগ দিবলৈ মাতিলে। প্ৰথমে নিজৰ ল'ৰাক এৰুৱাই আনি পিছত সকলো ছাত্ৰকে শিক্ষা এৰি মুক্তি যুঁজত যোগ দিবলৈ আহ্বান কৰিলে। সমগ্ৰ অসমৰ শ শ ছাত্ৰসকল আহি মুক্তি সংগ্ৰামত ফুৰিছিল মহাত্মা গান্ধীৰ মুক্তিবাণী লৈ। এই কামত ফুৰোতে মহিলাসকলে বহুত ঠাইত অবুজন গাঁওবাসীবপৰা অসৎ ব্যৱহাৰ পাব লগীয়া হৈছিল।

গুৱাহাটীত সূতাকটা স্কুল স্থাপন কামত আমি এদল মহিলাই আত্মনিয়োগ কৰিছিলোঁ। কংগ্ৰেছৰ কামৰ পিছত বৃটিছ চোৰাংচোৱাই পিছ নেৰিছিল, আনকি সূতা ক'টা কামত ফুৰা মহিলাসকলৰ পিছতো চোৰাংচোৰা ফুৰিবলৈ নেৰিছিল। আমাৰ মাজৰ ধেমেলীয়া জেঠাইদেউ গণেশ্বৰী দাসে এই ডিটেকটিভবোৰৰ নাম দিছিল "ধিটিক্ টিক্"। আমাৰ মাজত হাঁহিৰ খলকণি তুলিছিল।

লক্ষ্মী যঁতৰ ঃ শ্ৰীলক্ষ্মীদাস দাদাই এটা সৰু চকাৰে সৰু যঁতৰ নিজে তৈয়াৰ কৰিছিল। সেই যঁতৰ খুব চলিছিল। সেই যঁতৰ দেখি মোৰ ল'ৰা শ্ৰীউপেনক দেউতাই এটি বন্ধ যঁতৰ কৰিব নোৱাৰ নে বুলি শুধিলত উপেনে নিজৰ বুদ্ধিৰে এটা বাকচত বন্ধ কৰি লৈ ফুৰিব পৰা যঁতৰ কৰি দেউতাক দেখুৱালে। নাতিৰ কৃতিত্ব দেখি ককাক অবাক। আনন্দত জপিয়াই উঠি ক'লে, "তয় একো সঁজুলি নোহোৱাকৈয়ে এনে সুন্দৰ আৰ্হিৰে যঁতৰ তৈয়াৰ কৰিলি, সঁজুলি পালে তই বহুত কৰিব পাৰিবি।" ককাকে নাম দিলে "সোণটি যঁতৰ।"

সোণটি যঁতৰ ঃ (সোণটি যঁতৰৰ ব্যাস ৮" × ৫" × ৩")।

ককাকে তৎক্ষণাৎ যঁতৰৰ সঁজুলিবোৰ অনাই দিয়াত সোণটিয়ে বহুত যঁতৰ তৈয়াৰ কৰিলে। মহাত্মা গান্ধী অসমলৈ আহোঁতে এটি যঁতৰ সোণটিয়ে মহাত্মা গান্ধীক উপহাৰ দিয়ে। যঁতৰৰ ডিজাইন দেখি



মহাত্মাজীয়ে আনন্দতে কৈ উঠিল—"বেটা! তয় মোক অতি সুন্দৰ বস্তু এটা দিলি, যিটো ডিজাইন মই বিচাৰি ফুৰিছিলোঁ। মই এনে ধৰণেৰে ডাঙৰ যঁতৰ এটা কৰিম।" মহাত্মা গান্ধীয়ে উলটি গৈ সোণটি যঁতৰৰ ডিজাইন আৰ্হি লৈ 'ৱাৰ্ধা যঁতৰ' তৈয়াৰ কৰিলে।

মনত পৰে স্বাধীনতা যুঁজত বৃটিছ চৰকাৰৰ অত্যাচাৰ, কুকীৰ্তি ছপাবলৈ লক্ষ্মীদাস দাদাই এটা হাতে কাটি লিঠুথো ছপা যন্ত্ৰ উলিয়াইছিল। সেইটো বিচাৰি পুলিচে নেতাবোৰৰ ঘৰ খানাতল্লাচি কৰিছিল। সৰু সৰু ল'ৰাবোৰে মানুহৰ বাৰীৰ চুকে চুকে লুকুৱাই ফুৰিছিল।

কংগ্ৰেছ অফিছৰ কাগজপত্ৰ ঃ আন্দোলন প্ৰবল হৈ উঠাত বৃটিছ চৰকাৰে বিপদ মানিলে। চৰকাৰৰ খানাতল্লাচিৰ কোব বাঢ়িল। গোপনীয় কাগজপত্ৰবোৰ ভালকৈ লুকুৱাই থবলৈ দেউতাই মোক ভাৰ দিলে। এটা বিশিষ্ট ঠাইত মই কাগজপত্ৰবোৰ লুকুৱাই থৈছিলোঁ। সৌভাগ্যক্ৰমে পুলিচে কংগ্ৰেছ অফিচ খানাতল্লাচি কৰি কাগজপত্ৰবোৰ নাপালে। দেউতাই মোক এনে ধৰণৰ বহুত দায়িত্বপূৰ্ণ কামৰ ভাৰ দিছিল, কৃতকাৰ্য্যতাত মোৰ বুদ্ধিৰ প্ৰশংসা কৰিছিল।

মহাত্মা গান্ধীৰ অসমলৈ আগমন ঃ মহাত্মা গান্ধী অসমলৈ অহাৰ বাতৰি শুনি গোটেই অসমৰ ৰাইজ আনন্দত উল্লসিত হৈ পৰিল। অসমৰ ৰাইজে মহাত্মা গান্ধীক দেৱতা যেন ভাবি লৈছিল। সেয়েহে মহাত্মাৰ দৰ্শন পাব এই আনন্দত মানুহৰ মন আপোন পাহৰা। সদৌ অসমৰ স্বেচ্ছাসেৱকসকল আহি গুৱাহাটীৰ কংগ্ৰেছ অফিচত গোট খালেহি। পাঁচশ বছা বছা সেৱকক শিক্ষা দি প্ৰস্তুত কৰি ৰাখিবলৈ পোন প্ৰথমে আমাৰ ঘৰৰ আগচোতালত হাতত তিনি বৰণীয়া পতাকা লৈ শাৰী পাতি—বন্দে মাতৰম্ ধ্বনি, ভাৰত মাতাকী জয়ধ্বনি দিলে। মোৰ দেউতা কৰ্মবীৰ বৰদলৈয়ে আমাৰ স্বাধীনতা যুঁজত সকলো আগবঢ়াই দৰকাৰ হ'লে মৃত্যু বৰণ কৰিও জীৱন উছৰ্গিবলৈ সকলোকে প্ৰতিজ্ঞা কৰালে। দেউতাই কৈছিল—"আমি স্বাধীনতাৰ প্ৰথম বলি হ'ব লাগিব। স্বাধীনতা মন্দিৰৰ তলৰ থাক ইটাৰ গাঁথনি হ'ম, আমাৰ ওপৰত স্বাধীনতাৰ মন্দিৰ গঢ়ি উঠিব। আমি থাকিম মাটিৰ তলত পোত খাই, আমাক কোনেও নেদেখিব।" এই পাঁচশ সেৱকৰ বাবে গান্ধী টুপি

চিলাই কৰি দিয়াৰ ভাৰ পৰিছিল আমাৰ ওপৰত। দিনে-নিশা একাকাৰ কৰি আমি ভাই-ভনীয়ে মিলি পাঁচশ টুপি চিলাই কৰি দিছিলোঁ।

**মহাত্মা গান্ধীজী প্ৰমুখ্যে ভাৰতৰ বৰেণ্য নেতাসকলৰ আমাৰ দেউতাৰ ঘৰত শুভ পদাৰ্পণ ঃ** মহাত্মা গান্ধী অসমলৈ অহা বাতৰি পাই, সদৌ অসমবাসীৰ মনত গোসাঁই অহা যেন লাগিছিল। অসমৰ নেতাসকলে গৈ মহাত্মাক আগবঢ়াই আনিলেগৈ। সদলবলে মহাত্মা গান্ধী আহি প্ৰথমেই দেশভক্ত তৰুণৰাম ফুকনৰ ঘৰত উঠিল। তাৰ-পৰা দিনৰ বাৰমান বজাত উজানবজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ সভাত উপস্থিত হ'ল। মানুহে নধৰা হৈছে, মানুহবোৰে মাটিত দুশাৰী হৈ বহিছে। মহাত্মা মাজেৰে যাওঁতে পুৰুষ-মহিলাসকলে ফুল দি চৰণ সেৱা কৰিবলৈ ব্যগ্ৰ হৈ উঠিছে, মহাত্মাই বাধা দিছে। ডেও দি দি লৰি গৈ ষ্টেজত উঠিলে। আমাৰ মহিলা সমাজৰপৰা স্বৰ্গীয়া ঘনকান্তি ফুকননীয়ে হাতেকটা মিহি সূতাৰ চেলেং কাপোৰ এখন বৈ মহাত্মাৰ হাতত দিলে। মহাত্মাৰ কি ৰং! আনন্দতে ৰাইজলৈ, বিশেষকৈ অসমীয়া মহিলা সমাজলৈ তেখেতে সাৰুৱা ভাষণ দিলে। সেই হিন্দী ভাষণ লগে লগে ফুকন ডাঙৰীয়াই অসমীয়ালৈ ভাঙি বুজাই দিলে।

**আমাৰ ঘৰলৈ মহাত্মাজী আৰু ভাৰতৰ নেতাসকলৰ আগমন ঃ** দিনৰ চাৰি বজাত মহাত্মা গান্ধী (বাপু) আমাৰ ঘৰলৈ সদলবলে আহিল, আমাৰ ঘৰত প্ৰতিষ্ঠিত কংগ্ৰেছ অফিছ চালেহি। দেউতাৰ আমন্ত্ৰণক্ৰমে সদলবলে ভাৰতৰ নেতাসকলে মহাত্মা বাপুজীৰে সৈতে ভৰি-ধূলা দিলেহি। সেই দিনটো জীৱনৰ এটি চিৰস্মৰণীয় দিন, আমাৰ দেউতাৰ ঘৰ শান্তি ভৱন পৱিত্ৰ হৈ পৰিল তীৰ্থক্ষেত্ৰবদৰে। দেউতাই ক'লে, "ঘৰৰ এটাইতকৈ মূল্যৱান ঘৰতবোৱা কাপোৰ এখন মহাত্মাজীক বহিবলৈ পাৰি দিবা, বাপুৰ পদধূলা ৰাখিব লাগিব।" পাৰি দিলোঁ। দেউতাই চাহ-মেলেৰে অভ্যৰ্থনা কৰিবলৈ মহাত্মাজীৰ গোটেই দলটোক নিমন্ত্ৰণ কৰিছিল। মহাত্মাজীৰ দলটোত আছিল—মৌলানা মহম্মদ আলি, শ্ৰীমতী মহম্মদ আলি, যমুনালাল বাজাজ, আজাদ শোভানী, মহাত্মাজীৰ সহকাৰী কৃষ্ণদাসজী। ঘৰখন লোকে লোকাৰণ্য। প্ৰথমে পুৰুষৰ দল আহি মহাত্মাক মাজত লৈ বহিল। মোৰ আই আৰু মই



একোখন বগা পাথৰৰ থালত ফলমূল পৰিবেশন কৰিলোঁ। বাপুজীৰ আগত ফলমূল দি গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলোঁ। সমুখত ঠিয় হৈ থকা পাঁচ বছৰীয়া পুতলীয়ে (ৰামমূৰ্তি) শিশু সেৱকে স্বৰাজ ফণ্ডলৈ ভিক্ষা কৰা আৰু দেশ জাগৰণৰ গীত দুটি মহাত্মাক গাই শুনালে—

"হও ধৰমেতে ধীৰ
হও কৰমেতে বীৰ
হও উন্নত শিৰ নাহি ভয়।"

এই গীত শুনি মহাত্মাজীয়ে পুতলীক কোলাত বহুৱাই লৈ নিজে গ্ৰহণ কৰাৰ আগতে আঙুৰ খুৱাবলৈ ধৰিলে। মহম্মদ আলিয়ে কৈ উঠিল, "তু মেৰে সাচ্চা ভাই হো"। প্ৰত্যেকজনেই পুতলীক আদৰ কৰি আশীৰ্বাদ দিলে। আলহীসকলে বিদায় লোৱাৰ পিছত আহিল মহম্মদ আলিৰ সহধৰ্মিণী।

**বেগমৰ আগমন ঃ** কলা বোৰ্খাৰে মুখ ঢাকি আসনত বহিল, দুকাষে দুজনী বাঁদী ঠিয় হৈ ৰ'ল। বেগমে মহিলা সমাজত বহি বোৰ্খা উদঙাই দিলে, ৰূপৰ পোহৰত ঘৰ উজলি উঠিল। পাতৰ মাজৰ ৰঙা গোলাপৰ দৰে কলা বৰণৰ বোৰ্খাৰ মাজত এপাহি ৰঙা গোলাপৰদৰে ৰূপৰ প্ৰভা। মোগল হেৰেমৰ সৌন্দৰ্য্য দেখি সভাথলৰ মহিলাসকল বিস্মিত হৈ পৰিল। কি ৰূপ, কি স্বাস্থ্য, কি সৌন্দৰ্য্য। আমি ভঙা ভঙা হিন্দীৰে কথা পাতি বেগমক আপ্যায়িত কৰিলোঁ। তেখেতে ফলমূল, চৰ্বত সেৱন কৰি সুগন্ধি মুখশুদ্ধি কৰি আমাক বহু ধন্যবাদ দি বিদায় মাগিলে। পৰ্দানচীন বেগম আহিছিল, পুৰুষসকল আঁতৰি যোৱাৰ পিছত। তেতিয়া আমাৰ অসমত পৰ্দা উঠিছে। কিন্তু স্বৰাজ-সেৱক হ'লেও মোগল হেৰেমৰ পৰ্দা সম্পূৰ্ণৰূপে উঠা নাছিল।

**কেন্দ্ৰসভাৰ নেতা ডঃ ৰাজেন্দ্ৰপ্ৰসাদৰ আগমন ঃ** ডঃ ৰাজেন্দ্ৰ-প্ৰসাদ আহি আমাৰ দেউতাৰ ঘৰতে আলহী আছিল। দেউতাৰ সহপাঠী বন্ধুৰূপে তেখেতক আমি 'চাচাজী' বুলি মাতি আলপৈচান ধৰিছিলোঁ। মদনমোহন মালব্যজীয়ে আমাৰ ঘৰৰ সভাত বক্তৃতা দিয়ে।

**নেতাজী সুভাষচন্দ্ৰ বসুৰ আমাৰ ঘৰলৈ আগমন ঃ** নেতাজী সুভাষচন্দ্ৰ বসু অসমলৈ আহি আমাৰ ঘৰলৈ আহি আমাৰ ঘৰৰ সকলোৰে

সৈতে চা-চিনাকি হয়। কোমল মুখখনি ডাঙৰ ডাঙৰ ধুনীয়া চকুযুৰিৰে সেই বীৰজনৰ পবিত্ৰ মুখখনি আজিও চকুৰ আগত জিলিকি আছে। মোৰ আইয়ে বসুক মৰম কৰি মুগাৰ ঠাৰ কাপোৰ এটি দি ক'লে—"আপুনি পাঞ্জাবী এটি কৰাই পিন্ধিলে মই বৰ সুখী হম।" বসুৰ লগত আমি সকলোৱে বঙালীতে কথা পাতিছিলোঁ।

**তৰুণৰাম ফুকনদেৱৰ ঘৰত বস্ত্ৰযজ্ঞঃ** অসমত মুক্তিযুঁজ অসহযোগ আন্দোলনে প্ৰবল ৰূপ ল'লে। মহাত্মা গান্ধী আহি দেশভক্ত ফুকনদেৱৰ ঘৰত বিলাতী বস্ত্ৰযজ্ঞ পাতিলে। সেই দিনৰ সেই জুইকুৰা বৰ্ণনাৰ অতীত। মহাত্মাই ক'লে—"মই আজি বিলাতী বস্ত্ৰত অগ্নিসংযোগ কৰিম" কোৱাৰ লগে লগে দেশভক্ত কৰ্মবীৰৰ বিলাতী কাপোৰৰ দম বান্ধিলে। মহাত্মাই অগ্নিসংযোগ কৰিলে। লগে লগে মহাত্মাক দৰ্শন কৰিবলৈ অহা হেজাৰ হেজাৰ জনতাই গাৰ চোলা ছাতি জুইত দলিয়াবলৈ ধৰিলে। আইসকলৰ আৰু আমাৰ আৰু ফুকনৰ ঘৰৰ ধুনীয়া চিকন পোচাকবোৰ গাড়ীয়ে গাড়ীয়ে আহি জুইত পৰিবলৈ ধৰিলে। সেই বস্ত্ৰযজ্ঞৰ জুই সাতদিনলৈ উমি উমি জ্বলিছিল।

**খদ্দৰ প্ৰচাৰঃ** খদ্দৰৰ প্ৰচাৰৰ বাবে, ফটিক বৰণৰ দুজন থুলন্তৰ পুৰুষ দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈয়ে পিঠিত খদ্দৰৰ বোজা লৈ কাঁচি বজাৰত বেচি ফুৰিছিল।

আন্দোলনৰ প্ৰবলতা দেখি চৰকাৰে প্ৰমাদ গণি মূল নেতা ফুকন, আৰু বৰদলৈক গ্ৰেপ্তাৰ কৰি ফাটেকত থ'লে।

**দমননীতি—ফুকন বৰদলৈক গ্ৰেপ্তাৰঃ** প্ৰথমে মূল নেতা দুজনক চৰকাৰে বন্দী কৰিলে। লগে লগে অসমৰ নেতাসকলকো দলে দলে সাঙুৰি ফাটেকত সুমুৱালে। পিছত সেৱকবোৰকো ফাটেকত সুমুৱালে। দেউতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দেশভক্ত তৰুণৰাম ফুকনদেৱক ফাটেকত সুমুৱাই বৃটিছ বিষয়াই কৈছিল—আজি অসমৰ দুটা 'ৰয়েল টাইগাৰ'ক পিঞ্জৰাত বন্দী কৰা হ'ল। বিচাৰত (নবীন বৰদলৈ) দেউতাৰ দেৰ বছৰ, ফুকনদেৱৰ এবছৰ বিনাশ্ৰম কাৰাবাস হ'ল। দেউতাৰ জেলত থকা কালত যোৰা থোৰা অসুখ হৈছিল। ডাক্তৰে ওলাই গৈ 'চুইজাৰলেণ্ড'ত চিকিৎসা কৰিবলৈ কোৱাত দেউতাই



গৰজি উঠি কৈছিল—"চহী দি ওলাই যাবলৈকে ফাটেকলৈ আহিছোঁ নে?"

১৯৩২ চনত দেউতাৰ দ্বিতীয়বাৰ কাৰাবাস হয়। সেইবাৰ কংগ্ৰেছ ভৱনৰ চৌহদত পতাকা উত্তোলন কৰা অপৰাধত তিনিমাহ সশ্ৰম কাৰাদণ্ড হয়। সেইবাৰ দেউতাই সশ্ৰম কাৰাৰ মান ৰাখি জেলৰ কয়দীবোৰৰ লগত মূঢ়া গুঠিবলৈ শিকে। নিজে জেলত দুটা ধুনীয়া মূঢ়া গুঠি ঘৰলৈ লৈ আহে।

**কাৰাবাসত দেউতা—খদ্দৰ-উৎপাদনত আত্মনিয়োগঃ** দেউতা জেলত থকা কালত বহুত মিহি সূতা কাটি ঘৰলৈ পঠিয়াইছিল। আমিও ঘৰ-ঘৰোৱালে সূতা কাটি দেউতাই জেলত পিন্ধিবলৈ পাঁচখন দহহহীয়া ধূতি মই নিজে বৈ দিছিলোঁ। ঘৰৰ ভাইটিহঁতৰ কাৰণেও মুঠ চৈধ্যখন খদ্দৰৰ ধুতি বৈ দিওঁ। সেই সময়ৰেপৰা ঘৰ-ঘৰোৱালেই খদ্দৰ পিন্ধিবলৈ লোৱাত বহুত খদ্দৰৰ দৰ্কাৰ হৈছিল। আনকি মোৰ বৰ জীয়ৰী শ্ৰীমতী ঊষাৰাণীৰ বিয়া পাতোতে দেউতাই বিয়াৰ কইনাক ৱাৰ্দাৰপৰা ফুলবচা খদ্দৰৰ শাৰী কিনি আনি কাটি মেখেলা চাদৰ কৰি পিন্ধাই বিয়া দিলে। বেচেৰী ঊষাৰ মনত চিৰকলীয়া পাতৰ গুণা বন কৰা সাজ পিন্ধাৰ হাবিয়াস বৈ গ'ল। সেইকথা তাই এতিয়াও কৈ থাকে।

দেৰবছৰ কাল দেউতাৰ জেলত থকা কালতে মোৰ নুমলীয়া ল'ৰা পুতলীৰ দুৰ্ঘটনাত মৃত্যু ঘটে। জেলৰপৰা দেউতাই অভাগিনী জীয়েকলৈ দিয়া চিঠিবোৰে মোৰ শোক-সন্তপ্ত প্ৰাণত শান্তি ছটিয়াইছিল।

১৯২২ চনত দেউতা কাৰাবাসলৈ যোৱাৰ পিছত আমাৰ ঘৰখনৰ আলৈ-আথানিবোৰৰ কথা মনত পৰে। সেই দিনবোৰ আমাৰ পৰিয়ালক দুখ-দৰিদ্ৰতা, ৰোগ-মৃত্যুৱে বেৰি ধৰিছিল। দেউতা বন্দী হোৱাৰ পিছত মোৰ ভাই উমেশ ৰবদলৈ (ভুলুকো) বন্দী কৰি ছয়মাহ সশ্ৰম কাৰাদণ্ড দিয়ে। এই ছয়মাহ কাৰাবাসত উমেশক তেল পেৰা, ঘানি টনা আদি নানা কাম কৰাইছিল। এদিনৰ ত্ৰুটিত উমেশক ছেলত থৈছিল। বহুত সশ্ৰম স্বৰাজকৰ্মীক নানাধৰণে উৎপীড়ন কৰিছিল। ঘানি টানোতে উমেশে পিচলি পৰি ভৰি ভাগিছিল। অম্বিকাগিৰী

ৰায় চৌধুৰীয়ে দিনে দুপাচিকৈ শিল ভাঙোতে মুখে মুখে গীত ৰচনা কৰিছিল—কাৰণ সশ্ৰম কয়দীয়ে কাগজ পেন্সিল নাপাইছিল—

"তয় ভাঙিব লাগিব শিল
নোৱাৰেঁা বুলিলে নহব যে ভাই
ধিলতে পৰিব ঢিল।"

সশ্ৰম কয়দীবোৰক বেত মাৰিছিল। সদৌ ভাৰতৰ স্বাধীনতা যুঁজৰ আগ ভাগ লোৱা কম বয়সীয়া কয়দীবোৰৰ দুখ দেখি ছিলেট জেলত থাকোতে মোৰ দেউতাই এই বন্দীসকলক চাই গীত লেখিছিল—

"নমো নমো নমো সাধনা দীপ্ত বীৰ কৰ্মীদল
নমো নমো যাৰ চৰণ পৰশে পুত ধৰণী তল
হাতত শিকলি ভৰিত নিগড় কত বিনিদ্ৰ ৰাতি
কাৰাৰক্ষীৰ নিৰ্মম প্ৰহাৰ ল'লা বীৰ মূৰ পাতি।"

দেশৰ মুক্তিৰ কাৰণে ভাৰতৰ সহস্ৰ সহস্ৰ মুক্তি-বীৰে এই অত্যাচাৰ মূৰ পাতি লৈ ভাৰত মাতৃৰ মুক্তি আনিলে।

দেউতা কাৰাবাসত থকা কালতে মোৰ আইৰ যোৰা থোৰা অসুখ হয়। সেই সময়ত উমেশ মুকলি হৈ আহে। খুড়াদেউ বিপিনচন্দ্ৰ বৰদলৈ আৰু উমেশে মোৰ আইক কলিকতালৈ নি চিকিৎসা কৰায়। সৰু ভাই অপূৰ্ব আৰু ভাগিন কণক চাংকাকতিও সেৱক দলত।

**পুতলীক হেৰুৱায়ঃ** দেউতা জেলত থকা কালতে আকস্মিকভাৱে আহিল সেই ভয়ানক দিনটো। চ'ত মাহৰ ফিৰফিৰিয়া বতাহে ধুৱলি কুঁৱলী। মনটো উদাস উদাস ভাৱে আগুৰি ধৰিছিল। দেউতা তেতিয়া ছিলেট জেলত। দেশৰ কামত জীৱন সঁপি দি চন্দ্ৰনাথ শৰ্মা দুৰাৰোগ্য ৰোগত যোৰা থোৰা। দেশবাসীয়ে শৰ্মাৰ আৰোগ্য কামনা কৰি নামঘৰত নাম কীৰ্তন কৰিছে। আই আৰু পেহীদেউ সেইবাবে নাম-ঘৰলৈ গৈছে। ঘৰত মই অকলে। সেই কাল সন্ধিয়াৰ বিসঙ্গতিৰ মুহূৰ্তত জুয়ে পোৰা দুৰ্ঘটনাত মোৰ নুমলীয়া ল'ৰা শিশু দেশসেৱক পুতলীক হেৰুৱাব লগা হ'ল। জুই আগতে নুমুৱালে যদিও হৃদপিণ্ডত চক পাঁচ বছৰ পুৰ নোহোৱা পুতলীয়ে সহিব নোৱাৰিলে। চিকিৎসকে দিয়া



সময়মতে আঠচল্লিচ ঘণ্টা পুৰ নৌ হওঁতেই সৰগৰ পাৰিজাত সৰগলৈ গুচি গ'ল। হতভাগিনী মাতৃহিয়া শতভগ্ন হৈ পৰি ৰ'ল এই পৃথিৱীত অসহনী পুত্ৰ-শোকৰ দুৰ্বহ বোজা বহন কৰিবলৈ ৰক্তাক্ত হিয়াৰে। দেশৰ মুক্তি আন্দোলনত অকণমানি পুতলীয়ে গীত গাই গাই মধুৰ কণ্ঠেৰে স্বৰাজ ফণ্ডলৈ তুলি দি গ'ল শৰাই ওপচা ধন সোণৰ অৰিহণা। শুৱনী সুঠাম পুতলীৰ দেহাটি দেখাত পাঁচ বছৰতকৈ ডাঙৰ আছিল। মনোমোহা ধুনীয়া চকুযুৰি দেখি বহুজনে কৈছিল—"এইটি দেৱশিশু, ধীৰ স্থিৰ গম্ভীৰ ভাবুক স্বভাৱ।" পলোৱান 'ৰামমূৰ্তিক' দেখি পুতলীয়ে কৈছিল—"মই ৰামমূৰ্তি, মোৰ গাত খুউব বল আছে।" এলাপেচা ল'ৰাই পুতলীক বলে নোৱাৰিছিল। 'মুকুন্দলালৰ' যাত্ৰা চাই শিকি লৈ গাইছিল—

"হও ধৰমেতে ধীৰ হও কৰমেতে বীৰ
হও উন্নত শিৰ নাহি ভয়।"

পুতলীৰ মধুৰ কণ্ঠৰ সুৰে মানুহৰ মন মুহিছিল। জীৱনৰ পাঁচটি বছৰ বয়সতে পুতলীয়ে (ৰামমূৰ্তি) দেশৰ স্বাধীনতা আন্দোলনত স্বৰাজ ফণ্ডলৈ বহু ধন সোণ তুলি দি দেশৰ সেৱা কৰি গ'ল। স্বাধীনতা আন্দোলনৰ প্ৰধান অফিচ দেউতাৰ ঘৰত মেল মিটিং। ভলণ্টিয়াৰবোৰৰ কৰ্মকেন্দ্ৰৰূপে দেউতাৰ ঘৰখনেই আন্দোলনৰ প্ৰধান কেন্দ্ৰস্বৰূপ হৈ পৰাত 'তিলক স্বৰাজ ফণ্ড'লৈ টকা তুলিবলৈ ভলণ্টিয়াৰবোৰে পুতলিক লৈ যায়, সৰু চুৰিয়া এখন পিন্ধাই। মূৰত গেৰুৱা বৰণৰ পাগ এটি মাৰি স্বৰাজৰ হকে দান সংগ্ৰহ কৰিবলৈ পুতলীৰ হতুৱাই গান গোৱাবলৈ লৈ যায় কান্ধত তুলি। পুতলীৰ ডাঙৰ সুন্দৰ উজ্জ্বল চকুহাল, মূৰত গেৰুৱা পাগুৰিৰে সাইলাখ বিবেকানন্দ স্বামীৰদৰে দেখি। ঘৰে ঘৰে গৈ আইসকলৰ আগত স্বৰাজৰ দানলৈ শৰাই পাতি পুতলীয়ে গায়—

"কোন ক'ত আছা জন্মভূমিৰ ভকত সন্তান
আজি আইৰ পূজা হ'ব আহা লৈ আহা
কোনে কি কৰিবা দান
যাৰ আছে সোণ যাৰ আছে ৰূপ

অঁাজলী ভৰাই আন
যাৰ একো নাই দিয়ক মাথোন
ব্যথিত হৃদয় দান ॥" (ৰচনা—নবীনচন্দ্ৰ বৰদলৈ)

অকণমানি দেশসেৱকৰ সুললিত কণ্ঠৰ গীত শুনি আইসকলে হাতৰ কাণৰ সোণ-ৰূপ সোলোকাই স্বৰাজলৈ দান দিয়ে, শৰাই উপচি পৰে ধনে সোণে। পুতলীক লৈ গলে ধন-সোণ বহুত উঠে। সেইবাবে সেৱকবোৰে পুতলীক লৈ যায় দান সংগ্ৰহ কৰিবলৈ। পুতলীয়ে তাৰ পাঁচ বছৰীয়া জীৱন কালৰ অৰিহণা যোগালে উজনি নামনি অসমৰ কেউখন জিলাতে দেশ-মাতৃৰ মুক্তিযুঁজত। সৰুৰেপৰা তাৰ আন ল'ৰাৰ লগত স্বভাৱৰ মিল নাছিল। সি আছিল সত্যবাদী, কোনোবাই মিছা কোৱা বুলিলে তাৰ খং উঠে। মোৰ আগত কয়হি—"চোৱাচোন বৌটি, মই বোলে মিছা কথা কৈছোঁ; তুমি জানা মই কেতিয়াও মিছা কথা নকওঁ।" মই তেতিয়া কওঁ—"তুমি কেতিয়াও মিছা কথা নোকোৱা ধন! মই জানো। সিহঁতে নাজানে দেখিহে কয়।" সেই অকণমানি ল'ৰাটিয়ে মহাত্মা গান্ধীজীৰ কথাবোৰ যেন সকলো উপলব্ধি কৰিছিল। গান্ধীজীয়ে ভাৰতবাসীক চাহ খাবলৈ বন্ধ কৰিবলৈ কোৱা বাতৰি শুনি অকণমানি মোৰ নুমলীয়া ল'ৰা পুতলীয়ে পুৰা চাহ খোৱা বন্ধ কৰিলে। বিলাতী কাপোৰ পোৰাৰ বাতৰি শুনি পুতলীয়ে নিজৰ চোলা কাপোৰবোৰ নিজেই মনে মনে জুঁইত জাপি দিলে।

*মহাত্মা গান্ধীৰ কাৰাবাস ঃ* মহাত্মা বাপুজীক চৰকাৰে কাৰাবাস দিয়া বাতৰি শুনি দেশ তল ওপৰ; সকলোৰে মনবোৰ মৰা। আমি আলোচনা কৰি থকা সময়তে কোনোবা তলকত আমাৰ মাজৰপৰা পুতলী উঠি গৈ এন্ধাৰ বাটেৰেই গোসাঁইঘৰ পালেগৈ। আমিও পিচে পিচে গ'লোঁ। গৈ দেখোঁ, পুতলীয়ে হাতযোৰকৈ স্তুতি কৰিছে, দুধাৰে চকুপানী সৰি পৰিছে। পুতলীয়ে গাইছে ঃ

গীত
জয় চক্ৰধৰ দেৱ বিশ্বম্ভৰ
ত্ৰিভুৱন পৰিপালক ওম্
গদাতৰ কৌমোদকী দুষ্ট দমন



শিষ্ট পালন ওম্
কোটী জগত মাজে ৰাজে ৰাজে
তব কুশল শাসন ওম্ ॥ (মুকুন্দলাল)

এই দৃশ্য দেখি আমাৰ সকলোৰে চকুৰ পানী ওলাল। মোৰ বিধবা পেহীদেউ ধৰ্মদা দেৱীয়ে কৈ উঠিল—"বাছা! তয় আমাৰ গুৰুৰদৰে কেনেকৈ প্ৰাৰ্থনা কৰিব লাগে শিকিলি।" মই কোলাত লৈ পুতলীক মৰম কৰিলোঁ। সি ফেকুৰি ফেকুৰি সুধিলে—"বৌটি! মহাত্মাক ফাটেকত থলে, আমাৰ স্বৰাজ কেনেকৈ হ'ব?" মই ক'লোঁ—"বাছা, আমাৰ স্বৰাজ নিশ্চয় আহিব। আজি তুমি যিদৰে প্ৰাৰ্থনা কৰিলা, সেইদৰে গোটেই ভাৰতে ঈশ্বৰক প্ৰাৰ্থনা কৰিলে আৰু মহাত্মা বাপুৱে কোৱা দৰে আমি কামবোৰ কৰি গ'লে আমাৰ স্বৰাজ হ'বই, আমাৰ ভাৰতবৰ্ষ স্বাধীন হ'বই।" চাৰে চাৰি বছৰ বয়স তেতিয়া পুতলীৰ। সৰুৰেপৰা পুতলীৰ স্বভাৱ আছিল সুকীয়া। আন ল'ৰা-ছোৱালীবোৰতকৈ যেন সুকীয়া ধৰণৰ। যি কথা কওঁ, অতি মনোযোগেৰে শুনে, কেতিয়াও মিছা কথা নকয়, ওপৰলৈ চাই বহুত কিবা ভাৱি থাকে। পঞ্চবটী আশ্ৰমলৈ আমি কেতিয়াবা যাওঁ স্বামীজীৰ তত্বপূৰ্ণ মধুৰ উপদেশ শুনিবলৈ, লগতে পুতলীয়ো যায়। আন ল'ৰা-ছোৱালীবোৰে ফুল তুলি ফুৰে, পুতলীয়ে বাবাৰ সমুখত মাটিত পদ্মাসন কৰি বহি একান্তমনে বাবাৰ উপদেশবোৰ শুনি থাকে। এদিন বাবাই মোক শুধিলে—"মা! এই ল'ৰাটি কাৰ?" মই মোৰ বুলি কোৱাত বাবাই ক'লে—"মা! তোমাৰ বুলি নক'বা, আসক্ত নহ'বা, এই ল'ৰাটি সাধাৰণ নহয়। এই ল'ৰা কোনো যোগভ্ৰষ্ট সাধক, চোৱাঁ তাৰ কপালৰ উৰ্দ্ধপুণ্ড্ৰ ৰেখা দুডাল, এনে ৰেখা যোগীৰ কপালতহে দেখা যায়। এই ল'ৰা কোনো ভাগ্যৱানৰ ঘৰতহে জন্মিব লাগিছিল। তুমি বৰকৈ আসক্ত নহ'বা। তোমাৰ বহুজন্মৰ পুণ্যৰ ফলতহে এনে পুত্ৰ তোমাৰ গৰ্ভত ধৰিবলৈ পালা। এইটো মুক্ত জীৱন, মনত ৰাখিবা।" এবাৰ পুতলীৰ অসুখ হওঁতে স্বামীজীয়ে নিজে আহি চাই গৈছিল। সেইবাৰ স্বামীজীৰ কৃপাতেই পুতলী আৰোগ্য হ'ল। স্বামীজীৰ ভৱিষ্যৎ-বাণীয়ে মোৰ মাতৃ-প্ৰাণত ল'ৰাৰ বিপদৰ কথাই ঠাই নাপালে। মনত হ'ল কিজানিবা ল'ৰা উদাসীন হৈ যায় সংসাৰৰপৰা।

পুতলীৰ পাঁচ বছৰ বয়সতে বাবাৰ ভৱিষ্যৎ বাণী ফলিয়াব বুলি সপোনত ভবা নাছিলোঁ। এই ভাগ্যহীনাৰ জীৱনত নিষ্ঠুৰ নিয়তিৰ বিধান আছিল চিৰকলীয়া। বৈধব্য জীৱনৰ অৱলম্বন পিতৃহীন নুমলীয়া ল'ৰা পুতলীৰ আকস্মিক দুৰ্ঘটনাত বিয়োগৰ অসহনীয় যাতনাত জৰ্জৰিত সেই ভয়াবহ দিনবোৰত পঞ্চবটীৰ বাবাৰ সান্ত্বনাৰ অমূল্য আধ্যাত্মিক বাণীসমূহেই সন্তপ্ত প্ৰাণৰ সান্ত্বনাৰ থল আছিল। দেউতা তেতিয়াও কাৰাবাসত। পুতলী আছিল দেউতাৰ চকুৰ মণি। দেউতাৰ লগত খোৱা, শোৱা; নিজহাতে দেউতাই তাক গা-পা ধুৱাই খুৱাই তুলিছিল। দেউতা জেললৈ যোৱাত দেউতাৰ শোৱনী কোঠাত চাকিটো দি থৈ অহা যেন তাৰ কৰ্তব্য হ'ল—যি চাকিয়েই তাৰ মৃত্যুৰ কাৰণ হ'বলৈ পালে। কাৰাগাৰত আৱদ্ধ হৈ থকা দেউতাৰ পুতলীৰ বিয়োগ অসহনীয় হৈ উঠিছিল। পৰম গীতা-জ্ঞানী দেউতাই প্ৰতি সপ্তাহ পুত্ৰ-শোকাতুৰা অভাগিনী কন্যালৈ দিয়া উপদেশপূৰ্ণ চিঠিবোৰ 'চেতনা'ত প্ৰকাশ কৰিছিল--"কৰ্মবীৰ নৱীন বৰদলৈৰ এই পত্ৰত সাধনালব্ধ মনোজগতৰ সংবাদ আছে, পুত্ৰশোকাতুৰা মাতৃলৈ সান্ত্বনাৰ অমৃত ধাৰা আছে।"

( সম্পাদকীয় চেতনা, ১৯২২ চন )

কাৰাবাসৰপৰা দেউতাৰ চিঠি ঃ

পুতলীৰ শোকত সান্ত্বনা দিছিল কাৰাবাসৰপৰা দিয়া দেউতাৰ এই চিঠিবোৰে।

স্বৰাজ আশ্ৰম
যোৰহাট

প্ৰিয় নুলা,

ঈশ্বৰৰ যেতিয়া কৃপা হয় তেতিয়াই জীৱক বন্ধনৰপৰা যিমান সোনকালে পাৰে মুক্তি দিয়ে। কোনোক বা জীৰ্ণদেহ এৰুৱাই নতুন দেহী কৰে। আৰু কাকোবা মৃতকৰ ওপৰত যি মায়াৰ বন্ধন আছিল তাক ছিন্ন কৰি প্ৰভুৱে নিজৰ ফাললৈ বেছিকৈ টানি নিয়ে। এইবিলাক হৈছে প্ৰভুৰ শিক্ষা। এই ৰকমেই মোহান্ধ মানুহক প্ৰভুৱে জ্ঞান শিক্ষা দিয়ে। গৌতমীৰ একমাত্ৰ শিশু পুত্ৰৰ মৃত্যুত সেই মৃত সন্তান লৈ তেওঁ বুদ্ধদেৱৰ ওচৰলৈ গৈছিল আৰু মৃত ল'ৰাটি জীয়াই দিবলৈ প্ৰাৰ্থনা কৰিছিল। বুদ্ধদেৱে এই কাম অতি সহজ বুলি গৌতমীক প্ৰবোধ দি ক'লে—"যাৰ ঘৰত কেতিয়াও মানুহ মৰা নাই তেনে এঘৰৰ-পৰা এমুঠি সৰিয়হৰ দৰ্কাৰ।" গৌতমীয়ে গোটেই দিনটো ঘৰে ঘৰে ফুৰি যাৰ ঘৰত কেতিয়াও মানুহ মৰা নাই, এনে এটাও ঘৰ নেপালে। তেতিয়া গৌতমীৰ দিব্যজ্ঞান আহিল আৰু বুদ্ধদেৱৰ শৰণ ল'লে।



স্বৰ্গৰ এপাহি পাৰিজাত ফুল দেৱতাৰ আশীৰ্বাদৰদৰে মোৰ ঘৰত ফুলিছিলহি। দেৱশিশুৰ দেৱকাৰ্য্য শেষ হ'ল, দুদিনতে আমাক বহুতো জ্ঞান, ধৰ্ম, নীতি শিক্ষা দি সমস্ত অসমক সুগন্ধৰে আমোল মোলাই নিজৰ ঠাইলৈ গুচি গ'ল। আমালৈ থাকিল কেৱল পৱিত্ৰ স্মৃতি। অমৰ শিশুৱে গোটেই অসমত সৌৰভ বিলালে। এতিয়া প্ৰত্যেক শিশুকে তেওঁৰদৰে দেখি তোমাৰ জীৱন ধন্য কৰিবলৈ চেষ্টা কৰা। আমাৰো এই শুকান জীৱন ধন্য হওক। শোক নকৰিবা। সংসাৰত তোমাৰ বহুত কৰ্তব্য আছে। সম্প্ৰতি পাৰা যদি ত্যাগৰ মন্ত্ৰ লোৱাঁ। বৌটীয়েৰক অস্থিৰ হবলৈ নিদিবা। আমাৰ দিন ওচৰ চাপি আহিছে। আমি শীঘ্ৰেই তেওঁক (৺পুতাইক) লগ পাম। মই তোমাৰপৰা এইখিনি আশা কৰোঁ যেন 'গীতাৰ' বচন অনুসৰি মৃতকৰ প্ৰতি অনুশোচনা নকৰাঁ। ঈশ্বৰেই দিছিল, ঈশ্বৰেই নিলে, তাত তোমাৰ কোনো কষ্ট নাই। পৱিত্ৰ জীৱবিলাক সংসাৰৰ নিকাৰ ভুঞ্জিবলৈ নাথাকে। ইতি—

তোমাৰ দেউতাৰা
নবীনচন্দ্ৰ বৰদলৈ

স্বৰাজ আশ্ৰম
শ্ৰীহট্ট

প্ৰিয় নুলা বাছা!

তোমাৰ চিঠি পাই সকলো জ্ঞাত হ'লোঁ। আশীৰ্বাদ কৰোঁ শীঘ্ৰে তীব্ৰ বৈৰাগ্য আহি তোমাৰ হিয়া অধিকাৰ কৰক। নাৰীৰ বৈৰাগ্যৰ শেষ সাধনা বিশ্বপ্ৰেম। তোমাৰ অসীম গোপাল-প্ৰীতিত বিশ্বৰ নৰনাৰী তোমাৰ সন্তান স্বৰূপ হওক। বিশ্বৰ শিশু তোমাৰ 'পুতাই' স্বৰূপ

হওক। গোপালৰ দাসী, গোপালৰ সখী, গোপালৰ জননীৰ ওচৰলৈ ক্ষুদ্ৰ হৃদয়ৰ দুৰ্বলতা আহিব নোৱাৰে। কঠোৰ তপস্যাত লাগি যোৱা আই মোৰ। তোমাৰ একাগ্ৰ তপস্যাৰ আগত অভিমান, অপমান, ঈৰ্ষা, দ্বেষ, অহঙ্কাৰ ভাহি যাওক। মহিমময়ী নাৰীয়ে সকতে পিতৃ-মাতৃৰ হৃদয়ত পবিত্ৰ অপত্য স্নেহৰ নিজৰা বোৱাই দিয়ে; যৌবনত স্বামীৰ জীৱনৰ সহধৰ্ম্মিণী স্বৰূপে কল্যাণী; স্বামীৰ মৃত্যুত সংসাৰ পবিত্ৰকাৰিণী ব্ৰহ্মচাৰিণী মাতৃস্বৰূপা। শেষত হৃদয়ৰ সকলো কামনা বাসনা অহঙ্কাৰ আদি ভস্মীভূত হৈ একেবাৰে হৃদয় শোধিত সোণ হয়।

তুমি তাতে পুত্ৰশোকত জৰ্জৰিতা। এইবাৰ ঘোৰ বৈৰাগ্য বহ্নিত সতীত্ব তেজেৰে সংসাৰৰ পাপৰাশি দগ্ধ কৰিবৰ সময়। নিজক আত্ম-সাধনাৰ বলত ব্ৰহ্মত মিলাব পাৰিলে দেশ-কাল, জীৱন-মৃত্যু আদিৰ ভেদ একেবাৰে ৰহিত হ'ব। সংসাৰৰ অলপ সুখ-দুখ, সি যে অতি অকিঞ্চিৎকৰ। মহিমময়ী নাৰী! উগ্ৰ তপকাৰী! পিতৃকুল-পতিকুল দুয়োকুল উদ্ধাৰ হ'ব। তোমাৰ তপস্যা তেজে মহাতপা গুৰুকো টানি আনিব। মোৰ ইচ্ছা ল'ৰা-ছোৱালী কেউটাক যেন তোমাৰপৰা আঁতৰ নকৰা। সিহঁতক টকাৰ মহিমা, ঐশ্বৰ্য্যৰ মহিমা নিশিকাই এতিয়াৰেপৰা দাৰিদ্ৰ্যৰ মহিমা, ভক্তিৰ মহিমা, ত্যাগৰ মহিমা শিকোৱা।

ইতি—

আশীৰ্বাদক দেউতাৰা

শ্ৰীনবীনচন্দ্ৰ বৰদলৈ

বাছা নুলা!

মই আশাকৰোঁ সাধন মাৰ্গত তুমি নিৰ্বিঘ্নে আগবাঢ়িছা। অভিমান-শূন্য হিয়াৰে প্ৰভুক অকপটভাৱে ভাল পোৱাই হৈছে প্ৰধান সাধনা। ইয়াকে দ্বৈত ভাব বোলে। অৰ্থাৎ দুই (ময়ো এক আৰু ঈশ্বৰো এক-জীৱাত্মা পৰামাত্মা) আমি ক্ষুদ্ৰ মানৱ, প্ৰভু মহান, মহীয়ান, প্ৰেমময়। কিন্তু প্ৰভুযে প্ৰেমত বন্দী। গোপালক প্ৰেমত বান্ধিব লাগিব। শ্ৰীচৈতন্য-দেৱৰ ভক্ত এজনৰ এটি গোপাল মূৰ্তি আছিল। এদিন বামুনজন ক'ৰবালৈ যাব লগা হোৱাত তেওঁৰ ভক্ত আঠবছৰীয়া শিশুটিক কৈ গ'ল গোঁসাইক ভোগখিনি লগাবলৈ। ল'ৰাটিয়ে ভোগখিনি নি গোসাঁইৰ আগত দি সেৱা কৰি ক'লে—"প্ৰভু! পিতাই কৈ গৈছে তোমাক ভোগ দিবলৈ। মই দিছোঁ, এতিয়া তুমি খোৱা।" পিতলৰ মূৰ্তিয়ে ভোগ নাখায়। ল'ৰাটিয়ে প্ৰথমে ঠেহ পাতিলে, তাৰ পিছত লগৰীয়াক যেনেকৈ নানা ৰকম কথা কৈ ভুৰুকিয়ায় সেইদৰে কথা ক'লে। তথাপি নোখোৱা দেখি কান্দিবলৈ ধৰিলে—"পিতাই দিলে হেনো তুমি অলপমান খাই প্ৰসাদ কৰি দিয়া, মই দিলে হ'লে নোখোৱা। পিতাই আহি মোক খং কৰিব।" এইদৰে কান্দি কান্দি হাবাথুৰি হৈ শিশুটি শোকত অধীৰ হ'ল। তেতিয়া দেখে পিতলৰ মূৰ্তিয়ে হাত বঢ়াই দি লাহে লাহে ভোগ নি খালে। ল'ৰাটিয়ে আকৌ কান্দে—গোপালে আকৌ খায়। গোপালৰ ওপৰত এই ৰকমৰ সৰল প্ৰেম আৰু বিশ্বাস হ'ব লাগিব। তাৰ পাছতহে অদ্বৈত ভাব। কিন্তু প্ৰেম পালে আৰু ভক্তই জ্ঞান নিবিচাৰে। তোমাৰ গোপালক পিন্ধাবা, উৰাবা, তেওঁৰ লগত কথা কবা। তেওঁক গধূলি নাম গাই শুনাবা। তেহে গোপাল জাগ্ৰত হ'ব।

ইতি—

আশীৰ্বাদক দেউতাৰা

শ্ৰীনবীনচন্দ্ৰ বৰদলৈ

বাছা নুলা!

মই ভাবোঁ দৰিদ্ৰতাই সাধনাৰ সহচৰ। ঈশ্বৰে যদি অনুগ্ৰহ কৰে এইবেলি মোৰ ঘৰত এটি ঈশ্বৰ-বিশ্বাসী দৰিদ্ৰ পৰিয়াল গঠন হ'ব লাগে। ঈশ্বৰে কৰক যেন মোৰ ঘৰটি মানুহে এটি দৰিদ্ৰাশ্ৰম বুলিহে জানে। বিনয় আৰু নম্ৰতাই তোমালোকক আগুৰি ধৰক। অহঙ্কাৰ, দম্ভ একেবাৰে ত্ৰিসীমাৰপৰা দূৰ হওক। এয়ে মোৰ প্ৰভুৰ ওচৰত কাতৰ প্ৰাৰ্থনা।

ইতি

আশীৰ্বাদক

তোমাৰ বুকু দেউতাৰ

স্বৰাজ আশ্ৰম
শ্ৰীহট্ট

প্ৰিয় নুলা!

তোমাৰ চিঠিখন পাই বৰ সন্তোষ পালোঁ। তোমাৰ চিঠিৰ দ্বাৰা বুজিলোঁ যে তোমাৰ মন এতিয়াও অস্থিৰ হৈ আছে। ত্যাগেই শান্তিৰ একমাত্ৰ উপায়। পৃথিবীত কোনোবা সৰ্বত্যাগী কোনো বা ভোগী। দুয়ো শ্ৰেণীৰ মনৰ গতি একে হ'ব নোৱাৰে। ভোগীৰ ভোগ ক্ষণিক সুখৰ কাৰণ মাত্ৰ হয়, তাৰ দ্বাৰা শান্তি কেতিয়াও নাহে। "ত্যাগাদ্দান্তি তিৰন্তৰঃ" এইটি ধ্ৰুৱপ সত্য। ভোগী যেতিয়া ভোগত মত্ত, ত্যাগীয়ে তেতিয়া সংসাৰৰ অসাৰতা দেখি হাঁহে। আমাৰ দোষ সৰুৰে পৰা আমি ব্ৰহ্মচৰ্য্য বা সংযম নিজেও নিশিকিলোঁ, ল'ৰা-ছোৱালীকো নিশিকালোঁ। এইটো সদায় দেখা যায় যে যি ল'ৰা-ছোৱালী সৰুতে দুখ, অনাদৰ, দাৰিদ্ৰ্য ইত্যাদি সহিও সৎসঙ্গ আৰু সজ উপদেশৰ গুণত ভাল ভাব লৈ ডাঙৰ হয়, ভবিষ্যতে সিহঁত কষ্টসহিষ্ণু আৰু মানুহ হয়। সৰুতে অতি আদৰুৱা আৰু তাৰবাবে দহজনে কষ্ট পালে, ভবিষ্যত জীৱনত সেই ল'ৰা-ছোৱালীয়ে কষ্ট সহিব নোৱৰা আৰু অক্ষমী হয়। ল'ৰা-ছোৱালী কেইটাক এই ভাবেই কষ্টসহিষ্ণু কৰি তুলিবা। অতি উৎকৃষ্ট খোৱা বা উত্তম পিন্ধা নহ'ল বুলি দুখ নকৰিবা। মোটা ভাত, মোটা কাপোৰৰ ভিতৰতহে মনুষ্যত্বৰ বীজ আছে। ভিক্ষাৰীৰ সাঁচত উঠিব লাগে। তাত ভিক্ষাৰীৰ সন্তানে কোনো দুখৰ ভাব ৰাখিব নালাগে। বৰং গুৰুজনৰ প্ৰতি বেছি ভক্তি ভাব আৰু নম্ৰতাহে দেখুৱাব লাগে। এই হৈছে তোমাৰ সন্তান কেইটিক প্ৰথম শিক্ষা দিবৰ কথা। যাতে তোমাৰ সন্তান কেইটি দম্ভহীন, নম্ৰ আৰু কষ্টসহিষ্ণু হয় তালৈ লক্ষ্য ৰাখিবা।

তুমি নিজে সদায় এইটো মনত ৰাখিবা যে সচ্চিন্তা, সদ গ্ৰন্থ পাঠ আৰু ধ্যান ভিন্ন কেতিয়াও মন শুদ্ধ নহয়। তুমি শুদ্ধ মনেৰে পুৱা-গধূলি সহজ আসনত বহি নাম জপ কৰিবা। তন্ময় হৈ নাম ৰূপ ধ্যান কৰি থাকিবা। মই যদিও পাপী, তথাপি তোমাৰ জন্মদাতা পিতৃ। মই তোমাত অন্তৰৰপৰা আশীৰ্বাদ কৰিছোঁ যে অলপ দিনতে তোমাৰ



গোপাল দৰ্শন ঘটিব। শৰীৰ মন অসীম আনন্দৰে ভৰি যাব। যি দিনা খং, ৰাগ বা লোভ মনত উদয় হ'ব সেইদিনা অলপ গঙ্গাজলেৰে নিজে শান্ত কৰিবা। গুৰুৱে যি মন্ত্ৰ দিব তাক জানো সাধন নকৰিলে হ'ব? যদি এই ধৰণে সাধন কৰা মোৰ বিশ্বাস তোমাৰ বহু জন্মৰ অৰ্জিত পূণ্যৰ ফলত গুৰুৰ আসন টলিব, গুৰু নিজে আহি উপস্থিত হ'ব।

ইতি—
আশীৰ্বাদক
তোমাৰ বুকুৰ দেউতা
নবীনচন্দ্ৰ বৰদলৈ

স্বৰাজ আশ্ৰম
শ্ৰীহট্ট

বাছা নুলা!

প্ৰথমে সাংসাৰিক কথা। তোমাৰ ল'ৰা-ছোৱালী কেইটি তোমাৰ লগতে থাকক। মাটি-বাৰীবোৰ এজন দেওৰেৰাক একেবাৰে একচেতিয়াকৈ গতাই দিবা। টকা-কৰি য'ত যি আছে থাওক, সেইবোৰৰ পিচত ব্যৱস্থা হ'ব।

সাধনাই বোলা বা ভকতি মুকুতিয়েই বোলা, দুই নাৱত দুই ভৰি হ'লে নচলিব। তুমি দগ্ধা হৈছা, শোক, করুণ দুখে তোমাক জাঙুল দি ধৰিছে। সময়ত জগদম্বাক সাৱট মাৰি ধৰিব পাৰিলেহে ভাল। মাকে সন্তানক যেতিয়া মাৰে তেতিয়া শিশুৱে কান্দি কান্দি মাকক আৰু বেছিকৈহে সাৱটি ধৰে। প্ৰভুৰ ওপৰত শোক-দুখৰ পাছত সেইদৰে নিৰ্ভৰ কৰিব পাৰিলেহে হ'ব। কোনে জানে প্ৰভুৱে কি মহৎ উদ্দেশ্যত তোমাক এনেকৈ দগ্ধা কৰিছে। পৃথিৱীৰ মানুহৰ ওচৰত লাঞ্ছনা, অপমান, সিটো অতি তুচ্ছ কথা। কবি ৰবীন্দ্ৰনাথৰ প্ৰাৰ্থনাৰ মূলেই হৈছে "আমাৰ মাথা নত কৰে দাও হে তোমাৰ চৰণধূলাৰ তলে।" দক্ষিণ আফ্ৰিকাত যেতিয়া মহাত্মাক মাৰি অপমান কৰিছিল, শেষত যেতিয়া তেওঁৰ হতুৱাই মেথৰৰ কামো কৰাইছিল তেতিয়াও তেওঁ হাঁহিমুখে পতিতোদ্ধাৰৰ বাবে নিজ কাম কৰি আছিল। সাধনা অকল ধ্যান-ধাৰণাই নহয়। গীতাত

কৈছে—"দুঃখেষু অনুদ্বিগ্নমনাঃ, সুখেষু বিগতস্পৃহা, বীতৰাগ ভয়ং ক্ৰোধঃ।" অৰ্থাৎ দুখতো যি অধীৰ নহয়, সুখতো যিজন উৎফুল্ল নহয়, যাৰ অনুৰক্তি ভয় ক্ৰোধ নাই সেইজনেই হৈছে প্ৰভুৰ প্ৰিয়। মানুহৰ প্ৰেমৰ নিমিত্তে মানুহ সৰ্বত্যাগী হয়, যদি প্ৰভুৰ প্ৰেমৰ নিমিত্তে সৰ্বত্যাগী হ'ব পৰা নাযায় তেন্তে তেওঁক পোৱা যায় কেনেকৈ? একনিষ্ঠ ভক্ত নহ'লেতো সিদ্ধি নহয়। তুমি সাধনা কৰিবা। তাৰ প্ৰথম চেষ্টাই হৈছে সংসাৰৰ বন্ধন লাহে লাহে খণ্ডন কৰা। এই বাহা দুদিনীয়া। অনন্ত জীৱনত অনন্ত বাহা বান্ধিব লাগিব। আজি প্ৰাণৰ ৺জীৱেশ্বৰে আৰু প্ৰাণতকৈও প্ৰিয়তম পুতায়ে তোমাৰ সাধনাৰ নিমিত্তে অনন্তত বাট চাই আছে। তোমাৰ সাধনাৰ শক্তিৰে নিত্যধামত সকলোৰে বাহা বান্ধিব লাগিব। অনন্ত বাটৰ অমৰ যাত্ৰী তুমি। ক্ষুদ্ৰ সাংসাৰিক ঘাত-প্ৰতিঘাত, দুখ-কষ্টই যেন তোমাৰ মনত অলপো ক্ষোভ বা গ্লানি নানে। "সুখ-দুখে সমকৃত্বা লাভালাভৌ জয়াজয়ৌ" মাত্ৰ স্মৰণ কৰি কাম কৰি যোৱা অমৃতৰ সন্তান মা মোৰ! কাম কৰি যোৱা। একো ভয় নাই, একো চিন্তা নাই, মাভৈঃ মাভৈঃ। পিতৃ-মাতৃ যাৰ জগদম্বা আৰু মহাদেৱ—"মাতা চ পাৰ্বতীদেৱী পিতাদেৱো মহেশ্বৰঃ" তাৰ কি ভয়?

ধ্যান কৰোতে গৰুৱে মাতে, মানুহে মাতে, হাই কৰে, কথা কয়। কিন্তু সেইবিলাক নো কাৰ মাত? তোমাক কোনোবাই যদি দুখ পোৱা কথা কয় সেইজনৰ ভিতৰত নো কোন আছে? সাপে খোটে, শিয়ালে কামোৰে, সেই সাপ বা শিয়ালৰ ভিতৰত নো কোন আছে? পানীত পৰি মানুহ মৰে, সেই পানীও জলৰূপী নাৰায়ণ। জলে-স্থলে, সমুদ্ৰে-আকাশে কেৱল নাৰায়ণ। প্ৰভুৰ অপাৰ প্ৰেম-সমুদ্ৰৰ ভিতৰত সকলো আছে। সচ্চিদানন্দৰ অপাৰ প্ৰেম-সমুদ্ৰত, আনন্দ-সমুদ্ৰত জাপ দিয়া। সাধনা আপুনি সিদ্ধি হ'ব। তোমাৰ সাধনা নেৰিবা, সকলো সাধনাৰ উদ্দেশ্য চিত্তৰ একাগ্ৰতা, সম-দম, আসন, প্ৰাণায়াম সকলো একাগ্ৰতা সাধনৰ অৰ্থেহে ক্ৰিয়াসমূহ। সদায় একাগ্ৰতা অভ্যাস কৰোতে এনে এটা সময় আহিব, তেতিয়া এই বিশ্বজুৰি কেৱল প্ৰভু আছে আৰু একো নাই। শেষত মই আছোঁ এই ভাবো লয় পাব, এনে তন্ময়তা। মন ব্ৰহ্মত লয় পাব, এয়ে সমাধি, এয়ে প্ৰভুৰ লগত সংযোগ, জীৱাত্মা পৰামাত্মাৰ মিলন।



এয়ে মুক্তিৰ আনন্দ। এই আনন্দ খন্তেকীয়া নহয়, এয়ে সৎচিৎ আনন্দ। এই সাধনতেই ত্ৰিকালজ্ঞ যোগীসকলে দিব্য দৰ্শন লাভ কৰিছিল। নিজৰ ক্ষুদ্ৰ সত্তা বিশ্বাত্মাৰ লগত মিলাই দিবা। সকলো জীৱকে তোমাৰ প্ৰিয় প্ৰভুৰ ৰূপ ভাবি শুশ্ৰূষা কৰিবা। তুমি প্ৰভুৰ ওপৰত একান্ত নিৰ্ভৰশীলা হৈ একাগ্ৰ চিত্তেৰে প্ৰভুৰ ধ্যান কৰি থাকিবা। মোৰ আশীৰ্বাদ সকলোৱে ল'বা।

ইতি—

আশীৰ্বাদক দেউতাৰা

নবীনচন্দ্ৰ বৰদলৈ

নাম ঘোষা অমৃত ঃ

শোক-সন্তপ্ত প্ৰাণত মহাপুৰুষ মাধৱদেৱৰ নামঘোষা অমৃত আৰু বৰগীতসমূহে অন্তৰপৰশা কাকুতি ঘোষাৰ হিয়া শীতলোৱা সুৰে সন্তপ্ত প্ৰাণত শান্তিৰ অমিয়া বাকী দিছিল। অমৃতময় ঘোষাধ্বনি মনৰ মাজত গুঞ্জৰিবলৈ ধৰিলে—

"তুমি চিত্তবৃত্তি মোৰ প্ৰৱৰ্তক নাৰায়ণ, তুমি নাথ, মই নাথৱন্ত। চৰণ ছত্ৰৰ ছায়া, দিয়া দূৰ কৰা মায়া, কৰা দয়া মোক ভগৱন্ত। হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ! অণু এক কৰা দয়া মায়া হৌক দূৰ।"

স্বৰাজ আশ্ৰম

শ্ৰীহট্ট

প্ৰিয় নুলা!

সদায় কামত ব্যস্ত থাকিবা। ৺গোপালৰ প্ৰতি দুগুণে স্নেহ ভক্তি বঢ়াবা। গোটেইখিনি সেই ব্যক্তিৰেই কাম। যাৰ কটাক্ষত বিশ্ব-ব্ৰহ্মাণ্ড মুহূৰ্ততে নাইকিয়া হৈ যাব পাৰে, তেওঁৰ পক্ষেনো এইবিলাক কি কথা? ভক্তই যেতিয়া দুখ পায় আৰু অকপটভাৱে তেওঁক আকোৱালি ধৰি দুখকো সুখ জ্ঞান কৰি তেওঁৰ ভক্তি আৰু প্ৰেম প্ৰাৰ্থনা কৰে তেওঁ তেতিয়া জব্দ হয়। বিশ্বব্ৰহ্মাণ্ড এফালে, ভক্তৰ ভক্তি-প্ৰৱণ হিয়া আনফালে। জ্ঞান আৰু বৈৰাগ্য আৰু তাতোকৈ উচ্চপ্ৰেম অৰ্থাৎ ৰসময়ী ভক্তি, এইখিনি হ'লেই ভক্তৰ কাম শেষ। যদি প্ৰভুৰ

ওপৰত বিশ্বাস থাকিলহেঁতেন, তেন্তে তুমি, মই, মাৰ ইমান দূৰে দূৰে থাকিও লগে লগে থকাৰ দৰে বোধ হ'লহেঁতেন। এই বিশ্বব্ৰহ্মাণ্ডময় যিজন সূক্ষ্ম চৈতন্য স্বৰূপে ব্যাপ্ত, তেওঁৰ ভিতৰত আমি সকলোৱে আছোঁ। আমাৰ শৰীৰত, আমাৰ মনত, প্ৰত্যেক পৰমাণুতে তেওঁ চৈতন্য স্বৰূপে আছে। প্ৰত্যেক বায়ুকণাতে তেওঁ আছে। সেইৰূপে আকাশ, নৰলোক, প্ৰেতলোক, বিশ্বব্ৰহ্মাণ্ড লোকত তেওঁ ব্যাপ্ত হৈ আছে। য'ত বস্তু দেখা যায়, তেওঁৱে শৰীৰত একোটা ৰূপ লৈ আছোহঁক। আজি মহাপ্ৰলয় কৰি যদি তেওঁ মায়া সম্বৰণ কৰে, সজীৱ জন্তু, স্থাৱৰ জঙ্গম সেই চৈতন্যতে লীন হৈ এক হৈ যামহঁক। কাজেই আমি সকলোৱেই একবস্তু; ভিন ভিন ৰূপ ধৰি তেওঁতে আছোঁহঁক। ভাবিলোৱা যেন কোঠা এটা ধোঁৱাৰে ভৰি আছে, সেই ধোঁৱাৰ চেতনা আছে। তাৰ মাজতে পোক-পৰুৱা, জেঠি-মহ সকলো আছে। কোনে ক'ত কি কৰিছে ধোঁৱাই গম নোপোৱাকৈ নাথাকে, কিন্তু সিহঁতে গম নাপায়। কিন্তু যদি অকস্মাৎ সেই জীৱজন্তুবোৰ ধোঁৱাৰ লগত মিল খাই চেতনাযুক্ত ধোঁৱা হৈ যায় তেন্তে ইটো সিটোৰ আৰু ভেদ নাথাকে; সকলো বস্তু এক হৈ যায়। আমিও তদ্ৰূপ। আকাশ চাৰিওফালে আছে, মাটিৰ মাজত আৱদ্ধ হৈ থকাখিনি হ'ল মহাকাশ। বস্তু এক, কিন্তু এক আৱৰণে পৃথক কৰি ৰাখিছে। আৱৰণটি ভাঙি দিলেই, মাটিৰ ভিতৰৰ আকাশখিনি মহাকাশৰ লগত মিল খাই এক হৈ যাব। সেইদৰে আমাৰ অন্তৰত, হৃদয়ত এটি অতি সূক্ষ্ম 'ৰক্তপদ্ম' বাৰটি পাহেৰে সৈতে আছে। তাৰ মাজতে এটি বাণেশ্বৰ শিৱলিঙ্গ কল্পনা কৰা। সেই শিৱলিঙ্গৰ মূৰত এটি উজ্জ্বল মণি আছে, সেই মণিৰ মাজত চাকিৰ জুইৰ কণিকা আকাৰে জীৱাত্মা আছে। সেই জীৱাত্মা দিনে-ৰাতিয়ে মহাধামত নিমগ্ন। সেই জীৱাত্মা পৰামাত্মাৰ অংশ। মানুহৰ কেইবাটাও দেহা। প্ৰথমে বাসনা কামনাৰ দ্বাৰা সৃষ্ট হোৱা দেহা এটাই এই জীৱাত্মাক আগুৰি আছে। তাৰ পাছত সূক্ষ্ম দেহা ক্ৰিয়া কাৰ্য্যৰদ্বাৰা এই সূক্ষ্ম দেহা সৃষ্ট। তাৰ পাছত মানুহৰ ভোগময় স্থূল দেহা। এই তিনিটি দেহাই জীৱাত্মাক আগুৰি আছে। জীৱাত্মাৰ নিজ প্ৰধান অংশ পৰমাত্মাৰ লগত মিলিবৰ কাৰণে অত্যন্ত ব্যাকুল। এই জীৱাত্মাই দিনে-



ৰাতিয়ে 'সোহং' অৰ্থাৎ তেওঁৱে মই এই জপ কৰিবই লাগিছে। আমি উশাহ লওঁতে 'সো' আৰু উলিয়াই দিওঁতে 'হং' উচ্চাৰণ হ'বই লাগিছে। সেই 'সোহং' ধ্বনি জীৱাত্মাৰ। সেই জীৱাত্মায়ে ৰাধিকা আৰু পৰমাত্মা আৰাধ্যজন গোপাল। আমি য'ত দোষ কৰোঁ তাৰ দুখ ভোগ কৰে জীৱাত্মাই। অৰ্থাৎ মই জীৱাত্মা। এই শৰীৰ কেইটা মই নহয়। কিন্তু আমাৰ মই মানে মন। কৰ্মফল আৰু সংস্কাৰৰ দোষত মন মত্ত হাতীৰদৰে যেনি তেনি ল'ৰ মাৰে। দেহাৰদ্বাৰা যিহকে পাই তাকে কৰায়। কেৱল সাখীস্বৰূপে জীৱাত্মাৰ তাৰপৰা মায়াৰ বান্ধোন বাঢ়ে। জীৱাত্মাই এই মায়াৰ বান্ধোন চিঙি প্ৰিয়তম পৰমাত্মাৰ লগত মিলিবলৈ হাকুলি-বিকুলি কৰিব লাগিছে। কিন্তু মায়াৰ বান্ধোন স্বৰূপ জটিলা-কুটিলাই প্ৰিয়তমৰ লগত মিলিব নিদিয়ে। ক'ব লাগিলে সেই চক্ৰীৰেই এইবিলাক ধেমালি। জ্ঞানীসকলে কয় বোলে অলপমান ধ্যান কৰিব পাৰিলেই তেওঁৰ বাঁহীৰ মাত এই কাণেৰেই শুনা যায়। সেই সাধনাকেই অজপা গায়ত্ৰী বোলে। চিত্তৰ স্থিৰতা আৰু একাগ্ৰতা আহিলেই উপযুক্ত গুৰুৱে এই সাধনাৰ শিক্ষা দিব। তুমি নিষ্পাপ হৃদয়েৰে দীন ভিখাৰিণী বেশে প্ৰভুৰ দুৱাৰত পৰি থাকিবা। অন্তৰৰ অন্তৰালত ৺গোপালৰ প্ৰেমঘন মূৰ্তিটি যেন সদায় উজ্জ্বল হৈ থাকে।

ইতি—

তোমাৰ বুকুৰ দেউতাৰা
নবীনচন্দ্ৰ বৰদলৈ

দেউতাৰ কাৰামুক্তি : কাৰা-জীৱনতে শোকে ৰোগে জুৰুলা কৰা দেহ লৈ কাৰাগাৰৰপৰা মুক্তি পালে। গুণমুগ্ধ হেজাৰ জনতাই জয়ধ্বনি দি ফুলৰ মালাৰে সাদৰি আনি ঘৰত থ'লেহি। দেউতাৰ আগৰ স্থূলন্তৰ সুন্দৰ তেজাল দেহাৰ পৰিৱৰ্তে—ৰুগীয়া ক্ষীণ শেতা মুখখনিৰে দেখি আমাৰ ধাৰাসাৰে চকুলো বৰলৈ ধৰিলে। দেউতাৰ চকুৰ মণি পুতলীক নেদেখি দেউতাৰ ধাৰাসাৰে চকুলো বৰলৈ ধৰিলে। আমি দেউতাক সেৱা কৰিলোঁ। দৃঢ়মনা দেউতাই মোৰ মুখলৈ চাই নিজক সংযত কৰি ল'লে।

দেৰবছৰ কাৰাবাসত থকাত ঘৰৰ অভাৱ অভিযোগ ধাৰে ঋণে

আঙুৰি ধৰিলে। কৰ্তব্যক আগ কৰি দেউতা ব্যস্ত হৈ শৰীৰলৈ পাহৰিলে। ঘৰখনৰ শান্তিৰ কাৰণে গীতা ভাগৱত পাঠ উপাসনাত গধূলি সময়ত এটি পৱিত্ৰ পৰিৱেশ সৃষ্টি কৰাত মনোনিবেশ কৰিছিল। হেজাৰ দুখেৰে আৱৰা এই এৰি অহা দিনবোৰৰ মাজতো মঙ্গলময় পৰমেশ্বৰৰ এটি অনাবিল কৃপাৰ পৰশ যেন ত্যাগী ঘৰখনৰ সকলোৰেই মনে মনে অনুভৱ কৰিছিল। ভগৱৎ নিৰ্ভৰতাৰ মাজেৰে শোক-দুখ দাৰিদ্ৰ্য নিপীড়িত ঘৰখনত সহজ সৰল অনাৰম্বৰ জীৱন যাপনত অভ্যস্ত হৈ পৰিছিল। দুখৰ মাজতো ঘৰখনলৈ সাধু-সন্ন্যাসীৰ সমাগম হ'বলৈ ধৰিলে।

ডিবুৰুলৈ ঃ দেহ-মনৰ শান্তি বিচাৰি ঘৰ-ঘৰোৱালকে লৈ দেউতা ডিবুৰুলৈ গ'ল। ব্ৰহ্মপুত্ৰ নৈৰ পাৰত ধুনীয়া পুৰণি মিশ্যনেৰী বঙলা এটিত আমি থাকিবলৈ ল'লোঁ। আগত ৰঙা আলি, অলপ দূৰৈত ধুনীয়া পাৰ্ক—পূৱাতে উঠি নৈৰ সিপাৰৰ কুঁৱলীয়ে ঢাকি যোৱা পৰ্বতৰ পূঁৱতি ৰদৰ চিক্-মিকনিয়ে, বাৰিষা ফেনে ফোটোকাৰে ভৰা নৈৰ শোভা চাই আপোন পাহৰা হওঁ। দেউতাই ডিবুৰুতে মোৰ ডাঙৰ ছোৱালী উষাৰ বিয়া পাতে।

উষাৰ বিয়া ঃ সেই দিনৰ নিয়মতে উষাৰ বাৰ বছৰ বয়সতে বিয়া পাতিলোঁ। শিৱসাগৰৰ ৺বাপিৰাম বৰুৱাৰ সৰু ল'ৰা শ্ৰীনন্দলাল বৰুৱাৰ লগত বিয়া অতি ধুনীয়াকৈ সমাধা হ'ল। বিয়াত দেউতাই আমাৰ পাতৰ বন কৰা সাজ-কাপোৰ পিন্ধাবলৈ নিদিলে। ওৰাৰ্ধাৰ-পৰা ফুল বচা শাৰী অনাই কাটি মেখেলা চাদৰ কৰি কইনাক পিন্ধোৱা হৈছিল। কইনা সাজত গুণাৰ বনকৰা সাজ পিন্ধিবলৈ নোপোৱা দুখ বেচেৰী উষাৰ মনত থাকি গ'ল। এতিয়াও সেইকথা কৈ দুখ কৰে।

ভনীটিক হেৰুৱায় ঃ ডিবুৰুত থকা কালতে দেউতাৰ সৰু ছোৱালী ভনীটিৰ মৃত্যু হয়। দেউতা বৌটিৰ শোকাতুৰ হিয়া সন্তানৰ শোকত আকৌ জৰ্জৰিত হৈ পৰিল। আমাৰ চাৰিটি ভাই-ভনীৰ মাজত মোৰ মৰমৰ একেজনী ভনীক হেৰুৱাই আমি ঘৰ-ঘৰোৱালেই পুনৰ শোকত বিহ্বল হৈ পৰিলোঁ। ভনী ৺মৃণালিনীৰ তিনিটি মাউৰা সন্তান, বীণাপাণি, পুলিন আৰু ননিক দেউতাই লৈ আহি বৌটিক গতাই দিলেহি প্ৰতি-



পালন কৰিবলৈ। পিতৃহীন, মাতৃহীন শিশুৰে দেউতাৰ সংসাৰ ভৰি পৰিল।

মৃণালিনীৰ সোঁৱৰণ ঃ মনত পৰিছে মোৰ অতি মৰমৰ ভনী মৃণালিনীলৈ। শান্ত, সুন্দৰ স্বভাৱৰ মৃণালিনীক আমি ঘৰত 'মিনি' বুলি মাতিছিলোঁ। সকলো কামতে ধীৰ, স্থীৰ, গম্ভীৰ আছিল মিনিৰ স্বভাৱ। সুন্দৰ শান্ত চকুযুৰি দেখিলে মানুহৰ মৰম যায়। মিনিৰ কামবোৰ আছিল অতি পৰিপাটি আঁৰ নোহোৱা। ৰন্ধা-বঢ়া, চিলাই কাম, কথা-ৰতৰা সকলোতে আছিল এটি শান্তিময় সৌন্দৰ্য্য। মিনিৰ কণ্ঠ আছিল বসন্তৰ কুলি চৰাইৰদৰে সুৱলা। মিনিৰ সুললিত কণ্ঠৰ গীত যেয়ে এবাৰ শুনিছে, সেইজনে কেতিয়াও পাহৰিব নোৱাৰে।

দেউতা কলিকতাত ওকালতী কৰি থকা কালত মিনিয়ে দেউতাৰ লগত থাকিবলৈ সুবিধা পাইছিল। এগৰাকী এম. এ. পাচ শিক্ষয়ত্ৰীক মিনিৰ শিক্ষাৰ ভাৰ দিয়া হৈছিল। তেওঁৰ নাম আছিল ৰমাৱতী বোস। তেওঁৰ যত্নত তীক্ষ্ণবুদ্ধি-সম্পন্না মৃণালিনীয়ে ঘৰতে ইংৰাজী বঙলা শিক্ষা কৰি অতি সোনকালেই ইংৰাজী ভাষাত ব্যুৎপত্তি লাভ কৰিছিল। আগৰেপৰা সুকণ্ঠী সুগায়িকা মিনিয়ে কলিকতাৰ আভিজাত্য পৰিয়াল চিত্তৰঞ্জন দাশ আৰু দক্ষিণাৰঞ্জন দাশৰ ভনীয়েক হিমানী দাশ আৰু শিবানী দাশৰ লগত উচ্চাঙ্গ ধৰণৰ সঙ্গীত শিকিবলৈ সুবিধা পাইছিল। কলিকতাৰ আভিজাত্য সমাজত অতি কম সময়ৰ ভিতৰতে নিজৰ স্বভাৱ সুকণ্ঠৰ চিনাকিৰে সুগায়িকা নামলৈ সমাদৰ পাইছিল। শিল্পকলা, সঙ্গীত, সকলো ক্ষেত্ৰতে মৃণালিনীৰ নিপুণ শিল্পী মনটিৰ পৰিচয় ফুটি উঠিছিল। কলিকতাৰ হেৰিচন ৰোডত থকা দুমহলা ঘৰত যেতিয়া মিনিয়ে 'অৰগেন' বজাই কোকিল সুৰৰ ধ্বনি তুলি গীত গায় তলৰ আলিবাটৰ ফুটপাথ-বোৰত মানুহৰ জুম বান্ধে। মিনি মোৰ অতি মৰমৰ ভনী আছিল। মোৰ জীৱনৰ লগে লগে যেন এজনী প্ৰিয় সহচৰী। সৰুকালতে মোৰ লগে লগে মিনি থাকিবই—কেতিয়াও আমি এৰা-এৰি নহওঁ। মই য'ত মিনি ত'ত—এইকথা সকলোৰে জানে। সেইবাবে সৰুতে মোক 'জাহাজ' আৰু মিনিক 'আন্ধাবোট' বুলি সকলোৰে জোকাইছিল। আমি দুজনী বাইভনীৰ কেতিয়াও সৰুতে কাজিয়া লগা কোনেও দেখা

নাই। সকতে মই যিহকে কৰোঁ মিনিয়ে তাকেই ভাল আৰু সত্য বুলি ভাবিছিল। কেতিয়াও কোনো কথাতে প্ৰতিবাদ কৰা মোৰ মনত নপৰে। সেইবাবেই এনে অনুগত শান্ত, শিষ্ট ভনীটি মিনিক মই প্ৰাণতকৈও অধিক ভাল পাইছিলোঁ। এখন্তেক মিনিক নেদেখিলে মই এন্ধাৰ দেখিছিলোঁ। নিয়তিয়ে হয়তো অলক্ষ্যে হাঁহিছিল। সেয়েহে দুৰ্বাৰ নিয়তিয়ে মোৰ ভাগ্যৰ লগতে মিনিৰ ভাগ্যও গাঁথি থৈছিল। ঘটনা-চক্ৰত মিনি মোৰ নিজা দেৰবলৈকে পৰিল। আকৈ শাহুৰী ঘৰত আমি দুয়ো লগ হলো। মোৰ অকাল বৈধব্যহে মোক দেউতাৰ ঘৰলৈ লৈ অহাত আমি দুয়ো আকৌ এৰাএৰি হলোঁ। মিনিয়েও সৰহদিন শিৱসাগৰত থাকিবলৈ নাপালে। দেৱৰ অৰ্থাৎ মিনিৰ গিৰিয়েকৰ চাকৰি চিলঙত হোৱাত কিছুদিন চিলঙতে থাকে। হঠাতে তেওঁ অসুস্থ হৈ পৰাত পুনৰ শিৱসাগৰলৈ ঘূৰি আহে। এই শিৱসাগৰতে তেওঁ সংসাৰ ল'ৰা-ছোৱালী এৰি অনন্তধামলৈ গুচি গ'ল। মিনিৰ তিনিওটি মাউৰা সন্তান প্ৰতিপালন কৰি ডাঙৰ দীঘল কৰাৰ ভাৰ বৌটি আৰু মোৰ ওপৰত পৰিল। এই নিদাৰুণ শোক বুকুত বান্ধি দেউতা আৰু মোৰ আয়ে মাউৰা পোনাকেইটিক বুকুত সাৱটি ললে। ১৯২৬ চনত গুৱাহাটীত কংগ্ৰেছ মহাসভাৰ আয়োজন কৰিবলৈ দেউতা ডিবুৰু এৰি আহিব লগা হ'ল। শোক-দুখ সকলো কাতি কৰি থৈ কৰ্মৰ আহ্বানত দেউতাই কৰ্মময় জীৱন আকৌ সপি দিলে দেশৰ কামত। ডিবুৰুৰ বাস উঠাই উলটিলোঁ গুৱাহাটীলৈ। ডিবুৰুত থকা দিন কেইটাৰ শান্তি-ময় মধুৰ সোঁৱৰণী সদায় মনত পৰে। ডিবুৰুৰ মানুহৰ আপোন ভাব মৰমৰ ব্যৱহাৰ পাহৰিব নোৱাৰোঁ। ডিবুৰুত মোমাইদেউহঁতৰ বৰ পেহাদেউ, ৺শিৱৰাম বৰদলৈৰ মৰম, তেওঁৰ ল'ৰা আনন্দ বৰদলৈক আমি কাইটি বুলি মাতিছিলোঁ। মোৰ ল'ৰা দুটাক ডাঙৰ ঘোঁৰা আনি ঘোঁৰাত উঠাৰ শিক্ষা দিছিল দেউতাই। সিহঁতে স্কুলতো পঢ়ি আছিল। সকলো এৰি পুনৰ গুৱাহাটীলৈ আহিলোঁ।

দেউতাৰ বৰ ল'ৰাৰ বিয়াঃ গুৱাহাটীলৈ আহি দেউতাৰ বৰ ল'ৰা মোৰ ভাই শ্ৰীউমেশৰ বিয়া পাতিলে। দেউতাৰ শোকে-দুখে জুৰুলা কৰা মনটো নতুন বোৱাৰী ঘৰলৈ অহাত অলপ পাতলিল।



ডিবুৰুত থকা কালতে ভনীটিৰ শোকত ঘৰখন ম্ৰিয়মান হৈ আছিল। ধুনীয়া বোৱাৰী সেউতীৰ মধুৰ ব্যৱহাৰ শান্ত স্বভাৱে দেউতাক আৰু ঘৰখনক আনন্দ দিছিল। তেৰ বছৰীয়া সেউতীক বিয়া কৰাই আনি দুজন ঘৰুৱা শিক্ষক দি শিক্ষাৰ ব্যৱস্থা কৰি দিছিল।

মহাত্মা গান্ধীৰ দ্বিতীয়বাৰ অসমলৈ আগমনঃ

এইবাৰ স্বৰাজ ফণ্ডৰ দান বিচাৰি বাপু অসমলৈ আহে। দেশসেৱক শ্ৰীহৰেকৃষ্ণ দাস ডাঙৰীয়াৰ ঘৰত আলহী হয়। জজ পথাৰত বিৰাট সভাত বাপুৱে স্বৰাজ ফণ্ডলৈ দান বিচাৰি হাত পাতে। ৰাইজৰ চিৰসেৱিকা শ্ৰীমতী অমলপ্ৰভা আৰু মই বাপুৰ হকে আচল পাতোঁ ৰাইজৰ আগত। বাপুৰ ভিক্ষা, কোনে বাৰু বিমুখ কৰিব পাৰে? বিশেষ আমাৰ অসমীয়া মহিলাসকলৰ দেশৰ হকে সৰ্বস্ব বিলাই দিবপৰা এখনি কোমল দৰদী হিয়াৰ সন্মান বাপুৱে ৰাখে। প্ৰথম মুক্তি-যুঁজত অসমৰ মহিলাই হাতৰ-কাণৰ গহনা সোলোকাই শৰাই ওপচায় স্বৰাজৰ হকে সোণৰ অৱদানেৰে অসমৰ সন্মান ৰাখিছিল। এইবাৰো মহাত্মা বাপুৰ হকে পতা আমাৰ আচোল দুখন সোণ-ৰূপেৰে গধুৰ হৈ পৰিল। আমি বাপুৰ আগত আচোল উবুৰিয়াই ধন-সোণ বাকী দিলোঁ। মোৰ আচোলত প্ৰথমেই পৰিছিল নিৰ্মলা দাস নামৰ এজনী কুমলীয়া কলেজৰ ছাত্ৰীৰ ডিঙিৰপৰা সোলোকাই দিয়া এডাল দীঘল সোণৰ হাৰ। সেই হাৰদালত সোণৰ ওজন সাত-আঠ তোলাৰ কম নহ'ব। হাৰদাল সোলোকাই দিওঁতে মই ছোৱালীজনীলৈ চাই নিজেই অভিভূত হৈ ভাবিছিলোঁ—"ধন্য মোৰ ভাৰত জীয়ৰী, যুগে যুগে তোমাৰ ত্যাগৰ জেউতি চিৰকাল অম্লান হৈ আছে ভাৰতৰ বুকুত। সত্যৰ বাবে, দেশৰ বাবে তুমি সকলো দিব পাৰা। মৰমী অসমৰ জীয়ৰী, ধন্যা তুমি!" এই দান সংগ্ৰহ কৰিবলৈ পাই এই নিঃকিন জীৱন যেন ধন্য হ'ল। বাপুৰ আগত সেই দান উবুৰিয়াই দিওঁতে বাপুৱে হাঁহি হাঁহি হাতেৰে দাঙি ৰাইজক দেখুৱালে।

পাণ্ডু কংগ্ৰেছ মহাসভাৰ সোঁৱৰণীঃ ১৯২৬ চনৰ ডিচেম্বৰ মাহত মহাসভাৰ সোঁৱৰণী অসমীয়া মানুহৰ জীৱনত পাহৰিব নোৱৰা সোঁৱৰণ।

পাণ্ডু কংগ্ৰেছৰ আগতে কোনোকালে অসমত এনে সমাৰোহ অসমীয়া মানুহে দেখা নাই। হাবি কাটি নগৰ সাজি অসমৰ ভীমকৰ্মা নেতা-সকলে যি অসম্ভৱক সম্ভৱ কৰি তুলিছিল, হাবিৰে ভৰা পাণ্ডুক ইন্দ্ৰ-পুৰীবদৰে ৰূপ দিছিল, যি ঠাইত ভাৰতবৰ্ষৰ স্বাধীনতাৰ পূজাৰী-সকলে আহি, মহামানৱ মহাত্মা গান্ধীয়ে আহি ধন্য কৰিছিল, বিৰাট প্ৰদৰ্শনীত অসমীয়া মানুহে দেশ বিদেশৰ নেদেখা বস্তু দেখিছিল, নুশুনা কথা শুনিছিল, সেইবোৰ কথা জীৱনৰ বাটত সোণ সোঁৱৰণী হৈ ৰব।

**কৰ্মবীৰৰ সপোন**ঃ অসমলৈ কংগ্ৰেছ মাতিছিল দেউতাই ( নবীন বৰদলৈ )। হ'কা-বধা নুশুনি দেউতাই কৈছিল—"অসমত কংগ্ৰেছ পাতিবই লাগিব, নহ'লে অসমক চিনিব কোনে? অসমীয়া জাতিৰ কৰ্মশক্তিৰ প্ৰমাণ ভাৰতবৰ্ষই দেখিব কেনেকৈ? অসমে যদি কংগ্ৰেছ পাতিব নোৱাৰে, স্বাধীনতা পাবলৈ আশা কৰে কোন সাহেৰে?" যি জনাই নিৰ্ভিক আত্মশক্তিত নিৰ্ভৰ কৰি কংগ্ৰেছ মাতিলে, কংগ্ৰেছ মহাসভা অভিনব-ভাৱে সফল কৰি তুলিব পাৰিলে, অকল এয়েই নহয়, মহাত্মা বাপুৰ আগত দেউতাই কৈ আহিছিল—"বাপুজী! অসমত অকল কংগ্ৰেছ সভাই নহয়—অসমে দেখুৱাব অসমৰ খদ্দৰবেই অসম কংগ্ৰেছ সভাৰ বিশাল সভামণ্ডপ তৈয়াৰ কৰি। কংগ্ৰেছৰ যাবতীয় আহিলা প্ৰস্তুত হ'ব অসমৰ সুবিখ্যাত শিপিনীসকলৰ লাৱনী হাতৰ উৎপাদন খদ্দৰ শিল্প, বয়ন শিল্পৰ নিদৰ্শনেৰে।"

**কংগ্ৰেছৰ বৰঙণি**ঃ এই প্ৰতিজ্ঞা অসমে কেনেকৈ ৰাখিছিল ভাবিলে অবাক হ'ব লাগে। গত অসমীয়া জাতিয়ে সৰ্ব ভাৰতৰ আগত বুকু ফুলাই নিজৰ গৌৰৱ ৰাখিলে। অসমৰ কংগ্ৰেছকৰ্মী আৰু নেতাসকলে দুৱাৰে দুৱাৰে ভিক্ষা কৰি বিৰাট কংগ্ৰেছ মহাসভাৰ বৰঙণি গোটাইছিল। সেই পৰাধীন যুগৰ যানবাহনৰ সুচল নোহোৱা দিনত কিমান পৰিশ্ৰমেৰে অসমৰ দুখীয়া দানেৰে কংগ্ৰেছ সভা বহিল। দোৰ্বোৰ অৰণ্য কাটি নগৰ কৰা পাণ্ডু নগৰত দহ-হেজাৰ দৰ্শক বহিবপৰা বিৰাট সভামণ্ডপ, চাৰিওপিনে চাৰিখন শুকুলা বাটঘৰ, অসমৰ খদ্দৰবেই তৈয়াৰ কৰা খদ্দৰৰ বগা জেউতীৰে জকমকাবলৈ ধৰিলে।



অসমৰ ভীমকৰ্মা কৰ্মীসকলৰ অক্লান্ত পৰিশ্ৰমৰ ফলত কংগ্ৰেছ মহাসভাৰ যাবতীয় সঁজুলি সুচাৰুৰূপে সম্পূৰ্ণ হৈ উঠিছিল।

কংগ্ৰেছ সভামণ্ডপৰ আধামাইলমান দূৰৈত লুইতৰ পাৰত শাৰী শাৰীকৈ সজা হৈছিল ভাৰতীয় নেতাসকলৰ বাবে জিৰণি বাহৰ। এমূৰীয়াকৈ নৈৰ পিনে মুখ কৰি ধুনীয়াকৈ সজা হৈছিল মহাত্মা গান্ধীৰ বাবে এটি খেৰৰ পঁজা। এই পঁজাটিতে বহি মহানদ ব্ৰহ্মপুত্ৰৰ বিশাল সৌন্দৰ্য্য চাই চাই মুগ্ধ মনেৰে লেখিছিল বাপুৱে প্ৰিয় অসমৰ ধুনীয়া ছবি 'মনোৰম অসম' নামৰ মনোমোহা প্ৰবন্ধ। হেজাৰ হেজাৰ দৰ্শকে কংগ্ৰেছ সভা চোৱাৰ পিছত তীৰ্থস্থান চোৱাৰদৰে এই ধ্যানমগ্ন যোগী-জনক চাই জীৱন ধন্য হ'ল বুলি ভাবিছিল। ভাৰতৰ মুক্তি-পূজাৰী বৰণীয় নেতাসকল আহি এই জিৰণি বাহৰত আছিলহি।

কংগ্ৰেছ সভাৰ সভাপতি আছিল শ্ৰীনিবাস আয়েঙ্গাৰ। ভাৰতৰ বৰেণ্য নেতাসকল আহিছিল এই সভালৈ। ভাৰত-কোকিলা সৰোজিনী নাইডুক দৰ্শন আৰু নাইডুৰ কোকিল কণ্ঠৰ ভাষণ শুনিবলৈ পাই ধন্য মানিছিল। দিনে-নিশাই হেজাৰ হেজাৰ দৰ্শকৰে কংগ্ৰেছ সভাই যেন বিৰাট প্ৰজাসূয় যজ্ঞৰ ৰূপ লৈছিল। এনে সংখ্যাতীত জনসমাগম অসমৰ বাইজে কোনোকালে দেখা নাছিল। ভাৰতৰ আন আন প্ৰদেশত বহা কংগ্ৰেছ মহাসভাতকৈও যেন অসমৰ পাণ্ডু কংগ্ৰেছৰ শোভা, সৌন্দৰ্য্য আৰু ঐতিহ্য একোৰ চৰিছিলহে।

অভ্যৰ্থনা সভাৰ সভাপতি আছিল দেশভক্ত তৰুণৰাম ফুকন। প্ৰধান সম্পাদকৰূপে কৰ্মবীৰ বৰদলৈয়ে গুৰি ধৰিছিল। অসমৰ আন নেতাসকলে আৰু নিঃস্বাৰ্থ সেৱক দলৰ সেৱাকৰ্মই ভাৰতীয় নেতাসকলক চমক লগাব পাৰিছিল।

### মহাত্মাৰ 'মনোৰম অসম'

মোহনদাস কৰমচাঁদ গান্ধী

মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত তেজপুৰৰ নাম আছিল 'শোণিতপুৰ'। ইয়াতেই বাণাসুৰৰ ৰাজধানী আছিল আৰু সেই বাণাসুৰৰ কন্যা ঊষাক অনিৰুদ্ধই বিয়া কৰাইছিল। হৰি আৰু হৰৰ

মাজত যি ঠাইত যুদ্ধ হৈছিল সেই ঠাইডোখৰ ইয়াৰ পূজাৰীসকলে দেখুৱাই দিছে। অসম মনোৰম উদ্ভিদ ৰাজ্যৰ দেশ। নদীৰ বুকুৰ কিছুমান দৃশ্য সমগ্র পৃথিৱীৰ ভিতৰতে অতুলনীয়। টেমচ নদীৰ বুকুৰ বৰ্ণোজ্জ্বল দৃশ্য মই দেখিছোঁ, কিন্তু যি বিশাল নদীখনক প্ৰকৃতিয়ে ইমান প্ৰচুৰ পৰিমাণে সৌন্দৰ্য্য বিভূষিত কৰিছে যে তাতকৈ অধিক মনোৰম দৃশ্য আন ক'ৰবাত দেখা পোৱা বুলি মোৰ মনত নপৰে। অকল উজনি অসমৰ লোক-সংখ্যাই ৩৭ লাখৰো বেছি। অসমৰ প্ৰতি গৰাকী তিৰোতাই কাপোৰ বব জানে। কাপোৰ বব নজনা অসমীয়া গাভৰুৰ বিয়াই নহয়। অসমীয়া তিৰোতাই কাপোৰত সপোনৰ কাহিনী বচে। আমাক অতিথিস্বৰূপে ৰখা ফুকনে মোক চাবলৈ দিয়া পুৰণি কাপোৰৰ কেইটা-মান নমুনা অনুপম সুন্দৰ আছিল। এই ধুনীয়া নমুনাবোৰ দেখি ভাৰতৰ অতীত গৌৰৱ আৰু লুপ্ত হৈ যোৱা শিল্পকলাৰ কথা ভাবি মই নীৰৱে চকুলো মুটুকি নোৱাৰিলোঁ।

বিদেশৰপৰা অহা মিহি জকমকীয়া বিদেশী শাৰীবোৰত ক'ত এনে চকুত লগাগৈ মৃদু ৰং-বিৰঙৰ অপূৰ্ব সমাবেশ দেখিবলৈ পোৱা যায়? অসমৰ উদ্ভিদৰপৰা ৰং কৰা পদ্ধতি প্ৰায় বিলুপ্ত হৈছে। অসমত এই ঐতিহ্য জিলিকি আছে। অসমৰ মহিলাসকলৰ অনাৰম্বৰ বিলাসবিহীন সুন্দৰ সবল মুখবোৰ দেখি মোৰ মন শ্ৰদ্ধাত বিমুগ্ধ হৈ পৰিছে। এইখন 'মনোৰম অসম', এই মনোৰম অসমৰ ব্ৰহ্মপুত্ৰ মহানদৰ পাৰত বহি মই প্ৰবন্ধ লেখিছোঁ।

ঠাই—তেজপুৰৰ গণেশ ঘাট
১৯২৬ চন, ডিচেম্বৰ

## পাণ্ডু কংগ্ৰেছ মহাসভাৰ দ্বিতীয় দিন

পাণ্ডু কংগ্ৰেছৰ সংস্কৃতি সভাঃ সংস্কৃতি সভাৰ ভাৰ লৈছিল অসমৰ সঙ্গীতজ্ঞসকলে। সভাৰ প্ৰথম মুকলি সঙ্গীত ৰচনা কৰিছিল স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰীয়ে আৰু স্বৰ্গীয় উমেশচন্দ্ৰ চৌধুৰীয়ে। উমেশ চৌধুৰী ৰচিত গীতটিয়ে সভা আবাহনী সঙ্গীত। অসংখ্য সৰু সৰু ল'ৰা-ছোৱালী আৰু শ্ৰীপ্ৰফুল্ল বৰুৱা, শ্ৰীফুনু বৰুৱা, শ্ৰীঅপূৰ্ব



বৰদলৈ, ৺জ্যোতিপ্ৰসাদ আগৰৱালাকে আদি কৰি অসমৰ সঙ্গীতজ্ঞসকলৰ কণ্ঠত সুৰ কল্লোল উথলি উঠিছিল। উমেশ চৌধুৰী ৰচিত গীত—

স্বাগত স্বাগত ভক্ত সমাগত
সেৱকবৃন্দ সুধীৰ·········।

অম্বিকাগিৰীৰ ৰচনা—

বন্দো কি ছন্দেৰে সমাগত বিৰাট
নৰ নাৰায়ণ ৰূপ।
পঙ্কিল পৰাধীন শঙ্কিত চিত মন
নাই ফুল চন্দন ধূপ॥

সেই সভাত আজিৰদৰে 'মাইক' নাছিল, অসমীয়া মানুহে তেতিয়া 'মাইক' কি বস্তু নেজানিছিল। সৰু বৰ দেৰকুৰিমান কণ্ঠেৰে সেই গীতবোৰ ৰূপায়িত কৰি তোলা হৈছিল কেইবাবিধো যন্ত্ৰ সঁজুলিৰ সহায়েৰে। সঙ্গীত পৰিচালনা কৰিছিল শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাই। জ্যোতিপ্ৰসাদ, অপূৰ্ব বৰদলৈ আদিয়েও কণ্ঠদান কৰাৰ উপৰিও বিবিধ সঙ্গীত বাদ্য আদি আৰু ভাৰতৰ বিখ্যাত বিখ্যাত সঙ্গীতজ্ঞসকলেও সেই সভাত গীতবাদ্যৰ অৰিহণা যোগাইছিল। সংস্কৃতি সভাৰ শেষ কাৰ্য্যসূচীত প্ৰচাৰ কৰা হৈছিল ভাৰতৰ বিখ্যাত শাস্ত্ৰীয় সঙ্গীতজ্ঞ বিষ্ণু-দিগম্বৰ পুলস্কৰৰ শাস্ত্ৰীয় সঙ্গীত। এই বাতৰি পাই জনতাৰ ঢল বাগৰি ব্ৰহ্মপুত্ৰ পাৰৰ পাণ্ডুনগৰ বিশাল জনসমুদ্ৰত পৰিণত হ'ল। নিশা বাৰ বাজিল, নিস্তব্ধ সভাথলিৰ ওখ বেদীত থিয় হ'লহি এটি ঋষি মূৰ্তি। মূৰত চুলিৰ চূড়া বন্ধা, গাত বগা আলখেল্লা, মুখত অলপ দাড়ি। শুভ্ৰ বগা বৰণ, পদুম ফুলৰ পাহিৰদৰে ৰঙা দুখনি কোমল হাতৰ তলুৱা, দীৰ্ঘাকৃতি। 'বিষ্ণুদিগম্বৰ পুলস্কৰৰ' এই দেৱমূৰ্তি দেখি সভাথলিত এটি আনন্দৰ গুঞ্জন উঠিল। বেদীৰ তলত শাৰী পতা জলতৰঙ্গৰ বাদ্য সঁজুলি আৰু আন আন তাৰযন্ত্ৰ বাজি উঠিল। সেই ঋষিজনে প্ৰথমেই ৰাইজক সম্বোধন কৰি ভাৰতীয় শাস্ত্ৰীয় সঙ্গীত বিজ্ঞানৰ কেইটিমান গধুৰ ব্যাখ্যা দিলে। ৰাগৰ ৰূপ, তৰঙ্গ আদিৰ বৰ্ণনা দিলে, সময় অনুসৰি প্ৰথমেই 'বাগেশ্ৰী' ৰাগ আৰম্ভ কৰিলে। বাগেশ্ৰীৰ সুৰ তৰঙ্গ আৰু লয়ৰ ধ্বনিয়ে আলাপৰ মধুৰ বিস্তাৰে ব্ৰহ্মপুত্ৰ মহানন্দৰ বিশাল

সলিল-বক্ষ সুৰ তৰঙ্গময় হৈ উঠিল। বহুপৰ নিস্তব্ধ জনতাই স্থান কাল পাহৰি সুৰ সমাধিত মগন হৈ পৰিল। নিশা দুই বাজিল, দ্বিতীয় প্ৰহৰ অতীত, এই সময় 'দৰবাৰী' কানাড়াৰ ৰাগ প্ৰকাশৰ সময়। এই সময় অনুসাৰে 'দৰবাৰী ৰাগ' গাবলৈ আৰম্ভ কৰিলে। প্ৰথম ব্যাখ্যাত ক'লে—"সঙ্গীত ভগৱৎ সাধনা। ভগৱানত চিত্ত বিলীন কৰাই হ'ল সুৰ সাধকৰ উদ্দেশ্য। সঙ্গীত যোগৰ আশ্ৰয়েৰে সহজেই ভগৱৎ সান্নিধ্য পৰম শান্তি লাভ কৰা যায়। সুৰতৰঙ্গ আঘাতত হৃদয় পদ্ম প্ৰস্ফুটিত হৈ পৰে। বাগেশ্ৰী সুৰযোগত চিত্তই তন্ময়তা লাভ কৰিলে। মাজ নিশাৰ শেষত 'দৰবাৰী' সুৰ সহযোগেৰে সুৰসাধক ভগৱৎ সত্তাত বিলীন হৈ পৰে। আত্মাই সুৰ নিৰ্বাণ লাভ কৰে। এই সুৰ আকাশে বতাহে ধ্বনিত হৈ ৰূপায়িত হৈ মহামিলনৰ অৰূপ ৰূপত সমাপ্তি ঘটে।"

'দৰবাৰী'ৰ আলাপ আৰম্ভ হ'ল। গভীৰ সুৰৰ মোহনীয় আলাপনে লুইতৰ নিজান পাৰত অপূৰ্ব সুৰ তৰঙ্গৰ সৃষ্টি কৰিলে। সেই সুৰ হিল্লোলৰ ধ্বনি নীলাচল পৰ্বতত ঠেকা খাই অভিনৱ প্ৰতিধ্বনিৰে ৰূপায়িত হ'ল। সেই স্মৃতি মোৰ জীৱনৰ চিৰ সোঁৱৰণীৰ মণিকোঠাত প্ৰৱেশ কৰি তাতেই বান্ধ খাই ৰ'ল আজিলৈকে। সেই সুৰতৰঙ্গ ধ্বনিত আন শ্ৰোতাৰ কি হ'ল মই নাজানো, মোৰ মনে স্থান কাল পাত্ৰ হেৰুৱাই বহু সময় সুৰ মূৰ্চ্ছনাত মূৰ্চ্ছিত হৈ পৰিছিল। নিজৰ অস্তিত্ব মই বহুসময় পাহৰি গৈছিলোঁ। কিবা এটি সুৰ তন্ময়তাই মোক তন্ময় আৰু আত্মহাৰা কৰি তুলিছিল। সুৰৰ মূৰ্চ্ছনাবোৰ মোৰ সঙ্গীত-আকুল প্ৰাণ-তন্ত্ৰীত অজানিতে বাজি উঠিছিল যন্ত্ৰ-সঙ্গীতৰ দৰেই। মই পাহৰি গৈছিলোঁ মহাসভাৰ কথা; পাহৰি গৈছিলোঁ অগণন জনসমুদ্ৰৰ কথা। মোৰ মনত হৈছিল কি এটি অপূৰ্ব অনুভূতি! মই যেন নিজেই সেই 'দৰবাৰী' সুৰ আৰু সেই সুৰৰ আনন্দ সত্তাত বুৰ গৈ নিজকে বিলীন কৰি দিছোঁ। সুৰৰ ধ্বনিবোৰ মোৰ বুকুৰ মাজত ছন্দে ছন্দে বাজিবলৈ ধৰিলে। এনে অপূৰ্ব অনুভূতি মোৰ জীৱনত মই প্ৰথম লাভ কৰিলোঁ সুৰ ঋষিজনৰ মহত্বৰ পৰশত। শাস্ত্ৰীয় উচ্চাঙ্গ সঙ্গীতৰ পৰম সত্যৰ দুৱাৰ মোৰ চকুৰ আগত উদ্ভাসিত হ'ল সেই সুৰ ঋষিৰ কণ্ঠধ্বনিত। শ্ৰদ্ধাত মূৰ দোঁ খাই গ'ল। মনে মনে প্ৰণাম কৰিলোঁ। দুচকুৰ পানীৰে



ওপচায় "হে মোৰ স্বৰ্গাদপি গৰিয়সী জননী ভাৰত মাতৃ। ধন্য তোমাৰ আৱিষ্কাৰ, ধন্য তোমাৰ সাধনা! যোগী ঋষি তপস্বীয়ে বহু কৃচ্ছ সাধন কৰি যি সত্য সুন্দৰৰ দৰ্শন নেপায়, তুমি সঙ্গীত আনন্দৰ মাজেদি সত্য সুন্দৰৰ অপূৰ্ব পুষ্পপথ ৰচনা কৰি থৈছা—যি পুষ্পপথেৰে আনন্দ সুৰ লহৰীত সাতুৰি চৈতন্যময় আনন্দ স্বৰূপৰ সান্নিধ্য লাভ কৰিব পাৰে সুৰ সাধকে।" এয়ে ভাৰতীয় সামবেদীয় শাস্ত্ৰীয় সঙ্গীত। নিজৰ অজ্ঞাতে মোৰ অৱচেতন মনত 'বাগেশ্ৰী' আৰু 'দৰবাৰী' সুৰৰ স্পন্দন প্ৰৱেশ কৰিলে আৰু চিৰ আৱদ্ধ হৈ ৰ'ল আজিলৈকে। সেয়েহে মোৰ অতৃপ্ত সঙ্গীতপিয়াসী মনে সেই সত্য সুৰ আজিও বিচাৰি ফুৰে। কিন্তু মোৰ দুৰ্ভাগ্য সেই চিৰস্মৰণীয় সুৰৰ আলাপ বিস্তাৰ আৰু মোৰ কাণত পৰাৰ সৌভাগ্য নহ'ল। ক'ৰবাত আধকুৱা দুই-এটি 'বাগেশ্ৰী' 'দৰবাৰী'ৰ আলাপ কাণত পৰিলেও অবিস্মৃত সেই নিশাৰ সুৰ প্ৰাণে বিচাৰি পোৱা নাই। সুৰৰ প্ৰকৃত মাহাত্মাৰ সন্ধান মই সেইদিনাই পালোঁ আৰু বুজিলোঁ, অনুভৱ কৰিলোঁ ভাৰত মনীষা ভাৰতীয় ঋষি আৱিষ্কৃত সুৰ-সাধনাৰ পদ্ধতি চিৰ সত্য। সঙ্গীতক সাধনাৰূপে নল'লে সিদ্ধি নহয়। সঙ্গীতসাধক হ'ব লাগিব সংযমী যোগী সুৰসাধক ঋষিস্বৰূপ। সেই নিশা, সেই ১৯২৬ চনৰ স্মৰণীয় নিশাৰ ঋষি দৰ্শন, ঋষিকণ্ঠৰ অমৃত সুৰৰ ধ্বনি শুনাৰ মধু মুহূৰ্ত মোৰ জীৱনৰ চিৰস্মৰণীয় অনুভূতিৰে পৰিপূৰ্ণ হৈ ৰ'ল। সেই স্মৃতি, জীৱনত মুচিব নোৱৰা স্মৃতি, মোৰ জীৱন পথৰ পাথেয় হৈ ৰব চিৰকাল; যিহেতু মোৰ মনৰ মণিকূটত সেই সুৰ তৰঙ্গবোৰ আৱদ্ধ হৈ আছে। এই ঘটনা মোৰ জীৱনৰ প্ৰথম সত্য দৰ্শন। দৰ্শন পালোঁ ভাৰতৰ অতীত নাৰদ ঋষিৰ।

আজি সুঁৱৰিছোঁ বাৰে বাৰে সেই পবিত্ৰ এৰি অহা দিনবোৰলৈ। চিৰস্মৰণীয় ভাৰতৰ মুক্তিযজ্ঞ পৰাধীন নিপীড়িত ভাৰত তথা অসমৰ বিপ্লৱী প্ৰাণৰ অগ্নিশুদ্ধিৰে প্ৰতিষ্ঠিত কংগ্ৰেছ মহাসভাৰ শুদ্ধ স্বত্ব অপূৰ্ব সেই সোঁৱৰণ। এই মহাসভাৰ নিৰ্বাণ অগ্নিত বহুতৰ আত্মদানৰ বাহিৰেও পূৰ্ণাহুতি দিব লগা হৈছিল অসমীৰ চাৰিজন সৰ্বত্যাগী বিপ্লৱী বীৰৰ সৰ্বসত্তাৰে।

এই সৰ্বত্যাগী তিনিজন আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত

তৰুণৰাম ফুকন আৰু ৰোহিণী হাতীবৰুৱা। ৰোহিণী হাতীবৰুৱা। কংগ্ৰেছৰ ঋণ পৰিশোধত দেউলীয়া হৈছিল। ফুকন ববদলৈৰ স্থাবৰ অস্থাবৰ সৰ্ব সম্পত্তি বন্ধক দি কংগ্ৰেছ মহাসভাৰ ঋণ পৰিশোধ কৰিব লগা হৈছিল। অসমী আইৰ গৌৰৱময় সোণালী স্মৃতি অসমী আইৰ ঐতিহাসিক সোণ সোঁৱৰণীহে ৰ'ল মনৰ মাজত। জীৱনত এটি পাহৰিব নোৱৰা অধ্যায়।

মুক্তিৰ আন্দোলনে খদ্দৰৰ প্ৰতি শ্ৰদ্ধাত দেশৰপৰা বিলাসিতা আঁতৰি গৈছিল। আয়তী, জীয়ৰী, বোৱাৰী সকলে মুগাত ফুল বচা মেখেলা, ৰিহা, চেলেঙৰ আকৰ্ষণীয় শুৱনী সাজ অসমৰ আদৰৰ সাজ হৈ পৰিছিল—যি আটক ধুনীয়া সাজে বিদেশী দৰ্শকৰ মনত হৰ্ষৰ কৌতূহল জগাই তুলি প্ৰশ্নৰ উপৰি প্ৰশ্নৰ উদয় কৰিছিল অসমৰ মুগাৰ সোণালী সাজ-পাৰে। ছাত্ৰ সমাজত বগা ধুতি পাঞ্জাবী পিন্ধিছিল। স্কুলীয়া ল'ৰাই হাফপেণ্ট পিন্ধিছিল। ভদ্ৰলোকসকলে বগা ধুতি-পাঞ্জাবী সাজক এটি সন্মানিত সাজ বুলি ভাব কৰিছিল। ৰজাঘৰীয়া বিষয়াসকলহে পটলুন পিন্ধা দেখা গৈছিল। পাণ্ডু কংগ্ৰেছৰ সামৰণি পৰিল।

### স্বৰাজ্য দলপতি (কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ)

অসম কাউঞ্চিলত: মুক্তি যুঁজৰ এটি অধ্যায় শেষ হ'ল। অসমত কাউঞ্চিল স্থাপন হোৱাত দেউতাই কাউঞ্চিলৰ সদস্য হ'ল। দেশ তেতিয়াও পৰাধীন। পৰাধীন ভাৰতৰ অসম কাউঞ্চিললৈ কংগ্ৰেছ স্বৰাজ্য দলপতি ৰূপে দেউতা চিলঙলৈ যাত্ৰা কৰিলে। অসম ভেলী আৰু সুৰমা ভেলীৰ কংগ্ৰেছ সদস্যসকল যেনে—অসম ভেলীৰ দেউতা নবীনচন্দ্ৰ বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী, কুলধৰ চলিহা; সুৰমা ভেলীৰ সদস্য স্বৰ্গীয় ব্ৰজেন্দ্ৰমোহন চৌধুৰী, বসন্তকুমাৰ দাস আদিয়ে কাউঞ্চিলত বক্তৃতা দিছিল। আমি, মই আৰু মোৰ আই দুয়ো কাউঞ্চিলৰ অধিবেশনবোৰলৈ প্ৰায়েই গৈছিলোঁ। ৰোহিণী চৌধুৰী আৰু ব্ৰজেন্দ্ৰমোহন চৌধুৰীৰ বক্তৃতা শুনি বৰ ভাল পাইছিলোঁ। দেউতাৰ ওজস্বিনী বক্তৃতাবোৰে গা-উতলায় তুলিছিল। অসমৰ গুৰুত্বপূৰ্ণ বিষয়বোৰৰ স্বপক্ষে যেনে—'টেনান্সি বিল', 'ঘাঁজু কৰ' ইত্যাদি বিষয়বোৰত দেউতাৰ দৰদী হিয়া দেশৰ



কথাত ব্যাকুল হৈ উঠা আৱেগপূৰ্ণ বক্তৃতাবোৰত ইংৰাজ চৰকাৰক হেঁচা দিয়া আৰু দেশৰ দুৰ্দশাপূৰ্ণ কথাবোৰত বহুত শ্ৰোতাকে তবধ লগাইছিল। আমাৰ 'চাদুল্লা চাহাবৰ' বক্তৃতাবোৰ আছিল ধীৰ, কিন্তু অতি জটিল আৰু আওপকীয়া। তেওঁ আছিল অতি চতুৰ ৰাজনীতিজ্ঞ পুৰুষ। সাধাৰণ বুদ্ধিৰে তেওঁৰ কথাৰ সাঁথৰ উদ্ধাৰ কৰা টান আছিল। দেউতাৰ এবাৰ কথা মোৰ ভালকৈ মনত আছে, দেউতাই আবেগপূৰ্ণ বক্তৃতা এলানিত কৈছিল—"প্ৰজাৰ মাজত মোৰ জন্ম, প্ৰজাৰ অন্নৰ দ্বাৰা মই পুষ্ট, সেইবাবে প্ৰজাৰ সেৱা কৰিবলৈ মই বাধ্য।" আৰু এলানি কথা মনত পৰে, সেই কথা কেইষাৰ দিল্লীৰ এচেম্বলীতো দেউতাই দোহাৰিছিল। সেই কথাষাৰি হ'ল—"মই যেতিয়া ১৯২১ চনত চিলেট জেইলত আছিলোঁ ৰাজবন্দী হৈ, সেই সময়ত সুৰমা উপত্যকাৰ কমিশ্যনাৰ মিঃ ৱেষ্টাৰে মোক সুধিলে—'এতিয়া চেতনা হ'লনে?' এই বৃটিচ শাসকসকলৰ মনোভাৱ হৈছে আমাক চেতনা দিয়া।" আজি সুঁৱৰিছোঁ সেই পুৰুষোচিত তেজোব্যঞ্জক কথাবোৰলৈ। আজি স্বাধীন ভাৰতবৰ্ষৰ নাগৰিক স্বাধীন অসমৰ হেজাৰ-বিজাৰ সমস্যাৰ কথা, অসমৰ প্ৰতি কৰা বহু অবিচাৰ আৰু আওহেলাৰ কথা নিৰৱে ৰাইজে সহি যায়। ভাৰতীয় শাসকবৰ্গৰ আগত নিজৰ দেশৰ দাবী জনাবলৈ সঙ্কোচ কৰে। দুখ-দাৰিদ্ৰ্য অসমতাৰ পীড়নত অসমীয়া যেন আজি বোবা, অতীত পৌৰুষ নিষ্প্ৰভ।

আমাৰ চিলংঅত থকা দিনকেইটা: দেউতা চিলঙলৈ যাব লগীয়া হোৱাত আমি ঘৰ-ঘৰোৱালেই চিলঙলৈ গলোঁ। চিলঙলৈ গৈহে আমি যেন প্ৰকৃত স্ত্ৰী-স্বাধীনতাৰ সোৱাদ অনুভৱ কৰিব পাৰিলোঁ। চিলঙত ভদ্ৰ মহিলাসকলে দুপৰীয়া জাকপাতি ফুৰা-চকা কৰা, বৰবজাৰত নিজে বজাৰ কৰা দেখি আচৰিত মানিছিলোঁ। বৰ ভাল লাগিছিল এনে ধৰণে মুকলিভাৱে ফুৰিবলৈ পাই। পুৱাতে উঠি খাচিয়া গাঁওবোৰৰ মাজে মাজে নিৰ্ভয়ে ফুৰিছিলোঁ। খাচিয়া জাতিৰ ভদ্ৰতা আৰু আত্ম-সন্মানবোধ দেখি আচৰিত মানিছিলোঁ।

পৰিশ্ৰমী খাচিয়া তিৰোতাবোৰলৈ শ্ৰদ্ধা জাগিছিল। এদিন এজনী দুখীয়া খাচিয়ানীৰ জাৰত কঁপি থকা ল'ৰা-ছোৱালী কেইটাক পুৰণি চোলা কাপোৰ দিওঁতে তাই নল'লে আৰু অপমানিত বোধ কৰি ক'লে,

"তোমাৰ কাপোৰ মই কিয় লম ? মইতো মগনীয়া নহওঁ।" মই নিজেই লাজ পালোঁ আৰু দুখীয়া খাচিয়া তিৰোতাজনীৰ আত্মসন্মান বোধ দেখি মূৰ দোৱালোঁ। খাচি সম্ভ্ৰান্তলোক শ্ৰীচন্দ্ৰনাথ ৰায় আৰু সিং লিংডো দেউতাৰ বন্ধু আছিল। চিলঙৰ লাইমোখৰা, লাবান, হিলটপ, শেষত জোৱাইত আমি আছিলোঁ হঁক।

স্বৰ্গীয় সঙ্গীতজ্ঞ লক্ষ্মীৰাম বৰুৱাৰ বৰ জীয়ৰী, আমাৰ সকতে তেজপুৰতে পোৱা শ্ৰীস্বৰ্ণ বাইদেউ আৰু ভৈৰৱ দাদাক পাই আমাৰ নিজৰ পৰিয়াল যেন পাইছিলোঁ। সেই মৰমবোৰ পাহৰিব নোৱাৰোঁ। ভনীয়েক ৺মাধৱী বৰুৱা মোৰ সখী আছিল। চিলঙত থকা কালতে দেউতা দিল্লী এচেম্বলীৰ সদস্য হৈ দিল্লীলৈ যায়। আমি চিলঙতে থাকি যাওঁ। চিলঙঅত থকা দিন কেইটাৰ কথা সদায়ে মনত পৰে।

দেউতা দিল্লীৰপৰা চিমলা অধিবেশনলৈ যায়। দিল্লীৰ এচেম্বলীৰ সদস্য হোৱাৰ কেইমাহমানৰ ভিতৰতে দেউতাৰ প্ৰশংসনীয় কামৰ বাতৰি বৈ বৈ যায়। দেউতা যোৱাৰ আগতে দেশভক্ত ফুকন ডাঙৰীয়া ইণ্ডিয়ান লেজিচলেটিভ এচেম্বলীৰ সদস্য আছিল।

**ভাৰত ব্যৱস্থাপক সভাত দেউতা ঃ** ১৯৩৫ চনৰ পুনৰ নিৰ্বাচনত দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াক পৰাস্ত কৰি কংগ্ৰেছৰপৰা দেউতা ( কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ) নিৰ্বাচিত হৈ ইণ্ডিয়ান লেজিচলেটিভ এচেম্বলীৰ সদস্য হয়। অসমৰ স্বৰাজ্য পাৰ্টিৰপৰা দেশভক্ত ফুকন, আৰু কংগ্ৰেছৰ তৰফৰপৰা কৰ্মবীৰ বৰদলৈৰ মাজত প্ৰতিদ্বন্দ্বিতা চলিছিল। এই ক্ষেত্ৰত কংগ্ৰেছে জয়লাভ কৰে। সেই সময়ত সমগ্ৰ ভাৰততে কংগ্ৰেছ অতি শক্তিশালী আছিল।

ভাৰত ব্যৱস্থাপক সভাৰ সদস্য হৈ দেউতাই ( নবীন বৰদলৈ ) অতি অলপ দিনৰ ভিতৰতে বিচক্ষণ কৃতিত্বৰে গৱৰ্ণমেণ্টৰ দুৰ্নীতি আৰু দেশৰ অভাৱ অভিযোগবোৰ ফঁহিয়াই দেখুৱাই যুক্তিপূৰ্ণ চোকা কথাৰে পৰিষদত গৱৰ্ণমেণ্টক প্ৰতি বিষয়তে পেপুৱা লগোৱা বাতৰি ভাৰতত বৈ বৈ গৈছিল। দেশৰ কল্যাণমূলক কামবোৰত নিজৰ যোগ্যতা দেখুৱাই সমাধান কৰিবলৈ দেউতাৰ সৰহদিন নালাগিল। ১৯০৮ চনৰ ফৌজদাৰী সংশোধনী বিল তুলি দিবলৈ দেউতাই ( কৰ্মবীৰ বৰদলৈ ) যি সাৰুৱা তেজস্বী বক্তৃতা



দিছিল সেই বক্তৃতা শুনি গোটেই ভাৰতবৰ্ষৰপৰা শলাগ আহিছিল। বৃটিছ চৰকাৰক পদে পদে পৰাজয় কৰি কংগ্ৰেছে জয়লাভ কৰা কথা এটা ঐতিহাসিক ঘটনাৰ দৰে হৈ পৰিছিল। এই বক্তৃতাৱলীয়ে দেশত এটা বিৰাট জাগ্ৰত ঐতিহ্যৰ সৃষ্টি কৰিছিল। ভাৰতীয় নেতাসকলে ভাৰত ব্যৱস্থাপক সভাৰ কাৰ্য্যকৰী সমিতিলৈ দেউতাক সাদৰি ললে। ভাৰত ব্যৱস্থাপক সভাত মহম্মদ আলি জিন্নাই এটা প্ৰস্তাৱ দিয়ে অসম প্ৰদেশখনক পূৰ্ববঙ্গৰ লগত সাঙুৰি এই খণ্ডটোৰ নাম পূৰ্ববঙ্গ ইছলাম প্ৰদেশ দিব লাগে বুলি দাবী জনায়। এই বাতৰিয়ে সদৌ অসমৰ বুকুত জুঁই জ্বলাই দিলে। অসমৰ সদস্য কৰ্মবীৰ বৰদলৈৰ চকুৰ টোপনি হৰিল।

দেউতাৰ চিমলা যাত্ৰাৰ সোঁৱৰণী

**অসমক পূৰ্ববঙ্গ ইছলাম প্ৰদেশ কৰাৰ অভিসন্ধিঃ**—দেউতা দিল্লীৰ লেজিচলেটিভ এচেম্বলীৰ সদস্য নিৰ্বাচিত হোৱাৰ পিছত দিল্লীত বহা অধিবেশনতেই দেউতাৰ সুনাম বৈ বৈ গৈছিল। নিৰ্ভীকভাৱে বৃটিছ চৰকাৰৰ অন্যায়বোৰ আঙুলিয়াই দেখুৱাই বিনা বিচাৰে দেশনেতা সুভাষ বসুৰ ককায়েক শৰৎ বসুক আটক কৰি থোৱাৰ বিপক্ষে তীব্ৰতৰভাৱে এচেম্বলীত যুঁজ দিব লগীয়া হৈছিল। সেইচোৱা ধাৰাবাহিক ওজস্বিনী বক্তৃতা সেইসময়ৰ ভাৰতৰ সকলো বাতৰি কাকতত ওলাই গৈ প্ৰচুৰ সুখ্যাতিৰে দেউতাৰ বক্তৃতাৰ সমালোচনা হৈছিল। সেই অধিবেশনতেই দেউতাই সৰ্বভাৰতীয় পৰিচিতি লাভ কৰে। সেইবাৰ অধিবেশনৰ শেষত ঘৰলৈ উভতি আহি পুনৰ চিমলা অধিবেশনলৈ প্ৰস্তুত হ'বলৈ ধৰিলে। এইবাৰ দেশ প্ৰৱল সমস্যাৰ সন্মুখীন। জিন্না চাহাবৰ কূট কৌশল চলিছে। অসমৰ প্ৰতিনিধিৰূপে দেউতাৰ গাত সম্পূৰ্ণ দায়িত্ব আহি পৰিছে, কাৰণ সেইসময়ত অসমৰ বাবে চিন্তা কৰিব লগা কথা কিবা আছে বুলি ভাৰতৰ নেতাসকলে নেভাবিছিল। অসমৰ বিপদ অসমীয়াইহে বুজে। অসমীয়া নেতাৰ চিন্তাৰ অন্ত নাই। ঘৰত মেল মিটিং সদায় চলিব লাগিছে। কি উপায়ে অসমক জিন্নাৰ গৰাহৰপৰা মুক্ত কৰিব পৰা যাব সেইবিষয়ে সঁজুলি যুগুতাইছে। ইপিনে লীগকৰ্তা জিন্না চাহাবক সমৰ্থন কৰি 'অসম ইছলাম প্ৰদেশ' কৰাৰ স্বপ্নত সেই

দেশবাসীসকলৰ সৰ্বাঙ্গীন সহযোগত কলিকতাৰ কাগজ কেবাখনে 'আসামে বঙাল খেদা আন্দোলন' কৰিছে বুলি নানা প্ৰবন্ধ-পাতিৰে ভাৰতবৰ্ষ খলক লগাইছে। বৃটিছ শাসনৰ লীগমন্ত্ৰী চাদুল্লা চাহাব অসমৰ মুখ্যমন্ত্ৰীৰূপে আছিল। এনে সঙ্কট মুহূৰ্তত অসম দেশ ক্ৰমে ভয়ানক পৰিস্থিতিত পৰাৰ ভয়ত অসমবাসী আতঙ্কিত হৈ পৰিছে। দেউতাই চিমলালৈ যাত্ৰা কৰিলে আৰু এই সমস্যাৰ বাবে যুঁজ দিব লগীয়া হ'ল।

**অসমক পূৰ্বাঞ্চল ইছলাম প্ৰদেশ কৰাৰ পৰিকল্পনা ঃ** চিমলা অধিবেশনত আলোচনা সমাপ্ত নহ'ল, বাকী আলোচনা পুনৰ বহিব লগীয়া দিল্লী অধিবেশনলৈ ৰখা হ'ল। ১৯৩৬ চনৰ শেষৰ পিনে দিল্লী অধিবেশন বহাৰ দিন স্থিৰ হ'ল।

চিমলা অধিবেশন শেষ কৰি দেউতা ঘৰলৈ উভতি আহি দিল্লী অধিবেশনলৈ পুনৰ সাজু হব লগা হ'ল। চিমলাৰপৰা ঘূৰি অহাৰ পিছত দেউতাক শেতা দেখা গৈছিল। শৰীৰত আগৰপৰা বাহ লৈ থকা বহুমূত্ৰ ৰোগটো বোধকৰোঁ বেছি হৈছিল। দেউতাৰ সেই বিষয়ে ভ্ৰুক্ষেপ নাই, আমাৰো সিমান অভিজ্ঞতা নাছিল। দেউতাই সদায় আগৰদৰেই কাম-কাজ কৰি আছে; আমি তেতিয়াও চিলঙৰ জোৱাই অঞ্চলৰ ডাঙৰ ঘৰটোতেই আছোঁ। গুৱাহাটীত কংগ্ৰেছ জয়ন্তীৰ যো-জা চলিছে। কংগ্ৰেছ জয়ন্তীৰ আগে আগে আমি চিলঙৰপৰা উঠি আহিবলৈ কাৰবাৰ কৰিছোঁ। এটি ঘটনা এষাৰি কথা আজি বৰকৈ মনত পৰিছে। দেউতাই ঘৰৰ চিৰিখনতে বহি গাত তেল ঘঁহিছে। ওচৰত কোনো নাই, মোক মাতিলে—"বাছা! এইপিনে আহাচোন। তোমাক কথা দুটামান কওঁ।" মই আহি দেউতাৰ কাষতে থিয় দিলোঁ।

**পিতৃ উপদেশ ঃ** 'শুনা বাছা! তুমি নিঃস্বাৰ্থভাৱেৰে যিমান পাৰা দেশৰ কল্যাণ সাধন কৰি যাবা। তোমাৰ অন্তৰত সত্যস্বৰূপ সাহিত্য আছে। এই সাহিত্যকে ভগৱানৰ আৰাধনাৰূপে জীৱনত সাৰোগত কৰি লবা। সাহিত্য সাধনা দেশৰ প্ৰধান সেৱা। দেশক ভালপাই দেশৰ কল্যাণকৰ সাহিত্য সৃষ্টি কৰিবা। দেশৰ সকলো সেৱাৰে আগভাগ লবা। কিন্তু ক'তো লিপ্ত হৈ নপৰিবা। তেতিয়াহে মন পবিত্ৰ হৈ থাকিব। ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ নকৰাই ভাল, কাৰণ সক্ৰিয় ৰাজনীতিয়ে মানুহৰ মন শুদ্ধ হৈ থকাত বাধা দিয়ে। সাহিত্য যোগেই তোমাৰ প্ৰধান দেশসেৱা হব। মই আশীৰ্বাদ কৰিছোঁ পৰমেশ্বৰে তোমাক সদায় কল্যাণ পথেৰেই লৈ যাব।"



পিতৃ আশীৰ্বাদ আৰু উপদেশ শিৰত তুলি ল'লোঁ। মোৰ গোটেই জীৱনৰ পথ প্ৰদৰ্শক কাণ্ডাৰীস্বৰূপ মোৰ মহান পিতৃৰ আশীৰ্বাদ সাৰ কৰি লিখা-পঢ়াকেই জীৱনৰ ব্ৰত কৰিলোঁ। কোনে জানিছিল সমুখত নিষ্ঠুৰ নিয়তিৰ কুটিল অভিশাপ ঘনাই আহিব লাগিছে। কোনে জানিছিল দেউতাই মোক এইদৰে বাট দেখুৱাই দিয়াৰ অন্তৰালত নিয়তিৰ কি গভীৰ সত্য লুকাই আছিল। আমি চিলং এৰি গুৱাহাটীলৈ আহিলোঁ।

**কংগ্ৰেছ জয়ন্তী ঃ** সেইবাৰ কংগ্ৰেছৰ পঞ্চাচ বছৰীয়া ৰূপালী জয়ন্তীৰ আয়োজন কৰা হৈছে। কংগ্ৰেছ জয়ন্তীৰ কামত দেউতাই আকৌ আত্মনিয়োগ কৰিলে। মহাসমাৰোহেৰে কংগ্ৰেছৰ জয়ন্তী উৎসৱ সমাধা হ'ল। এই কংগ্ৰেছ জয়ন্তী উপলক্ষে কংগ্ৰেছৰ জন্মৰেপৰা বৰ্তমানলৈকে বৰ্ণনা কৰি 'কংগ্ৰেছ' নামৰ এটি কবিতা লিখিছিলোঁ। সেই কবিতাটি 'অসমীয়া' কাকতত ছপা হৈ ওলাল, দেউতা আনন্দত আপোন-পাহৰা! জয়ন্তী উৎসৱ শেষ হ'ল। গুৱাহাটীৰ ঘৰত দেউতাই জিৰণি লৈছে। আগত দিল্লী অধিবেশন, পুনৰ দেশৰ জটিল সমস্যাৰ সন্মুখীন হবলৈ প্ৰস্তুতি চলিছে। দেউতা আৰামী চকীখনত বহি আছে, ওচৰতে বৌটি। দেউতাই কোৱা শুনিলোঁ—"আজিকালি দেখোন ভাগৰি পৰোঁহে, গাটো বৰ ভাল নহয় যেন লাগে।" বৌটিয়ে কলে—"কেনেকৈ আপোনাৰ গা ভাল হব, এখন্তেকো বিশ্ৰাম নলয়, জিৰণি নলয়, গা কেনেকৈ ভাল হব। অলপ বিশ্ৰাম লওকচোন।" দেউতাই হাঁহি হাঁহি কলে—"জানা, মোৰ কোষ্ঠীত বিশ্ৰাম লিখা নাই। মই বিশ্ৰাম লোৱাৰ কথা ভাবিবই নোৱাৰোঁ। মই যিদিনা বিচনাত পৰিম সেইদিনাই হব মোৰ চিৰকলীয়া বিশ্ৰাম, বুজিছা। এটা কথাইহে মোৰ মনত শান্তি দিয়া নাই—সেইটো হৈছে মই জীয়াই থকালৈকে যুঁজি যাম। কিন্তু মোৰ মৃত্যুৰ পিছত তোমালোকে গছৰ তলত আশ্ৰয় লব লাগিব। কাৰণ তোমাক মই একো কোৱা নাই—মোৰ এই ঘৰ মাটি কংগ্ৰেছৰ

ধাৰত ধুবুৰী লন অফিচত বন্ধকী আছে। সুদে-মূলে বহুত টকা হলগৈ। সেইবোৰ ধাৰ ল'বাহঁতে কেনেকৈ মাৰিব? এই ঘৰ মাটি বোধকৰোঁ নৰব।" বৌটিয়ে কলে—"যি হব লগা আছে হব। ঈশ্বৰৰ বিধান ঈশ্বৰেই সমাধান কৰিব। আপুনি মিছাতে চিন্তা কৰি শৰীৰ নষ্ট নকৰিব।" বৌটিৰ স্বভাৱ অতি ধীৰ আৰু শান্ত, দেউতাৰ কোনো কথাতে তৰ্ক নকৰে, নিজ মত প্ৰকাশ নকৰে। দেউতাই আগৰ দৰেই কাম-কাজত ব্যস্ত হয়।

দেউতাৰ মটৰ দুৰ্ঘটনা: কিবা সকামত দেউতা চিলঙলৈ যাব লগা হ'ল। সেইদিনা আছিল 'চন্দ্ৰ গ্ৰহণ'। গ্ৰহণত যাত্ৰা নিষেধ। আমাৰ মনবোৰ বেয়া লাগি গৈছিল। দেউতা কাৰো হকা-বধা শুনা মানুহ নহয়, জৰুৰি কামত চিলঙলৈ গ'ল। ঘূৰি আহোতে দেউতাৰ গাড়ীত আৰো ছয়জন যাত্ৰী লগ হ'লহি। এবাৰ কিবা বিজুটীত গাড়ীখনে পাহাৰত খুন্দা মাৰিলে। সেই খুন্দাতেই মৃৰত আৰু ভৰিত দেউতাই অলপ আঘাত পালে। দেউতা গুৱাহাটী পোৱাৰ আগতে দুৰ্ঘটনাৰ বাতৰি বিজুলী বেগেৰে গুৱাহাটী বিয়পি পৰিল। দেউতা ঘৰ পোৱাৰ আগতে আমাৰ ঘৰ ডাক্তৰ আৰু মানুহেৰে ভৰি পৰিল। আমি সকলোৱেই উৎকণ্ঠাৰে বাটলৈ চাই আছোঁ। দেউতাই বাহিৰে বাহিৰে ডাঃ হৰেকৃষ্ণ দাস ডাঙৰীয়াৰ ঘৰলৈ গৈ প্ৰাথমিক চিকিৎসা কৰাই ঘৰলৈ উলটিল। ঘৰ পাই দেউতাই হাঁহি মাতি সকলোকে সম্ভাষণ কৰি বিদায় দিলে। তিনিদিন ভালেৰেই গ'ল। চতুৰ্থ দিনা পুৱাতে দেউতাই মোক মাতিলে, তেতিয়া দেউতাৰ গাত জ্বৰ। বাতৰি দিয়াৰ লগে লগেই ডাঃ হৰেকৃষ্ণ দাস আৰু ডাঃ ভুবনেশ্বৰ বৰুৱাই চিকিৎসাৰ ব্যৱস্থা কৰিলে। কিন্তু সেই জ্বৰ আৰু উপসম নহ'ল। সেই ৰোগেই দিনে দিনে বাঢ়ি কালৰোগত পৰিণত হৈ ছয়ত্ৰিশ দিনৰ মূৰত ভীমকৰ্মা অদম্য শক্তিসম্পন্ন পুৰুষজনক মৃত্যুৱে সামৰি লৈছিল। মহানিয়তিয়ে যাক আহ্বান কৰে সেইজনক ৰাখিবলৈ কৰা শত সহস্ৰ যত্ন ব্যৰ্থ হৈ যায়। মহা মহা চিকিৎসা বিদ্যাত পাৰদৰ্শী চিকিৎসকসকলে হতাশ মনেৰে নীৰৱে চাই থাকে। মহাপ্ৰয়াণৰ যাত্ৰীৰ নীৰৱ যাত্ৰাৰ আয়োজনত সকলো মানৱ শক্তি হয় পৰাজিত। অসহায় মানুহৰ শক্তিৰ ক্ষুদ্ৰতা



প্ৰতীয়মান হৈ পৰে মহাকালৰ অদৃশ্য শক্তিৰ ওচৰত। নিয়তিৰ বিধান নীৰৱে মানি লোৱাৰ বাহিৰে আন উপায় নাথাকে। মানুহৰ যেতিয়া ৰোগৰ পীড়নত ইন্দ্ৰিয় শক্তিবোৰ দুৰ্বল হৈ পৰে সেই সময়ত মানুহৰ মনৰ ষষ্ঠেন্দ্ৰিয় শক্তি হৈ উঠে দুগুণে বেগবান। কল্পনাপ্ৰৱণ মনৰ অনুভূতিবোৰ তীব্ৰতৰ হৈ পৰে। দেউতাৰ শৰীৰৰ শক্তি ৰোগ পীড়নত হ্ৰাস পোৱাত কৰি প্ৰকৃতি দেউতাৰ কোমল মন হৈ পৰিছিল সজাগ অনুভূতিৰে কোমল। সেয়েহে দেউতাৰ কথাবোৰ আছিল আবেগ অনুভূতিময়, মৰম, কোমল।

দেউতা ৰোগ-শয্যাত পৰি থকা ছয়ত্ৰিশটি দিন যেন মোৰ জীৱনৰ এটি স্মৰণীয় অধ্যায়। প্ৰতি দিনে সুঁৱৰি আনন্দ লাগে সেই দিন কেইটাৰ কথা। মনত পৰে মহাবীৰ কুৰুপিতামহ ভীষ্মৰ শৰশয্যাৰ কথা। সেই শৰশয্যাত শয়ন কৰি ভীষ্ম পিতামহে আৰাধনা কৰিছিল জীৱন দেৱতাক। কৰ্মবীৰে কৰ্ম যুঁজত শৰশয্যা গ্ৰহণ কৰা মোৰ বীৰ পিতৃয়েও শৰশয্যাৰূপী ৰোগশয্যাত অসহায় ভাবি সাৰটি লবলৈ বিচাৰিছে চিৰ-বাঞ্ছিত জীৱন দেৱতাত।

নিশা তিনি বাজিলেই ঘৰৰ লাইটবোৰ জ্বলাই দিবলৈ কয় দেউতাই, বিছনাৰ কাষতে দেউতাৰ নিৰ্দেশমতে সজাই থোৱা হৈছিল থাপনা কৰি দেউতাৰ চিৰ আৰাধ্য 'গোপাল'ৰ ছবি এখনি, কেউকাষে ধূপ চাকি জ্বলাই ফুলেৰে সজাই থোৱা হৈছিল গোপালৰ ছবিখনি। তিনি বজাত ধূপ জ্বলাই চাকি জ্বলাই পোহৰ কৰিলৈ দেউতাই প্ৰাৰ্থনা কৰে, স্তুতি কৰি জপ কৰি পুৱা পাঁচ বজালৈকে আৰাধনাত নিমগ্ন হৈ থাকে।

নিচেই পুৱাতে বৰদেউতা, দেউতাৰ বৰ ককায়েক ৺প্ৰবোধচন্দ্ৰ বৰদলৈয়ে নিজে বাগিচাৰপৰা ধুনীয়া গোলাপ ফুলৰ তোৰা বান্ধি গোলাপৰ থাপনাত সজাই দিয়েহি। মৰমেৰে ভায়েকৰ কপালত হাত বুলাই সোধে—"নানু! গা কেনে পাইছ?" দেউতাৰ ঘৰত মতা নাম 'নানু' আছিল। দেউতাই কয়—"ভালে পাইছোঁ ককাইদেউ! তই পুৱাতে আহি ধুনীয়া পবিত্ৰ গোলাপ ফুল কেইপাহ দি নিতৌ মোক সৰগৰ বাট দেখুৱাই আছ।" ককায়েকৰ চকু চলচলীয়া হয়, মৰমেৰে সোধে—"কি দিম তোক? কি লাগিব কচোন; কিবা খাবি নে কি?"

দেউতাই কয়—"নালাগে ককাইদেউ! তোক দেখিলেই মোৰ গাটো ভাল লাগে। ফুলৰ গোন্ধে মোৰ সকলো দুখ পাহৰাই এখন বেলেগ ৰাজ্যলৈ লৈ যায়।"

পুৱাৰ প্ৰাৰ্থনা ধূপ-ধূনা ফুলৰ সুগন্ধৰ সতে মনে গতি কৰে জড়দেহ এৰি কোন অপাৰ্থিব আলোক ৰাজ্যলৈ অনন্ত যাত্ৰা পথ বিচাৰি। ৰোগে দিনে দিনে জটিল আকাৰ ধাৰণ কৰে।

দিল্লীৰপৰা খনে খনে টেলিগ্ৰাম আহিছে—"বৰদলৈৰ চিকিৎসাৰ কাৰণে ডাঃ দেশমুখক পঠিয়াব লাগিব নে কি?" ডাঃ হৰেকৃষ্ণ দাস, ডাঃ ভুবনেশ্বৰ বৰুৱালৈ টেলিগ্ৰাম আহে—"বৰদলৈক আপোনালোকে কোনোমতে ইয়ালৈ লৈ আহক। ইয়াত চিকিৎসা কৰাম।" ডাঃ হৰেকৃষ্ণ দাস ডাঙৰীয়া আৰু ডাঃ ভুবনেশ্বৰ বৰুৱাই নিজৰ ঘৰ এৰি আমাৰ ঘৰতে থাকিবলৈ ললে, চিকিৎসাৰ ত্ৰুটি হোৱাৰ আশঙ্কাত। দিনে নিশাই ঘৰে বাহিৰে অলেখ জনতাৰ বিয়াকুল উৎসুক।

পিতৃ বিয়োগৰ নিদাৰুণ সোঁৱৰণী ঃ আজি মনত পৰিছে জীৱনত পাহৰিব নোৱৰা সেই দিনটিৰ কথা। জীৱনৰ আঁৰ কাপোৰখনিৰ আঁৰত লুকাই থকা একো একোটি দিনৰ জ্বালাময়ী স্মৃতিয়ে অন্তঃস্থল ভেদ কৰি যি ছবিৰ সাঁচ বহুৱাই থৈ যায়, সেই ছবি জীৱনত চিৰ জাগ্ৰত হৈ থাকে। মানুহৰ হৃদয় স্মৃতিৰ ভঁৰাল। মানুহে গোটেই জীৱন ধৰি সঞ্চয় কৰে জীৱন ৰঙ্গমঞ্চৰ ছবিবোৰ। যিদিনা পৃথিৱীৰ সকলো সম্ভাৰ প্ৰকৃতিক দান কৰি পৃথিৱীৰপৰা মানুহে বিদায় মাগে সেই দিনা মহাপথ-যাত্ৰীৰ মস্তিষ্কৰ সূক্ষ্ম স্তৰত আজীৱন সঞ্চিত কৰা এই ছবিৰ ভঁৰালটি পথৰ পাথেয়ৰূপে বুকুত বান্ধি লৈ যাত্ৰা কৰে সৰগী পথেৰে অনন্ত জিৰণিৰ থল বিচাৰি অশান্ত মানৱ আত্মা অনন্ত লোকলৈ।

মানুহৰ যত্ন, মানুহৰ বুদ্ধি মূঢ় হৈ পৰে এই মহাযাত্ৰাৰ সন্ধিক্ষণত, এইখিনিতে বিজ্ঞানে পৰাজয় মানে। মহা নিয়তিৰ বিধান অখণ্ডনীয়। যি দিনটোলৈ আমি কম্পিত, আশঙ্কিত হিয়াৰে ক্ষণ গণিছোঁ সেই ভয়াবহ দিন ঘনাই আহিল। সেই ভয়াবহ দিন আদৰি লোৱাৰ বাহিৰে মানুহৰ আৰু আন উপায় নাথাকে।

দেশত হাঁহাকাৰৰ ৰোল উঠিল, দেশৰ মহাসঙ্কটৰ সন্ধিক্ষণত দেশৰ



গুৰিয়ালক অকস্মাৎ হেৰুৱাৰ লগীয়া হোৱাত দেশ বিপন্ন হৈ পৰিল। 'শান্তি ভৱন' লোকে লোকাৰণ্য হৈ পৰিল। ডাক্তৰে মানুহ যোৱা বন্ধ কৰিলে। মৃত্যুৰ তিনিদিন আগলৈকে দেউতাই সকলো মানুহৰ লগতে কথাপাতি সম্ভাষণ জনাই আছিল। পিছত উৎকণ্ঠপূৰ্ণ দেশবাসীক সান্ত্বনা দিবলৈ 'বুলেটিন' লিখি থোৱাৰ ব্যৱস্থা কৰিলে। প্ৰতিদিনৰ অৱস্থা ডাঃ বৰুৱাই 'বুলেটিন'ত লিখি থয়, মানুহে বুলেটিন চাই সান্ত্বনা লৈ গুচি যায়।

মৃত্যুৰ আগদিনা, দেউতাৰ চেক্ৰেটৰী শ্ৰীৰমেশচন্দ্ৰ চাংকাকতিক মাতি আনি ক'লে—"লেখা! গোবিন্দবল্লভ পন্থলৈ—অসমখন গ'ল নহয়।" কাৰণ জিন্না চাহাবৰ আক্ৰমণ অসমক পূৰ্বাঞ্চল ইছলাম প্ৰদেশ কৰাৰ পৰা ৰক্ষা কৰিবলৈ সকলো যুগুত কৰি দিল্লী অধিবেশনত যোগ দিবলৈ দেউতা সাজু হৈ আছিল; অলপ ভাল পালেই যাওঁ যাওঁ কৰি আছে। দিল্লীৰপৰা বাৰে বাৰে টেলিগ্ৰাম দি মাতিছে, ভুলাভাই দেশাই, গোবিন্দবল্লভ পন্থ, ডাঃ দেশমুখ প্ৰভৃতিয়ে—'বৰদলৈ গুচি আহক, আমি আপোনাক চিকিৎসা কৰি ভাল কৰিম।' 'দেউতাৰ ৰোগ শয্যাত পৰি উচপিচনিৰ সীমা নাই। ৰোগ শয্যাৰ মাজৰপৰাই গোবিন্দবল্লভ পন্থক সকলো বাতৰি জনাই আছে। এইবাৰ দেউতাই বুজিলে আৰু সময় নাই, যাবই যে লাগিব এইটো একেবাৰে সত্য। সেইবাবে কেন্দ্ৰীয় সভালৈ শেষ অনুৰোধ জনাবলৈ সাজু হ'ল। এচেম্বলীৰ সদস্য দেউতাৰ বন্ধু গোবিন্দবল্লভ পন্থলৈ বহুত কিবা কিবি লেখিবলৈ ক'লে চেক্ৰেটৰীক। কিন্তু সকলো কথা ভালকৈ বুজিব পৰা নগল। অসমাপ্ত হৈ ৰ'ল অস্পষ্ট মাত—চিৰ দেশসেৱকৰ দেশ ৰক্ষাৰ করুণ প্ৰাণময় শেষ আবেদন। মাথোন দুচকুৰপৰা দুধাৰি নিৰাশাৰ লোতক বাগৰি পৰিল। ডাঃ হৰেকৃষ্ণ দাসে ওচৰতে বহি হাত দুখনি নিজৰ হাতত লৈ—"বৰদলৈ! বেজাৰ নকৰিব। ঈশ্বৰৰ কাম ঈশ্বৰে কৰিব।" দেউতাই থোকাথুকি মাতেৰে ক'লে—"ডাক্তৰ! Lost my voice।" শেষ চেষ্টাৰ বিফল হুমুনীয়া এটি মাথোন পৰি ৰ'ল। সেই দিনটি আগবাঢ়ি আহিল। পাহৰিব নোৱৰা সেইদিন আহিল। ১৯৩৬ চনৰ ১৬ ফেব্ৰুৱাৰীৰ ৰাতিপুৱা বৌটি নিৰ্বাক প্ৰতিমাৰ দৰে ছয়ত্ৰিশ দিন ছয়ত্ৰিশ ৰাতি চকুৰ টিপ

নমৰাকৈ গাৰ মাথি লগাদি লাগি আছে। পুৱা ডাঃ ভুবনেশ্বৰ বৰুৱাই বিপদ সঙ্কেত জনোৱাৰ লগে লগে বিজুলী বেগেৰে এই বাতৰি বিয়পি পৰিল, দেউতাৰ ঘৰৰ চৌহদ চোতাল উপচি পৰিল জনতাৰ হেন্দোলনিত। সেই দিনা পুৱাৰ প্ৰাৰ্থনাৰ আৰু প্ৰয়োজন নহ'ল। ডাঃ বৰুৱাই শেষ ইনজেক্‌চনটো দি দেউতাৰ ভৰিত ধৰি হুক্‌হুক্‌ কৰে কান্দি ক'লে—"দেউতা! এই দেৱশৰীৰত এই হাতেৰে কিমান আঘাট দিলোঁ, পুত্ৰক ক্ষমা কৰিব।" এই কথা কৈ বাৰান্দালৈ ওলাই গৈ মাটিত ধাচ কৰে পৰি গ'ল। কান্দি কান্দি কবলৈ ধৰিলে—"অসমৰ এই ঘোৰ সঙ্কিক্ষণত একমাত্ৰ অসমৰ কাণ্ডাৰীক আমি হেৰুৱালোঁ। অসমক কোনে ৰাখিব, কোনে আমাক বাট দেখুৱাব? দুৰ্ভাগিনী অসম! তোৰ কপালত সুখ নাই।" এইদৰে ডাঃ বৰুৱাই বিনাই বিনাই কন্দা দেখি ঘৰ-ঘৰোৱালেই অস্থিৰ হৈ পৰিল। আঁৰে আঁৰে কান্দোনৰ উচুপণি উঠিল। দেউতাৰ সম্পূৰ্ণ জ্ঞান আছে, সমুখত কোনেও কন্দা নাই। অসুখত পৰিবৰেপৰা অসমৰ ইমূৰৰপৰা সিমূৰলৈকে দেশজোৰা হাঁহাকাৰ। অসমৰ প্ৰতি নামঘৰে ঘৰে ৰাইজৰ আকুল প্ৰাৰ্থনা। মানুহৰ সকলো যত্ন বিফল কৰি সেই সন্ধিক্ষণ আগবাঢ়ি আহিল। ব্যাকুল অপেক্ষিত জনতাক শেষ দৰ্শনৰ হাবিলাস পুৰাবলৈ দেউতাই সকলোকে আহিবলৈ দিলে। দহ বাৰজনকৈ হাজাৰ বিজাৰ জনতা ওপৰ মহলালৈ গৈ তেওঁলোকৰ প্ৰিয়নেতাৰ মহাপ্ৰয়াণৰ দৃশ্য চাই সেৱা কৰি কৰি বিদায় মাগিলে সজল চকুৰে। সেই শেষ সময়তো দেউতাই সদাপ্ৰসন্ন সেই মুখখনিত হাঁহি বিৰিঙাই হাতযোৰ কৰি বিদায় সম্ভাষণ জনালে। ওচৰলৈ অহা অকণমানি 'নাতিনী' ৰাণীক মৰম কৰি ওপৰত আঁৰি থোৱা আঙুৰ দিবলৈ দেখুৱালে। বাহিৰত তেতিয়া মৃত্যুমঙ্গল চলিছে। মোৰ মুখলৈ চাই ক'লে—'গীতা'। মই বুজিলোঁ গীতাভক্ত দেউতাৰ শেষ অভিলাষৰ সঙ্কেত। গীতাখন লৈ ভগৱতগীতাৰ একাদশ অধ্যায়ৰ বিশ্বৰূপ দৰ্শনৰ অধ্যায়টি পাঠ শেষ কৰি মোৰ চিৰ আৰাধ্য 'গুৰু' পিতৃদেৱতাৰ প্ৰতি মোৰ শেষ কৰ্তব্য পালন কৰিলোঁ। চাওঁতে চাওঁতে জীৱন প্ৰদীপ নুমাই আহিল। সকলোৰে ধৰাধৰি কৰি পিতৃদেৱৰ নশ্বৰ দেহা চোতালৰ বেলৰ তলৰ মাটিত শয্যাত শুৱাই দিলে। শেষ মুহূৰ্তত



শ্ৰীনৰনাৰায়ণ গোস্বামীদেৱে গঙ্গাজল মুখত দি 'ওঁ নমো নাৰায়ণায় নমঃ' উচ্চাৰণৰ লগে লগে কৰ্মবীৰে কৰ্মময় জীৱন সামৰি অনন্তধামলৈ গতি কৰিলে। ১৯৩৬ চনৰ ১৬ ফেব্ৰুৱাৰীৰ কৃষ্ণা নৱমী তিথিত পুৱা দহ বজাত অসমৰ বীৰপুত্ৰ মৰমী অসমী আইৰ মাটিৰ তীৰ্থভূমিত অক্লান্ত কৰ্মময় জীৱন সামৰি চিৰ নিদ্ৰাত শেষ শয়ন কৰিলে অসমৰ কৰ্মবীৰে।

ৰাইজৰ দাবীতঃ দেশ দস্তুৰ অনুসৰি শৰাধাৰ বহন কৰিলে নিজৰ পুত্ৰ-পৰিয়ালবৃন্দই। জনতাই দাবী কৰিলে—"সমগ্ৰ অসমৰ পিতৃস্বৰূপ কৰ্মবীৰ নবীনচন্দ্ৰ অকল আপোনালোকৰে নহয়, কৰ্মবীৰ মহাপুৰুষ সমগ্ৰ অসমৰ পিতৃস্বৰূপ। পুত্ৰস্বৰূপ জনতাক পিতৃদেহ স্পৰ্শৰ সৌভাগ্যৰপৰা ৰাইজক বঞ্চিত নকৰিব।"

ৰাইজৰ দাবী মানি লৈ ঘৰৰ হাউলীলৈকে পুত্ৰ আত্মীয়ই শৰাধাৰ বহন কৰি ৰাইজৰ পিতৃ কৰ্মবীৰৰ দেহাধাৰ ৰাইজক গতাই দিবলৈ বাধ্য হ'ল। প্ৰকাণ্ড তিনিবৰণীয়া পতাকাৰে সুসজ্জিত পালেঙত শুৱাই ফুলৰ স্তবকে ওপচাই প্ৰথমে নিজ ঘৰ শান্তিভৱনৰ আগত ফটো তুলি গোটেই গুৱাহাটী চহৰ দহ হাজাৰ জনতাই পৰিভ্ৰমণ কৰালে। ঢোলে, ডগৰে সংকীৰ্তনৰ ৰোল তুলি সেই শোভাযাত্ৰা আগবাঢ়িছিল সেই পৰাধীন যুগত। পৰাধীন যুগত আজিৰদৰে ৰাজকীয় সন্মান দিবলৈ নাছিল। অসমদেশ নিজৰ মাতৃভূমিৰ হৃদয় আসনত প্ৰতিষ্ঠিত ৰজাৰদৰে গুৱাহাটীৰ পুৰুষ-মহিলা, ছাত্ৰ-ছাত্ৰীৰ সমদল গঠিত হৈ সেই শৱযাত্ৰা আগবাঢ়িছিল। সেই সময়ত এনে দহ হাজাৰ লোকৰ শৱযাত্ৰা কোনো কালে মানুহে দেখা নাছিল বুলি কোৱাকুই কৰিছিল। সেইদিনা ৰাজআলিৰ দুয়োকাষে বিষণ্ণ জনতাৰ সমাবেশ। আলিৰ দুয়োকাষে মহিলা সকলে শৰাই সজাই ফুল আৰু আখৈ আজলিয়ে আজলিয়ে ছটিয়াই সেৱা কৰা দৃশ্যই মানুহৰ মন উন্মনা কৰি তুলিছিল। নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ কৰি পঞ্চতীৰ্থৰ মহাতীৰ্থ অশ্বক্লান্তৰ পাদপাঠ বিষ্ণুপদত যি ঠাইত ককাদেউতা ৺মাধৱচন্দ্ৰ বৰদলৈক সংস্কাৰ কৰা হৈছিল সেই পবিত্ৰ তীৰ্থপীঠত মহাপুৰুষ কৰ্মবীৰৰ অন্তিম সংস্কাৰ সমাধা কৰিলে সমগ্ৰ অসমৰ শ্ৰদ্ধাঞ্জলীৰ লগতে নিজ পুত্ৰ উমেশচন্দ্ৰ বৰদলৈয়ে। কৰ্মবীৰৰ অস্থায়ী নশ্বৰদেহাৰ চন্দন সুৰভি উৰি মিলি গ'ল অনন্ত মহাকাশত।

৺দেউতাৰ তিৰোধানৰ বাতৰি বিজুলী বেগেৰে অসম তথা সমগ্ৰ ভাৰত বিয়পি গ'ল। সেইদিনা গুৱাহাটী টেলিগ্ৰাফ অফিচত পাঁচশ টেলিগ্ৰাম বিলি কৰি কৰ্মচাৰীসকলে কৈছিল—"অসমত টেলিগ্ৰাফ অফিচত এয়া নাশ্ৰুত নাভূত ঘটনা।" দিল্লীৰপৰা ভূলাভাই দেশায়ে লেখিলে—"অসমে আজি অসমৰ মুকুটবিহীন সম্ৰাট হেৰুৱালে।' 'নশ্বৰ দেহা ত্যাগ কৰি অসমৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে অসমৰ গৌৰৱ মুকুট শিৰত পিন্ধি কেন্দ্ৰীয় অদ্বিতীয় নেতা ভুলাভাই দেশাইদেৱে পিন্ধোৱা স্বাধীনতা যুঁজৰ ভীমকৰ্মা প্ৰধান সেনাপতিজনক গুণমুগ্ধ দেশবাসীয়ে কৰ্মবীৰ উপাধিয়ে বিভূষিত কৰিছিল। জীৱনৰ অন্তিম যাত্ৰাত ভাৰত নেতাই পিন্ধালে অসম প্ৰদেশৰ কৰ্মবীৰৰ শিৰত 'মুকুট-বিহীন সম্ৰাটৰ' বিজয় মুকুট।

মহাত্মা গান্ধীকে আদি কৰি সমগ্ৰ কেন্দ্ৰীয় নেতাৰ অজস্ৰ সহানুভূতি টেলিগ্ৰাম আহিবলৈ ধৰিলে। সমগ্ৰ ভাৰতৰ তথা সমগ্ৰ অসমৰ প্ৰতিখন বাতৰি কাকত উপচি উপচি আহিবলৈ ধৰিলে কৰ্মবীৰলৈ শ্ৰদ্ধাঞ্জলী।

দেশৰ নীৰৱ নিঃস্বাৰ্থ কৰ্মী ডাঃ হৰেকৃষ্ণ দাস ডাঙৰীয়াই কৰ্মবীৰৰ স্মৃতি-পূজিলৈ আগবঢ়ালে চৈধ্যশ টকা। বনমালী বৰ্মণে এখনে সৰু জীৱন সোঁৱৰণ 'নবীন স্মৃতি' লিখি মহা সমাবোহেৰে শ্ৰাদ্ধশান্তি সমাধা কৰিলে। শ্ৰাদ্ধৰ আজলী যাচিবলৈ অহা পাঁচ হাজাৰ ৰাইজৰ শ্ৰদ্ধা আৰু সহানুভূতিৰ ঢল বাগৰি গ'ল। গুৱাহাটীৰ ৰাইজৰ জাতি বৰ্ণ নিৰ্বিশেষে অকপট স্নেহ শ্ৰদ্ধাৰ সহযোগেৰে কৰ্মবীৰৰ আদ্য শ্ৰাদ্ধ মহাপয়োভৰে সমাধা হ'ল।

**পিতৃ বিয়োগত:** ৺দেউতাৰ অবিহনে দেউতাৰ বুকুত আশ্ৰয় লৈ থকা বৃহৎ পৰিয়াল অথাই সাগৰত পৰি পাৰ নোপোৱা হ'ল। ইমান দিনে মোৰ বৈধব্য জীৱনৰ সুদীৰ্ঘকাল পৰম শান্তিত নিশ্চিত মনেৰে ৺দেউতাৰ স্নেহৰ ছত্ৰছাঁয়াৰ তলত নিৰ্ভয়ে কটাইছিলোঁ। আজি মূৰৰপৰা সেই নিৰ্ভয় ছত্ৰছাঁয়া সৰি পৰিল। বিপদৰ ধুমুহাই ঘৰখন ঠান্-বান্ কৰি পেলালে। দেউতাৰ আকস্মিক বিয়োগত দেউতাৰ ধাৰ-ঋণবোৰে আগুৰি ধৰিলে। ঘৰৰ চাকৰবোৰক বিদায় দিয়া হ'ল।



সৰু ভাই অপূৰ্ব বিলাতত থকাত সমস্যা আৰু বাঢ়িল। মোৰ ডাঙৰ ল'ৰা শ্ৰীউপেনে কলিকতাত বি. কম. পঢ়ি আছিল, সিও এটা সমস্যা হৈ পৰিল। অতি অভাব অনাটন আৰু সমস্যাই পাৰ নোহোৱা ৰূপ ধৰিলে। ইপিনে মোৰ সমুখত কাল নিয়তিয়ে হাত বাউল দিছে। দেউতাৰ পিছত ঘৰখনত এটা ভয়াবহ পৰিস্থিতিয়ে দেখা দিলে—যিবোৰ কথা কেতিয়াও পাহৰিব নোৱাৰি।

**স্বাধীনতাৰ প্ৰধান পূজাৰী ফুকন বৰদলৈৰ ব্যক্তিত্ব চন্দ্ৰনাথৰ সোঁৱৰণ:** দেশমুক্তিৰ সোঁৱৰণত মনত পৰিছে ৰত্নগৰ্ভা অসমী আইৰ বীৰপুত্ৰ দুজনলৈ। ৰূপে গুণে জিলিকা সৰ্ব প্ৰতিভাৰে উদ্ভাষিত অতুলনীয় ব্যক্তিত্ব চৰিত্ৰৰে বিভূষিত দেশবৰেণ্য অসমী আইৰ অতীতত হেৰাই যোৱা প্ৰাণৰ দুলাল দুজনলৈ।

**দেশভক্ত তৰুণৰাম ফুকনলৈ:** মনত পৰে সেই দিনত তৰুণ ৰাম ফুকনৰ দৰে ৰূপৱান পুৰুষ অকল অসমতে নহয়, সৰ্বভাৰততে চকুত-পৰা বিৰল আছিল। আভিজাত পৰিয়ালৰ বংশধৰ ফুকনৰ বৰণ আছিল চম্পা ফুলৰদৰে কমনীয় নিৰ্মল, সৰ্বশৰীৰ শুভ্ৰকান্তি স্থূলতৰ লাবণ্যময়, পৌৰুষোচিত শৌৰ্য্য বিকশিত কন্দৰ্পকান্তি পুৰুষজন যেতিয়া সভাথলিত উপস্থিত হয় সভাঘৰ জিলিকি উঠে। ফুকনে যেতিয়া বক্তৃতা দিয়ে গোটেই সভাঘৰ মন্ত্ৰমুগ্ধৰদৰে থৰ লাগে। ফুকনৰ ভাষণবোৰ মধুৰ, গধুৰ বিষয়ত মধুৰতা সানি হাঁহি উঠা কথাৰে হঁহুৱাৰপৰা ক্ষমতা। অনুবাদ শক্তি আচৰিত, মহাত্মাৰ হিন্দী বক্তৃতা লগে লগে অসমীয়া কৰি শ্ৰোতাক চমক লগাইছিল। বিলাসী বেৰিষ্টাৰ ফুকনে মুক্তিৰ, ত্যাগৰ যজ্ঞত নিজৰ অজস্ৰ বিলাতি চাহাবী পোচাক যজ্ঞত আহুতি দিছিল। ভাৰত সভাত ৰূপমুগ্ধ কেন্দ্ৰীয় সভাই ফুকনৰ নাম দিছিল Darling of Assam। ফুকনৰ যত্নত অসমৰ নাম বাহিৰত জনাজাত হৈ পৰে। উদাৰ হৃদয়ৰ অধিকাৰী আছিল ফুকন।

**কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ:** ৰূপৰ তুলনা কৰিব পাৰি দীপ্তিমান সূৰ্য্যৰ লগত। তেজগোৰা বগা বৰণ, বীৰোচিত শৌৰ্য্যময় ভঙ্গী উজ্জ্বল তেজস্বী দুটি চকুৰ দৃষ্টি, স্নেহত কোমল শাসনত কঠোৰ সেই দৃষ্টি। যি চকুৰ দৃষ্টিৰ আগত সৰ্বসাধাৰণে চকু থৈ কথা কবলৈ সাহ নকৰে, চকুৰ

দৃষ্টি অৱনত হৈ পৰে। অসমক প্ৰাণতকৈও ভালপোৱা নবীন বৰদলৈৰ আগত অসমৰ বিৰুদ্ধে কথা কৈ সাৰিবপৰা মানুহ নাছিল। আনকি বৃটিচৰ কূট বিষয়াকো থতমত লগাই অসমৰ অধিকাৰ আদায় কৰি আনিব পাৰিছিল। বৰদলৈৰ মনত জন্মভূমি আছিল জাগ্ৰত গোসাঁনী। অদম্য সাহ, দৃঢ় প্ৰতিজ্ঞাত ভীষ্ম সদৃশ বৰদলৈৰ জীৱন পঞ্জীত 'নোৱাৰোঁ, নাজানো, নহব' কথাষাৰ লিখা নাই বিধতা পুৰুষে। এই বীৰত্বব্যঞ্জক ৰূপৰ আঁৰত আছিল দুখীয়াৰ দুখত পমি যোৱা এখনি উদাৰ বিশাল হৃদয়। যিজনৰ হৃদয়ৰ কাষ চাপি হেজাৰ হেজাৰ জীৱনে মুক্তি যুঁজৰ বলিশাললৈ নিৰ্ভয়ে গৈ জপিয়াই পৰিছিল, সেইজনৰ সোঁৱৰণীৰে মনৰ কোঠালী উপচি আছে।

**চন্দ্ৰনাথ শৰ্মা ঃ** লগতে মনত পৰিছে এটি ক্ষীণকায় কৰ্মশক্তিত জুই ফিৰিঙতি কৰ্মপ্ৰাণ চন্দ্ৰনাথ শৰ্মাদেৱলৈ। ফুকন বৰদলৈৰ সকলো কৰ্মৰ প্ৰেৰণাৰ জুই ফিৰিঙতি জ্বলাই আছিল এই নীৰৱ দেশসেৱক মহাপ্ৰাণটিয়ে। অসমৰ সেৱাত তিলে তিলে হৃদয় ৰক্তৰ আহুতি জ্বলাই চন্দ্ৰৰ জ্যোতি নুমাই গ'ল।

দেশ সংগঠনৰ উদ্যোগ ঃ

**গুৱাহাটী বেঙ্কৰ প্ৰতিষ্ঠাৰ সোঁৱৰণ ঃ** যিদালি বৰগছৰ ছাঁত আশ্ৰয় লৈছিলোঁ, সেই বৰগছ উভালি পৰিল। মোৰ প্ৰথম ল'ৰা শ্ৰীউপেনে (সোণ) তেতিয়া কলিকতাত বি. কম. পঢ়ি আছিল। আমাৰ হিতাকাঙ্ক্ষী ৺যোগেশ বৰুৱা উকীলে উপেনক মাতি আনিবলৈ ক'লে। কাৰণ সেইসময়ত গুৱাহাটীত 'গুৱাহাটী বেঙ্ক' প্ৰতিষ্ঠা কৰাৰ যোজা চলিছে। আজি মনত পৰিছে অসমৰ একমাত্ৰ উদ্যোগ গুৱাহাটী বেঙ্কৰ আৰম্ভনিৰ কথা।

**গুৱাহাটী বেঙ্কত উপেনৰ জীৱিকাৰ দিহা ঃ** স্বাধীনতা যুঁজাৰু অসমৰ চিৰ হিতাকাঙ্ক্ষী শ্ৰীগৌৰীকান্ত তালুকদাৰদেৱৰ সপোনত ৰূপ দিবলৈ যত্ন কৰিলে দেশনেতা শ্ৰীবিষ্ণুৰাম মেধি, কালিপ্ৰসাদ বৰুৱা, যোগেশ বৰুৱা উকীল আদি কেইজনমান উদ্যোগী পুৰুষৰ মনত গুৱাহাটী বেঙ্ক স্থাপনৰ পৰিকল্পনা উদ্ভৱ হৈছিল। অসমীয়াৰ একমাত্ৰ বেঙ্ক উদ্যোগ



গুৱাহাটী বেঙ্ক গঢ়ি তুলিবলৈ ভাৰ দিলে মোৰ ডাঙৰ ল'ৰা শ্ৰীউপেন চাংকাকতিৰ ওপৰত। উপেনে কলিকতাত বি. কম. পৰীক্ষা দি আহি গুৱাহাটী বেঙ্ক গঢ়ি তুলিবলৈ প্ৰতিজ্ঞা লৈ মন পুতি লাগিল।

বেঙ্কৰ উদ্বোধনী সভাত শ্ৰীগৌৰীকান্ত তালুকদাৰদেৱে মৰম ওপচা সুৰে ডেকা চেক্ৰেটৰী উপেনক আৱেগৰে সম্বোধন কৰি এইদৰে কৈছিল, যি কেইশাৰী কথাই নতুন চেক্ৰেটৰীৰ মনত বেদবাণীৰ দৰে চিৰকলীয়া প্ৰেৰণা যোগাব পাৰিছিল।

তালুকদাৰদেৱে কৈছিল—"আমি আমাৰ এই পবিত্ৰ জাতীয় অনুষ্ঠানটিত অসমৰ চিৰপূজাৰী কৰ্মবীৰৰ নবীনচন্দ্ৰ বৰদলৈৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ ডাঙৰ দীঘল হোৱা কৰ্মবীৰৰ কুমলীয়া নাতি শ্ৰীমান উপেন্দ্ৰকুমাৰ চাংকাকতিক আমি আমাৰ জাতীয় বেঙ্কৰ চেক্ৰেটৰী পদত নিয়োগ কৰিবলৈ পাই অতি আনন্দিত হৈছোঁ ইকঁ। মই আশীৰ্বাদ কৰোঁ এওঁ ককাদেউতাক কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ গৌৰৱময় দেশসেৱাৰ আদৰ্শ সমুখত লৈ জাতিৰ সম্পত্তি এই গুৰু দায়িত্বপূৰ্ণ বেঙ্কৰ উন্নতি সাধিবলৈ উদগণি পাওক।"

১৯৩৬ চনৰ আগষ্ট মাহত গুৱাহাটী বেঙ্ক স্থাপনত গুৱাহাটী বেঙ্কৰ যাৱতীয় সা-সজুলি নিজ তত্ত্বাৱধানেৰে তৈয়াৰ কৰি অক্লান্ত পৰিশ্ৰমেৰে গুৱাহাটী বেঙ্ক প্ৰতিষ্ঠানটি সৰ্বাঙ্গসুন্দৰৰূপে গঢ় দিবলৈ উপেনে যত্নৰ ক্ৰটি কৰা নাছিল। পুৱা ছয় বজাৰপৰা নিশা এঘাৰ বজালৈকে বেঙ্কৰ কামত শোৱন-খাৱন পাহৰি বেঙ্কৰ কাম কৰিছিল। ফলত ছয় সাতবছৰৰ ভিতৰত গুৱাহাটী বেঙ্কটি নিজ ঘৰ-দুৱাৰেৰে সৈতে অসমৰ প্ৰতি জিলাত শাখা স্থাপন কৰি কলিকতাতো শাখা স্থাপন কৰি অসমৰ এটি ডাঙৰ সম্পদৰূপে গঢ়ি তুলিবলৈ পাই শ্ৰীউপেনে জীৱনত এটা শ্ৰেষ্ঠ কৰ্তব্যৰূপে পালন কৰিবলৈ পাই সান্ত্বনা পাইছিল। নিজৰ ককাকৰ তুল্য শ্ৰীগৌৰীকান্ত তালুকদাৰদেৱৰ উপদেশ বাণী জীৱনৰ বাটত, কৰ্তব্যৰ বাটত বাট দেখুৱাইছিল।

**করুণ বেদনা ঃ** গুৱাহাটী বেঙ্ক প্ৰতিষ্ঠাত ক্ষন্তেকো সময় নোপোৱাত তাৰ মৰমৰ ভায়েক ৺পবিত্ৰৰ অন্তিম শয্যাত নবীয়া ভায়েকক শুশ্ৰূষা কৰিবলৈও অৱসৰ নহ'ল। উপেনৰ মনত এই করুণ সোঁৱৰণ চিৰ

বেদনাদায়ক সোঁৱৰণ হৈ ৰ'ল। শ্ৰীমান উপেনে ১৯৩৬ চনৰপৰা ১৯৪২ চনলৈকে কলিকতাত শাখা খুলিবলৈ যোৱালৈকে গুৱাহাটী বেঙ্কৰ চেক্ৰেটৰী পদত আছিল। ১৯৪৮ চনত কলিকতাত থকা কালতে গুৱাহাটী বেঙ্কৰ হেড অফিচৰ আউলীয়া পৰিস্থিতিৰ বাতৰি পাই গুৱাহাটী বেঙ্কৰ অৱনতি উপেনৰ জীৱনত এটা ডাঙৰ আঘাত হৈ ৰ'ল। কলিকতালৈ যোৱা সময়ত বেঙ্কৰ চেক্ৰেটৰী পদটো অস্থায়ীভাৱে হস্তান্তৰ কৰি যাব লগীয়া হৈছিল।

### পবিত্ৰক হেৰুৱায় ( কবিতা )

মাখন মোৰ,

কোন অমৰাৱপৰা আহিছিলি দেৱদূত, শাপভ্ৰষ্ট বাট হেৰুৱায়
সৰগৰ স্নিগ্ধ কান্তি পাৰিজাত ৰেণু, আহিছিল গাত আমোলায়।
কৰেনো অশান্ত লৰালৰিকৈ হলি মোৰ ঘৰত আলহী
অযাচিতে কিয় মোৰ শুকান হিয়াত স্নেহৰ অমিয়া সিঁচিলিহি ?
কেতিয়াবা সিপুৰীৰ শুনিছিলি নে কি মৰমৰ ক্ষীণ প্ৰতিধ্বনি
সেয়েহে গীতত তোৰ শুনো অসীমৰ বিয়াকুল কৰুণ বিননি।
ভাঙিল সপোন যেন তন্দ্ৰাৰ জিৰণি স্মৃতি ছবি পৰিল মনত
এবি অহা প্ৰিয় স্মৃতি সপোন পাৰৰ সুৰভিত নন্দন বনৰ।
মোৰ নিজা ঘৰলৈ যাওঁ বুলি কৈ গুচি গলি বিচাৰি আপোন
নেভাবিলি পিছলৈ উলটি নেচালি দলিয়াই চেনেহ বান্ধোন।
যʼৰে কাম তʼতে এৰি এধাকবাকৈ পাৰি দিলি অজান পথত
জীৱন কলিটি ফুলি পাহি মেলোতেই সৰি গʼল ধৰাৰ বুকত।
থিতাতে নুমাই গʼল পুৱতিৰ তৰা জীৱনৰ সুখৰ নিজৰা
খন্তেকলৈ পোহৰাই মোৰ ভগা পঁজা কৰি গলি এন্ধাৰেৰে ভৰা।
চিৰ অন্ধকাৰ এই জীৱন পথৰ নুপুৱাই আউসীৰ ৰাতি
শুৱনি মুখৰ তোৰ মধুৰ হাঁহিৰে নজ্বলিব পূৰ্ণিমাৰ ৰাতি।
সপোনত কৈ গলি মৰমী বৌতি, আছোঁ মই তোৰেই কাষত
আনবোৰ যেনেদৰে ময়ো তেনেকৈ আছোঁ দেখো তোৰেই লগত।



পাওঁ সোণ পোণা পাওঁ হিয়াৰ মাজত পাওঁ উম বুকুৰ মাজত
তথাপি নুশুনো মাত নাহৰী মুখৰ নেদেখিম চকুৰ আগত।
মায়াতীত হিয়া তোৰ হয়তো নোপোৱে মৰমৰ প্ৰিয়জনলৈ
মৰু ধৰণীৰ মোৰ তৃষাতুৰ হিয়া তোক পাহৰিম কেনেকৈ।
তোৰ ই বিদায় স্মৃতি চিৰদিনলৈ ৰঙা ৰব ৰাঙলী তেজেৰে
বৈ ৰব চিৰকাল এই দুচকুৰ দুধাৰি শোকৰ লোতকেৰে।
কেতিয়াবা সুঁৱৰিলে অতীত সপোন এই যোৱা জনমৰ ঠাই
সুঁৱৰিবি এটিবাৰ আছে আশা পালি এধাপোৱা এখনি হিয়াই।

অভাগিনী মাৰ
১৯৩৬ চন

মোৰ মাজু লʼৰা (পবিত্ৰ) মাখনক হেৰুৱায়ঃ এপাহি আধাফুলা ফুল মৰহি গʼল। মাত্ৰ নʼদিনৰ জ্বৰত মোৰ মাজু লʼৰা পৱিত্ৰই ( মাখন ) চকু মুদিলে চিৰকাললৈ। গুৱাহাটীৰ সুবিজ্ঞ চিকিৎসক ডাঃ ভুবনেশ্বৰ বৰুৱাৰ সকলো চেষ্টা ব্যৰ্থ কৰি স্বৰ্গৰ জীৱ সৰগলৈ গুচি গʼল।

টাইফয়েদ জ্বৰৰ সেই দিনত আজিৰদৰে অব্যৰ্থ চিকিৎসা নাছিল। মাত্ৰ চিকিৎসকসকলে শুশ্ৰূষাৰ ওপৰতেই নিৰ্ভৰ কৰিছিল। জ্বৰ ক্ৰমশঃ বেছি হʼবলৈ ধৰিলে। নʼদিন আঠৰাতি ভয়ানক জ্বৰৰ ছেদ-ভেদ নাছিল, বিৰাম নাছিল, মূৰত বৰফ দিয়াত বাহিৰে আন উপাই নাছিল। মাৰাত্মক টাইফয়েদ জ্বৰ, ক্ৰমে ভ্ৰম প্ৰলাপ বেছি হʼবলৈ ধৰিলে, লাহে লাহে হাৰ্টত ধৰিলেগৈ। ডেকা উঠন বয়সত টাইফয়েদ বেমাৰৰ অতি সাংঘাতিকভাৱে প্ৰতিক্ৰিয়া হয়। বৰুৱাক মই সুধিলোঁ—"ডাক্তৰ! কেনে দেখিছে?" বৰুৱাই বেজাৰ মনেৰে কʼলে—"মানুহৰ সাধ্যহে আমি কৰি গৈছোঁ। এতিয়া ঈশ্বৰৰ হাততহে কথা। মাখন সকল আপোনাৰ লʼৰা বুলি নাভাবিব। তাৰ এই কুমলীয়া জীৱনত সি যি প্ৰতিভাৰ পৰিচয় দিছে, যি দেশপ্ৰেমৰ পৰিচয় দিছে, সি আমাৰ অসমৰ সকলোৰে লʼৰা। আপুনি দেখোন সকলো জানে, আপোনাক নো আৰু কি কম?" মই সঁচাকৈয়ে সকলো জানিছোঁ, কাৰণ টাইফয়েদ বেমাৰৰ লগত মোৰ ভালদৰে পৰিচয় আছে। ভয়ানক প্ৰলাপৰ পিচতে ৰোগীৰ মুমূৰ্ষু অৱস্থাই দেখা দিয়ে।

সেইদিনা ৰাতি প্ৰলাপ শাম কাটিছে, অলপ তন্দ্ৰা হৈ আছে। হঠাতে ৰাতি বাবটা বজাত দেখোন মাখনে চিঞঃৰি উঠি ক'লে—"শুনা শুনা! তোমালোক সকলোৱে শুনা মোৰ শেষ কথা—সীমিত পূজাসেৱাত মোৰ মনে তৃপ্তি নাপাইছিল। ভগৱান সমুখত যি অনন্ত শক্তিৰ প্ৰভাৱত অনন্ত বিশ্ব, গ্ৰহ, উপগ্ৰহ, সৌৰজগতৰ আৱৰ্তন বিৱৰ্তন ঘটিছে, যি মহান শক্তিৰ প্ৰকাশ এই ৰহস্যময়ী প্ৰকৃতি, যি অনন্ত শক্তিৰ মুহূৰ্তৰো বিৰাম নাই, দৃশ্য অদৃশ্য এই জগতৰ যি নিগূঢ় চৈতন্যই কৰ্ম কৰিব লাগিছে, সেয়ে মোৰ ভগৱান, এয়ে মোৰ মূৰ্তি পূজা……"

এনে ধুনীয়া স্পষ্ট আৰু নিখুঁতভাৱে কথাখিনি কৈ গ'ল, সকলোৰে চকু চলচলীয়া হৈ পৰিল। মাখনৰ মুখৰ এয়ে শেষ বাণী!

আজি মনত পৰিছে সেই হিয়া ভাগি যোৱা দিনবোৰৰ কথা। পুৱাৰ নিয়ৰে ধোৱা ফুলৰদৰে ধুনীয়া সুন্দৰ পৱিত্ৰ মুখ দেখি নাম থৈছিলোঁ 'পৱিত্ৰ'। ঘৰত মাতিছিলোঁ 'মাখন' বুলি। ককাদেউতাকে নাম দিছিল 'দেৱশিশু'। তাৰ হিয়াখনি আছিল কোমল, মৰমেৰে ভৰা। পশু-পক্ষী, জীৱ-জন্তু, দুখীয়া-আতুৰ দেখিলে তাৰ মনটি কান্দি উঠিছিল।

১৯২০ চনৰপৰা স্বাধীনতা আন্দোলনৰ প্ৰভাৱ পৰি তাৰ কোমল প্ৰাণত দেশৰ প্ৰতি ভালপোৱা জাগি উঠিছিল। বিলাতী বৰ্জন কৰি খদ্দৰ প্ৰীতিত ৺ককাকৰ পৱিত্ৰ আদৰ্শৰে গঢ়ি উঠিছিল তাৰ কোমল চৰিত্ৰ—সত্যনিষ্ঠা, ন্যায়নিষ্ঠা, নিৰ্ভীকতা, সৰলতা দয়াৰে উপচি পৰা তাৰ সৰু হিয়াখনি। সৰুৰেপৰাই আন ল'ৰাৰ দৰে কোনো দিনে সমনীয়াৰ লগত দ্বন্দ্ব হাই কৰা তাৰ স্বভাৱ নাছিল। বৰঞ্চ আনৰ দ্বন্দ্ব হাই মধ্যস্থ হৈ ভাঙিহে দিয়ে। স্বাৰ্থপৰতাক নীচতাক সি অন্তৰৰ সৈতে ঘৃণা কৰিছিল। বিলাতীবৰ্জনৰ লগে লগে ধুন-পেচ লাহ-বিলাহ এৰি বগা খদ্দৰকে শেষ দিনলৈকে ব্যৱহাৰ কৰি গ'ল। তাৰ ধুনীয়া শুভ্ৰ মুখখনিত সদাপ্ৰসন্ন মিচিকীয়া হাঁহিটি ৰঙা ওঠ দুটিৰ চিৰ লগৰীয়া। তাৰ বহল শুভ্ৰ কপালখন নিষ্কলঙ্ক মুখখনত কিবা এটা মোহনীয় আকৰ্ষণে সকলোকে মুগ্ধ কৰিব পৰা শক্তি আছিল। স্বভাৱ কোমল হ'লেও মনত আছিল এটি অদম্য সৎসাহস। কোনো বিষয়ত পিচহোহোকা স্বভাৱ তাৰ নাই। তাৰ সৰুকালৰ কথা এবাৰ মনত পৰিছে। স্কুলৰ পঞ্চমমান শ্ৰেণীত পঢ়িছে এম. চি. এম. ই



স্কুলত। লতাশীল পথাৰত সিহঁতৰ দল এটাই খেলিবলৈ কমিশ্যনাৰৰ অনুমতি বিচাৰি মাখনে নিজেই এখন দৰ্খাস্ত লেখি দিছে, মনে মনে নিজে গৈ কমিশ্যনাৰ বেল্টিং চাহাবক দেখা কৰি ভঙা ভঙা ইংৰাজীৰে আৱেদন কৰেগৈ। হঠাতে এদিন 'মাষ্টাৰ পৱিত্ৰ' নামেৰে কমিশ্যনাৰৰ চিঠি এখন অহাত ঘৰৰ সকলোৱেই আচৰিত হ'ল। চিঠি দি কমিশ্যনাৰে সন্মতি দিছে। দেউতাই হাঁহি হাঁহি সুধিলে—"মাখন! তই কমিশ্যনাৰৰ আগত অসমীয়াত কথা কৈছিলি নে কি?" মাখন ক'লে—"কিয় অসমীয়াত কথা কম, ইংৰাজীতে কৈছিলোঁ।" দেউতাই মনে মনে হাঁহি আছিল। পঞ্চমমানৰ ছাত্ৰই যি ইংৰাজী কৈছিল জনা কথা। তাৰ সৎসাহস দেখি দেউতাই বৰ ভাল পালে; সৰুৰেপৰা আছিল এনে নিৰ্ভীক সাহসী তাৰ চৰিত্ৰ।

কানিংহাম চাৰ্কুলাৰত ৺পবিত্ৰ : অসহযোগ আন্দোলনত ছাত্ৰসকলে যোগ দিয়াৰ হোৰ তুলিবলৈ অসমৰ শিক্ষা বিভাগৰ গুৰিয়াল (ডি. পি. আই.) কানিংহামে শিক্ষা ব্যৱস্থাত এখন চাৰ্কুলাৰ জাৰি কৰে। ছাত্ৰৰ জবানবন্দীলৈহে স্কুল কলেজত ভৰ্তি কৰা হ'ব। দেশৰ কাম নকৰোঁ বুলি ছাত্ৰসকলে লেখি দিব লগীয়া হ'ল। এই চাৰ্কুলাৰ জাৰি কৰাৰ কাৰণ হ'ল ১৯৩০ চনত মহাত্মা গান্ধীৰ সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰাত ছাত্ৰবোৰে স্কুল-কলেজ বৰ্জন কৰাৰ অপৰাধ। কানিংহাম চাহাবে অসমত এই কানিংহাম চাৰ্কুলাৰ জাৰি কৰে। এতিয়াৰেপৰা ছাত্ৰসকলে এখন লিখিত undertaking দিলেহে চৰকাৰী স্কুলত পঢ়িব পাৰিব। এই চাৰ্কুলাৰৰ ফলত অসমত গুৱাহাটীৰ একমাত্ৰ চৰকাৰী স্কুল 'কলেজিয়েট স্কুলত' পঢ়া ছাত্ৰসকলৰ এটা মহা পয়মালৰ সৃষ্টি হ'ল। এই পয়মালত পৰিল মোৰ মাজু ল'ৰা পবিত্ৰ। সি· মেট্ৰিক টেষ্ট পৰীক্ষালৈ সাজু হৈছে, এনে সময়ত কানিংহাম চাৰ্কুলাৰ জাৰি হোৱাত তাৰ টেষ্ট পৰীক্ষা দিয়া বন্ধ কৰিব লগীয়া হ'ল। অসমৰ শিক্ষা বিভাগৰ গুৰিয়াল (ডি. পি. আই.) কানিংহামে অসমৰ শিক্ষাক্ষেত্ৰত হেঙাৰ দিবলৈ এনে অদ্ভুত চাৰ্কুলাৰ জাৰি কৰিলে। অসমৰ বাহিৰে আন কোনো ঠাইতে এনে চাৰ্কুলাৰ জাৰি হোৱা নাছিল।

স্বাধীনচিতীয়া আছিল পবিত্ৰৰ মন। আণ্ডাৰটেকিং দি কেতিয়াও

পৰীক্ষা নিদিওঁ বুলি সি প্ৰতিজ্ঞা কৰিলে। ককাদেউতাকক ক'লে—"ককাদেউতা! মই আণ্ডাৰটেকিং দিব কেতিয়াও নোৱাৰোঁ—লাগিলে পৰীক্ষাকেই নিদিওঁ।" ককাদেউতাকে ক'লে—"ঠিক কৰিছ বাছা! নালাগে দিব তই অসমত পৰীক্ষা আণ্ডাৰটেকিং দি। মই তোক অসমৰ বাহিৰলৈ পৰীক্ষা দিবলৈ পঠিয়াম। তই কলিকতালৈ গৈ পৰীক্ষা দিবিগৈ।" ককাদেউতাকৰ কথা শুনি পবিত্ৰই ক'লে—"ককাদেউতা! এইটো মই কৰিব নোৱাৰিম। ইমানবিলাক ল'ৰাই কি কৰিব? সিহঁতেও আণ্ডাৰটেকিং নিদিলে স্কুলত পঢ়িব নোৱাৰিব। অথচ সিহঁতেও আণ্ডাৰ-টেকিং নিদিবলৈ ঠিক কৰিছে। আপুনি মোক কলিকতালৈ পঠিয়াব কিন্তু বহুত দুখীয়া ল'ৰা আছে সিহঁতে কেনেকৈ পৰীক্ষা দিব? সিহঁতৰ কিবা এটা ব্যৱস্থা নহ'লে মই কলিকতালৈ পঢ়িবলৈ যাব নোৱাৰিম।" মোৰ দেউতা নাতিৰ ওচৰত সেও মানিব লগীয়া হ'ল। নাতিয়েকৰ এনে উদাৰ মনৰ চিনাকি পাই মনে মনে বৰ সন্তোষ পালে। দেউতাই ক'লে—"বাছা! তই চিন্তা নকৰিবি। আজিয়েই মই এখন জাতীয় স্কুল পাতিবলৈ ব্যৱস্থা কৰিম। সকলো ল'ৰাই পঢ়িব পাৰিব। নালাগে কোনোৱেই গোলামী স্কুলত পঢ়িব।" এই ঘটনাৰ পৰাই 'কামৰূপ একাডেমী'ৰ জন্ম হ'ল। কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰ গুৱাহাটীলৈ অহাত দেউতা নবীনচন্দ্ৰদেৱৰ বন্ধু সৰ্বাধিকাৰীক লগ ধৰি অসমৰ ল'ৰাখিনিক টেষ্ট পৰীক্ষা কলিকতাত দিবলৈ অনুমতি ল'লে।

**কামৰূপ একাডেমী স্কুলৰ প্ৰতিষ্ঠা**ঃ দেউতাৰ প্ৰস্তাৱমতে গুৱাহাটীৰ কেইবাজনো উদ্যোগী পুৰুষে ততাতৈয়াকৈ স্কুল পতাত লাগি গ'ল। গোপীনাথ বৰদলৈ, গৌৰীকান্ত তালুকদাৰ আদি (আৰু বহুত উদ্যোগী পুৰুষৰ নাম মনত নাই) সকলোৱে দেহে-কেহে যত্ন কৰি স্কুল স্থাপন কৰিলে। অলপ দিনৰ ভিতৰতে পল্টন বজাৰৰ চুকৰ 'বামস্বৰূপৰ' ঘূৰণীয়া দুই মহলা ঘৰটোত একাডেমী স্কুল প্ৰতিষ্ঠা হ'ল। চৰকাৰী স্কুল কলেজিয়েট স্কুলৰ ল'ৰাবোৰে নাম কাটি কামৰূপ একাডেমীত নাম লগালে। বহুজন স্বাৰ্থত্যাগী শিক্ষকে বিনামূলীয়াকৈ শিক্ষা দিবলৈ গাত ল'লে। স্কুল আৰম্ভ হ'ল।

এই কামৰূপ একাডেমীখন জাতীয় জীৱনৰ এটি গৌৰৱময় সোঁৱৰণী।



অসমত কেইবাখনো জিলাত সেই সময়ত জাতীয় স্কুল প্ৰতিষ্ঠা হৈছিল। জাতীয় স্কুলত ছাত্ৰসকলে শিক্ষালৈ গৌৰৱ অনুভৱ কৰিছিল। পবিত্ৰই কলিকতাত টেষ্ট পৰীক্ষা দি প্ৰথম বিভাগত মেট্ৰিক পাচ কৰি গুৱাহাটীৰ কটন কলেজত নাম লগাবলৈ আহিল। তেতিয়াও সেই একে সমস্যাই দেখা দিলে। তেতিয়া কটন কলেজৰ প্ৰিঞ্চিপাল আছিল 'টমচন্ চাহাব'। প্ৰিঞ্চিপালে আণ্ডাৰটেকিং দিবলৈ কোৱাত সোতৰ বছৰ বয়সীয়া পবিত্ৰই উত্তৰ দিলে—"চাৰ! দেশসেৱা প্ৰত্যেক দেশবাসীৰ কৰ্তব্য। দেশসেৱা নকৰোঁ বুলি প্ৰতিজ্ঞা কৰা মই মনুষ্যত্বৰ অপমান বুলি ভাবোঁ।" পবিত্ৰৰ কথা শুনি বীৰজাতি টমচনে হাঁহি মাৰি ক'লে—"তুমি ভৱিষ্যতলৈ অপৰাধ কৰিলে কি কৰিম?" পবিত্ৰই নিৰ্ভীকভাৱে উত্তৰ দিলে—"দেশৰ সেৱা কৰিলে যদি আপোনালোকৰ আইনমতে অপৰাধ হয় তেন্তে অপৰাধৰ শাস্তি মই নিজেই উপযাচি আহি মূৰপাতি লমহি।" কটনত নাম লগোৱা তাৰ নহ'ল। ঘূৰি কলিকতালৈ গৈ চেন্টছ্ জেভিয়াৰছ্ কলেজত পঢ়ি প্ৰথম বিভাগত আই. এচ.-চি. পাচ কৰিলে। গুৱাহাটীলৈ আহি সেইবাৰ কটন কলেজত বি. এচ.-চি. তৃতীয় বাৰ্ষিকত নাম লগালেহি। তেতিয়া কানিংহাম চাৰ্কুলাৰ উঠি গৈছে। গুৱাহাটীলৈ আহি কটনত নাম লগাই পঢ়াশুনা কৰাৰ বাহিৰেও পবিত্ৰই দেশৰ সমাজৰ কামবোৰত তাৰ সাধ্য অনুযায়ী কাম কৰি ফুৰিছিল।

১৯৩৫ চনতে কটন কলেজৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ পবিত্ৰ কলেজৰ ইউনিয়ন চেক্ৰেটাৰী নিৰ্বাচিত হৈ ছাত্ৰ সমাজৰ প্ৰিয়পাত্ৰ হৈ পৰিল। তাৰ নিৰ্মল চৰিত্ৰৰ প্ৰভাৱত ছাত্ৰসকলে তাকে দলপতিৰূপে বাচি ল'লে। পবিত্ৰৰ বিলাসবিহীন আদৰ্শ সান্নিধ্যৰ পৰশত কটন কলেজৰ ছাত্ৰসমাজৰ আগৰ বিলাসী ৰূপ বহুখিনি সলনি হৈ পৰিছিল। পবিত্ৰৰ আদৰ্শ আছিল ছাত্ৰজীৱন ত্যাগী, সংযমী আৰু স্বদেশ প্ৰীতিৰে অনুপ্ৰাণিত হোৱা উচিত। নিজে বিলাস বৰ্জন কৰি খদ্দৰ ব্যৱহাৰ কৰি আজৰি পৰত দেশৰ কল্যাণ-কৰ কামত ব্ৰতী হৈ নিজক দেশসেৱকৰূপে গঢ়ি তুলিবলৈ কৰা আদৰ্শ ছাত্ৰসকলকো অজ্ঞাতে অনুপ্ৰেৰণা যোগাব পাৰিছিল। পবিত্ৰৰ মুখৰ মধুৰ হাঁহিটিৰ প্ৰভাৱ আছিল মোহনীয়। এদিন নগাঁৱত এজন কটনৰ ছাত্ৰক লগ পাই মই সুধিলোঁ—"পবিত্ৰক কেনে পাইছা?" ছাত্ৰজন ক'লে

—"আমাৰ চেক্ৰেটাৰীৰ মুখত ধুনীয়া হাঁহিটি লাগি থাকিলেও সেই হাঁহি মুখৰ আদেশ আমি পেলাব নোৱাৰোঁ। আমাৰ চেক্ৰেটৰীৰ শাসন নৰম বিন্ধা।"

সাহিত্যৰ প্ৰতি থকা গভীৰ অনুৰাগৰ চিন, প্ৰত্যেক খবৰৰ কাগজৰ পৰা লাগতিয়াল কথা, প্ৰৱন্ধ আদি কাটি কাটি গোটাই থোৱা আছিল তাৰ স্বভাৱ। মোৰ দেউতা স্বৰ্গী হোৱাত খবৰৰ কাগজৰ কাটিংবোৰ পবিত্ৰই যতনেৰে গোটাই নোথোৱা হ'লে দেউতাৰ জীৱন সোঁৱৰণ 'স্মৃতিতীৰ্থ' লেখি উলিওৱা মোৰ নহলহেঁতেন।

কটনৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰসকলে পবিত্ৰক দলপতিৰূপে লৈ দেশৰ কল্যাণকৰ কাম কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হয়। পবিত্ৰৰ সন্মুখত আছিল ককাদেউতাক নবীনচন্দ্ৰ বৰদলৈৰ আদৰ্শৰ ধ্ৰুৱতৰা। ছাত্ৰসকলৰ মাজত পবিত্ৰৰ নিৰ্মল মধুৰ আচৰণৰ প্ৰভাৱ বিস্তাৰ হৈছিল অজানিতে এটি কল্যাণমূলক সঙ্কল্পৰ পথেৰে।

সেইদিনত অসমৰ গৌৰৱ বহনকাৰী একমাত্ৰ কটন কলেজৰ ছাত্ৰদলে যেতিয়া বগা খদ্দৰ সাজ পিন্ধি ভৰিত এযোৰ দেশী চেণ্ডেল পিন্ধি শাৰী পাতি কলেজলৈ যায়, বাটৰুৱাই খন্তেক বৈ চাই শ্ৰদ্ধা আৰু গৌৰৱ অনুভৱ কৰে। অতীত ভাৰতৰ ঋষি যুগৰ বিদ্যাৰ্থী ছাত্ৰসকলৰ দৰেই আছিল এই ছাত্ৰসকলৰ স্থান দেশৰ উচ্চস্তৰত। পবিত্ৰৰ অন্তৰঙ্গ বন্ধু শ্ৰীসুৰেন দাস, শ্ৰীনাৰায়ণ বেজবৰুৱা, শ্ৰীঅনন্ত দুৱৰা, শ্ৰীগিৰীন ভূএগা আৰু কেইবাজনো ছাত্ৰই এনে আদৰ্শৰে বাট বুলিবলৈ প্ৰতিজ্ঞা কৰি লৈছিল। কটন কলেজৰ সমূহ ছাত্ৰই এনে আদৰ্শ গ্ৰহণ কৰিছিল। প্ৰত্যেকজন ছাত্ৰৰ মনতে দেশৰ প্ৰতি সুকীয়া বৰঙণি যোগোৱা এটি কৰ্তব্য জ্ঞানে প্ৰেৰণা যোগাইছিল। সেই সময়ত দেশৰ প্ৰত্যেকজনৰে মনত দেশাত্মবোধ জাগ্ৰত। ছাত্ৰ সমাজো এটি আদৰ্শ পথেৰে পৰিচালিত হবলৈ সঙ্কল্প লৈছিল। নব নিৰ্বাচিত কটন কলেজৰ ইউনিয়ন চেক্ৰেটৰীৰ জনপ্ৰিয় প্ৰভাৱত কটন কলেজৰ ৰূপ বহুখিনি সলনি হৈ পৰিছে বুলি ছাত্ৰ সমাজত এটি আলোড়নৰ সৃষ্টি হৈছিল।

সৰুৰেপৰা পবিত্ৰৰ স্বভাৱ আছিল সুকীয়া বিধৰ; নীৰৱ সহিষ্ণু। পঢ়াশুনা কৰি নীৰৱে আপোনমনে ভাবি থাকে; তাৰ এনে স্বভাৱত



তাক খং কৰিবলৈ, দোষ ধৰিবলৈ কাৰণ বিচাৰি নাপাওঁ। অলপ টান মুখে মাতিলেই চকু চলচলীয়া হৈ পৰে; ফেকুৰি ফেকুৰি কান্দে। তাৰ কোমল মনটোৱে বৰ দুখ পায়। কলেজত পঢ়াকালতো দুখীয়া ছাত্ৰবোৰে ফিজ দিব নোৱাৰিলে, ল'ৰাবোৰৰপৰা টকা তুলি ঘৰৰপৰা নি সি দুখীয়া ছাত্ৰৰ ফিজ যোগায়। দুখীয়াৰ দুখ সি সহিব নোৱাৰিছিল। সি এদিন বি. এচ.-চি. পাচ কৰি উঠি মোক এষাৰ কথা কোৱা মনত পৰে। সি কৈছিল—"বৌটি! বিজ্ঞানৰ অলপ আভাষ পাইছোঁ; দৰ্শন পঢ়িবলৈ মোৰ বৰ মন গৈছে।" মই ক'লোঁ।—"ভাল কথা বাছা! তুমি গীতা পঢ়া, উপনিষদ পঢ়া। গীতা উপনিষদতেই গোটেই আধ্যাত্ম দৰ্শন পাবা। গোটেই দীঘলীয়া জীৱন পৰি আছে সন্মুখত, যিমান পাৰা সকলো গ্ৰন্থৰেপৰা জ্ঞান আহৰণ কৰা।" মোৰ কথামতেই নানান ভাল ভাল গ্ৰন্থ গোটাই লৈ পঢ়িবলৈ ললে। তাৰ কোমল মনত কবিত্ব ভাব সৰুৰেপৰা ফুঠি উঠে। সপ্তমমান শ্ৰেণীত পঢ়াৰেপৰা কবিতা লিখে।

পবিত্ৰৰ কোমল মধুৰ স্বভাৱ, সৎসাহস, দেশ সেৱালৈ আগ্ৰহ, আদৰ্শ জীৱনলৈ শ্ৰদ্ধাপূৰ্ণ স্বভাৱ দেখি দেউতাই তাক বৰ মৰম কৰিছিল। কটন কলেজৰ আদৰণি সভাত ইউনিয়ন চেক্ৰেটৰী হৈ থাকোতেই নতুনৰ আদৰণি সভাত পবিত্ৰই ইংৰাজীতে বক্তৃতা দিয়া শুনি দেউতাৰ কি আনন্দ! সেই সভালৈ দেউতা গৈছিল। ঘৰলৈ আহি দেউতাই হাঁহি হাঁহি মোক ক'লে—"আই! তোৰ মাখনে যে এনে ধুনীয়া ইংৰাজী বক্তৃতা দিব পাৰে মই কল্পনা কৰিবপৰা নাছিলোঁ। অতি সুন্দৰ যুক্তিপূৰ্ণ নিৰ্ভুল বক্তৃতা শুনি প্ৰিঞ্চিপালে আৰু সকলো ভদ্ৰলোকেই তাক প্ৰশংসা কৰিছে। মোৰ আজি বৰ আনন্দ লাগিছে; বাছাক ঈশ্বৰে ভালে ৰাখক।" এয়া দেউতাৰ আশা আছিল পবিত্ৰৰ ওপৰত।

দেউতাই এনে আনন্দ পোৱাত মোৰ মনতো বৰ ৰং লাগিল। সপ্তমমান শ্ৰেণীত থাকোতে সৰু ভায়েক পুতলীৰ বিয়োগত লিখা 'ভাইটি' নামৰ কবিতাটি আৰু কটন কলেজত পঢ়া কালত লিখা কবিতা কেইটামানৰ আভাস দিলোঁ। পোন্ধৰটা কবিতা গোটাই 'অসীমৰ বীণ' ছপোৱা হৈছে। তেৰ বছৰ বয়সত, তাৰ সৰু ভায়েক পুতলীৰ আকস্মিক বিয়োগত চকুলো টুকি 'ভাইটি' কবিতাটি লেখিছিল।

পবিত্ৰৰ কাব্যচৰ্চা ঃ 'অসীমৰ বীণ'

ভাইটি

একেলগে আমি দুয়ো আছিলোঁ উমলি
ফুল পাত ধূলি বালি লৈ।
কিনো বেজাৰত তই গুচি গলি গৈ
অকলে মোক এৰি থৈ॥
আকউ ভাইটি তই নাহিবিনে ঘূৰি
নুশুনিম তোৰ মিঠা মাত।
নেদেখিম নেকি তোৰ শুৱনি মুখ'খনি
দেখিলেই হিয়া পৰা শাঁত?
থাকি যদি বেয়া পাৰ কিয় আহিছিলি
সুন্দৰ সৰগ বাস এৰি।
সৰগতো মোৰ দৰে চেনেহত পমা
লগৰীয়া পালিনে বিচাৰি?
দুদিনৰ বাবে আহি কিয় দুখ দিলি
মোৰ এই কোমল প্ৰাণত।
নেপাম যেতিয়া মই প্ৰাণৰ ভাইটি
আৰু তোক এই জীৱনত॥

৭ম মান শ্ৰেণী
(১৩ বছৰ বয়স)
ডিব্ৰুগড়

মাখনৰ প্ৰিয়বন্ধু (৺বিষ্ণুপ্ৰসাদ দুৱৰাৰ ভতিজা) পিতৃ-মাতৃহীন অনন্ত দুৱৰাৰ আকস্মিক বিয়োগত মাখনে আৰু লেখিছিল 'জন্ম মৃত্যু' কবিতাটি।

জন্ম মৃত্যু

যাবনো ক'লৈ আজি দুখীয়াৰ নিচলা পৰাণ
মৃত্যুৰ পাচতে লীন হব নেকি শূন্যৰ কোলাত?



হব নেকি তাতে শেষ দুখীয়াৰ দুখীয়া জীৱন
কিয়নো যায়গৈ বাৰু সীমা ভেদি শূন্য পুৰীলৈ
নাই যদি তাত কোনো মৰণ পথিক
তেনেহলে যাবানো ক'লৈ?
মিলি যাব অনাদি বিশ্বত
চিন তাৰ নেথাকিব শেষ হব চিৰদিনলৈ
মৰতীয়া এই জীৱনৰ পৰাণ অস্তিত্বখিনি
মিলি যাব অসীম প্ৰান্তত
শূন্যময় অনন্ত পথত॥ (অসীমৰ বীণ)

৺ককাদেউতাকৰ আদৰ্শ সন্মুখত লৈ পবিত্ৰই দেশৰ সকলো সমস্যা পৰিস্থিতি সম্পূৰ্ণৰূপে অধ্যয়ন কৰি ভৱিষ্যৎ দেশসেৱকৰূপে মাতৃভূমিৰ সেৱা কৰিবলৈ নিজক প্ৰস্তুত কৰিবলৈ যত্ন কৰিছিল। দেশৰ সমস্যা-বিজৰিত সভা-সমিতিত চল পালেই পবিত্ৰই নিজৰ মন্তব্য প্ৰকাশ কৰিবলৈ ইতস্তত: নকৰিছিল। এবাৰ ৺গোপীনাথ বৰদলৈয়ে এখন সভাত কংগ্ৰেছৰ এখন কমন প্লেটফৰ্ম সম্বন্ধে বক্তৃতা দিয়াত সকলো শ্ৰোতাক আচৰিত কৰি দূৰৈৰপৰা এটা কলেজীয়া ছাত্ৰই এই বক্তৃতাৰ তীব্ৰ প্ৰতিবাদ কৰি যুক্তি দেখুৱাই দিয়া বক্তৃতাত শ্ৰোতাসকলক আনকি গোপীনাথ বৰদলৈকো আচৰিত কৰি তোলে। পবিত্ৰৰ মৃত্যু সোঁৱৰণীত ৺গোপীনাথ বৰদলৈয়ে বেজাৰেৰে কৈছিল—"এই পবিত্ৰ অকল সুন্দৰেই নাছিল, পবিত্ৰৰ সুন্দৰ ৰূপৰ আঁৰত আছিল এখনি চিন্তাশীল মহৎ অন্তৰ। চৰিত্ৰত আছিল জ্ঞানৰ জেউতি। কোমল বয়সীয়া পবিত্ৰৰ সেইদিনা মই যি অকাট্য যুক্তিপূৰ্ণ তেজস্বী বক্তৃতা শুনিলোঁ সেই দিনাই মই এই পবিত্ৰৰ ওপৰত বহুত আশা কৰিছিলোঁ। দেশে আজি এটি অতুলনীয় উঠি অহা জীৱনৰপৰা বঞ্চিত হ'ল।"

অফুৰন্ত কল্পনাৰে ভৰা ৺পবিত্ৰৰ পবিত্ৰ জীৱন এইদৰে অকালতে ওৰ পৰিব বুলি কোনেও সপোনত ভবা নাছিল। এই ন'দিন তাৰ অন্তৰঙ্গ বন্ধুবোৰে বেঢ়ি ধৰি দিনে নিশাই শুশ্ৰূষা কৰিছিল। শ্ৰীগিৰীন ভূঞা, শ্ৰীসুৰেন দাস আৰু বহুতো বন্ধু ঘৰৰ বাৰান্দাবোৰত দিনে নিশাই পৰি থাকি দেহে-কেহে যত্ন কৰিলে। মোমায়েক ডাঃ উমেশচন্দ্ৰ

বৰদলৈ ঘৰতেই সকলো বিষয়ৰে তত্বাৱধান লৈও একো কৰিব নোৱাৰিলে। যিজনৰ যাবৰ সময় হয় সেইজনক কোনেও ৰাখিব নোৱাৰে। দুৰন্ত নিয়তিয়ে সেইজনক প্ৰবল বেগে টানি লৈ যায়। মাজে মাজে কৈ উঠা কথাষাৰ—"মই নিজৰ ঘৰলৈ যাওঁ।" নিজৰ ঘৰ বিচাৰি অশান্ত আত্মাই পৃথিৱীৰ এই দুদিনীয়া জিৰণি ঘৰ এৰি গুচি যাবলৈ ব্যাকুল হয়। অপূৰ্ণ কৰ্ম সমাধা কৰিবলৈ কৰা জীৱ কিবাদিনলৈ আহি সংসাৰৰ জিৰণি ঘৰত মায়াৰ ভোল লগাই কিহৰ পাতনি মেলেহি কোনে জানে? কোন কাৰ? সকলো ভুৱা। এই সংসাৰখন অভিনয়ৰ ক্ষেত্ৰ। আমি অভিনেতাৰূপে অভিনয় কৰি যাব লাগিব। জন্ম আৰু মৃত্যুৰ ৰহস্যময় সুদীৰ্ঘ ব্যৱধানৰ সমাপ্তি ক'ত? হিয়া ভাগি চুৰমাৰ হৈ গ'ল, ভগা হিয়া ভগা মন লৈ পৰমেশ্বৰৰ দান বুলি এই দুৰ্বিষহ জীৱনৰ দিনবোৰত কৰ্তব্যবোৰ কৰি যাবলৈ মন বান্ধিলোঁ। অশান্ত প্ৰাণে শান্তি বিচাৰি পৰম পদৰ আশ্ৰয়লৈ ব্যাকুল হৈ পৰিল। হৃদয়ৰ অনুভূতিবোৰে ছন্দৰ ৰূপ ললে। মৰমী জনমভূমিয়ে সেৱাৰ কৰ্মত দেহা সঁপিবলৈ হাত বাউল দিলে। আগবাঢ়িলোঁ সেই বাটে। প্ৰথমেই তীৰ্থপথলৈ মন মেলিলোঁ।

তীৰ্থলৈ শান্তি বিচাৰি: শোক-দুখত জুৰুলা হিয়ামন জুৰাবলৈ তীৰ্থলৈ যাবলৈ মন মেলিলোঁ। ১৯৩৮ চনত পেহীদেউৰ ল'ৰা শ্ৰীশৰত চন্দ্ৰ বৰুৱা তীৰ্থলৈ যাবলৈ ওলোৱাত মোৰ শোকসন্তপ্তা মাতৃক আৰু বিধবা পেহীদেউ ধৰ্মদা দেৱীক লৈ তীৰ্থলৈ যাত্ৰা কৰিলোঁ। প্ৰথমে কলিকতাত এৰাতি থাকি মহাপ্ৰভুৰ দৰ্শন আশাৰে ৺জগন্নাথ পুৰীলৈ যাত্ৰা কৰিলোঁ। পিছদিনা জগন্নাথ ক্ষেত্ৰ পাই ধূলা পায়ে মহাপ্ৰভুক দৰ্শন কৰিলোঁ। আবেলি পৰত সাগৰ দৰ্শনলৈ গলোঁ। দূৰৈৰপৰাই সাগৰৰ মহাগৰ্জনত কাণ পাতি সাগৰৰ মনোমোহা সৌন্দৰ্য্য দেখি বিস্ময় আনন্দত মন আপোন পাহৰা হ'ল। নীলাম্বুৰ উৰ্মিমালাই স্ফটিক সদৃশ ফেনৰ মুকুট পিন্ধি বহু দূৰৈৰপৰা আহি মহাবেগে সাগৰ বেলাত কৰা আস্ফালন দেখি কিমান কল্পনাই যে মনৰ মাজত গুঞ্জন তুলিলে। যুগে যুগে যেন মাতৃ ধৰিত্ৰীৰ বুকুত এটি দুৰন্ত অভিমানী শিশুৰ দৰে আঘাত কৰি কিবা বিচাৰিছে। সাগৰৰ সৌন্দৰ্য্য দেখি মনত এনে



লাগিছিল যেন মোৰ সকলো আপোন মানুহক আনি দেখুৱাওঁ। ৺মহাপ্ৰভু দৰ্শন, আন সকলো দৰ্শনীয় ঠাই চাই উত্তৰমুৱা হলোঁ। গয়াত পিণ্ড দান কৰি আগ্ৰা সোমাই মানৱৰ প্ৰেমৰ প্ৰিয় সমাধি-সৌধ আগ্ৰাৰ তাজমহলৰ পূৰ্ণিমাৰ জোনাকৰ ঢলত ওপচা অবৰ্ণনীয় শোভা চালোঁ। হেজাৰ ভাৱেৰে হিয়া ওপচাই পুনৰ উত্তৰলৈ উত্তৰাপথ ধৰি মথুৰা বৃন্দাবনলৈ যাত্ৰা কৰিলোঁ। মথুৰাত এৰাতি কটাইছিলোঁ। সেইদিনা ৰাতি যমুনাত স্নান কৰি মথুৰাঘাটত বহি হিয়া বাকী গীত গাইছিলোঁ। যমুনাৰ শোভা চাই চাই মনলৈ আহিছিল—

"ই নদী যমুনা গিৰি গোৱৰ্ধন বৃন্দাবন ক্ৰিড়াৰে স্থান
আজিও কৃষ্ণৰ মোৰ-খোজ ৰঞ্জি আছে দেখা গৈয়া বিদ্যমান।"

কৃষ্ণৰ স্মৰণত আকুল মনপ্ৰাণ লৈ পিচদিনা যাত্ৰা কৰিলোঁ চিৰজীৱনৰ স্বপ্ন বৃন্দাবনলৈ। কৃষ্ণ ধ্যানত অভিভূত মনে ব্যাকুলভাৱে গাড়ীৰ গাৰোৱানক শুধিছিলোঁ—"জলদি বৃন্দাবনমে লে চল।" গাৰোৱানে কয়—"আৰে মাতাজী! এহি তো বৃন্দাবন।" বৃন্দাবন পালোঁ। বৃন্দাবনৰ হালি পৰা গছ-লতাৰ মাজেৰে ব্যাকুল হৈ বিচাৰি ফুৰা ভকত-ভকতনী সকলক দেখি মন আকুল হৈ পৰিল। কৃষ্ণপদৰজত ৰাগৰি ফুৰা ভকতৰ ধূলিৰে ৰঞ্জিত ব্ৰজধূলিত হিয়াৰ আবেগ বাকী দুচকুৰ লোতকে ধুৱাই বৃন্দাবনৰ কুঞ্জে কুঞ্জে ভ্ৰমণ কৰি জীৱন ধন্য কৰিলোঁ। গধূলি গোৱিন্দজীৰ মন্দিৰলৈ গৈ কিবা এটি তন্ময় ভাৱ অনুভৱ কৰি আপোন পাহৰা হৈ পৰিছিলোঁ। ক্ষন্তেকৰ আত্মবিস্মৃতিয়ে প্ৰাণত এটি অনাবিল শান্তিৰ পৰশ বুলাই দিছিল। বহু কল্পনাৰ বহু আশাৰ বৃন্দাবন দৰ্শন কৰি ধন্য হলোঁ। লৰালৰিকৈ তীৰ্থ যাত্ৰা সমাপ্ত কৰিব লগীয়া হ'ল লগৰীয়াৰ সময়ৰ নাটনিত। তীৰ্থ প্ৰকৃততে মনৰ অনুভূতিয়েহে প্ৰতিফলিত কৰে। আমাৰ এইবাৰৰ তীৰ্থযাত্ৰা আছিল অতি দীন-হীনভাৱে আত্মীয়ৰ লগত মোৰ গৰৱিনী মাতৃক লৈ যোৱা তীৰ্থযাত্ৰা। প্ৰতিপদে অনুভৱ কৰিছিলোঁ জীৱনৰ লাঞ্ছনা দীনতা। গৌৰৱময় জীৱনৰ অধিকাৰিণী মোৰ মাতৃৰ মুখত যেতিয়া বিষাদৰ ৰেখাবোৰ ফুটি উঠে, মই মোৰ মাতৃক সান্ত্বনা দিওঁ—"দুখৰ কোনো কাৰণ নাই বৌটি! এয়া আমাৰ জীৱনৰ ওপৰত ভগৱানৰ কঠিন পৰীক্ষা, আমি ধৰিত্ৰীৰ দৰে শান্ত সহিষ্ণুতা লৈ

তীৰ্থ দৰ্শন কৰি যাব লাগিব। দুখ শোক অপমান অঙ্গৰ ভূষণ কৰি লব নোৱাৰিলে পৰম প্ৰিয় প্ৰভুৰ দৰ্শন লাভ নহয়। সেয়েহে ভাবোঁ দুখৰ সমান পৰম বন্ধু মানুহৰ জীৱনত কোনো নাই। দুখে শোকে নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ কথা পাহৰাই দি খন্তেকলৈ ভগৱৎ নিৰ্ভৰতা শিকাই। ৰাজৰাজেশ্বৰৰ ওচৰলৈ যাওঁতে সৰ্বহাৰা বেশেৰে হে যোৱা উচিত। ভাগৱতৰ শ্লোকৰ গুঞ্জন উঠে মনৰ মাজত—"তৃণাদপি সুনীচেন তৰোৰিব সহিষ্ণুতা" লৈ ভগৱানৰ চিন্তা কৰা উচিত। মনৰ মাজত কাব্যৰ গুঞ্জন উঠে, চকুৰ পতাত অপ্ৰকাশ লোতক উদ্বেলিত হৃদয় লৈ হিয়াৰ অস্ফুট প্ৰাৰ্থনা গীত—

অ' মোৰ পৰমপ্ৰিয়! নিঠুৰ আঘাতে চূৰ্ণ হৃদয়
সি যে চিৰ স্মৰণীয়
অ' মোৰ পৰমপ্ৰিয়! ই জীৱন হওক ধূলিৰ তলৰ ধূলি
তোমাৰ প্ৰসাদ অনুৰঞ্জিত পাওঁ যদি পদধূলি
নিষ্পেষিত প্ৰাণ বেদনাত তোমাৰ নিবিৰ মধু চেতনাত
ৰক্তিম হিয়া হয় যদি ৰমণীয়।

(অলকানন্দা)

# এৰি অহা দিনবোৰ

(মাজছোৱা)

## বিপদে আৱৰা অসম

দেশৰ বাতৰি ঃ অসম প্ৰদেশখনক পূৰ্ববঙ্গৰ লগত সাঙুৰি ইছলাম প্ৰদেশ কৰাৰ দাবী ১৯৪১ চনত মহম্মদ আলি জিন্না চাহাবে ভাৰত ব্যৱস্থাপক সভাত পুনৰ উত্থাপন কৰে। এই প্ৰস্তাব গৃহীত নহলেও, ভাৰতৰ ৰাজনীতিজ্ঞ নেতাসকলে অসম প্ৰদেশখনৰ বিষয়ে কোনো গুৰুত্ব নিদিলে। আনকি অসমৰ পৰম বন্ধু মহাত্মা গান্ধীও এই বিষয়ত নিমাত হৈ থাকিল। ইপিনে অসমত এই বিপদৰ সম্ভাৱনাত হুলস্থুল লাগিল। অসম জুৰি তীব্ৰ প্ৰতিবাদ হবলৈ ধৰিলে। এই বিষয়ে কেন্দ্ৰীয় সভা নিৰৱ হৈ থাকিল। দেশৰ এই দুৰ্দিনৰ সময়ত অশান্তিৰে মন ছটফটাবলৈ ধৰিলে। অসহায় ভাৱে মনৰ দুখত মহামানৱ জাতিৰ পিতা গান্ধীজীলৈ এটি কবিতা লিখি আবেদন কৰিছিলোঁ। কবিতাটি কবি সাহিত্যিক শ্ৰীহেম বৰুৱাই ইংৰাজী কৰি দিছিল। কবিতাটিৰ কেইফাকিমান তুলি দিলোঁ। মনত ভাব হৈছিল—এজনী ক্ষুদ্ৰ কবিৰ আবেদন অতি তুচ্ছ হ'লেও এনে গুৰুতৰ দেশৰ বিপদত হৃদয়ে আৰ্তনাদ কৰি উঠা এটি আবেদন জাতিৰ পিতালৈ জনাবলৈ পাই মনলৈ এধানি-মান সান্ত্বনা আহিল।

বাপুজীলৈ আবেদন

হে মহান, হে তাপস, হে অধিনায়ক
ভাৰতৰ ভাগ্য বিধাতা
ভাৰতৰ মুক্তি ঋষি তুমি
ভাৰতবাসীৰ প্ৰিয় পিতা।
ভাৰতৰ পূৱৰত পৰ্বত দুৰ্গেৰে ঘেৰা
বশিষ্ঠ মুনিৰ তপোবন
সুজলা সুফলা চিৰ পৃথিৱীৰ স্বৰ্গৰাজ্য
মোৰ এই জন্মভূমি—জননী অসম।
অসমৰ কবি-কন্যা মই বজাওঁ প্ৰাণৰ বীণা
সপোন কবিতা ৰচোঁ প্ৰাণৰ কথাৰে

নির্য্যাতিতা মাতৃভূমিৰ দুখৰ কাহিনী লিখি
কৰিছোঁ মিনতি পিতা বিষাদ বেথাৰে।
ভালপোৱা তুমি মোৰ জন্মভূমিক
ভালপোৱা অসমৰ মনোৰম সত্য সৰলতা
এশ বছৰ মাথো পৰাধীন হোৱা এই গৰৱী দেশৰ
বুৰঞ্জী জিলিকা কীর্তি বিজয়ৰ সোণালী বাৰতা।
সোণালী বুৰঞ্জী জ্বলে অসমীৰ বিজয়ী যুগৰ
ই দেশৰ অতীতৰ গৌৰৱ কাহিনী
পৰাজিলে সপ্তদশবাৰ বিক্রমী অসমে
পৃথিৱী বিজয়ী বীৰ মোগল বাহিনী।
জানা তুমি অসমৰ পুৰুষ নাৰীৰ
অপূর্ব বীৰত্ব কথা সমৰ ক্ষেত্ৰৰ
দেশ স্বামী ৰক্ষাৰ বাবে হাঁহি হাঁহি প্ৰাণ এৰা
অসমৰ জয়মতীৰ অপূৰ্ব ত্যাগৰ।
ভাৰতৰ আদি সভ্যতাৰ বেদ জ্ঞান দর্শন বিজ্ঞান
প্ৰতিভাত কামৰূপ সভ্যতা সংস্কৃতি
পূর্বাঞ্চল প্ৰাগজ্যোতিষত—
আদিম উষাই যাচে অৰুণ আৰতি।
কুৰুক্ষেত্ৰ সমৰত ভগদত্ত বীৰত্ব কাহিনী
প্ৰাগজ্যোতিষত আছে ভানুমতী দীঘি সৰোবৰ
লৌহিত্যৰ তীৰে তীৰে পঞ্চতীৰ্থ মন্দিৰে মন্দিৰে
লিখা আছে শিলালিপি কীৰ্তি অসমৰ।
তপোবনে তপোবনে বেদী তপস্যাৰ
গিৰি গুহা সুশোভিত দেৱভূমি ইখন দেশৰ
প্ৰকৃতিৰ স্বৰ্গৰাজ্য মনোমোহা মুক্ত পৰশত
সুন্দৰ সৰল প্ৰাণ জাতি অসমীয়া
কুটিলতা, প্ৰৱঞ্চনা নেজানে সমূলি
আত্ম অভিমানী বীৰ ৰূপে বিনন্দীয়া।



অসমত বিভেদৰ নাই ভিন জ্ঞান
একে মাতৃ দুই পুত্ৰ হিন্দু মুছলমান।
মৰমৰ চুবুৰীয়া আপদে বিপদে
একেলগে বাস কৰে এখন গাঁওত
শান্তিময় পুণ্যভূমি সুখে ভৰা ইখন দেশত
দূৰৈৰ ধুমুহা আহি পেলালে মোহাৰি
শত স্বাৰ্থে সহস্ৰ দানবে চক্ৰব্যূহ পাতি
শান্তিময় ইখন দেশক নিয়ে মষিমূৰ কৰি।
অসম স্বকীয়া দেশ পূর্ব ভাৰতৰ
স্বকীয়া আচাৰ নীতি বীৰ জাতি পূব সীমান্তৰ
অসমৰ ডেকা গাভৰুয়ে ভাৰতৰ মুক্তি যুঁজত
স্বাধীনতাৰ হকে বলিশাল কৰিলে ৰাঙলী।
মুক্ত অসমীয়া জাতি, বীৰ ৰক্ত কঁপে ধমনীত
হেজাৰ ঐতিহ্য জ্বলে গৰবিত জাতিৰ প্ৰাণত
আজি কিয় পুণ্য ভূমি অসমৰ নাম লুপ্ত কৰি
দিব খোজে "পূর্ববঙ্গ নাম ইছলাম প্ৰদেশ"?
অসম অসম ৰব, কিয় হব পূর্ববঙ্গ ইছলামী নাম
ভাৰত নিমাত কিয়? অসমৰ এই বিপদত
তুমি অসমৰ বন্ধু, তুমি ৰলা কিয়নো নিমাতে?
নকৰিবা তুমি অবিচাৰ!
বিজাতি স্বাৰ্থৰ সতে অসমক নিদিবা সাঙুৰি
ৰক্ষা কৰা অসম মাতৃক
নিদিবা কলঙ্ক আঁকি অসমৰ ভাগ্য লিপিকাত।

নলিনীবালা দেৱী
১৯৪১ চন
গুৱাহাটী

মহম্মদ আলি জিন্না চাহাবৰ প্ৰস্তাব কেন্দ্ৰ সভাত গ্ৰাহ্য নহ'ল, সেই-বাৰলৈ অসম দেশখন ৰক্ষা পৰিল। দেশবাসীৰ মনবোৰো শান্ত হ'ল।

**তেজপুৰলৈ যাব লগীয়া হয়ঃ** ১৯৪১ চনত ল'ৰাৰ লগত তেজপুৰলৈ যাব লগীয়া হয়। তেজপুৰলৈ যোৱাৰ আগতে ঘৰুৱা ঠাঁনঠিত লগাবলৈ মোৰ একমাত্ৰ ল'ৰা শ্ৰীউপেনৰ (সোণৰ) বিয়া পাতিলোঁ। দুটা ভায়েকক অকালতে হেৰুৱাই নিঠৰুৱা হৈ পৰা সোণৰ নিঃসঙ্গ অকলশৰীয়া অৱস্থা দেখি বৰ মোমায়েক ৺উমেশে বিয়া পাতি দিবলৈ কোৱাত শিৱসাগৰৰ ৺প্ৰেমধৰ মজিন্দাৰ বৰুৱাৰ ছোৱালী শ্ৰীমতী ৰেণুকাৰ লগত সোণৰ বিয়া পাতি দিয়া হ'ল। মই তেতিয়াও ভাই উমেশৰ লগতে ৺দেউতাৰ ঘৰতে আছোঁ। সোণে তেতিয়া গুৱাহাটী বেঙ্কৰ চেক্ৰেটৰীৰ কাম কৰি আছিল। তেজপুৰত বেঙ্কৰ শাখা খুলিবলৈ যাব লগীয়া হোৱাত আমিও তেজপুৰলৈ গলোঁ।

তেজপুৰলৈ গৈ নতুন পৰিৱেশ এটি পাই ভাল লাগিছিল। মোৰ ন' বছৰ বয়সতে ৺ককাদেউতাৰ লগত তেজপুৰলৈ আহি আগতে দেখি যোৱা তেজপুৰৰ চাবলগীয়া ঠাইবোৰ চাই বৰ ভাল লাগিল। বিশেষকৈ আমাৰ পুৰণি বন্ধু আগৰৱালা পৰিয়ালৰ ল'ৰা ৺জ্যোতিপ্ৰসাদ, কমলাপ্ৰসাদ, বিবেকাইঁতৰ অহা-যোৱাত ওচৰতে থকা ৺প্ৰিয় বৰুৱা, ৺ত্যাগবীৰ হেম বৰুৱাৰ ককায়েক হেম বৰুৱাকো পাইছিলোঁ। সোণে এখন বেবী অষ্টিন গাড়ী কিনিছিল, লগত আছিল মৰমৰ কুকুৰ 'লুকু'। অকণমানি গাড়ীখনত আমি পৰিয়ালৰ মানুহ তিনিজন ধৰিছিল। আগৰৱালা-সকলৰ 'জোনাকী' চিনেমাত প্ৰায়ে চিনেমা চোৱা হৈছিল। সোণে প্ৰায় ভাগেই বেঙ্কৰ কামত ঘূৰি ফুৰিব লগীয়া হৈছিল। কিছুদিন পিচত আমি ঘৰ সলনি কৰি তেজপুৰৰ এমুৰীয়া তেতেলীমুৰালৈ গলোঁ। কাৰণ এই সময়তে বোৱাৰী ৰেণুৰ ল'ৰা এটি জন্ম হৈ হানি হোৱাত তেতেলীমুৰালৈ যাব লগা হ'ল। তেতেলীমুৰা নামৰ ঠাইত এটি ডাঙৰ বাৰীৰেসৈতে আহল-বহল ঘৰ ললোঁ। হিমালয়ৰ পাদপীঠত থকা তেজপুৰত তেনে এখন বহল বাৰীৰে আশ্ৰমৰদৰে এখন ঘৰ পাইছিলোঁ। বাৰীখনত 'কালিন্দী ভোমোৰা'বোৰ উৰি ফুৰে। চিক্‌মিক্ কৰে সেউজীয়াবৰণৰ এই কালিন্দী ভোমোৰাবোৰক দেবাঙ্গ ভোমোৰা বোলে। এই ভোমোৰাৰ ভোন-ভোননি চেতাৰৰ মাত যেন লাগে। ভোমোৰাটো উৰোতে টাকুৰীটোৰ দৰে ঘিয় হৈ উৰে। এই ভোমোৰা এটা উপেনে



ধৰিছিল, তাৰ ঠিক চিক-মিকীয়া খোলাটো এতিয়াও মোৰ হাতত আছে। এই ভোমোৰা হিমালয়ৰপৰা অহা বুলি কয়।

তেজপুৰত থকা দিন কেইটা তেজপুৰৰ অগ্নিগড়, মহাভৈৰৱ, মহাভৈৰৱী চাই মনলৈ অপাৰ শান্তি আহিছিল। অগ্নিগড়ৰ অতীতৰ কাৰুকাৰ্য্য চাই কবি কমলাকান্ত দেৱলৈ মনত পৰিছিল। মহাভৈৰৱত এজন 'নাগা সন্ন্যাসী' আছিল; প্ৰায় এশ বছৰ মান বয়স হব। গোটেই দিনটো বন্ধোৱা আঁহত গছ ডালৰ তলত হাতীপৰাদি পৰি থাকে। মই গৈ সেৱা কৰিলে বুঢ়া বাবাই মোৰ লগত বহুত কথা পাতে; মৰমৰ চকুৰে চাই, বহুত উপদেশ দিয়ে। আবেলি পৰত উঠি গা ধুই ধুনী জ্বলাই দৈনন্দিন সাধন কৰি ভোগ চৰায়। শিষ্য-প্ৰশিষ্যৰে সৈতে সেই ভোগ খাই, ধুনীৰ কাষত বহি ধ্যানত কটায়। এই নাগা সাধুজনৰ ওচৰলৈ প্ৰায়ে গৈছিলোঁ।

**৺জ্যোতিপ্ৰসাদঃ** তেজপুৰত থকা দিন কেইটা ৺জ্যোতিপ্ৰসাদ মোৰ কথা-বতৰা পতাৰ লগৰীয়া আছিল। ৺জ্যোতিপ্ৰসাদ মোৰ ভাইৰ লগৰ, নিজৰ ভাইৰদৰে আছিল। ৺জ্যোতিপ্ৰসাদৰ কোমল ধুনীয়া মৰম লগা মুখখনিলৈ আজিও মনত পৰে। জ্যোতিয়ে প্ৰথমে ইউৰোপৰপৰা আহি বৰগীতৰ সুৰৰ ঠাঁচ দি অসমীয়া আধুনিক গীতত এটি আপুৰুগীয়া সুৰ দি 'শোণিত কুঁৱৰী' নাটকখন মঞ্চস্থ কৰাত, জ্যোতিৰ সুৰবোৰ আদৰণীয় হৈ উঠিল। 'মোৰে জীৱনৰে সখা কৃষ্ণ' গীতটিত সুৰ দি মোৰ ল'ৰা উপেনৰ হতুৱাই গোৱাইছিল। জ্যোতিৰ শিল্পীমনে এটি অভিনৱ 'অৰ্কেষ্টা' গঠন কৰিছিল। সেই 'অৰ্কেষ্টা'ত অসমীয়া সকলো বাদ্য-যন্ত্ৰ সমাৱেশ কৰিছিল।

**সঙ্গীত স্কুলঃ** তেজপুৰত সঙ্গীত বিদ্যালয় এখন স্থাপন কৰিছিল। উদ্বোধনৰ ভাৰ মোৰ গাতে দিয়াত, এখন উদ্বোধনী ভাষণ লেখিব লগীয়া হ'ল। 'সুৰৰ জন্ম' নামৰ ভাষণ এখন লেখিছিলোঁ, তাত এটা কথা আছিল যিটি কথাই জ্যোতিক অতিকৈ আকৰ্ষিত কৰিছিল; সেই কথা ভাষণ— 'মানুহৰ চেতন অৱচেতন মনৰ মাজত দিব্য অনুভূতিৰ জন্ম, এই দিব্য অনুভূতিৰ মাজতে সুৰে ধৰা দিয়ে। কোনো কোনো মুহূৰ্ত্তত পঞ্চেন্দ্ৰিয় প্ৰবাহক সংযত কৰি ষষ্ঠেন্দ্ৰিয় ক্ৰিয়াৰ প্ৰবাহ প্ৰৱল কৰি তুলিব পাৰি।

এই অৱস্থাত বিশ্ব প্ৰৱাহলৈ বৈ অহা, বৈ থকা মানুহৰ অতীন্দ্ৰিয় অনুভূতি মানৱ মানসত জাগ্ৰত হৈ উঠে। এনে শুভ মুহূৰ্তৰ সংকেত শিল্পী, কবি, ধ্যানী, যোগীৰ সূক্ষ্মতম কলাচেতনাত ধৰা দিয়ে। প্ৰত্যেক সৌন্দৰ্য্য-সাধকৰ প্ৰাণত অতীন্দ্ৰিয় প্ৰবাহৰ সংযোগ ঘটায় সত্য সৃষ্টিয়ে আত্মপ্ৰকাশ কৰে। সকলো সাধনাৰ সত্য প্ৰত্যয়ৰ এয়ে সিংহ দুৱাৰ……।" ৺জ্যোতিয়ে ভাষণখনৰ এই কথাখিনি পঢ়ি উচাপ খাই উঠি সুধিলে—"বাইদেউ! আপুনি এইখিনি কথা ক'ত পালে?" মই কলোঁ—"মনৰ মাজত পাইছোঁ। যদি অসত্য বুলি ভাবা কাটি দিবা।" জ্যোতিয়ে ক'লে—"এয়া চিৰন্তন দিব্য অনুভূতিৰ কথা, কেতিয়াও অসত্য হব নোৱাৰে। এই সাৰ কথাখিনি প্ৰতিজন শিল্পীয়ে মনত ৰখা উচিত। এইকথা মনত ৰাখিলে শিল্পীৰ কেতিয়াও বাট নেহেৰায়। আপুনি আজি মোক নতুন পোহৰৰ বাট দেখুৱালে।" তেজপুৰ সঙ্গীত বিদ্যালয় মহা সমাবোহেৰে ধূপ-দীপ মঙ্গল আৰতিৰে উদ্বোধন কাৰ্য্য সমাধা হ'ল।

**বাণ মঞ্চত নাট্যাভিনয়ঃ** তেজপুৰৰ ঐতিহ্যত চাৰুশিল্পৰ বিকাশ প্ৰবাহমান। চিত্ৰলেখাৰ কলাশিল্পৰ প্ৰভাব যেন এতিয়াও প্ৰতি শিল্পীমনত কলাৰ পৰশ বুলাই আছে। 'বাণ মঞ্চত' জ্যোতিপ্ৰসাদৰ 'শোণিত কুঁৱৰী'ৰ নাট্যাভিনয় দেখি মুগ্ধ হৈছিলোঁ। অসমৰ প্ৰত্যেক জিলাতে অভিনয় চাইছোঁ, আনকি কলিকতাত 'মিনাৰ্ভা', 'ষ্টাৰ' থিয়েটাৰো চাইছো, কিন্তু তেজপুৰত চোৱাঁ কলা সুনিপুণ অভিনয় দেখি মুগুধ মনেৰে গৌৰৱ অনুভৱ কৰিছিলোঁ। অসমৰ ভিতৰত প্ৰধান নাট্যশিল্পীসকলৰ ভিতৰত তেজপুৰ আৰু নগাঁওত নাট্যকলাই পৰিপূৰ্ণতা লাভ কৰিছে। নগাঁওৰ ৺জগত বৰুৱা, চন্দ্ৰ ফুকনৰ দলৰ নাট্যকলাই সেই সময়ত প্ৰসিদ্ধি লাভ কৰিছিল। তেজপুৰত ৺বিষ্ণু ৰাভা, ৺ফণী শৰ্মাই সেইদৰে প্ৰসিদ্ধি লাভ কৰিছিল। তেজপুৰত থকা দিনতে শ্ৰদ্ধাস্পদ স্বৰ্গীয় পদ্মনাথ গোহাঞী-বৰুৱাদেৱে মোৰ দেউতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ চমু জীৱন সাঁৰৱণী লেখি দিবলৈ অনুৰোধ কৰিলে সাহিত্য সংগ্ৰহত দিবলৈ। মই মহা বিমোৰত পৰিলোঁ। দেউতাৰ তিৰোধানৰ সময়ত 'বনমালী বৰ্মনে' লিখা সৰু পুথিখনিকে সমল লৈ চমু জীৱনীখনি লিখি দিয়াত গোহাঞী-বৰুৱাদেৱে সন্তোষ পাই আশীৰ্বাদ কৰিলে। এই জীৱনীখনি লিখি



থাকোতেই স্বাধীনতা আন্দোলনৰ গৌৰৱময় সোঁৱৰণী বিজৰিত হৈ থকা মোৰ মহান পিতৃ কৰ্মবীৰৰ বহল জীৱনী এখনি লেখিবলৈ মনৰ মাজত যেন বাৰে বাৰে কোনোবাই উদ্গণি দিলে।

৺দেউতাৰ জীৱন সোঁৱৰণ "স্মৃতিতীৰ্থ"—লিখা **সময়ৰ কথা**ঃ

**অশৰীৰী প্ৰেৰণা**ঃ দেউতাৰ জীৱন সোঁৱৰণ লেখিবলৈ সঙ্কল্প লৈ নানা চিন্তা-ভাৱনাত পৰিলোঁ। এইজন দেশৰ নেতা, যিজনৰ গোটেই জীৱন জুৰি দেশৰ কল্যাণ চিন্তা; দেশৰ সেৱাই আছিল যিজনৰ মহান ব্ৰত, মহান হৃদয়ৰ, মহৎ চৰিত্ৰৰ আদৰ্শই জীৱনবাটত জ্বলন্ত তীৰ্থপথ ৰচনা কৰি থৈ গৈছে, এই অভাগিনী কন্যাই ক'ত পাম সেইবোৰ সম্বল? মনৰ মাজত একেটা চিন্তা; কেনেকৈ লেখিম ৺দেউতাৰ জীৱন সোঁৱৰণ? মনে মনে দোৱোপম পিতৃৰ চৰণ উদ্দেশি প্ৰণাম কৰিলোঁ—"স্বৰ্গগত মহান আত্মা দেউতা, আপুনি সদায় কৈছিল মহৎ সঙ্কল্প কেতিয়াও বিনাশ হব নোৱাৰে, মহতৰ সঙ্কল্প সিদ্ধিত ভগৱানে সহায় কৰে। মোৰ এই মহৎ সঙ্কল্প কেনেকৈ সিদ্ধি হব আপুনি উপায় দিয়ক।"

এদিন তেজপুৰ নিবাসী ৺মনমোহন লাহিড়ীৰ পৰিবাৰৰ ওচৰ চাপিলোঁ। শুনিলোঁ তেখেতে হেন মৃত আত্মা আনয়ন কৰি, আত্মাৰ লগত কথা পাতে। ৺ব্ৰহ্মানন্দ বৰকাকতি মোৰ দেউতাৰ বন্ধু। তেখেতৰ ল'ৰা 'মঞ্জু'ক লগত লৈ তেখেতক মোৰ অভিপ্ৰায় জনোৱাত তেখেতে মোক অতি আদৰ কৰি তেখেতৰ সাধন কোঠালীটো দেখুৱাই বহু কাহিনী ক'লে। শ্ৰীযুতা লাহিড়ীৰ আত্মা আনয়ন প্ৰণালী স্বকীয়া ধৰণৰ, সাধাৰণ 'প্লানচেটৰ' দৰে নহয়। বাৰীৰ মাজত এটি নিৰ্ঝঞ্জাট পৰিচ্ছন্ন ঘৰ। সোঁ মাজত এখন পীৰাত বগা কাপোৰেৰে ঢকা, ফুলদানীত ফুল, ধূপদানীত ধূপ, এটি মাটিৰ চাকিৰ পোহৰ। পীৰাখনৰ কাষত মাটিত এখন আসনত বহি, সোঁ হাতত এডাল কাঠপেঞ্চিল লৈ তেখেতে তলত বগা কাগজ পাৰি, বাওঁহাতেৰে সোঁহাতৰ কিলাকুটিত ধৰি একান্তভাৱেৰে ঈশ্বৰৰ ধ্যান কৰে। পিচত যিজন মানুহৰ আত্মা আনিবলৈ বিচাৰে, তেওঁৰ বিষয়ে চিন্তা কৰিবলৈ ধৰে। এইদৰে চিন্তা গভীৰ হ'লে, সোঁহাতখন কঁপিবলৈ ধৰে। সেই সময়ত যি প্ৰশ্ন কৰা হয়, আত্মাই সেই

প্ৰশ্নৰ উত্তৰ দিয়ে, নাম ঠিকনা দি যায়। মই দেউতাৰ আত্মা আনিবলৈ অনুৰোধ কৰাত তেখেতে সেই নিয়মেই চিন্তা কৰি সেঁাহাত কঁপি উঠাত মোক প্ৰশ্ন কৰিবলৈ ক'লে। মই প্ৰশ্ন কৰিলোঁ, 'আপুনি কোন ?" উত্তৰ হ'ল, "মই নবীনচন্দ্ৰ বৰদলৈ" কাগজখনত লিখি গ'ল। মই প্ৰশ্ন কৰিলোঁ, "দেউতা ! মই আপোনাৰ জীৱনী এখন লেখিবলৈ হাতত লৈছোঁ, কিন্তু কোনো সমল গোটাবপৰা নাই ; লিখিব-পাৰিম জানো ?" উত্তৰত লিখিলে, "তুমি সকলো সমল পাবা আৰু লিখিব পাৰিবা।" মই প্ৰশ্ন কৰিলোঁ, "আপুনি কোনো ডায়েৰী লিখি থৈ যোৱা নাই, মই সমল ক'ত পাম?" উত্তৰত লিখিলে—"মোৰ ডায়েৰী এখন ৺পদ্মধৰ চলিহাৰ হাতত আছে, তাতে সকলো পাবা।" ক'লে, "মোৰ বৰ ভাগৰ লাগিছে, মই যাওঁ।" মোৰ মনটো বৰ ভাল লাগিল, দেউতাৰ লগত কথা পাতি। আত্মা গুচি গ'ল। লাহিড়ীৰ আত্মা আনয়নৰ কাহিনীৰে লিখা কাগজ বাকচত ভুৰি ভুৰি আছে। কত যে অশৰীৰী আত্মাৰ প্ৰাণৰ হাঁহাকাৰ, ব্যৰ্থ প্ৰণয়ৰ বিননি। অভিশপ্ত আত্মাবোৰৰ অপৰিতৃপ্ত প্ৰাণৰ ক্ষুধাৰ আৰ্তনাদ, সেইখন যেন 'প্ৰেতপুৰী'। বহু ঘটনা মোক দেখুৱালে। এটি আচৰিত কাহিনী দেখুৱালে।

**অশৰীৰী আত্মাৰ কাহিনী ঃ** এদিন এইদৰে আত্মা আনয়নত ধ্যানত থাকোতে এজনৰ আত্মা আহিল। প্ৰশ্ন কৰিলে, "আপুনি কোন ?" উত্তৰ—"মই কলিকতাৰ এজন কবিৰাজ শ্যামাপ্ৰসাদ ব্যানাৰ্জী।" প্ৰশ্ন—"মইতো আপোনাক চিনি নেপাওঁ, আপুনি মোৰ কাষলৈ কিয় আহিছে ?" উত্তৰ—"মা ! আপুনি আমাৰ দৰে দুৰ্ভগীয়াবোৰৰ লগত সম্বন্ধ ৰাখিছে, সেইবাবে আপোনাক কাকুতি কৰিছোঁ, মোৰ এটা উপকাৰ কৰক।" প্ৰশ্ন—"কি উপকাৰ ?" উত্তৰ—"মোৰ মৃত্যু হোৱা দুবছৰ হ'ল, মোৰ স্ত্ৰী অতি বিলাসিনী, ভোগাসক্তা। তেওঁৰ প্ৰৱল আকৰ্ষণত মই উদ্ধাৰ হব পৰা নাই, আপুনি মোৰ ল'ৰা হৰিপ্ৰসাদলৈ এখন চিঠি লিখক তেওঁ যেন গয়াত মোৰ পিণ্ড দিয়ে, আৰু মাকক ধৰ্ম-কৰ্মলৈ মন দিবলৈ কয়। এয়া ঠিকনা দিলোঁ, আপুনি চিঠি দিব।" শ্ৰীযুক্তা লাহিড়ীয়ে ঠিকনামতে এটা কাৰ্ড লিখি দিলে। দুমাহৰ পিচত আত্মা আকৌ আহিল আৰু ক'লে—"মা ! আপুনি মোক বহুত উপকাৰ



কৰিলে, মই এতিয়া মুক্ত। আপোনাৰ ল'ৰা এটাৰ অসুখ এটা আছে, মই ভাল কৰি যাম। অহা মঙ্গলবাৰে পিচফালে ল'ৰাটো চকীত বহুৱাই মূৰত হাত দি থাকিব, মই কাম কৰি যাম, চিন এটা পাব।" সেইমতে কাম কৰাত শ্ৰীলাহিড়ীৰ ল'ৰাটি ভাল হ'ল। যাওঁতে বাৰীৰ গছ এডাল ভাগি পৰিল। এয়ে চিন থ'লে। শ্ৰীমতী লাহিড়ীৰ চিঠিৰ উত্তৰ আহিল কলিকতাৰ হৰিপ্ৰসাদৰপৰা। হৰিপ্ৰসাদে গয়াত দেউতাকৰ পিণ্ড দিলে। শ্ৰীমতী লাহিড়ীৰ ল'ৰাটোৰ মৃগী ৰোগ ভাল হ'ল। মই আচৰিত হৈ শ্ৰীযুত পদ্মধৰ চলিহাদেৱলৈ ৺দেউতাৰ কথামতে চিঠি দিয়াত চলিহাদেৱে লিখিলে—"মোৰ হাতত বৰদলৈৰ ডায়েৰী থকা কথা সঁচা। বানপানীত ডায়েৰীখন প্ৰায়ে নষ্ট হৈছিল, মই শুকুৱাই ৰাখিছোঁ, মই গৈ নিজে আপোনাক দি আহিম গৈ !" ডায়েৰীখিনি পোৱাত দেউতাৰ জীৱন সোঁৱৰণ 'স্মৃতিতীৰ্থ' লিখাত মোৰ সহজ হৈ পৰিল। ঘটনাবোৰৰ সত্যতা প্ৰমাণ হোৱাত নিঃসঙ্কোচে লিখা শেষ কৰিলোঁ। মোৰ দ্বিতীয় ল'ৰা ৺পবিত্ৰই দেউতাৰ বিয়োগৰ সময়ৰ বাতৰিকাকতৰ কাগজ কাটিংবোৰ গোটাই যোৱাত, দেউতাৰ সহকৰ্মী বন্ধু-বান্ধৱৰ উক্তিসমূহ হুবহু তুলি দিয়া হ'ল। স্মৃতিতীৰ্থ তেজপুৰতে লিখা আৰম্ভ কৰি কলিকতাত গৈ হে শেষ কৰিব পাৰিলোঁ।

**তেজপুৰত দুজন নবাগত কৰি সোঁৱৰণ ঃ** তেজপুৰত থকা কালতে 'বাঁহী' কাকতৰ যোগে দুজন নতুন উদীয়মান কবিৰ লগত সংযোগ ঘটিল। কবিতা এটা ওলাল—"মই অসমীয়া"—সুদূৰ পশ্চিম এৰি থৈ ৰাজ-অন্তঃপুৰ, আহিছিলোঁ অসমক কৰিবলৈ জয়। কিন্তু চৌদিশে ধূসৰ পাহাৰে বেৰি থোৱা অসমৰ মনোমোহা ৰূপৰ মোহত দূৰৈৰ মোগল আহি হলোঁ অসমীয়া। সেইদিনা স্বৰ্গদেৱে 'হেংদাং' তুলি দিলে হাতত জীৱন মৰণ পণ কৰি ৰাখি আছোঁ অসমীৰ মান, মৰালৈকে ৰাখি সন্মান।" মোগল কবিৰ দৃঢ় পণ শুনি পাঠানবীৰৰ তেজ উতলি উঠিল— (আব্দুল মালিক)

পাঠান কবিয়ে গালে—

"তুমি যদি অসমীয়া—মই তেন্তে বিদ্ৰোহী পাঠান,
পশ্চিমৰ মোহ এৰি—অসম মাতৃক সাৱটি ধৰি—
ৰাখি আছোঁ অসমৰ মান
অসম মাতৃৰ হকে জীৱন বিলাম !" (ইব্ৰাহিম আলি)

দুজন কোমল বয়সীয়া কবিৰ প্ৰাণত মাতৃভূমিলৈ আৱেগ ঢলা কবিতা দুটি পঢ়ি চেনেহত, গৌৰৱত মাতৃপ্ৰাণ উপচি পৰিল। কবিতা এটি লিখি প্ৰত্যুত্তৰ দিলোঁ ঃ

"তুমি অসমীয়া"

"তুমি যদি অসমীয়া মোগল পাঠান বীৰ
স্বদেশৰ হকে যুঁজি ৰাখি আছা স্বাধীনতা জনমভূমিৰ
আজিও ৰাখিবা সন্মান নিৰুপমা অসমী-ৰাণীৰ"......

'মই অসমীয়া' আব্দুল-মালিকৰ, 'তুমি যদি অসমীয়া' ইব্ৰাহিম আলিৰ আৰু 'তুমি অসমীয়া, তুমি যদি অসমীয়া' এই তিনিটি কবিতালৈ শ্ৰেষ্ঠ কবিতা-ৰূপে 'বাঁহী' কাকতে আদৰণী জনালে। স্নেহমুগ্ধ পুত্ৰ মহম্মদ ইব্ৰাহিমে পিন্ধালে এধাৰি কবিতাৰ মালা—কবিতাৰে অভিনন্দন জনালে মঙ্গলদৈ সংস্কৃতি সভাত—

"কবিতা সম্ৰাজ্ঞী আইতালৈ শ্ৰদ্ধাঞ্জলি"

অসম কাব্য ৰাণী মোৰ পৰাণৰ ৰাণী
অৰ্ঘ্য আজি নিৱেদিছোঁ ভক্তি নিয়ৰ সানি
ফুল দুবৰীৰ ইযে আজি ছন্দ বিহীন বন্দনা
... ... ... ... ...

গুণমুগ্ধ পুত্ৰ
এম. ইব্ৰাহিম
মঙ্গলদৈ

তেজপুৰ এৰি ডিবুৰুলৈ ঃ ১৯৪০ চনত নাতি ল'ৰা এটি জন্ম হৈ বিয়োগ হৈ, বোৱাৰী ৰেণুৰ স্বাস্থ্য ভঙ্গ হৈ পৰাত—তেওঁৰ চিকিৎসাৰ কাৰণে তেজপুৰ এৰি ডিবুৰুলৈ যাত্ৰা কৰিলোঁ। শিলঘাটৰ জাহাজেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ ৰেল ধৰি ডিবুৰু পালোঁগৈ।

ডিবুৰুত মোৰ ভাই উমেশ বৰদলৈ ডাক্তৰ থকাত তেওঁৰ ঘৰতে আমি উঠিলোঁ বোৱাৰী ৰেণুৰ চিকিৎসাৰ কাৰণে। বিপদৰ উপৰি বিপদে দেখা দিলে ; উমেশৰ ল'ৰা-ছোৱালী তিনিটি আৰু পৰিবাৰ একেলগে



টাইফয়েদ বেমাৰত আক্ৰান্ত হৈ ঘোৰা-থোৰা অৱস্থাৰ সৃষ্টি হ'ল। ইপিনে ৰেণুৰ অৱস্থাও অতি সঙ্কটজনক। আনকি মোৰ বৃদ্ধা আইও জ্বৰত পৰিল। এই এটাইবোৰ সঙ্কটাপন্ন টাইফয়েদ বেমাৰীৰ সকলো শুশ্ৰূষাৰ ভাৰ মোৰ ওপৰতে পৰিল। প্ৰায় দেৰমাহমান কি যে এটি ভয়ানক অৱস্থাৰ লগত যুঁজ দিব লগীয়া হৈছিল, এতিয়া ভাবিলেই ভয় লাগে। উমেশৰ ল'ৰা মিহিৰৰ আৰু পৰিবাৰৰ অৱস্থা অতি সঙ্কটজনক হৈ উঠিছিল। সেই সময়ত আজি-কালিৰ দৰে টাইফয়েদ বেমাৰৰ চিকিৎসা ওলোৱা নাছিল। গতিকে ডাক্তৰসকলে একমাত্ৰ নাৰ্চিঙৰ ওপৰতে নিৰ্ভৰ কৰি থাকিবলৈ উপদেশ দিলে। ঔষধ-পাতিৰ বিশেষ ব্যৱস্থা নাই, মোৰ ভাই নিজেই ডাক্তৰ, তেওঁ মোক ক'লে হোমিও-প্যাথিক ঔষধ খুৱাই থাকিবলৈ। মই ঘৰত অলপ হোমিওপ্যাথি ব্যৱস্থা ৰাখিছিলোঁ যদিও এই ক্ষেত্ৰত মোৰ আগবাঢ়িবলৈ সাহ নহ'ল। পেহীদেউৰ ল'ৰা ককাইদেউ স্বৰ্গীয় আনন্দৰাম বৰদলৈয়ে হোমিওপ্যাথিক চিকিৎসা কৰিছিল। তেখেতক মাতি আমি পৰামৰ্শ কৰি মনৰ সান্ত্বনাৰ কাৰণে বেমাৰীবোৰক হোমিওপ্যাথি ঔষধ খুৱাই থকাৰ দায়িত্বও মোৰ গাতে পৰিল।

ডিবুৰুত সাধুবাবা ঃ এই বেমাৰবোৰৰ মাজতে এজন সাধু আমাৰ ঘৰলৈ আহে। ডিবুৰুৰ এজন উকিলে সাধুজনক আমাৰ ঘৰৰ বিপদৰ কাৰণেই লৈ আহে। সাধুজনে উকিলজনৰ মৃত বুলি ধৰা পুত্ৰ এজনক জীৱন দান দিয়ে। সেইবাবে সাধুজনক আনি আমাৰ বেমাৰীবোৰ দেখুৱালোঁ। সাধুজনৰ সাধাৰণ ভদ্ৰলোকৰ দৰেই সাজপাৰ। মোৰ ভাই উমেশৰ লগত হাঁহি-মাতি সাধাৰণভাৱেই কথা পাতে। তেওঁৰ ভিতৰত যি অসাধাৰণ শক্তি আছে সহজতে মানুহে ধৰিব নোৱাৰে।

সাধুজনে বেমাৰীবোৰৰ ওচৰলৈ গৈ নিস্তব্ধ ভাৱেৰে প্ৰতিজনৰ বিষয়ে নিবিৰভাৱে ধ্যান কৰিলে। কিবাকিবি ক্ৰিয়া প্ৰতিক্ৰিয়া কৰিলে, 'ভূৰ্জপত্ৰত' মন্ত্ৰ লিখি লিখি প্ৰতিজন বেমাৰীৰ গাৰুৰ তলত থৈ দিলে। ভাই-বোৱাৰী শ্ৰীমতী সুবৰ্ণ আৰু সৰু ল'ৰা মিহিৰৰ টাইফয়েদৰ শেষ অৱস্থাত জীৱন মৰণৰ টনাটনি সময় উপস্থিত হৈছিল। মোৰ বোৱাৰী ৰেণুৰ অৱস্থাও ঘোৰা-থোৰা বিধৰ। সাধুজনে বহুপৰ

চিন্তা কৰি মোৰ ভাইক উদ্দেশ্য কৰি ক'লে, "ডাক্তৰবাবু! আপুনি চিন্তা নকৰিব, বেমাৰী এজনো নমৰে, ভাল হব। চন্দ্ৰ সূৰ্য্য খহি পৰিলেও মোৰ বাক্য অন্যথা নহয়।" মোৰ ভাই উমেশে হাতে-ভৰিয়ে ধৰি আমাৰ ঘৰত কেইবাতিমান সাধুজনক ৰখালে। তেওঁ নিৰামিষ এসাজ খায়। মোৰ নিৰামিষ পাগত মই বা মোৰ আইয়ে ৰান্ধি দিলে খায়। দিনৰ সাজ খায়, নিশা সামান্য জা-জলপান খায়। তেওঁৰ অদ্ভুত শক্তিৰ পৰিচয় পালোঁ, বৰষুণ নাই, বেমাৰীবোৰে ভ্ৰম বকিবলৈ ধৰিছে। তেওঁ কৈ উঠিল, "বৰষুণৰ প্ৰয়োজন, টাইফয়েদ বেমাৰীৰ কাৰণে বৰষুণ হব লাগিব, দেখা যাওক।" এইদৰে কৈ আলিবাটলৈ ওলাই গৈ আকাশলৈ চাই কিবাকিবি মন্ত্ৰ গালে আৰু লগে লগেই মেঘৰ গাজনি শুনা গ'ল আৰু খন্তেকতে ধাৰাসাৰ বৰষুণ পৰিবলৈ ধৰিলে। এদিন দিনৰ বাৰ বজাত ভাই-বোৱাৰী সুবৰ্ণৰ গাৰ তাপ দেখা গ'ল এশ তিনি। ইপিনে হস্পিতালৰপৰা উমেশ আহিবৰ সময় হৈছে, তেওঁ আহি ৰোগিণীৰ গাৰ উত্তাপ বঢ়া দেখা পালে অস্থিৰ হৈ পৰিব। সাধুবাবাই মোক ক'লে, "মা! ৰোগিণীৰ উত্তাপ কিমান?" মই এশ তিনি বুলি কোৱাত সাধুৱে ক'লে, "বেয়া কথা হ'ল, এতিয়া ডাক্তৰ বাবুয়ে আহি শুনিলে অস্থিৰ হৈ পৰিব। আচ্ছা দেখা যাওক।" বেমাৰীৰ কাষলৈ গৈ বিৰ বিৰ কৰে মন্ত্ৰ পাতি হাতখনেৰে মুদ্ৰা কিছুমান দিলে। মোক আকৌ থাৰ্মোমিটাৰ দিবলৈ কলে, প্ৰায় আধাঘণ্টা ব্যৱধানত থাৰ্মোমিটাৰ দিয়া হ'ল। এবাৰ নহয় দুবাৰ দিয়া হ'ল, তাপ নিৰানব্বৈ ডিগ্ৰি দেখা গ'ল। সাধুজনে হাঁহি ক'লে, "ঠিক:হৈছে, কোনো আৰু গোলমাল নাই।" ঘৰৰ মঙ্গলৰ কাৰণে সাধুজনৰ নিৰ্দেশমতে ঘৰত অহোৰাত্ৰ নাম সংকীৰ্তন কৰা হ'ল। বেমাৰীবোৰ লাহে লাহে ভাল হৈ আহিবলৈ ধৰিলে। সাধুজনৰ কৃপাতেই তিনিটা প্ৰাণে পুনৰ্জীৱন পালে। সাধুবাবা গ'লগৈ। মাজে মাজে আমাৰ ঘৰলৈ আহি থাকে। মোৰ বোৱাৰী বেণু সম্পূৰ্ণৰূপে ভাল হোৱা নাই, তেওঁৰ জ্বৰ চলি আছিল।

জানুৱাৰী মাহ। মাঘ মাহৰ পূৰ্ণিমা তিথিত সাধুবাবাই মোৰ ভাইক পৰশুৰামকুণ্ডলৈ গৈ স্নান কৰিবলৈ ক'লে। মোক আৰু মোৰ আইকো লগত লবলৈ কোৱাত, আমিও ওলালোঁ। যোৱাৰ আগদিনা সাধুবাবা



আহি ক'লেহি, "আপোনালোকে কালি পুৱা যাত্ৰা কৰিব, মই তিনিচুকীয়াত থাকিম, তাৰপৰা মোক তুলি লব।" ধাৰাসাৰ বৰষুণ। আমি কলোঁ, "ইমান বৰষুণ, বাট পথ চাগৈ বোকাত পোত খালে, ইপিনে মোৰ বোৱাৰী বেণুৰ জ্বৰ উঠিছে এশ চাৰি, এনে অৱস্থাত মোৰ যোৱা নহব বাবা।" সাধুবাবাই হাঁহি ক'লে, "আপোনালোকৰ কালি যোৱা হবই। কালি পুৱা দেখিব বৰষুণৰ চিন নেথাকিব, বেণুৰ জ্বৰ নেথাকিব।" মোলৈ চাই ক'লে, "মা! বেণুৰ জ্বৰৰ ভাৰ মই লৈছোঁ, আপোনাৰ অনুপস্থিতিত বেণুৰ গাত জ্বৰ নেথাকে, প্ৰমাণ পাব।" পিচদিনা পুৱা দেখা গ'ল বেণুৰ জ্বৰ নাই। বৰষুণৰ চিন নাই! আমি যাত্ৰা কৰিলোঁ। তিনিচুকীয়াত সাধুবাবা আৰু নাবায়ণ বৰাও উঠিল।

পৰশুৰাম কুণ্ডলৈ তীৰ্থযাত্ৰা: আমি পৰশুৰাম কুণ্ডলৈ যাত্ৰা কৰিলোঁ। বেলা ভাটিত মিচিমি ঘাট পালোঁগৈ। ঘাটতে ড্ৰাইভাৰৰ সৈতে মটৰখন এৰি আমি পাঁচজন যাত্ৰী মিচিমি ঘাটৰ নাৱত উঠিলোঁগৈ নৈ পাৰ হ'বলৈ। নাওখন গোট গোট বাঁহেৰে সজা, গোট গোট বাঁহৰ মাজেৰে পানীৰ ধাৰ বৈ থাকে। যাত্ৰী বহিবলৈ মাজতে গোটবাঁহ ডুডালমান বন্ধা আছে। বোধকৰোঁ পৰ্বতীয়া খৰস্ৰোতা নৈ পাৰ হবলৈ এনে বুদ্ধিৰে মিচিমিহঁতে নাও সাজিছে। মিচিমিহঁতে বাঁহৰ নাও বাই যাবলৈ ধৰিলে। নৈ পাৰ হওঁতে সাঁজ লাগিল। পাৰ হোৱা পইচা দিব লগা হ'ল। দহটকীয়া নোটৰ বাহিৰে আন খুচুৰা পইচা হাতত নাছিল। ঘাটৰ কেৰেণীজনে ক'লে, "মিচিমিজনৰ হাতত নোটখন দি দিয়ক, তেওঁ গাঁৱৰপৰা ভঙাই আনি দিবহি।" উমেশে দহটকীয়া নোটখন দিবলৈ অলপ ভৰাগুণা কৰা দেখি কেৰেণীজনে ক'লে, "বাবু! আপুনি চিন্তা নকৰিব, মিচিমি মানুহবোৰ অতি সৎলোক, এওঁলোকে বিশ্বাসৰ সন্মান ভঙ্গ নকৰে।" নোটখন দিয়া হ'ল, মিচিমিজন দৌৰি দৌৰি গৈ গাঁৱৰপৰা নোটখন ভঙাই আনি দিলে। নাৱৰ ভাড়া দি আমি কুণ্ডলৈ চাৰি মাইল বাট খোঁজ ললোঁ। নিৰক্ষৰ, অশিক্ষিত, পাহাড়ী মিচিমি ভাইহঁত কিমান সৎ সৰল! এয়ে মোৰ অসমী আইৰ প্ৰকৃতিৰ হাতে তোলা পৰ্বতীয়া ভাই-ভনীহঁতৰ চৰিত্ৰৰ মহানতা। ভাৰি ভাৰি মুগ্ধ মনেৰে হাবিতলীয়া বাট ভাঙি ভাঙি আগবাঢ়িবলৈ ধৰিলোঁ। আমি

শাৰী পাতি ইজনৰ পাছত সিজন আগবাঢ়িছোঁ। আমাৰ বয়-বস্তুবোৰ মিচিমি এজনে কঢ়িয়াই আনিছে। এন্ধাৰ হ'ল যদিও পূৰ্ণিমাৰ জোনৰ পোহৰে হাবিতলীয়া পোহৰ এন্ধাৰৰ চকা-মকা সৌন্দৰ্য্যই কি যে এটি অনুপম শোভাৰ সৃষ্টি কৰিছে; ঠায়ে ঠায়ে জোনৰ পোহৰ, ঠায়ে ঠায়ে জোপোহা ঘোপমৰা এন্ধাৰ, বৰ বৰ গছ, টৰ্চ মাৰি বাট চিনি লব লগা হয়। এই বন যাত্ৰাত মোৰ মনলৈ আহিছিল ৰাম-সীতাৰ বন যাত্ৰাৰ কথা। এনেধৰণে অতীতৰ ঋষি-মুনিসকলে সত্য পালনৰ অৰ্থে ৰাজাধিৰাজেও বন যাত্ৰা কৰিছিল, বনবাস খাটিছিল। এটি মহান পৱিত্ৰ ভাৱে মনক উন্মনা কৰি তুলিছিল। বহু দূৰৈৰপৰা সাধুসকলে জ্বলোৱা ধূনীৰ ধোঁৱা আৰু হৰিনামৰ ধ্বনি কাণত পৰিবলৈ ধৰিলে, সাধুবাবা যেন বিহ্বল হৈ পৰিল। পৰশুৰাম কুণ্ড সাধুবাবাৰ দীক্ষা স্থান। পৰশুৰাম কুণ্ডতেই হেনো সাধুবাবাই সিদ্ধ গুৰু লাভ কৰি দীক্ষা পাই। হৰিনামৰ সুদূৰৰ মৃদুধ্বনি পৰ্বতৰ শৃঙ্গে শৃঙ্গে প্ৰতিধ্বনিত হৈ উঠিছে, মনৰ মাজত অনাবিল আনন্দৰ শিহৰণ। নানা ঠাইৰ অসংখ্য সাধু-সন্ন্যাসীৰ সমাগমেৰে পৰ্বত-মালাৰে পৰিৱেষ্টিত পৰশুৰাম কুণ্ড মহান পুণ্যতিথিৰ সমাগমত ভাৰতৰ শ্ৰেষ্ঠ তীৰ্থত পৰিণত হৈ মহিমা বিস্তাৰ কৰিছে। মানুহৰ প্ৰাণৰ পুঞ্জীভূত ভক্তি-শ্ৰদ্ধা প্ৰেমৰ উচ্ছ্বাসত তীৰ্থ-মহিমাৰ পৰশ লাগি উচ্ছ্বসিত হৈ পৰে। পৰ্বতৰ চূড়াই চূড়াই যেন মহা ওঁকাৰ ধ্বনিৰ অনাবিল বিদ্যুৎ শক্তিৰ ক্ৰিয়া প্ৰকাশিত কৰি তুলিছে। এনে এটি প্ৰচ্ছন্ন মন লৈ কব নোৱৰাকৈ চাৰি মাইল বাট অতিক্ৰম কৰি কুণ্ড পালোঁগৈ।

যুগে যুগে তীৰ্থযাত্ৰীসকলে পৰ্বত প্ৰান্তৰ হিমতুষাৰ পথ অতিক্ৰম কৰি আগবাঢ়ে তীৰ্থ লৈ কিহৰ প্ৰেৰণাত, কি বিচাৰি? দুখ-কষ্ট ভোক-পিয়াহ পথশ্ৰম একোলৈকে কাণ নকৰি হেলাৰঙে দুখ বৰণ কৰি সহস্ৰ পিপাসী প্ৰাণে কি পৰমধন বিচাৰি ব্যাকুল হৈ তীৰ্থে তীৰ্থে ভ্ৰমণ কৰে? মানুহ জীৱনৰ সেয়া কি অভিলষিত আকাঙ্ক্ষা, শান্তিৰ অন্বেষণৰ অজান আকৰ্ষণ? কুণ্ডত গৈ দেখিলোঁ, মাঘ মাহৰ হাৰ কঁপোৱা জাৰত উলঙ্গ সন্ন্যাসীবোৰে মাত্ৰ এডাল কৌপীন কঁকালত আঁৰি গাত ছাই ভস্ম সানি আগত ধূনী জ্বলাই জ্বলাই বহি আছে। অসংখ্য সাধু-সন্ন্যাসীসকলক দৰ্শন কৰি মনৰ মাজত বিমল আনন্দই যেন ভুমুকি মাৰিলেহি। কাৰ



ধ্যানত, কাৰ চিন্তাত, কিহৰ মোহত এই অসংখ্য সাধু গৃহত্যাগী হৈ সন্ন্যাসী হৈছে। এই অসংখ্য পৰমাৰ্থ পিপাসীয়ে জানো ভগৱানক দেখা পাইছে? কিবা এটা নিশ্চয় পাইছে, বা পাবলৈ যত্ন কৰিছে। ভোক-পিয়াহ জাৰ-জহ একোলৈকে ভ্ৰূক্ষেপ নকৰি, ভোগবিলাস ত্যাগ কৰি সাধুসকলে যুগে যুগে কৰি আহিছে অমৃতৰ সন্ধান। এইয়ে পুণ্য তীৰ্থভূমি ভাৰতবৰ্ষৰ অধ্যাত্ম দৰ্শন। সত্য-অন্বেষণৰ, সত্য-সন্ধানৰ পৰশমণিৰ সন্ধানত অজানৰ উদ্দেশ্যে আগবাঢ়িছে যুগে যুগে তীৰ্থযাত্ৰী দল। কোটী কোটী তপস্বী সাধক সন্ন্যাসীক ঐহিক জীৱনৰ তীৰ্থপথলৈ আকৰ্ষণ কৰি আনিছে শান্তি-পিপাসী বুভুক্ষু প্ৰাণবোৰক, অনাদি কালৰে পৰা এটি পৰম তৃষ্ণাই। অভিভূত অন্তৰেৰে পৰশুৰাম কুণ্ড পালোঁগৈ। দৰ্শন কৰিলোঁ অসংখ্য সন্ন্যাসী তীৰ্থযাত্ৰীসকলক, যি সকলে সৰ্বভাৰতৰ পৰা বহু দিনৰ আগৰেপৰা পদব্ৰজে আগমন কৰিছে ভাৰতৰ শ্ৰেষ্ঠতীৰ্থ পৰশুৰাম কুণ্ডলৈ। বাটত আহোঁতে কেইবাজনো সন্ন্যাসী খোজকাঢ়ি আহি থকা লগ পাই আহিছোঁ। এখনি ভাল নিজান ঠাই বিচাৰি বহল বহল শিল পাৰি থোৱা ঠাই এডোখৰ আমি ৰাতি কটাবলৈ বাচি ললোঁ। মিচিমিয়ে গছৰ ডাল কাটি সৰু সৰু পঁজা দুটি সাজি দিলে। এটি পঁজাত মোৰ আই আৰু মই শিলৰ ওপৰত শয্যা পাতি ললোঁ। আনটো পঁজাত সাধুবাবাই ধুনী এটি সমুখত জ্বলাই লৈ শিল এচটাত বহিল, কাষতে মোৰ ভাই উমেশ আৰু বৰাই দুখনি শয্যা পাতি ললে। সাধুবাবাই ওৰে নিশা ধুনীৰ কাষত বহি ঈশ্বৰৰ ধ্যানত কটালে। মোৰ মূৰৰ বিষ উঠিছিল। মোৰ আইয়ে চাহ এটোপা তপতাই মোক খাবলৈ দিলে। আমি চাহ খাই শুই পৰিলোঁ। আকাশত পূৰ্ণিমাৰ জোনৰ ঢল নিজৰি পৰিছে গছৰ পাতৰ ছালৰ ফাঁকে ফাঁকে। গোটেই গাত জোনাকৰ ঢলে বাকী দিছে অজস্ৰ ধাৰে শান্তিৰ পৰশ। শীলাসনত বনশয্যা, শান্তিময় পৱিত্ৰ পৰিৱেশ, সহস্ৰ কণ্ঠভেদি ধ্বনিত হৈ উপাসনাৰ মহাশক্তি যেন মূৰ্ত ওঙ্কাৰ ধ্বনিৰে ঊৰ্দ্ধগতিৰে আকাশ লঙ্ঘিছে। গভীৰ অনুপম অনুভূতিৰ অপূৰ্ব ভাবাবেশত তন্ময় হৈ পৰিছোঁ নীল আকাশত চকু থৈ। এই মহাতীৰ্থ পৰশুৰাম কুণ্ডলৈ ক'ত যুগ-যুগান্তৰপৰা ক'ত অযুত যাত্ৰীৰ ভক্তি উল্লাসপূৰ্ণ ভাব-তৰঙ্গৰে পৰিপূৰ্ণ এই পৰ্বত পৰিৱেষ্টিত

নিজান নীৰল পৱিত্ৰ পুণ্য স্থান। মনত শান্তিপূৰ্ণ অনাবিল আনন্দ, এয়ে তীৰ্থ মহিমা ; এই অনুভূতিতেই জীৱন জোৱা প্ৰশস্তি, অপূৰ্ব অনুভূতিত মন আপ্লুত ; আধা টোপনি আধা তন্দ্ৰাৰ মাজেৰে সেই অবিস্মৰণীয় জোনাকী নিশা শেষ হ'ল ! পূৱতি আকাশত ৰাঙলী উষাই ভুমুকি মাৰিলে। সাৰ পাই দেখোঁ গোটেই গা নিয়ঁৰত তিতি গৈছে। বনৰ চৰাইবোৰে মধুৰ স্বৰেৰে কুকুলিয়াই উঠিছে, বিবিধ মাতেৰে বনভূমি মুখৰিত হৈ উঠিছে। সাধু-সন্ন্যাসীসকলে সমৱেত কণ্ঠে হৰিনামৰ ধ্বনি তুলিছে প্ৰভাতী বন্দনাৰে। আমিও শিলা-শয্যা এৰি বান্ধি ছাটি থৈ কুণ্ডত স্নান কৰিবলৈ ওলালোঁ। নতুন মাৰ্কিন শাৰী কিনি নিছিলোঁ। সেই শাৰী পিন্ধি কুণ্ডত স্নান কৰিলোঁ। স্নান কৰি উঠাৰ লগে লগে মিচিমি তিৰোতাবোৰে তিৰোতা মানুহৰ আৰু পুৰুষৰ বাবে মিচিমি পুৰুষ ৰৈ থাকে, গাৰপৰা নতুন কাপোৰ টানি লৈ যাবলৈ, এয়ে নিয়ম। পৰশুৰাম কুণ্ডটি কেউপিনে শিলৰ পৰ্বতে আৱৰা। এঠাইত সমান মিশ্ৰ শিলৰ বেৰ এখনৰ গাত যেন কুঠাৰেৰে ঘাপ মাৰি বাট উলিয়াই দিয়া হৈছে। সেই বাটেৰে হো-হোৱাই পানী পৰিছে। তীব্ৰ বেগেৰে পানীপৰা ঠাইত কুণ্ড, ফটিক নিৰ্মল পানী। তলৰ শিলবোৰ এটা-এটাকৈ লেখিব পাৰি। মাছবোৰে নিৰ্ভয় মনেৰে উমলি ফুৰিছে। কি নিৰ্মল পানী, শীতল পৱিত্ৰ। সেই পুণ্যধাৰাত স্নান কৰি শৰীৰ মন পৱিত্ৰতাৰে উপচি পৰিল। কি মনোৰম প্ৰকৃতি দেৱীৰ প্ৰাকৃতিক মনোমোহা দৃশ্য, সৰ্বভাৰতবাসীৰ মানস আকাঙ্ক্ষাৰ এইখনি পুণ্য তপোৱন পৰশুৰাম তীৰ্থ। মোৰ স্বৰ্গতো অধিক জন্মভূমিৰ স্বৰ্গ তীৰ্থস্থান। এই ঠাইলৈ আহিলে মনৰ সকলো গ্লানি, সংসাৰৰ চিন্তাভাৱনা দূৰতে আঁতৰি যায়। ভাৰতৰ পুৱপ্ৰান্তত মনোৰমা অসমীৰ বুকুত প্ৰকৃতি দেৱীয়ে লুকুৱাই থৈছে যেন জগতৰ চকুৰ আঁৰত এইখনি দেৱভূমি অতি সংগোপনে অতি সন্তৰ্পণে। পৰ্বত পানী শিলনিঁ গছ-গছনি সকলোবোৰ নিৰ্মল, ধূলি মলিনতাৰ লেশ মাত্ৰ নাই। মানৱ যাত্ৰী লৰি আহে ক্ষন্তেকলৈ এই দেৱভূমি দৰ্শন কৰি হিয়া মন শান্তিৰে বুৰাই পেলাবলৈ। আমি স্নান কৰি উঠি জনে জনে নিজান শিলাসনত বহি উপাসনা কৰিলোঁ। প্ৰভাতী সূৰ্য্য বন্দনা কৰি সু-প্ৰভাত কামনা কৰি কুণ্ডৰ সমৱেত সাধু-সন্ন্যাসী



যাত্ৰীসকলক দৰ্শন কৰি উলটিলোঁ। নৈৰ পাৰলৈ চাৰি মাইল বাট আকৌ খোজকাঢ়ি আগবাঢ়িবলৈ ধৰিলোঁ প্ৰকৃতিৰ শোভা চাই চাই। বিবিধ গছ-গছনি নানা ঔষধেৰে ভৰা সেই বনভূমি। মৃতসঞ্জীৱনী, বিশল্যকৰণী আদি বহু গছ লতা আহৰণ কৰিলে আমাৰ লগৰ সাধুবাবা-জনে। আহি আহি নৈৰ ঘাট পালোঁহি। নৈৰ পাৰত নানা বৰণৰ শিলবোৰ দেখি আচৰিত হলোঁ। ৰঙা, হালধীয়া, কলা, বেঙেনা বৰণীয়া আদি কতনো ৰকমৰ নানা আকৃতিৰ শিলবোৰ বুটলি কোচ ভৰাই লৈছিলোঁ। সাধুবাবাই ক'লে, "মা ! তীৰ্থৰ শিল লব নেপায়, পেলাই দিয়া।" বেজাৰ মনেৰে শিলবোৰ পেলাই থৈ আহিলোঁ। যথাসময়ত মিচিমিৰ গোট বাঁহৰ নাৱত উঠি নৈ পাৰ হৈ ইটো পাৰতে দিনৰ আহাৰৰ আয়োজন কৰা হ'ল। লগত লৈ অহা চাউল-দাইলেৰে খিচিৰি ৰান্ধি ভোজন কৰা হ'ল। খিচিৰিৰ এনে সোৱাদ আৰু আমি কেতিয়াও খাই পোৱা নাছিলোঁ। সাধুবাবাই ক'লে, "আজিৰ এই প্ৰসাদ বনলক্ষ্মীৰ প্ৰসাদ, সেয়েহে ইমান সুস্বাদু হৈছে।" আমি খিচিৰি খাই ঘৰ-মুৱা হলোঁ। ঘৰলৈ উভতি দেখোঁ সাধুবাবাৰ কথামতে ঘৰৰ বেমাৰীবোৰৰ জ্বৰ নাই। সকলো শান্ত হৈ আছে। পৰশুৰাম কুণ্ডলৈ যোৱা সেই মধুৰ তীৰ্থযাত্ৰা পাহৰিব নোৱৰা অধ্যায় হৈ ৰ'ল।

**দ্বিতীয় মহাযুদ্ধৰ দিনৰ আতঙ্ক ঃ** গুৱাহাটীত মহাযুদ্ধৰ সঙ্কটত পৰিলোঁহি ডিবুৰু এৰি আহি। ১৯৪১ চনত জাপানে ইংৰাজৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। অতৰ্কিতভাৱে আক্ৰমণ কৰি জাপানী সৈন্য অসমৰ পিনে আগবাঢ়ি ক্ৰমে ব্ৰহ্মদেশ পালেহি। ক্ৰমান্বয়ে ব্ৰহ্মদেশৰপৰা আগুৱাই আহি নগা পাহাৰৰ কহিমা পালেহি। ব্ৰহ্মদেশত বোমাবৰ্ষণৰ ফলত ব্ৰহ্মদেশৰপৰা ধাৰাসাৰে মানুহ ভাগিবলৈ ধৰিলে ভাৰত অভিমুখে। সেই এটা পাহৰিব নোৱৰা ভয়াবহ ঘটনা। অসংখ্য ভাৰতবাসী ব্ৰহ্মদেশৰ পৰা ধন-সম্পদ সকলো এৰি হাবি-জঙ্গল ভাঙি খোজকাঢ়ি পলাইছে। বাটৰ ক্লান্তি ভোক-পিয়াহত বহুতেই বাটতেই প্ৰাণ এৰিছে। বাটতে ল'ৰা-ছোৱালী আগবাঢ়িব নোৱাৰি মৰিছে, বহুতৰ তিৰোতা মৰিছে, কেৱল নিজৰ প্ৰাণটো লৈ চুচৰি আগবাঢ়িছে। ব্ৰহ্মদেশৰ মণিপুৰৰপৰা নগা পাহাৰলৈ অহা বাট চোৱা বাটত পৰি আছে ক'ত জনৰ ক'ত মূল্যৱান

ৰেডিঅ', সোণ, ধন-সম্পত্তি, মৃত ল'ৰা ছোৱালী, বুঢ়া বাপেক মাক, দুৰ্বল তিৰোতা পৰি পৰি মৰি আছে। যিবোৰে কোনোমতে কহিমা পাইছেহি সেইবোৰক নিজ নিজ ঘৰলৈ পঠিয়াবলৈ চৰকাৰে ডিমাপুৰৰপৰা ৰেলৰ ব্যৱস্থা কৰি দিছে। দিনে শ' শ' কঙ্কালসাৰ, আধামৰা যাত্ৰীবোৰক ডিমাপুৰৰ কেম্পত খুৱাই ৰেলত তুলি দিয়ে। সেই যাত্ৰীবোৰ আহি গুৱাহাটী ষ্টেচন পায়হি। গুৱাহাটী ষ্টেচনতো কেম্প কৰি খুৱাই-বুৱাই ভাৰতৰ বিভিন্ন ঠাইলৈ পলাতক যাত্ৰীবোৰক পঠিওৱাৰ ব্যৱস্থা কৰিছিল। গুৱাহাটী সমাজসেৱী ডেকাবোৰে 'শান্তি সমিতি' গঠন কৰি এই পলাতকবোৰক শুশ্ৰূষা কৰিছিল। বহুত যাত্ৰী ৰেলত মৃত্যু হৈছিল। এই সেৱক দল মৃত সৎকাৰ দল এটাও গঠন হৈছিল। সেই সৎকাৰী সেৱকদলে মৃতকবোৰক ৺কামাখ্যাৰ শ্মশানত সৎকাৰ কৰিছিল। সেই সময়ত বহুত অনাথ শিশুক বহুজন দয়ালু লোকে নিজ ঘৰলৈ লৈ গৈছিল, প্ৰতিপালন কৰি নিজ সন্তানৰ দৰে ডাঙৰ কৰিছিল এই গুৱাহাটী নগৰতেই। সেই দিনবোৰৰ এই কাহিনী সুঁৱৰিলে এতিয়াও বুকুত কঁপনি উঠে। জাপানে কলিকতা, ব্ৰহ্মদেশ, মণিপুৰত বোমা পেলাইছে। গুৱাহাটীৰ ওপৰতো জাপানী বোমাৰু বিমান চিলনীৰ দৰে জাকে জাকে উৰি থাকে। মানুহৰ মনত দিনে-নিশাই আতঙ্ক, কোন মুহূৰ্তত বোমা পৰে। জাপানী ক্ৰমশঃ আগবাঢ়ি আহি নগাপাহাৰৰ কহিমা পালেহি। হয়তো অলপ দিনতে অসম অধিকাৰ কৰিলে হয়। এনেতে হঠাৎ আজাদ হিন্দ ফৌজৰ আবিৰ্ভাৱ হ'ল।

আজাদ হিন্দ্ ফৌজঃ ভাৰতৰ বিপ্লৱীনেতা সুভাষচন্দ্ৰ বসুৱে হঠাতে ভাৰতবৰ্ষৰপৰা অন্তৰ্ধান হৈ সিঙ্গাপুৰত ভাৰতবাসীসকলক একত্ৰিত কৰি আজাদ হিন্দ ফৌজ গঠন কৰিলে। জাপানীসকলক বুজাই দিলে, জাপান, ভাৰত সকলো এচিয়াবাসী, গতিকে জাপান ভাৰত মিলি এচিয়াৰ শত্ৰু ইংৰাজৰ বিপক্ষেহে যুঁজিব লাগে। জাপানৰ লগত আজাদ হিন্দ ফৌজে মিত্ৰতা কৰি বৃটিছৰ বিৰুদ্ধে ভাৰত শক্তিয়েও অস্ত্ৰ ধৰিবলৈ সন্মত হৈ আজাদ হিন্দ ফৌজ কহিমা পালেহি। কহিমাত সেইসময়ত তয়াময়া ৰণ। সিঙ্গাপুৰৰপৰা আজাদ হিন্দ ফৌজ আগবাঢ়ি অহা বাতৰি পোৱা গ'ল। কহিমাত জাপানী সৈন্যৰ লগত আজাদ হিন্দ ফৌজে যোগ দিলে।



**গণ বিপ্লৱঃ** ছেগ বুজি ইংৰাজ জাপানৰ যুদ্ধৰ সন্ধিক্ষণত ১৯৪২ চনত মহাত্মা গান্ধীয়েও সিদ্ধান্ত ললে, ভাৰতবাসীক দিলে 'কৰেঙ্গে ইয়ে মৰেঙ্গে' মুক্তি-মন্ত্ৰ। Do or die. মুক্তিৰ হকে যুঁজি বলীয়া হৈ থকা ভাৰতবৰ্ষই তৎক্ষণাত মহাত্মাৰ এই মন্ত্ৰ লৈ মুক্তি যুঁজত জপিয়াই পৰিল। 'কৰিম আৰু মৰিম' এয়ে হ'ল বিপ্লৱী ভাৰতৰ মুক্তি-মন্ত্ৰ। বিয়াল্লিচৰ গণ-বিপ্লৱৰ জুই জ্বলি উঠিল। মহাত্মাই নিৰ্দেশ দিলে, "বৃটিছৰ যুদ্ধত ভাৰতবাসীয়ে এটি পইচাৰেও সহায় নকৰিবা! যুদ্ধৰ যোগান নিদিবা, যুদ্ধ আয়োজনত পাৰ্য্যমানে বাধা দিবা। আহাৰ যোগান বন্ধ কৰিবা, তোমাক ফাটেক দিব, গুলীয়াই মাৰিব, মাৰক, তথাপি বৃটিছক সহায় নকৰিবা।" বিপ্লৱী ভাৰত জাগি উঠিল। অসমৰ ঘৰে ঘৰে পৰিয়ালৰ ল'ৰাবোৰে গণবিপ্লৱত, গতিকে পৰিয়ালৰ শান্তি নাই। বৃটিছৰ যুদ্ধ আয়োজনত পাৰ্য্যমানে বাধা দিবলৈ সাজু হ'ল ভাৰতৰ বিপ্লৱী ডেকাদল। যুদ্ধৰ বাবে সজা দলং ভঙা, ঘৰত জুই দি যুদ্ধৰ সঁজুলি ধ্বংস কৰা, খাদ্য ভঁৰাল ধ্বংস কৰা, ৰেলৰ লাইন তুলি সৈন্য যোৱা বাট বন্ধ কৰা আদি ক্ষয়কৰ কামত ডেকাদল আগৰণুৱা হৈ পৰিল। এই সময়ত মহাত্মাকে মুখ্য কৰি ভাৰতৰ সকলো নেতাক বিনাবিচাৰে চৰকাৰে আটক কৰি থলে। ফাটেকলৈ যাবৰ সময়ত মহাত্মা বাপুৱে ক'লে, "তোমালোকৰ আজি নেতা নাই, তোমালোক প্ৰত্যেকজনেই ভাৰতমুক্তিৰ নেতা! নিজৰ বিবেকক সাৰথি কৰি তোমালোকে কাম কৰি যাবা।" জাতিৰ পিতা বাপুজীৰ এই বাণী সাৰোগত কৰি লৈ অসমত বিয়াল্লিচৰ গণবিপ্লৱে এটি যুগৰ সূচনা কৰিলে। গান্ধীজীৰ বাণী শিৰত লৈ অসমত গাঁও-চহৰৰ ডেকা-গাভৰুবোৰ বলিয়া হৈ উঠিল। এই গণবিপ্লৱক তৰুণ দলৰ মুক্তিযুদ্ধ বুলি কব পাৰি। কাৰণ গোটেই বিপ্লৱী দলটোৱেই আছিল ডেকা-গাভৰু। কোনো প্ৰবীণ নেতাই এই গণবিপ্লৱৰ নেতৃত্ব কৰা নাছিল। অসমৰ 'গহপুৰত' গাভৰু 'কণকলতাই' বুকু পাতি গুলী ললে, বুঢ়ী ৺ভোগেশ্বৰীয়ো বহি নাথাকিল। ডেকা ৺মুকুন্দ কাকতি, ৺তিলক ডেকাকে আদি কৰি বহু অমূল্য প্ৰাণ বৃটিছ ফৌজৰ গুলীৰ আগত বলি হ'ল। বিপ্লৱী ৺জ্যোতিপ্ৰসাদ আগৰৱালাই প্ৰেৰণা যোগালে বিপ্লৱী গীতেৰে। জাপানৰ লগত যুঁজ দিবলৈ ওলোৱা বৃটিছ চৰকাৰৰ মূৰত ভাৰতৰ গণবিপ্লৱে চেঁচা পানী ঢালিলে। ভাৰতৰ

শত্ৰুতা, আনপিনে জাপানৰ লগত ভাৰতীয় 'আজাদ হিন্দ্ ফৌজৰ' সহযোগত ইংৰাজ পেপুৱা লাগিল।

ইংলণ্ডৰ প্ৰধানমন্ত্ৰী মিঃ চাৰ্চিলে ৰাজনীতিবিদ স্টাফৰ্ড ক্ৰীপচ্‌ক ভাৰতীয় কংগ্ৰেছৰ লগত বুজাপৰা কৰিবলৈ আৰু এটা আপোচ সিদ্ধান্ত কৰিবলৈ ভাৰতলৈ পঠিয়াই দিলে। কিন্তু স্টাফৰ্ড ক্ৰীপচ্ এই বিষয়ৰ আলোচনাত বিফল হৈ উলটি যাব লগীয়া হ'ল। মহাত্মা গান্ধীয়ে বজ্ৰ নিৰ্ঘোষে ক'লে, "বৃটিছক কোনো সহায় নিদিবা। বৃটিছ—ভাৰত এৰি যোৱা।"

ভাৰত ত্যাগ কৰা ( **Quit India** ) ঃ ভাৰত এৰি যোৱা ( Quit India ) লগে লগে পঁয়ত্ৰিশ কোটী ভাৰতবাসীয়ে গৰ্জি উঠিল 'ভাৰত এৰি যোৱা'। এই বজ্ৰনিনাদ ধ্বনি প্ৰত্যেক ভাৰতবাসীৰ প্ৰাণৰ আদেশ ৰূপে নিজ নিজ কৰ্মপন্থা বাচি লৈ জপিয়াই পৰিল গণবিপ্লৱৰ বলীয়া বানত। এপিনে মহাযুদ্ধৰ ভয়াবহতা, আনপিনে গোপনে গোপনে চলা গণবিপ্লৱৰ আতঙ্কই ভাৰত তথা অসমৰ দৈনন্দিন জীৱনক অথিৰ-অবিৰ কৰি তুলিছিল। বজাৰত বস্তুৰ আকাল। শিক্ষানুষ্ঠানবোৰ বন্ধ। প্ৰত্যেক স্কুল-কলেজত সৈন্যৰ ছাউনী। বৃটিছ সৈন্যই অসম চাটি ধৰিলে। বাটে ঘাটে বৃটিছ সৈন্যৰ উৎপাতত মানুহ ওলাব নোৱৰা হ'ল। বিশেষকৈ মাইকী-মানুহ গাভৰু-ছোৱালীৰ জীৱন প্ৰতিপদে সশঙ্ক হৈ উঠিল। প্ৰতি গৃহস্থৰ ঘৰত আতঙ্ক। ৰাতি হ'লে গৃহস্থ ঘৰত বৃটিছ সৈন্যবোৰে ছোৱালী বিচাৰি ফুৰে। এই সৈন্যবোৰৰ মাজত ভাৰতীয় সৈন্যও আছিল। ভাৰতীয় সৈন্যবোৰে এই বিষয়ত ভাৰতবাসীক সহায় হে কৰিছিল বহুক্ষেত্ৰত। কহিমাৰ দুটা পাহাৰত বিপক্ষ সৈন্য, এটা পাহাৰত বৃটিছ সৈন্যৰ তয়াময়া ৰণ লাগিল, মাজত এক ফাৰ্লং ব্যৱধান। চাকৰিত থকা বহুত ভাৰতীয় কৰ্মচাৰীৰ জীৱন বিপন্ন হৈ উঠিছিল। পাহাৰৰ মাজত দোৰ্ঘোৰ হাবি-জঙ্গলৰ মাজত দিনটো লুকাই থাকে। গধূলি এন্ধাৰৰ লগে লগে বাহিৰ ওলায় আহাৰ বিচাৰি খায় জীৱন ধাৰণ কৰিছিল। মোৰ জোৱাই শ্ৰীনন্দলাল বৰুৱা তেতিয়া কহিমাত চাকৰি কৰি আছিল P. W. D. বিভাগত। তেওঁ এনে অৱস্থাৰে এমাহ কটাই কোনোমতে ডিমাপুৰ ওলাই ঘৰলৈ আহে।



অসমত যুদ্ধৰ আতঙ্ক ঃ কহিমাত বোমা পৰাৰ লগে লগে গোটেই অসম জুৰি আতঙ্কৰ সৃষ্টি হ'ল। বিশেষকৈ গুৱাহাটী আৰু যোৰহাটত আতঙ্ক বেছি হৈছিল। কাৰণ জাপানীৰ চকু 'আকাশী বন্দৰ'বোৰৰ ওপৰত। চৰকাৰৰ তৰফৰপৰা 'ট্ৰেঞ্চ' খান্দিবলৈ হুকুম হ'ল। ঘৰে ঘৰে 'ট্ৰেঞ্চ' খন্দা হ'ল, ঠায়ে ঠায়ে ডাক্তৰবোৰে 'ফাৰ্ষ্ট-এইড'ৰ প্ৰাথমিক শুশ্ৰূষা শিক্ষা কেন্দ্ৰ স্থাপন কৰি ঘৰৰ সকলো পৰিয়ালক প্ৰাথমিক শুশ্ৰূষা শিক্ষা দিয়া হ'ল। গুৱাহাটী যোৰহাটৰ মানুহে ঘৰৰ পৰিয়ালবোৰক গাঁওলৈ পঠিয়াই দিবলৈ ধৰিলে। কলিকতাত বোমা পৰাৰ লগে লগে গুৱাহাটীও শূন্য হৈ পৰিল। প্ৰতি ঘৰৰ পৰিয়াল-বোৰ দূৰৈৰ গাঁওবোৰলৈ পঠিয়াই দি দুই এজন পুৰুষে ঘৰ ৰখীয়া হৈ থাকিল।

আমাৰ হাউলিৰ বৰদেউতা ৺প্ৰবোধচন্দ্ৰ বৰদলৈ, খুৰাদেউ ৺গিৰীশ চন্দ্ৰ বৰদলৈ, সকলোবোৰ উত্তৰ গুৱাহাটীলৈ গৈ আত্মীয় মানুহৰ ঘৰত থাকিবলৈ ল'লে। আমাৰ ঘৰত পৰিয়ালৰ ভিতৰত মই, মোৰ ল'ৰা উপেন, বোৱাৰী ৰেণু, ভতিজা পুলিন আৰু ৰান্ধনী ল'ৰা ধৰ্মকান্ত শৰ্মা আছিলোঁ। মোৰ বোৱাৰী ৰেণুক বৰদেউতা প্ৰবোধচন্দ্ৰ বৰদলৈৰ পৰিয়ালৰ লগতে উত্তৰ গুৱাহাটীলৈ পঠিয়াই দিয়া হ'ল। মোৰ ল'ৰা উপেন চাংকাকতি তেতিয়া গুৱাহাটী বেঙ্কৰ চেক্ৰেটৰী। তেওঁ বেঙ্ক এৰি যাব নোৱাৰে। ভতিজা পুলিন চাংকাকতি 'শান্তিসেনা' দলৰ শান্তি সেনা, তেওঁও যাব নোৱাৰে। গতিকে মই ল'ৰা দুটাক এৰি থৈ যাব নোৱাৰি গুৱাহাটীতে থাকিলোঁ। সেই সময়ৰ জনপ্ৰাণীবিহীন গুৱাহাটী নগৰীৰ নিস্তব্ধতাৰ কথা জীৱনৰ এটা অবিস্মৰণীয় অনুভূতি। তেতিয়াৰ দিনত ৰিক্সা নাছিল। যান-বাহনৰ ভিতৰত একমাত্ৰ আছিল ঘোঁৰা বাগী। চহৰৰ দুই এজন ধনী মানুহৰ দুই চাৰিখন প্ৰাইভেট মটৰ গাড়ীৰ বাহিৰে টেক্সি মটৰ নাছিল। আজিৰ দৰে চিটি বাচ নাছিল। ৰাইজৰ যান-বাহনৰ সম্বল একমাত্ৰ ঘোঁৰা বাগীবোৰ নৈ পাৰ কৰি গৰাকীবোৰে আগতেই আঁতৰালে। লগে লগে গুৱাহাটীৰ চলাচল জীৱনো স্তব্ধ হৈ পৰিল। মানুহবোৰে আতঙ্কত প্ৰাণ লৈ খোজ কাঢ়িয়েই নাৱেৰে নৈ পাৰ হৈ পলাবলৈ বাধ্য হৈ পৰিল।

দোকান পোহাৰ একো নাছিল। শূন্য গুৱাহাটী, নিশা ব্লেক-আউট। ঘোপ মৰা এন্ধাৰ। গুৱাহাটীত ঘৰ ৰখায়া যি দুই এজন মানুহ আছিল সেইবোৰৰ জীৱন নিৰ্বাহ হৈ পৰিছিল ভয়াবহ। মাজে মাজে জাক জাপানী বোমাৰু বিমান আহিলে 'চাইৰেন' বাজি উঠে, লগে লগে খান্দি থোৱা গাঁতত সোমাব লগীয়া হয়। নিশা আলিবাটত বৃটিছ সৈনিকবোৰে টহল দিয়া জোতাৰ গপ-গপনিবোৰে এন্ধাৰ নিশা আতঙ্কৰ সৃষ্টি কৰে।

৺দেউতাৰ উজানবজাৰৰ ডাঙৰ ঘৰটোত মই অকলে এন্ধাৰৰ মাজত ওপৰ মহলাৰ বাৰান্দাত বহি থাকোঁ। ঘৰৰ লাইটবোৰো নুমাই থওঁ। মোৰ ল'ৰা উপেনে নিশা দহ বজালৈকে বেঙ্কত থাকিব লাগে। ভতিজা পুলিন নিশা বাৰ একবজালৈ ঘৰ চাপিবৰ নহয়। বাৰ্মা, মণিপুৰৰ ভগনীয়াবোৰৰ সেৱাত, মৃত সৎকাৰৰ সেৱাত কেতিয়াবা নিশা শেষ হয়। নিশা এক দুই বজাত কামাখ্যা শ্মশানত মৃত সৎকাৰ কৰি আহি যতনাই থোৱা পানীৰে গা-পা ধুই মোক জগায়, মই দুৱাৰ খুলি দিওঁ সন্তৰ্পণে। ককায়েকে গম পাই বুলি হাতত সাৰে ভৰিত সাৰে সি আহি ভাত-পানী খাই শোৱেহি। ককায়েকে গম পালে খুউব খং কৰে, এই নিশালৈ নহা বাবে।

এই সৰ্বনশীয়া যুদ্ধখনে দেশখনৰ নৈতিক আত্মাটোক হত্যা কৰি থৈ গ'ল। এই দ্বিতীয় মহাযুদ্ধই দেশত চোৰাং কাৰবাৰ, কলা বজাৰৰ পাতনি মেলিলে। ব্যৱসায়ীবোৰে এই সুযোগতে মিলিটেৰী ঠিকা কৰি বহু ধন ঘটিলে। এই ভয়ঙ্কৰ যুদ্ধখনে আমাৰ শান্তিপূৰ্ণ দেশখনত নৰকৰ দুৱাৰ এখনহে মুকলি কৰি দিলে। গণবিপ্লৱ মূৰ দাঙি উঠিছিল গাঁওবোৰত। এই গণবিপ্লৱত বহু সেৱক গ্ৰেপ্তাৰ হ'ল। লাহে লাহে যুদ্ধই শাম কাটিলে। জ্ঞাত অজ্ঞাতসাৰে গণবিপ্লৱৰ জুই-কুৰাও লাহে লাহে নুমাই আহিল।

**জাতীয় মহাসভাৰ আহ্বান :** অসম-কেশৰী অম্বিকাগিৰি ৰায় চৌধুৰীয়ে জাতীয় মহাসভা আহ্বান কৰিলে—"আহা অসমবাসী, আগবাঢ়ি আহা, এই সুবৰ্ণ সুযোগ নেৰিবা। অসমলৈ সোণ বুটলিবলৈ অহা-সকল টালি-টোপোলা বান্ধি দিনে দিনে ৰেলপথে ঘৰমুৱা হ'ল। অসম বিদেশীশূন্য হৈ পৰিল। অসমৰ খিলঞ্জীয়াবোৰ ক'লৈ যাব? মৰিলে



অসমৰ মাটি কামুৰি অসমী আইৰ কোলাতে মৰিম, অসম এৰি কোনো অসমীয়া যেন আঁতৰি নেযায়।" এইটো প্ৰস্তাৱ লোৱা হ'ল। কবিতা পাঠ কৰিছিলোঁ সেই সভাত—

"পাহাৰী তোমাৰ নাম নাযাবা পাহৰি
পৰ্বতৰ গিৰি গুহা জুৰি জাৰণিয়ে—তুলিছে তোমাক
মুক্ত প্ৰকৃতি দেৱীয়ে—বীৰত্বত সন্মানত তুমি
কাননৰ কেশৰী সমান, পাহাৰী দেশৰ তুমি বীৰ সন্তান
মাতৃ অসমীয়ে—নাজানে কৰিব নতশিৰ-গিৰীসুতা কুঁৱৰী অসম
অসমৰ তৰুণ শক্তিয়ে নলয় ভীৰুৰ নাম
নোৱাৰে পাতিব ফেৰ কেৱে—অসমৰ বীৰৰ আগত
সাজু হোৱা অসমৰ তৰুণ তৰুণী—বাজে শুনা মৰণৰ ভেৰী
ঘৰ এৰি নাযাবা আঁতৰি।"

এই সময়ছোৱা অসমৰ ডাঙৰ সঙ্কটৰ সময়। শিক্ষানুষ্ঠানবোৰ বন্ধ থকাত অসমৰ শিক্ষা ক্ষেত্ৰত চৰম সঙ্কট সৃষ্টি কৰিছিল। লাহে লাহে পুনৰ শিক্ষানুষ্ঠানবোৰ মুকলি হ'ল। ছাত্ৰ-ছাত্ৰীসকলে নিজ নিজ ক্ষেত্ৰত ঠান-থিত ললে।

**ছাত্ৰ সমাজত :** দুটি ল'ৰাক অকালতে হেৰুৱাই সন্তপ্ত মাতৃ-প্ৰাণে বিচাৰিলে হেৰোৱা ল'ৰা পুতলী পবিত্ৰৰ সমনীয়া ল'ৰাবোৰৰ সান্নিধ্য। ছাত্ৰ সমাজৰ সাদৰ আগ্ৰহে ছাত্ৰবোৰৰ মাজলৈ এটি আকৰ্ষণীয় টানে টানি নিলে। নুমলীয়া ল'ৰা পাঁচ বছৰীয়া পুতলীৰ আকস্মিক মৃত্যুত মোৰ পূজনীয় দেউতাই কাৰাবাসৰপৰা সান্ত্বনাপূৰ্ণ চিঠিত লিখিছিল এই সন্তপ্তা জীয়েকলৈ "তোমাৰ হেৰোৱা পুতলীক পুতলীৰ সমনীয়া ল'ৰাবোৰৰ মাজত বিচাৰি পাবা।" পিতৃ উপদেশ মতে এই অনুভূতি মনৰ মাজত তীব্ৰ হৈ উঠিল। মাজু ল'ৰা একৈছ বছৰীয়া পবিত্ৰক (মাখনক) অকালতে হেৰুৱাই পবিত্ৰৰ সমনীয়া ল'ৰাবোৰৰ মাজলৈ লৰি গ'লোঁ। মনৰ তীব্ৰ হেপাহে হেৰাই যোৱা পবিত্ৰৰ পবিত্ৰ পৰশ বিচাৰি পালোঁ, হেজাৰ হেজাৰ পবিত্ৰৰ সমনীয়াৰ মাজত। বিদ্যাৰ্থী ছাত্ৰ সমাজখন মোৰ মনত সকলো মলিনতাৰ ঊৰ্ধ্বত এখনি স্বৰ্গৰাজ্য যেন লগা হ'ল। সুন্দৰ, নিৰ্মল, সংস্কাৰ কুটিলতাই পৰশ নকৰা

প্ৰাণ-প্ৰাচুৰ্য্যতাৰে ওপচা, ছাত্ৰ-জীৱনবোৰে অতীতৰ ঋষি যুগৰ তাপসী আশ্ৰমবাসী শিক্ষাৰ্থী ছাত্ৰবোৰলৈ মনত পেলাই দিয়ে। মাতৃ-হিয়াৰ কল্যাণ চিন্তাবোৰ ছাত্ৰ-ছাত্ৰীবোৰৰ মাজলৈ বিয়পি পৰিল। এই সময়ত ছাত্ৰবোৰৰ যিকোনো কামলৈ মাতিলে নগৈ নোৱাৰিছিলোঁ। সেই যুগত বিদেশী ৰাজত্বত ছাত্ৰবোৰে বহুত দুখ নিৰ্য্যাতন ভুগিব লগীয়া হৈছিল।

**১৯৪১ চনত ছাত্ৰৰ ওপৰত পুলিচৰ লাঠি চাৰ্জঃ** দ্বিতীয় যুদ্ধত সহায় কৰিবলৈ বৃটিছ-প্ৰেমীসকলে এখন প্ৰদৰ্শনী পাতে কটন কলেজত। কটন কলেজৰ ছাত্ৰ সংস্থাই প্ৰদৰ্শনী পতাত বাধা দি প্ৰতিবাদ কৰে। কামৰূপ জিলাৰ বৰচাহাব 'মিঃ হামফ্ৰেই' মইমতীয়া ভাব লৈ ছাত্ৰৰ ওপৰত লাঠি চাৰ্জৰ হুকুম দিয়ে। ছাত্ৰ শোভাযাত্ৰাত যধে-মধে লাঠি চাৰ্জ কৰাত বহু ছাত্ৰ-ছাত্ৰী আহত হয়। ছাত্ৰীবোৰক ৰক্ষা কৰিবলৈ ছাত্ৰবোৰে মূৰ পাতি লাঠিৰ কোব লৈ ছাত্ৰীবোৰৰ বহুতকে ৰক্ষা কৰে। আহত ছাত্ৰ-ছাত্ৰীৰে গুৱাহাটী চিভিল হাস্পতাল উপচি পৰে। আবেলি হাস্পতাললৈ বহু পুৰুষ মহিলাই চাবলৈ যায়। ৰাইজ বিক্ষুব্ধ হৈ উঠে। এনে অত্যাচাৰৰ প্ৰতিবাদ সভা অসম মহিলা সমিতিৰপৰা কুমাৰ ভাস্কৰ নাট্য মন্দিৰত অনুষ্ঠিত হয়। সেই সভাত মই সভানেত্ৰী ৰূপে চৰকাৰক আক্ৰমণ কৰি প্ৰস্তাৱ লোৱা হয়। ছাত্ৰ সমাজে হৰতাল কৰে। ছাত্ৰ সমাজৰ বিক্ষোভ তুঁহ জুইৰ দৰে সদৌ অসম বিয়পি পৰে। এই বিক্ষোভৰ জুইয়ে বিয়াল্লিচৰ গণবিপ্লৱৰো ইন্ধন যোগায়। ডাঃ ভূপেন ফুকনৰ মূৰ ফাটে।

**শ্ৰীৰোহিণীকুমাৰ চৌধুৰীৰ পদত্যাগঃ** ৰাইজৰ তীব্ৰ গৰিহণা পাই ১৯৪১ চনত ছাত্ৰৰ ওপৰত কৰা অত্যাচাৰৰ প্ৰতিবাদ কৰি শ্ৰীৰোহিণীকুমাৰ চৌধুৰীয়ে লীগ মন্ত্ৰীসভাৰপৰা পদত্যাগ কৰি ওলাই আহে।

১৯৪২ চনৰ গণবিপ্লৱৰ জুইত ছাত্ৰ সমাজ জপিয়াই পৰে। সৰ্বস্ব ত্যাগ কৰি অসমীয়া ৰাইজে, ডেকা-গাভৰু দলে বিয়াল্লিচৰ গণবিপ্লৱ সফল কৰি তোলে। অসমজোৱা বিপ্লৱৰ বলিশালত তেজপুৰ জিলা গহপুৰ খণ্ডৰ, চূড়ান্ত আত্মদানৰ অমৰ সাক্ষী থৈ যায় অসম-জীয়ৰী কনকলতাই। গহপুৰ থানাত পতাকা উঁৱাবলৈ গৈ পুলিচৰ নিৰ্মম গুলীৰ আগত বুকু পাতি দি বিপ্লৱৰ বলিশাল ৰাঙলী কৰি যায় কিশোৰী কনকলতা, মুকুন্দ কাকতি, তিলক ডেকা, আইতা ভোগেশ্বৰীয়ে। এই নিৰ্মম হত্যাৰ হত্যাকাৰী আছিল চিলেটৰ শ্ৰীৰেবতী মোহন সোম। এই হত্যাকাৰীৰ নাম অসমীয়া ৰাইজে কেতিয়াও পাহৰিব নোৱাৰে। এই বুৰঞ্জী-বিখ্যাত গণবিপ্লৱৰ জুই অসমৰ অসমীয়াৰ বুকুৰ মাজত জ্বলিছিল, এই শিখাই ডেকা শক্তিক প্ৰেৰণা দিছিল।



**কটন কলেজৰ সোঁৱৰণীঃ** ১৯৪১ চনৰেপৰা ছাত্ৰ সমাজৰ সাদৰ আহ্বান পাই ছাত্ৰ অনুষ্ঠানবোৰত সহযোগ কৰিবলৈ ধৰিলোঁ। ছাত্ৰ সমাজৰ মাজত সোমাই প্ৰাণত শান্তি পাওঁ। ছাত্ৰ জীৱনবোৰ মই ভাল পাওঁ ; কুমলীয়া ছাত্ৰসকলৰ মাজত মই যেন দেখিবলৈ পাওঁ প্ৰচুৰ প্ৰাণময় সম্ভাৱনা, অনাগত জীৱনৰ গৌৰৱময় প্ৰতিভাৰ সঙ্কেত। ছাত্ৰ-ছাত্ৰী-সকলৰ চৰিত্ৰ গঠন, দেশাত্মবোধ, প্ৰতিভা বিকাশৰ বাবে একাগ্ৰ অধ্যয়ন আদি বিবিধ বিষয়ত ভাষণ দি ফুৰিছিলোঁ। ছাত্ৰৰূপে উঠি অহা নতুন পুৰুষটিৰ কল্যাণ চিন্তাই যেন মোৰ জীৱনৰ ব্ৰত স্বৰূপ হৈ পৰিছিল। এই সময়ৰেপৰা বিবিধ দেশসেৱাৰ আহ্বানত এটি ব্যস্ত জীৱন কটাব লগীয়া হৈছিল। ছাত্ৰৰ আহ্বান, দেশ সেৱাৰ আহ্বান আহিলে যেন মোৰ অসমী আইৰ আহ্বান আহিছে ভাবি সাত বন কাটি কৰি পেলাই থৈ লৰ মাৰিছিলোঁ। প্ৰথমে কটন কলেজৰ আহ্বানত শ্ৰীপঞ্চমী সৰস্বতী পূজাৰ সংস্কৃতি সভাত সভানেত্ৰীৰূপে, সৰস্বতী পূজাৰ মূল ব্যাখ্যাৰে দীঘলীয়া ভাষণ এটি দিছিলোঁ। কলেজ ইউনিয়নৰ সম্পাদক আছিল শ্ৰীসত্যপ্ৰসাদ বৰুৱা। সেই দিনৰ কটন কলেজৰ সমূহ ছাত্ৰই মিলি-জুলি একেখনি প্ৰতিমা পূজা কৰি সৰ্বাঙ্গসুন্দৰভাৱে সংস্কৃতি সভা পাতিছিল। এই সংস্কৃতি সভাত কটন কলেজৰ এ. এছ. এল. ক্লাবৰ যোগে কটন কলেজত সঙ্গীত প্ৰতিযোগিতাও এখনি অনুষ্ঠিত হৈছিল। সেই দিনৰ কটন কলেজত সৰ্বভাষী, সৰ্বধৰ্মী ছাত্ৰ সমাজত এটি আদৰ্শনীয় একতা ভাব আছিল। এই প্ৰতিযোগিতাতো সভানেত্ৰীৰূপে যোগ দি বিমল আনন্দ পাইছিলোঁ।

**দ্বিতীয়বাৰ কটন কলেজতঃ** ল'ৰা-ছোৱালীহঁতে মিলি কটন

কলেজ কলা প্ৰতিযোগিতা সভাৰ সভানেত্ৰী পাতে। সেই দিনবোৰ আছিল শিক্ষাৰ্থী ল'ৰা-ছোৱালীহঁতৰ সংস্কৃতিৰ মধুৰ মেলা। কটন কলেজত প্ৰথমে মাত্ৰ এজনী ছাত্ৰীহে আছিল। সেয়া আছিল প্ৰফুল্ল ৰায়ৰ ছোৱালী শ্ৰীমতী সুজাতা ৰায়। হেজাৰ ছাত্ৰৰ মাজত ছাত্ৰী শ্ৰীমতী সুজাতাই নিজৰ ব্যক্তিত্বৰ বলত সকলোৰে স্নেহ শ্ৰদ্ধাৰ পাত্ৰ হব পাৰিছিল। পিছত তিনি গৰাকী ছাত্ৰী সোমায়। শ্ৰীঊষা ভট্টাচাৰ্য্য, লিলি বৰুৱা আৰু দেৱবালা বৰুৱা ( এওঁ বিধবা আছিল )। পিছত ছোৱালীৰ শিক্ষাৰ বাধাৰ হেঙাৰ ভাগি গ'ল। বহু ছাত্ৰীয়ে কটনত পঢ়িবলৈ ললে। ১৯৬৬ চনত কটন কলেজৰ নবাগত আদৰণী সভাত মোক পুনৰ সভানেত্ৰী পাতে।

১৯৬৯ চনতো কটন কলেজৰ নবাগত আদৰণী সভাত সভানেত্ৰী পাতে। সেইদিনা ছাত্ৰবোৰক কৈছিলোঁ, "তোমালোকৰ অধ্যাপকসকল ছাত্ৰ থাকোতে মোক সভানেত্ৰী পাতিছিল, আজি তোমালোক ছাত্ৰবোৰ পুনৰ মাতিলা।"

**গুৱাহাটীৰ পৱিত্ৰ ঈদগাহ সভাৰ সোঁৱৰণঃ** ১৯৪১ চনত গুৱাহাটীৰ মুছলিম ভাইসকলৰ সাদৰ আমন্ত্ৰণক্ৰমে স্থানীয় কাৰ্জন হলত অনুষ্ঠিত হোৱা সভাত সভানেত্ৰীত্বৰ ভাৰ লোৱাৰ সৌভাগ্য ঘটিছিল। কটন কলেজৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ ৰাইহান শ্যাহে সম্পাদকৰূপে সভা পৰিচালনা কৰিছিল। অসমৰ সমাজত চিৰকাল হিন্দু-মুছলিম অভিন্নভাৱে বাস কৰাৰ ফলত কাৰো মনত ভেদভাৱে পৰশ কৰিবপৰা নাছিল। সভানেত্ৰীৰ আসনত বহি বিশেষকৈ ছাত্ৰসকলৰ কোমল মুখবোৰ দেখি যেন মোৰ চকুৰ আগত জিলিকি উঠিল সৰ্ব ধৰ্ম, সৰ্ব বিভেদৰ উৰ্দ্ধত যেন এটি বিৰাট নৰনাৰায়ণ ৰূপ, মনত পৰিল কবিগুৰুৰ এফাকি কবিতালৈ ঃ

"হে মোৰ চিত্ত, পুণ্য তীৰ্থে
জাগো ৰে ধীৰে—
এই ভাৰতেৰ মহামানবেৰ
সাগৰতীৰে।" ( গীতাঞ্জলী )

অজ্ঞানতাত অন্ধ হৈ আমি মানুহৰ অন্তৰ-দেৱতাক নিচিনিলোঁ, স্নেহ-শ্ৰদ্ধা বিলাবলৈ নিশিকিলোঁ। ছাত্ৰসকলৰ আদৰ-সাদৰত বিমুগ্ধ অন্তৰে ভাষণত বহুত কথাই ক'লোঁ। মুখ্য অতিথিৰূপে আছিল ডাঃ ভুৱনেশ্বৰ



বৰুৱাদেৱ। তেখেতেও আৱেগিক কণ্ঠেৰে ভাষণত কৈছিল, "মোৰ জীৱনত আজি এটি স্মৰণীয় দিন। মৰমৰ মুছলিম ছাত্ৰসকলক মই আজি কি বুলি ধন্যবাদ দিম! আজি পৱিত্ৰ ঈদগাহ সভাৰ পৌৰোহিত্যৰ পবিত্ৰ আসনত আজি উন্নত মনৰ মুছলিম ছাত্ৰসকলে কিমান আদৰ আৰু সম্ভ্ৰমেৰে আনি বহুৱাইছে এগৰাকী ব্ৰাহ্মণৰ বিধৱাক। এনে উদাহৰণ মোৰ পুণ্যময়ী মাতৃ অসমত বাজে ক'তো বিচাৰি পাবলৈ নাই। আজি এই ভাগ লবলৈ পাই নিজেও ধন্য মানিছোঁ।" মৰম চেনেহ পৱিত্ৰভাৱেৰে গুৱাহাটীৰ পৱিত্ৰ ঈদগাহ সভাৰ সামৰণি পৰিল।

মুছলিম ভাইসকলৰ, বিশেষ ফকৰুদ্দিন আলি চাহাবৰ সাদৰ আমন্ত্ৰণ পাই কেইবা বছৰৰো পিছত জিলা পুথি ভঁৰালত অনুষ্ঠিত পৱিত্ৰ ঈদগাহ সভাৰ সভানেত্ৰীত্বৰ সৌভাগ্য হৈছিল দ্বিতীয়বাৰ ১৯৫৭ চনত।

পুনৰ তৃতীয়বাৰ ধুবুৰীত অনুষ্ঠিত ঈদগাহ সভাৰ সভানেত্ৰীৰ সৌভাগ্য হয়। ধুবুৰীৰ মুছলিম ভাইসকলৰ সাদৰ আমন্ত্ৰণক্ৰমে যোগ দিয়াৰ সৌভাগ্য ঘটে।

**বি. বৰুৱা কলেজত ১৯৪৫ চনত যোগ দিয়াৰ সোঁৱৰণঃ** বি. বৰুৱা কলেজৰ কেইবাখনো সভাত যোগ দিয়াৰ সৌভাগ্য ঘটে। কলেজৰপৰা আহিল এলানি প্ৰশ্ন। উত্তৰ দিব লগা হ'ল।

প্ৰশ্ন ১। আপুনি আধ্যাত্মিকতাবাদী, সেই বাবেই সুধিছোঁ আধ্যাত্মিক বিশ্বাসে ভাৰতীয় জনসাধাৰণক বৰ্তমান যুগত শক্তি যোগাইছে নে, নে ভাগ্যবিশ্বাসী অকৰ্মণ্য কৰি তুলিছে ?

প্ৰশ্ন ২। আমাৰ বাস্তৱ জীৱনত আপুনি কোনটো সত্য দেখা পাইছে ?

প্ৰশ্ন ৩। প্ৰকৃত ভাৰতীয় জীৱনৰ আধ্যাত্মিকতা কল্পনা-বিশ্বাসী আধ্যাত্মিকতা নে দৈনন্দিন জীৱনৰো এটি বাস্তৱ জীৱন-আদৰ্শ ?

প্ৰশ্নসমূহৰ উত্তৰ দিয়া হৈছিল এইদৰে ঃ

১ম প্ৰশ্নৰ উত্তৰ। মোৰ বিশ্বাস ভাৰতীয় জনসাধাৰণক বৰ্তমান যুগত আধ্যাত্মিক বিশ্বাসৰ অভাৱেহে ভাগ্য-বিশ্বাসী অকৰ্মণ্য কৰি তুলিছে। কাৰণ শক্তিৰ নিষ্ক্ৰিয়তা বা কল্পনাবিলাস অধ্যাত্মবাদৰপৰা বহু আঁতৰত। প্ৰকৃত অধ্যাত্মবাদে জনজীৱনক জীৱন যুদ্ধত জয়ী হবলৈহে প্ৰেৰণা

যোগায়। ভীৰুতা, কাপুৰুষতা, অকৰ্মণ্যতা তমো গুণৰপৰা উদ্ভূত, অধ্যাত্মবাদৰ বিপৰীতধৰ্মী।

২য় প্ৰশ্নৰ উত্তৰ। ভাৰতীয় জনসাধাৰণৰ বাস্তৱ জীৱনত মহান ভাৰতীয় দৰ্শনৰ প্ৰকৃত গভীৰ আধ্যাত্মিকতা অনুশীলনৰ মই শোচনীয় অভাৱ লক্ষ্য কৰিছোঁ।

৩য় প্ৰশ্নৰ উত্তৰ। মহান ভাৰতীয় দৰ্শনৰ আধ্যাত্মিক শিক্ষাত বঞ্চিত জনসমাজ আজি পথভ্ৰষ্ট, লক্ষ্যচ্যুত। মানৱীয় চৰিত্ৰ অৱনতিৰ স্তৰত উপনীত হৈ ভাৰতীয় বাস্তৱ জীৱনক পঙ্গু কৰি তুলিছে। আত্মশক্তিৰ ভেটিত অধ্যাত্মবাদৰ জন্ম। অধ্যাত্মশক্তিত শক্তিশালী মানৱ মনীষাই আত্মাক প্ৰেৰণা যোগায়, বাস্তৱ জীৱনক সাৰ্থক কৰি তোলাৰ বাট দেখুৱায়।

**প্ৰাগজ্যোতিষ কলেজৰপৰা সম্বৰ্ধনা মানপত্ৰ দান ঃ** ১৯৩৯ চনত প্ৰাগজ্যোতিষ কলেজৰ দশম বৰ্ষ উৎসৱ উপলক্ষে পতা উৎসৱত অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্মাই কলেজ কৰ্তৃপক্ষ আৰু মৰমৰ ছাত্ৰ-ছাত্ৰী-সকলে তেওঁলোকৰ মৰমৰ কবিলৈ এখনি শৰাইত মানপত্ৰেৰে সম্বৰ্ধনা জনায়।

এই সময়ছোৱাত সদৌ অসমৰ শিক্ষা অনুষ্ঠানৰ ছাত্ৰ-ছাত্ৰীসকলৰ আহ্বানত বিভিন্ন সভাসমিতিলৈ ছাত্ৰ-ছাত্ৰীসকলৰ পৱিত্ৰ পৰিৱেশত নিজকে বিলাই দিয়াৰ সেই মধুৰ সোঁৱৰণবোৰ জীৱনৰ এটি যুগমীয়া অধ্যায় হৈ ৰ'ল।

**সন্দিকৈ কলেজত কেইবাবাৰো ঃ**

**প্ৰথমবাৰ ঃ** সন্দিকৈ কলেজত কেইবাবাৰো বিভিন্ন সভাত কলেজৰ অধ্যক্ষা শ্ৰীৰাজবালা দাসৰ সাদৰ আমন্ত্ৰণ পাই যোগ দিওঁ। ছোৱালী-ইঁতক দেখিলে মোৰ অসমীয়া আইদেউইঁতৰ নিৰ্মল কোমল মুখবোৰে মোক বৰকৈ আকৰ্ষণ কৰে। আজি বৰকৈ মনত পৰিছে পুৰণি সমাজ-খনৰ কথা এযাৰ।

**পুৰণি সমাজখনৰ কথা ঃ** সেই সময়ত অসমত একমাত্ৰ ক'টন কলেজৰ বাহিৰে আন কলেজ নাছিল। ক'টনত তেতিয়াও ছোৱালীয়ে পঢ়িবলৈ অহা নাছিল। মাত্ৰ কটনৰ অধ্যাপক প্ৰফুল্ল ৰায়ৰ ছোৱালী সুজাতা ৰায়ে সাহ কৰি কটনত পঢ়িবলৈ লয়। পিছৰ বছৰত ৺গুৰুপ্ৰসাদ বৰুৱাৰ ছোৱালী লিলি বৰুৱা আৰু ৺কমলাকান্ত ভট্টাচাৰ্য্যৰ ছোৱালী শ্ৰীঊষা ভট্টই পঢ়িবলৈ আৰম্ভ কৰে, তেতিয়া সমাজৰ মন অতি ঠেক আছিল। সেই সময়ত ছোৱালীৰ স্বাধীনতা সমাজে স্বীকাৰ নকৰিছিল। পাণবজাৰ ছোৱালী স্কুলত বঁটাবিতৰণী সভা এখনত সৰু সৰু ছোৱালীৰ নাচ-গানৰ ব্যৱস্থা কৰা হৈছিল। এই ঘটনাত গুৱাহাটী তল ওপৰ লগালে। ছোৱালীয়ে প্ৰকাশ্যে নাচ গান কৰিব, সমাজপতিসকলে সহ্য কৰে কেনেকৈ ? সেই সকলৰ কি আস্ফালন। স্কুলৰ প্ৰধান শিক্ষয়ত্ৰী-ৰূপে শ্ৰীৰাজবালা দাসে এই বিষয়ে যথেষ্ট ভুগিব লগীয়া হৈছিল। সেই দিনৰ ছোৱালীৰ বাবে সমাজ ব্যৱস্থা আছিল এনে ধৰণৰ। সেই দিনৰ আৰু আজিৰ যুগৰ আকাশ পাতাল প্ৰভেদ।

সন্দিকৈ কলেজত আদৰণী জনায় অধ্যাপিকা শ্ৰীনীলিমা দত্তৰ এটি কবিতাৰে ঃ

—ঃ কবিলৈ শ্ৰদ্ধাঞ্জলী ঃ—

ধ্যানমগ্না কবি তুমি, শিল্পী তুমি
আমাৰ দেশৰ
তোমাৰ নিবিৰ প্ৰাণ, পৰম তৃষ্ণাৰে তৃপ্ত
অন্তৰৰ সাধনাৰে জীৱন সুন্দৰ।

মোৰ মৰমৰ কুমাৰী পবিত্ৰ শিক্ষাৰ্থিনী ছাত্ৰীসকলৰ সান্নিধ্যই মন আবেগত উপচি পৰে। মই স্বপ্ন দেখোঁ! পুণ্যভূমি অতীত ভাৰতৰ ঋষি আশ্ৰমত শিক্ষা লাভ কৰা ব্ৰতচাৰিণী ভাৰত-কুমাৰীসকলৰ পাৰিজাত পুষ্পৰদৰে সুৰভিত জীৱন। প্ৰতিভাৰ শত বৰ্ণালীৰে উজ্জলি উঠক মোৰ স্বপ্ন।

**গোৱালপাৰা কলেজ উদ্বোধন ঃ** অধ্যাপক শ্ৰীমহেন্দ্ৰ বৰাৰ সাদৰ আমন্ত্ৰণ পাই গোৱালপাৰা কলেজ উদ্বোধনৰ কাৰণে যাত্ৰা কৰিলোঁ, লগত ললোঁ নাতি-নাতিনী এহাল। মটৰেৰে গৈ গোৱালপাৰা পাই মহেন্দ্ৰ বৰাৰ ঘৰতে জিৰণি লৈ কলেজলৈ যোৱা হ'ল। গোৱালপাৰাৰ

শিক্ষানুৰাগী বিশিষ্টলোক, অধ্যাপকসকল আৰু ছাত্ৰ-ছাত্ৰীসকলেৰে সভাঘৰ উপচি পৰিছিল। ছাত্ৰ-ছাত্ৰীসকলৈ হিয়া উজাৰি আশীৰ্বাদ আৰু শুভকামনাৰে মোৰ ভাষণ শেষ কৰি শেষত কবিতা এটিৰে সামৰণি মাৰিলোঁ।—

"অনাগত স্বপ্ন"

মোৰ জীৱনৰ হেজাৰ প্ৰদীপ শিখাৰে
শত অনাগত প্ৰাণত বন্তী জ্বলিব
মোৰ মানসৰ শত কল্পনা সপোনে
নৱ মালঞ্চৰ ফুলকলিবোৰ ফুলাব।

সভাত শ্ৰীমহেন্দ্ৰ বৰা প্ৰমুখ্যে কেইবাজনো বিশিষ্ট লোকে ভাষণ দি সভাৰ সৌষ্ঠব বঢ়াইছিল। সভাৰ শেষত তেতিয়াই মই উলটিবলৈ মন কৰাত শ্ৰীমহেন্দ্ৰ বৰা তেওঁৰ পত্নী শ্ৰীমতী গীতাই মৰম সাদৰেৰে ওপচাই বিদায় দিলে। ড্ৰাইভাৰজন আছিল উজানবজাৰৰ। ড্ৰাইভাৰে ক'লে, "মই উজানবজাৰৰে আইতা, একো চিন্তা নকৰিব, নিৰাপদে আপোনাক পোছাই দিম।" বাৰ বছৰীয়া নাতি 'বাবলু' আৰু নাতিনী 'মামনক' লৈ ড্ৰাইভাৰৰ কথাতে হয়ভয় দি গুৱাহাটীলৈ যাত্ৰা কৰিলোঁ। বাটত শালনিৰ মাজত গাড়ীৰ চকা এটা ফুটি গাড়ী অচল হ'ল। ড্ৰাইভাৰৰ হাতত টৰ্চ নাই, সম্বল এটা জুইশলা। উপাই নেপাই মই বস্তু বান্ধি অনা খবৰ কাগজ জ্বলাই কোনোমতে চকাটো খুলিলে। ওপৰঞ্চি চকা লগাবলৈ ভঙা জেক এটা লগালে হয়, কিন্তু গাড়ী ডাং নেখাই। এইখিনিতে নাতি 'বাবলুয়ে' এটা বুধি উলিয়ালে, নাতিনী 'মামন'ক পিছপিনৰ 'বাম্পাৰ'ডালত তুলি দিলে, গাড়ী ডাং খালে। লাইট নাই, বাবলুয়ে মোক নমাই নি গাড়ীৰ লাইটৰ সমুখত থিয় কৰাই দিলে। মোৰ বগা কাপোৰৰ এটা পোহৰৰ প্ৰতিবিম্ব চকাত পেলাই দিয়াত চকা সলনি কৰিলে। বাৰ বছৰীয়া ল'ৰাৰ উপস্থিত বুদ্ধিতে নিশা শালনিৰ মাজৰপৰা ওলাই আহি নিশা একবজাত ঘৰ পালোঁহি। সময়ত সৰু ল'ৰাৰ বুদ্ধিও কামত লাগে। ড্ৰাইভাৰে বাবলুক সাৱটি ধৰি ক'লে, "তোমাৰ বুদ্ধিয়ে আজি বৰ ৰক্ষা কৰিলে ভাইটী!"



শিৱসাগৰৰ ছোৱালী কলেজ মুকলি: শিৱসাগৰত ছোৱালীৰ সুকীয়া কলেজ এখনি পাতিবলৈ শ্ৰীপ্ৰফুল্ল বৰুৱা, শ্ৰীসহজা ভড়ালী আদি বিশিষ্ট লোকসকলে উদ্যোগ কৰি শিৱসাগৰত ছোৱালী কলেজ এখনি পতা থিৰ কৰিলে। কলেজখনি মুকলি কৰিবলৈ শিৱসাগৰৰে বোৱাৰী-ৰূপে এই লিখিকাৰ নামটিকে মনস্থ কৰি সাদৰ আমন্ত্ৰণ জনোৱাত নিৰ্দিষ্ট দিনত আকাশীবথেৰে শিৱসাগৰ পালোঁগৈ। শিৱসাগৰৰ জীয়ৰী নিৰ্মলপ্ৰভা বৰদলৈ আৰু শ্ৰীভৰালীয়ে আগবঢ়াই নি নিৰ্মলপ্ৰভাৰ ঘৰতে থকাৰ দিহা কৰিলে। পিছদিনা অতি সমাৰোহেৰে কালিপ্ৰসাদ হলত অস্থায়ী ছোৱালী কলেজ স্থাপিত কৰি মুকলি কৰা হয়। বহুদিনৰ আগতে এৰি অহা শিৱসাগৰত উঠি অহা ছোৱালীহঁতৰ শিক্ষানুষ্ঠানটিত যোগ দিবলৈ পাই হৰষিত হিয়া উথলি উঠিছিল। শিৱসাগৰৰ ৰাইজৰ মৰম-চেনেহৰ মধুৰ সোঁৱৰণ লৈ বিদায় ললোঁ। সেই কলেজৰ সুকীয়াকৈ ঘৰ সাজি উন্নতিৰ বাটত আগবাঢ়ি আছে।

গোৱালপাৰাৰ জয়মতী উৎসৱলৈ: গোৱালপাৰাৰ ৰাইজে দুদিনীয়াকৈ জয়মতী উৎসৱ পাতে—সাদৰ আমন্ত্ৰণ পাই গোৱালপাৰালৈ গৈছিলোঁ। সেই সময়ত মোৰ বৰ জীয়ৰী শ্ৰীমতী ঊষা গোৱালপাৰাতে আছিল যদিও, ৰাইজে বেলেগ ব্যৱস্থাৰে ৰখাৰ আয়োজন কৰিছিল। হেজাৰ হেজাৰ গোৱালপৰীয়া ৰাইজৰ সমাবেশত সতী জয়মতী উৎসৱ অতি সমাৰোহেৰে সমাধা হ'ল। সবল প্ৰাণৰ গোৱালপাৰাবাসীয়ে অতি ঐকান্তিকতাৰে জয়মতী উৎসৱ পালন কৰা দেখি মন মুগ্ধ হৈ পৰিছিল। সভাৰ অনুৰোধক্ৰমে লিখিত ভাষণ লিখি দিব লগীয়া হৈছিল। আগতীয়াকৈ সভাই ভাষণ খনি ছপা কৰি উলিয়াইছিল। ভাষণখনত সতী জয়মতীৰ বুৰঞ্জীমূলক কাহিনী বৰ্ণাই লিখিবলগীয়া হৈছিল। মৰমী অসমীৰ পশ্চিম সীমান্তৰ গোৱালপাৰাৰ হেপাহ মৰমৰ মধুৰ সোঁৱৰণী লৈ বিদায় মাগিছিলোঁ।

কলিকতাৰ চাৰি বছৰৰ সোঁৱৰণ: পশ্চিমবঙ্গৰ ৰাজধানী কলিকতাত চাৰিবছৰকৈ থকাৰ সুবিধা ওলাল ল'ৰাৰ কৰ্মক্ষেত্ৰৰূপে। প্ৰথমে কলিকতালৈ গৈ কলিকতাৰ চাব লগীয়া সম্পদসমূহ হেপাহ পলুৱাই চাই গোটেই পৰিয়ালে বৰ ৰং পাইছিলোঁ। বিশেষকৈ

কলিকতাত বহা সৰ্বভাৰতীয় প্ৰদৰ্শনীখন চাবলৈ পোৱা আমাৰ ভাগ্য আছিল। চাৰি মাইল জোৰা সৰ্বভাৰতৰ বিভিন্ন সম্ভাৰে উপচি পৰিছিল সেই সুবিশাল প্ৰদৰ্শনীখন। দহ দিনেও চাই শেষ কৰিব পৰা নাছিলোঁ। সেই বিভিন্ন প্ৰদৰ্শনীৰ বৰ্ণনাতীত শোভা সম্পদ, সৰ্বভাৰতৰ বিচিত্ৰ প্ৰাচুৰ্য্যতাৰ চানেকী, মনত থাকিল যুগমীয়াকৈ। কলিকতাৰ মাজত থকা 'চিত্তৰঞ্জন এভিনিউৰ' বিশাল আলিবাটলৈ বিভিন্ন ঘটনাৰ সোঁৱৰণ, আলিপুৰ চিৰিয়াখানা, ভিক্টোৰিয়া মেমোৰিয়েল হললৈ যোৱা, মিউজিয়মবোৰত আপুৰুগীয়া সংৰক্ষিত হেজাৰ হেজাৰ বছৰৰ উদ্ভিদ সম্পদ, মৃত দেহৰ সংৰক্ষিত 'মমী'। প্ৰবাহিনী গঙ্গাৰ বিভিন্ন ঘাটৰ দৃশ্যাৱলী, কালিঘাট, দক্ষিণেশ্বৰ, বেলুৰ মঠৰ দৃশ্যবোৰ সদায়েই মনত পৰে।

শান্তি, আনন্দ আৰু নিৰ্ভিকভাৱে ফুৰি চাকি আগডোখৰত কলিকতাৰ সকলো শ্ৰেণীৰ লোকৰ লগত মিলাপ্ৰীতিৰে দিনবোৰ পাৰ হৈ গৈছিল। বিয়াল্লিছৰ গণবিপ্লৱ আৰু মহাযুদ্ধৰ তিতা-কেহা লগা পৰিস্থিতি শাম কাটিলে। ১৯৪৩ চনত মোৰ ল'ৰা শ্ৰীউপেনে গুৱাহাটী বেঙ্কৰ শাখা এটি কলিকতাত খুলিবলৈ যাব লগীয়া হোৱাত আমিও গোটেই পৰিয়াল কলিকতালৈ গৈ প্ৰথমে আমাৰ তিন পুৰুষৰ বঙালী বন্ধু নগেন্দ্ৰনাথ বীডৰ ঘৰতে উঠিছিলোঁ। পিছত শ্যামবজাৰত ঘৰ ভাড়া কৰি থাকিবলৈ ললোঁ। আমাৰ বাতৰি শুনি কলিকতাৰ প্ৰবাসী ছাত্ৰ-ছাত্ৰীসকলে ওচৰ চাপি আহিল। প্ৰবাসত আপোনজন পাই আকোৱালি ধৰিলে। ওচৰতে থকা কাৰমাইকেল মেডিকেল কলেজৰ ছাত্ৰ শ্ৰীমান হেৰম্ব শৰ্মা নিজৰ ল'ৰাৰদৰে হ'ল। বিপদে আপদে আমাৰ ঘৰতে থাকেহি। মোৰ ল'ৰাক ককাইদেউ, বোৱাৰীক নবৌ বুলি মাতে। নাতি দুটিয়ে খুড়া-খুড়া বুলি ডিঙিত ওলমি থাকে। এওঁ ডাক্তৰী পঢ়ি আছিল কাৰমাইকেল মেডিকেল কলেজত। বিপদে আপদে অসুখ-বিসুখত শ্ৰীহেৰম্বই নিজৰ ল'ৰাৰদৰেই আমাক সাৰটি ধৰা কথা জীৱনত পাহৰিব নোৱাৰোঁ। এবাৰ মোৰ ল'ৰা উপেনৰ 'গামচ' পিঠাখোৱা হৈ চেপটিক্ হৈ যোৱা-থোৱা অৱস্থা। সেই সময়ত কুখ্যাত সাম্প্ৰদায়িক সংঘৰ্ষত কলিকতা বাস ভয়াবহ হৈ উঠিছিল। গধূলি পাঁচ বজাৰপৰা কাৰ্ফু, মানুহ ওলাব নোৱাৰে। এনে অৱস্থাত শ্ৰীমান



উপেনৰ এশ চাৰি পাঁচ জ্বৰ, চেপটিক্ হৈ চকুৰে নেদেখা হ'ল, ভ্ৰম বকিবলৈ ধৰিলে। সেই দোৰ্যোৰ বিপদত একমাত্ৰ সহায় হেৰম্বই হোটেল এৰি আমাৰ ঘৰতে থাকিবলৈ ললে। ডাঃ তাপস বোস, M.D.ক মতাই আনি চিকিৎসা কৰাৰ ব্যৱস্থা কৰিলে। নিশা বেছি হ'ল, উপাই নাই ডাক্তৰ মাতিবলৈ। হেৰম্ব চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ। তথাপি ভগৱানক চিন্তা কৰি পেনিচিলিন ইন্জেক্সন দি দিলে, আমি চুলিব আগত জীৱ বান্ধি বহি আছোঁ, শেষ ৰাতি ঘাম হ'ল, জ্বৰ কমিল। পুৱা ডাক্তৰ আহি অৱস্থাৰ কথা শুনি, হেৰম্বই সাহ কৰি পেনিচিলিন ইন্জেক্সন দিয়া শুনি তেওঁক খুব শলাগিলে। নিদিয়াহেঁতেন, পুৱালৈ ৰোগী হয়তো নিটিকিলহেঁতেন বুলি ক'লে। সেই দোৰ্ঘোৰ বিপদত বিদেশত হেৰম্বই উপেনৰ জীৱন ৰক্ষাত সহায় হ'ল।

বঙালী বন্ধু বীডৰ ঘৰেও বহুত সহাই কৰিছিল। কলিকতাত বহু বঙালী লোকৰ লগত আমাৰ বন্ধুত্ব গঢ়ি উঠিছিল। বঙালী পাৰাত 'আসামেৰ ঠাকুৰমা' নামে জনাজাত হৈ পৰিলোঁ। আমাৰ তলৰ আৰু ওপৰৰ ফ্লেটত থকা বঙালী ল'ৰা-ছোৱালীবোৰৰ ৺সৰস্বতী পূজা মই হে কৰিব লগীয়া হৈ পৰিল। এবাৰ পূজাৰী বামুণ নহাত এঘৰত মই সৰস্বতী পূজা কৰি দিলোঁ। সেইবাৰ ল'ৰা-ছোৱলীবোৰ পাচ হ'ল, এটাই প্ৰথম হৈ বৃত্তি পালে। সিহঁতৰ দৃঢ় বিশ্বাস হ'ল মই পূজা কৰা বাবেহে হেনো এনে হ'ল। মোৰ উপাই হেৰাল, ঘৰে ঘৰে ল'ৰা-ছোৱালীবোৰৰ পূজা কৰিব লগীয়া হ'ল। আমাৰ গাতে লগা শ্ৰীতুলসীপ্ৰসাদ গোস্বামী জমিদাৰৰ বিৰাট অট্টালিকা। তেওঁৰ গৃহিণী অতি ধৰ্মিষ্ঠা, জমিদাৰ গৃহিণী হৈয়ো তেখেতে ঈশ্বৰৰ আৰাধনাকে সাৰ কৰি দিন কটায়। তিনিজনী লক্ষ্মী প্ৰতিমাৰ দৰে বোৱাৰী, জীয়ৰী, ল'ৰা, নাতি-নাতিনীৰে পূৰ্ণ সংসাৰ। সংসাৰৰ ভাৰ বোৱাৰীহঁতৰ হাতত গতাই, তেওঁ চাৰিতলাৰ ওপৰৰ মন্দিৰতে দিন কটায়। ভগৱানক ভোগ লগাই সেই ভোগকে সামান্য আহাৰ কৰে। মাছ, মাংস নাখায়। গৃহিণী গৰাকীয়ে লেখা-পঢ়া বৰ বেছি নেজানিলেও কবিতা লিখে। কেইবাটাও ধুনীয়া কবিতা লিখি বন্ধাই থৈছে। খিৰিকীৰে তেখেতে মোৰ লগত পৰিচয় হ'ল। ময়ো কবিতা লিখোঁ জানি তেওঁ মোৰ বন্ধু হৈ পৰিল, অতি আগ্ৰহেৰে

মাতি পঠিয়ালে। মই গলোঁ, তেখেতে সকলো দেখুৱালে। মোৰ কবিতাৰ কিতাপ এখন খুজি নিলে, মই গৈ কবিতাবিলাক বুজাই দিব লগীয়া হ'ল। যেতিয়াই তেতিয়াই তেওঁ মোৰ লগত কথা পতাৰ লগৰীয়া হ'ল। তেওঁ সদায় গঙ্গাস্নান কৰিবলৈ যায়। প্ৰকাণ্ড ক্ৰুহাম গাড়ীখনত উঠি গঙ্গাস্নানলৈ যায়, আহোঁতে তিতা গাৰে গঙ্গাৰ পানী একলহ নিজে লৈ আহে, ভোগ ৰান্ধিবলৈ। বেচেৰা জমিদাৰে কি কৰিব? উপায় নেপাই গাড়ীখনত এখন অয়লক্লথ পাৰি দিছে চিট্‌বোৰ তিতি নষ্ট হয় বুলি। তিতা গাৰে অহা বন্ধ কৰিব নোৱাৰি এই ব্যৱস্থাকে কৰি লৈছে। এদিন মোক লগ ধৰিলে গঙ্গাস্নানলৈ। জমিদাৰৰ গাড়ীত উঠিবলৈ মোৰ বৰ লাজ লাগিছিল। হেজাৰ আপত্তি দেখুৱাইও মই তেওঁক বিৰত কৰিব নোৰবিলোঁ। কিমান কাকুতি মিনতি কৰিলে, উপায় নেপাই যাবলৈ বাধ্য হলোঁ। সেইদিনা তেওঁ প্ৰাণ খুলি কথা ক'লে, জীৱনৰ বহুত গোপনীয় কথা ক'লে। তেওঁ যে মোক ইমান ভাল পোৱা হ'ল, ক্ৰমে মই অতিষ্ঠ হৈ উঠিব লগীয়া হ'ল। আমি আহিবৰ সময়ত তেওঁ বৰ দুখ প্ৰকাশ কৰিলে। ওচৰ-চুবুৰীয়া বঙালী লোকসকলে আমাক বৰ আপোন ভাবিছিল। আনকি আমাৰ সমুখত থকা বাছ ড্ৰাইভাৰ শিখবোৰেও মোৰ নাতি ল'ৰা দুটাক সদায় লজেঞ্চ দি মৰম কৰে।

কলিকতাত সেই সময়ত সেই কুখ্যাত সংঘৰ্ষৰ সময়ত আমাৰ পুৰণি বন্ধু বীডৰ ঘৰৰপৰা খবৰ বাতৰি লৈ সহায় কৰিছিল। সংঘৰ্ষৰ অলপ শাম কটাত তেওঁলোকৰ কাশীৰ ঘৰলৈ আমাক পঠিয়াই দি থাকিবলৈ দিছিল। কলিকতাত থকা সময়ত সেই পাৰাৰ মাজত 'আসামেৰ ঠাকুৰমা' নামেৰে জনাজাত হৈ পৰিলোঁ। কাৰণ মই সামান্যভাৱে হোমিওপ্যাথি চিকিৎসা শিকিছিলোঁ, ঘৰত সদায় এটা হোমিওপ্যাথি ঔষধৰ বাকচ ৰাখোঁ। ঘৰৰ প্ৰায়বোৰ সকস্থৰা অসুখ-বিসুখত ঔষধ দিওঁ। ওচৰৰ দুখীয়া প্ৰতিবেশী দুই এজনকো দৰ্কাৰ পৰিলে ঔষধ দিওঁ। সংঘৰ্ষৰ সময়ত কাৰ্ফুৰ মাজৰ এটা ঘটনাৰ কথা সদায় মনত পৰে। আমাৰ তলৰ ফ্লেটটোত এজন 'সুবোধ বসু' নামৰ কেৰেণী কাম কৰা মানুহ আছিল। তেওঁৰ পৰিবাৰ আৰু আঠোটা ল'ৰা-ছোৱালী। দৰ্মহা ৮০ টকা। অতি কষ্টেৰে দিন চলে। ল'ৰা-ছোৱালীবোৰে প্ৰায়ে আমাৰ ঘৰত খায়হি, মাটিত শোৱে।



এদিন ৰাতি একমান বজাত ঘৰত ভয়ানক চিঞঃৰ-বাখৰ শুনি, আমি ভাবিলোঁ, বোধকৰোঁ গুণ্ডা সোমাইছে। মোৰ ল'ৰাটোৱে চাই দেখিলে গুণ্ডা নহয়, বসুৰ কিবা হৈছে। মই নামি গৈ দেখিলোঁ, বসুৰ সন্ন্যাস ৰোগ হৈছে। তেওঁৰ আগৰেপৰা ৰক্ত-চাপ বেছি আছিল। উপায় নাই, কাৰ্ফু—ডাক্তৰ মাতিব নোৱাৰি। গোটেই ফ্লেটৰ মানুহ গোট খাই পেপুৱা লাগিছে। মই ভাবিলোঁ, মানুহটো মোৰ আগতে মৰিব নে? মোৰ হাতত থকা ঔষধ (বেলেডোনা ৩০) এপালি কৰি খুৱাবলৈ ধৰিলোঁ। দাঁত লাগিছে, দাঁতৰ ফাঁকেৰে টোপ্‌-টোপ্‌কৈ ঔষধ মই নিজে দি আছোঁ। এঘণ্টা ঔষধ খুওৱাৰ পিছত, মানুহজনৰ ঘোঁৰঘোৰণি আৰু হাত-ভৰি কঁপা, স্পেজম কমি আহিল। মই ঔষধ খুৱাই আছোঁ। দুঘণ্টাৰ পিছত ঘোঁৰঘোৰণি মাৰ গ'ল, চকু লুটি খাই আহিল, চকু জপালে? টোপনি যোৱা যেন হ'ল। ৰাতি পুৱালে। মই তেওঁলোকক কলোঁ, এতিয়া ডাক্তৰ আনক। ডাক্তৰ আনিলে, ডাক্তৰে আচৰিত হৈ সুধিলে, এটা বজাৰপৰা মানুহটো কেনেকৈ জীয়াই থাকিল, তেওঁৰ মূৰৰ শিৰ ছিগি গৈছে। তেওঁলোকে মোৰ কথা ক'লে। ডাক্তৰে চিকিৎসা কৰি এমাহৰ মূৰত মানুহজনক ভাল কৰিলে। চকু দুটা ফুলি পৰিছিল ব্ৰেইনৰ তেজেৰে। মোৰ মনত বৰ আনন্দ হৈছিল। মই ভাবিলোঁ-ভগৱান তুমি মোৰ হতুৱাই এটা প্ৰাণ বচালা। মই 'আসামেৰ ঠাকুৰমা' নামেৰে জনাজাত হলোঁ। আমাৰ পাড়াৰ ল'ৰা-ছাৱালীবোৰে বৰ ভাল পোৱা হ'ল। শ্যামবাজাৰৰ দুখীয়া-সুখীয়া বহুত বঙালীলোকৰ মৰম-চেনেহৰ মাজত আনন্দৰেই দিনবোৰ গৈছিল। এনেতে আহিল এটা নতুন অশান্তি।

**কলিকতাত অশান্তি** : অসমৰ ভাষা-বিদ্বেষৰ অশান্তিয়ে কলিকতাতো কোবায়। সেইসময়ত এনে এটা পৰিস্থিতি বিহাৰতো দেখা দিছিল। অসমৰ গুৱাহাটীৰ ৰেইল্‌ওৱে ক'লনিত ঘটা মাৰপিটৰ কাহিনী অতি-ৰঞ্জিত হৈ কলিকতীয়া কাগজৰ পাত ভৰি ভৰি ওলোৱাৰ ফলত কলিকতাত বাস কৰা মুষ্টিমেয় অসমীয়াখিনিৰ প্ৰাণনাশৰ আশঙ্কাই দেখা দিলে। এই অশান্তি অকল অসমীয়াতে আৱদ্ধ নাছিল, উৰিয়া, পাঞ্জাবী সকলোকে সাঙৰিছিল। এটা বুজন অশান্তিয়ে পোৱা মেলে।

এই অশান্তিৰ ধ্বনী আছিল 'বাঙলা বাঙালীৰ'। এনে পৰিস্থিতিত অসমীয়াখিনি যথেষ্ট আতঙ্কিত হৈ পৰে। বহুদিনৰপৰা কলিকতাত কাঠ ব্যৱসায় কৰি বাস কৰা শ্ৰীকমল গোহাঁইক কোনো এজন বিশিষ্ট সংবাদ-সেবীয়ে সাবধান বাণী শুনায়, "মশাই, আপনাৰ স্ত্ৰীকে সাবধান কৰে দিবেন লুঙ্গি-টুঙ্গি ( মেখেলা ) পৰে যেন ৰাস্তাতে না বেৰোয়।" এই কথা শুনি তেজস্বিনী অহোম-জীয়ৰী মিচ্ছে গোহাঁয়ে কৈ উঠিল, "মশাই, আপনি বলে দিবেন বাঙালী গুণ্ডাদিগকে, আসামেৰ মেয়ে গুণ্ডাকে ডৰাই না, আমৰা মেখেলা পৰেই বেৰোব।" কলিকতাত নির্ভয়েই অসমীয়া ছোৱালী মহিলাসকলে মেখেলা পিন্ধি ঘূৰি ফুৰিছিল ; পিচে পিচে বঙালী ল'ৰাই জোকাই যায়, "দেখৰে আসামেৰ গুণ্ডা মেয়েদেৰ।" অসমীয়া মহিলা আৰু ছোৱালীয়ে ভ্ৰূক্ষেপ নকৰাকৈ গুচি যায়। পৃথিৱীত সাহ আৰু তেজস্বিতাক ভয় নকৰা কোনো নাই। শাৰিৰীক শক্তিতকৈ মানসিক শক্তি শক্তিশালী। এই অশান্তি দমাবলৈ শ্ৰীৰামমোহন লোহিয়া কলিকতালৈ আহি এখন সৰ্বদলীয় শান্তি কমিটি আহ্বান কৰে। 'মহাবোধি সোসাইটি' হলত এই সভা বহে। প্ৰত্যেক কাগজৰ সম্পাদক সকল উপস্থিত হয়। ৰূপত ৰহণ চৰোৱা কলিকতীয়া কাগজ কিখনেই সকলো অনৰ্থৰ মূল। সেই সভাত নিৰ্দিষ্ট বক্তাৰূপে ময়ো বক্তৃতা দিব লগীয়া হৈছিল।

**সমষ্টি গঠনত অসমৰ বিপদ ঃ**

**সমষ্টি গঠনৰ বিপদৰ সময়ত কলিকতাত অসম সঙ্ঘ গঠন ঃ** ১৯৪৬ চনৰ নিৰ্বাচনত কংগ্ৰেছ দল জয়ী হ'ল। সাদুল্লা, চৌধুৰী, বৰদলৈ, ত্ৰিচুক্তি মন্ত্ৰী-সভাৰ ঠাইত সংখ্যাগৰিষ্ঠ কংগ্ৰেছ দলে মন্ত্ৰীসভা গঠন কৰিলে। কংগ্ৰেছ দলৰ দলপতিৰূপে সৰ্বসন্মতিক্ৰমে শ্ৰীগোপীনাথ বৰদলৈ দলপতি হ'ল। ১৯৪৬ চনতে বৃটিছ গৱৰ্ণমেণ্টৰ তৰফৰপৰা বৃটিছমন্ত্ৰী 'ষ্টাফৰ্ড ক্ৰীপ্‌চ'ক ভাৰতবৰ্ষৰ ৰাজনৈতিক সমস্যা সমাধান কৰিবলৈ পঠিয়াইছিল বৃটিছ পালিয়ামেণ্টৰপৰা। ষ্টাফৰ্ড ক্ৰীপ্‌চ কৃতকাৰ্য্য নহ'ল। যথাক্ৰমে এইবাৰ বৃটিছ গৱৰ্ণমেণ্টে এটা মন্ত্ৰী প্ৰতিনিধি দল পঠিয়াবলৈ থিৰ কৰিলে। চাৰ ষ্টাফৰ্ড ক্ৰীপ্‌চ, মিঃ পেথিক লৰেন্স



আৰু মিঃ এলেকজেণ্ডাৰ এই তিনিজনীয়া মন্ত্ৰীদলে কেবিনেট মিশ্যন প্ৰস্তাব ঘোষণা কৰিলেহি।

নতুন দিল্লীত কংগ্ৰেছ সভাপতি মৌলানা আবুল কালাম আজাদৰ লগত বৃটিছ কেবিনেট মিশ্যনৰ আলোচনা আৰম্ভ হ'ল। মহাত্মা গান্ধী আৰু কংগ্ৰেছ ওৱাৰ্কিং কমিটিৰ সদস্যসকলো সেই আলোচনাত উপস্থিত আছিল।

কেবিনেট মিশ্যনৰ প্ৰস্তাৱ গঢ়ি উঠিল বিখ্যাত 'কুপলেণ্ড' পৰিকল্পনাৰ ওপৰত। প্ৰস্তাৱমতে ভাৰতবৰ্ষক ৰাজনৈতিক স্বাধীনতা অৰ্পণ কৰা হ'ব। কিন্তু চৰ্তমতে ভাৰতবৰ্ষক পূব আৰু পশ্চিম অঞ্চলক দুটা ভাগত ভাগ কৰা হ'ব। পূব অঞ্চল ব্ৰহ্মপুত্ৰ-গঙ্গা উপত্যকাৰ মোহনাত ( Brahmaputra-Ganges Delta ), পশ্চিম অঞ্চল সিন্ধু উপত্যকাৰ ( Indus valley ) আৰু পশ্চিম অঞ্চলত এটা যুটীয়া শাসন হ'ব। পূব অঞ্চলত অসম বঙ্গদেশৰ এটা যুটীয়া শাসন হ'ব, আৰু অলপতে ভাৰতবৰ্ষৰ শাসনতন্ত্ৰ গঠনাৰ্থে এখন নিখিল ভাৰত গণ-পৰিষদ প্ৰতিষ্ঠিত হ'ব। ১৯৪৮ চনৰ জুলাই মাহৰপৰা প্ৰস্তাবিত শাসন কাৰ্য্যকৰী হ'ব। অসম আৰু বঙ্গদেশ দুয়োখন প্ৰদেশৰ এটা সমষ্টিগঠিত যুগ্ম শাসন প্ৰৱৰ্তিত হ'ব। যুগ্ম শাসন অৰ্থাৎ মুছলীম লীগ শাসন। বৃটিছ গৱৰ্ণমেন্টৰ আচল উদ্দেশ্য, লীগ শাসনৰ জৰিয়তে বঙ্গদেশৰ মৰাপাট, চাহ আৰু অসম দেশৰ চাহ, পেট্ৰল, খনিজ সম্পদ, মৰাপাট, বহুমুলীয়া বনজ সম্পদ ৰাশি শোষণৰ ব্যৱস্থা অক্ষুণ্ণ ৰখা। এই প্ৰস্তাৱে অসমৰ মৃত্যুবাণ স্বৰূপ হৈ দেখা দিলে। অসমক বঙ্গদেশৰ মুছলিম লীগ শাসনৰ লগত সাঙুৰি দি বৃটিছে কৌশলে অসমক বলিশাললৈ তুলি দিয়াৰ ব্যৱস্থা কৰিলে। বঙ্গদেশৰ লীগ সদস্য সংখ্যা আছিল সত্তৰ ( ৭০ ) জন, আৰু অসমৰ সদস্যসংখ্যা মাত্ৰ দহজন, তিনিজন অসমৰ লীগ সদস্যৰে সৈতে। এইয়ে অসমৰ 'সমষ্টি গঠন' গ্ৰুপিং গঢ়াৰ ব্যৱস্থা হ'ল। ভাৰতীয় সৰহ ভাগ সদস্যদলেই সমৰ্থন কৰিলে এই প্ৰস্তাব—কাৰণ ভাৰতীয় কোনো সদস্যই অসমক গুৰুত্ব দিয়া নাছিল। ভাবিছিল, অসমখনক বলি দি যদি স্বাধীনতা পোৱা যায়, ক্ষতি কি ?

সেই সময়ৰ অসম কংগ্ৰেছ সভাপতি তৈয়বউল্লা চাহাবৰ সৈতে

অসমৰপৰা স্মাৰকপত্ৰ দাখিল কৰিবলৈ গ'ল—শ্ৰীঅমিয়কুমাৰ দাস, ফকৰুদ্দিন আলি, নীলমণি ফুকন, কামাখ্যাপ্ৰসাদ ত্ৰিপাঠি, বিজয় ভাগৱতী, হৰেন বৰুৱা, হৰেশ্বৰ গোস্বামী, অম্বিকাগিৰী ৰায়চৌধুৰী, শ্ৰীমতী পুষ্পলতা দাস। এই দহজনীয়া সজাতিদল গৈ অসমৰ স্মাৰকপত্ৰ দাখিল কৰিলে। শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰীয়ে সমষ্টি গঠনৰ বিৰুদ্ধে আমৰণ অনশনৰ প্ৰতিজ্ঞা লৈ গৈছিল। কেন্দ্ৰীয় নেতাসকলে অসমৰ কোনো কথাতে কাণ নিদিলে। সজাতি দলে মহাত্মাজীক দেখা কৰিলত মহাত্মাই একে আষাৰেই ক'লে, "সমষ্টিত সাঙোৰ খোৱা মানে অসমৰ মৃত্যু ( Assam dies )—এইটো সম্পূৰ্ণ সত্য। আৰু পৰিষদে যদি সমষ্টি সমৰ্থন কৰি প্ৰস্তাৱ লয়, অসমৰ কংগ্ৰেছ সদস্য কেইজনে পৰিষদ ত্যাগ কৰি ওলাই যাব। মই এইটো জানো অসমৰ পিছত কংগ্ৰেছ থাকিব, যদিও দেখাকৈ নহয়, তথাপি সমষ্টিৰপৰা ৰক্ষা পৰিবলৈ অসম কংগ্ৰেছৰ পৰা ওলাই গৈ সত্যাগ্ৰহ কৰিব লাগিব।"

এয়ে মহাত্মা বাপুজীৰ অসম ৰক্ষাৰ উপায়ৰূপী অসমলৈ অমৰ বেদবাণী। কংগ্ৰেছৰ নেতাৰূপে সমষ্টিৰ বিৰুদ্ধে দৃঢ় ব্যৱস্থা ল'লে শ্ৰীগোপীনাথ বৰদলৈয়ে। অসম ৰক্ষাৰ উপায় বিচাৰি কংগ্ৰেছৰ বিশ্বাসী কৰ্মীনেতা শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী আৰু শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীক মহাত্মা গান্ধীৰ ওচৰলৈ পঠিয়ালে। মহাত্মা তেতিয়া 'বৰিশাল'ত আছিল। মহাত্মা গান্ধীয়ে একে আষাৰেই ৰঙা পেন্সিলেৰে দাগ দি লিখি দিলে বৰদলৈলৈ—"অসম গ্ৰুপিঙত সোমালে মৰিব।" অসমে নোৱাৰিলে কংগ্ৰেছ ত্যাগ কৰি ওলাই গৈ সত্যাগ্ৰহ কৰিব। এই ক্ষেত্ৰত অসমে নিজৰ ঐক্য, শক্তি, সাহস দেখুৱাব লাগিব।"

কংগ্ৰেছ মুখ্যমন্ত্ৰী শ্ৰীগোপীনাথ বৰদলৈদেৱৰ সবল নেতৃত্বত অসম প্ৰদেশখন সমষ্টিগঠনৰপৰা পোৱা পৰিত্ৰাণৰ কাহিনী জাতীয় জীৱনৰ চিৰস্মৰণীয় অধ্যায়।

অসমক সমষ্টিভুক্ত কৰা ষড়যন্ত্ৰ আছিল ভয়াবহ। মহম্মদ আলি জিন্নাৰ মতে মুছলীম লীগৰ লক্ষ্য আছিল, অসমক সাঙুৰি লৈ পাকিস্তানৰ পৰিসৰ বঢ়োৱা। পূব-পশ্চিম বঙ্গদেশৰ লক্ষ্য আছিল অসমক সাঙুৰি বৃহত্তৰ বাংলা দেশৰ সৃষ্টি কৰা।



আনপিনে এই বাতৰিয়ে অসমবাসীক বলিয়া কৰি তুলিলে। অসমৰ প্ৰত্যেক চহৰ গাঁৱত চৰকাৰী বেচৰকাৰী সকলো অনুষ্ঠান একগোট হৈ সভা-সমিতি পাতি তীব্ৰ প্ৰতিবাদ কৰি জাপে জাপে কেন্দ্ৰীয় চৰকাৰলৈ প্ৰতিবাদ পঠিয়াবলৈ ধৰিলে। অসমৰ মুখ্য বাতৰি কাকত 'অসমীয়া'ৰ পাত ভৰি ভৰি বাতৰি ওলাবলৈ ধৰিলে। অসমত জুই জ্বলি উঠিল। এই বিপদত আমি বহি থা'কো কেনেকৈ ?

কলিকতাত অসম সঙ্ঘঃ সেই সময়ত আমি গোটেই পৰিয়াল কলিকতাত আছিলোঁ। অসমৰ এই বিপদ বাতৰি শুনি কলিকতা-প্ৰবাসী অসমীয়া পৰিয়ালবোৰ ছাত্ৰ-ছাত্ৰীবোৰে গোট খাই 'অসম সঙ্ঘ' নামৰ সঙ্ঘ এটি স্থাপন কৰি বিদেশৰপৰা অসমক কি দৰে সহায় কৰিব পৰা যায় উপাই চিন্তা কৰা হ'ল। এই সঙ্ঘৰ সভাপতি পতা হ'ল অসমক মনে-প্ৰাণে ভাল পাওঁতা শ্ৰীকমল গোহাঁইক। এই লিখিকাক (নলিনীবালা দেৱী) উপ-সভাপতি, সম্পাদক শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, সহকাৰী সম্পাদক শ্ৰীযোগেশ শইকীয়াক লৈ অসম সঙ্ঘৰ সমিতি স্থাপন হ'ল। কলিকতাৰ প্ৰবাসুৱা অসমীয়া ছাত্ৰ-ছাত্ৰী আৰু পৰিয়ালসমূহেৰে বুজন সংখ্যক সভ্যৰে অসম সঙ্ঘ গঠিত হ'ল। উদ্দেশ্য হ'ল অসমৰ এই বিপদৰ সময়ত অসমৰ বাতৰি প্ৰচাৰ কৰা। যিহেতু অসমৰ সমষ্টি বিৰোধিতাৰ সঙ্কটত ভাৰতত কোনো বাতৰি কাকতেই, অসমৰ সমষ্টি বিৰোধিতাৰ বাতৰি অসমযোৱা তীব্ৰ প্ৰতিবাদপূৰ্ণ আন্দোলনৰ এটি লাইনো উলিওৱা নাছিল। সপ্তাহত একোবাৰকৈ অসম সঙ্ঘৰ সাধাৰণ মুকলি সভা পতা হৈছিল। অসমৰপৰা যোৱা সজাতি দল কেইবাটিকো সভালৈ আমন্ত্ৰণ কৰা হৈছিল। সজাতি দলত আছিল শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী, হৰেশ্বৰ গোস্বামী, শ্ৰীপুষ্পলতা দাস। এবাৰ প্ৰাক্তন মন্ত্ৰী দেৱেশ্বৰ শৰ্মাও আছিল। আমাৰ অসম সঙ্ঘৰ তৰফৰপৰা দুখন সৰু পুস্তিকা ইংৰাজীত প্ৰকাশ কৰি ভাৰতৰ প্ৰত্যেকজন নেতালৈ পঠিওৱা হৈছিল। কাৰণ কলিকতাৰ প্ৰধান কাগজসমূহে অসমৰ তীব্ৰ বিৰোধিতা আন্দোলনৰ বাতৰি প্ৰকাশ কৰা নাছিল। এই বিষয়ে সভাত আলোচনা হোৱাত শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসম সঙ্ঘৰ সভাপতি কমল গোহাঁইক লগত লৈ প্ৰত্যেকখন বাতৰি কাকতৰ সম্পাদকৰ ওচৰলৈ গৈ অনুৰোধ কৰাত 'আনন্দবাজাৰ

পত্ৰিকা', 'অমৃতবাজাৰ পত্ৰিকা', 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড', 'ষ্টেটস্‌মেন' আদি বাতৰি কাকতৰ সম্পাদকসকলে স্পষ্টভাৱেই অমত জনাই ক'লে যে "আমি বঙ্গদেশৰ জনমতৰ বিৰুদ্ধে যাব নোৱাৰোঁ। কাৰণ অসম প্ৰদেশ সমষ্টিভুক্ত হোৱাটো বঙ্গদেশৰ ৰাইজে বিচাৰে।" কাৰণ হ'ল অসমপ্ৰদেশ সমষ্টিযুক্ত হ'লে, অসম প্ৰদেশৰ শাসন বঙ্গদেশৰ লগত যুক্ত হোৱাটো বঙ্গদেশৰ প্ৰত্যেকজন বঙালীৰে একান্ত কামনা, এনে সুযোগ তেওঁলোকে এৰিব কিয়?

ইপিনে অসমত তুমুল আন্দোলন চলিছে সমষ্টিৰ বিৰুদ্ধে। তিনদিনীয়া 'অসমীয়া'ৰ পাত ভৰি ভৰি জুই বৰষিছে। অসমৰ প্ৰত্যেক অনুষ্ঠান, কংগ্ৰেছৰ বিশেষ সভা, মহিলা সভা, ছাত্ৰ সভাই কৰা তীব্ৰ প্ৰতিবাদৰ প্ৰস্তাৱবোৰ লৈ প্ৰধান প্ৰধান কেন্দ্ৰীয় সদস্যসকলৰ ওচৰ পাইছেগৈ। দলে দলে অসমৰ সজাতি দলেৰে দিল্লী ভৰি পৰিছে। পণ্ডিত নেহেৰুৱে দলে দলে সজাতি দলবোৰ দেখি কৈছিল, "গোটেই অসমখনেই উঠি আহিলা দেখোন দিল্লীলৈ।" যোৱাৰ কাৰণ হৈছে বাতৰি কাকতৰ পাতত নথকাত অসমৰ বিৰোধিতাৰ বাতৰি কেন্দ্ৰীয় সদস্যসকলে একোকে গম পোৱা নাছিল। অসম নিৰুপায়।

অৱশেষত অসম সঙ্ঘৰ কাৰ্য্যকৰী সভাই ততাতৈয়াকৈ অসমৰ সঙ্কট বিবৰি দুখন সৰু পুস্তিকা প্ৰকাশ কৰাৰ থিৰ কৰি শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য আৰু যোগেন্দ্ৰনাথ শইকীয়াক ভাৰ দিলে। তেওঁলোকেও ততাতৈয়াকৈ সৰু পুস্তিকা দুখন যুগুত কৰিলে 'ইমিগ্ৰেণ্ট অৱ আসাম' আৰু 'ট্ৰাইবেলস্ অৱ আসাম' নামত। এই পুথিবোৰ অসম সঙ্ঘই ধন তুলি কেইবাহাজাৰো ছপা কৰি কেন্দ্ৰীয় সদস্যসকললৈ আৰু ভাৰতৰ বাহিৰলৈকো এই পুস্তিকাবোৰ বিতৰণ কৰিলে। এই সময়ত অসমৰ বিপদত সহায় কৰিবলৈ 'অসম সঙ্ঘ'ৰ কৰ্মব্যস্ততা অতিপাত বাঢ়িছিল। কৰ্মীসকলে দিন-ৰাতি সমান কৰি খাটিব লগীয়া হৈছিল। মনত পৰিছে সেই দিনবোৰলৈ—এমুঠি কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰ আৰু অসমপ্ৰেমী কলিকতা-প্ৰবাসী নিঃস্বাৰ্থ কৰ্মী ৺কমল গোহাঁইৰ কথা। অসম বুলিলে জীৱ আগ কৰি দিব পৰা মানুহ আছিল গোহাঁইদেৱ। এই গোহাঁইদেৱে ধনে মনে সেৱা কৰি অসম সঙ্ঘক কৰ্মতৎপৰ কৰি তুলিছিল, সঙ্ঘৰ



পূজিলৈ ধন সংগ্ৰহ কৰিছিল, তেখেতৰ গাড়ীখন সকলো কামতে খটুৱাইছিল।

**অসম সঙ্ঘৰ সভাত গোপীনাথ বৰদলৈ :** সমষ্টিগঠনৰ বিৰুদ্ধে অসম মাতৃৰ সেই সঙ্কট মুহূৰ্তত প্ৰত্যেকজন অসমীয়াৰ বুকুত তপত তেজৰ কঁপনি উঠা স্বাভাৱিক। ভাষণ দিবলৈ উঠি মোৰ চকুত জিলিকি উঠিছিল মোৰ চিৰ চেনেহী মৰমী অসমী আইৰ শান্তিপূৰ্ণ তপোবন সদৃশ পৱিত্ৰ সৌন্দৰ্য্য। মোৰ আইক গ্ৰাস কৰিবলৈ কৰা কৌশলে মন বলিয়া কৰি তুলিলে। মই কি কৈছিলোঁ ক'ব নোৱাৰোঁ, তিনদিনীয়া অসমীয়াত অতি ওজস্বিনী বক্তৃতা বুলি ওলাইছিল। সমগ্ৰ অসমক মই আহ্বান কৰিছিলোঁ, একগোট হৈ মুঠ বান্ধিবলৈ, অসমী আইক এই দুৰ্যোৰ বিপদত ৰক্ষা কৰিবলৈ প্ৰতিজ্ঞা লবলৈ।

শ্ৰীগোপীনাথ বৰদলৈক দিল্লীলৈ যোৱা বাটত আমন্ত্ৰণ কৰি অনা হ'ল অসম সঙ্ঘৰ সভালৈ। অসম সঙ্ঘৰ তৰফৰপৰা বৰদলৈদেৱক সমষ্টিত নবহিবলৈ বিশেষ অনুৰোধ কৰা হ'ল। বৰদলৈদেৱে ক'লে, "সমষ্টিসভাত মই নবহোঁ ঠিক, কিন্তু লীগৰ আক্ৰমণৰ বিৰুদ্ধে যুঁজ দিবলৈ অসম সাজু হ'ব নে? অসমীয়া ডেকা ল'ৰাবোৰ যুঁজ কৰিবলৈ ওলাবা নে? মোক উত্তৰ লাগে।"

**অসমৰ ডেকা শক্তিৰ দৃঢ়প্ৰতিজ্ঞা :** ছাত্ৰসকলে উত্তৰ দিয়াৰ আগতে দলৰ সভানেত্ৰীৰূপে মই ক'ব লগীয়া হ'ল—"মাননীয় বৰদলৈ ডাঙৰীয়া! আপুনি ভয় নকৰিব, অসমক ৰক্ষা কৰিবলৈ যুঁজ দিব লগীয়া হ'লে অসম পিচ নপৰে বুলি মোৰ দৃঢ় বিশ্বাস আছে। এই যুঁজত গণ-বিপ্লৱদৰে ডেকা ল'ৰা বুঢ়া তিৰোতা সকলোৱেই সৈনিকৰূপে যুঁজ দিবলৈ সাজু হ'ব। অসমত পাকিস্তান পাতিবলৈ অসমীয়া জাতিয়ে নিজ মাতৃভূমি অসমক কেতিয়াও এৰি নিদিয়ে। পৰিস্থিতিৰ আহ্বান পালে অসমৰ ডেকা দল লগত লৈ, আমি আগতেই আগবাঢ়িম। ডেকাদলে আগভাগ ল'ব, মাতৃভূমি ৰক্ষাৰ কাৰণে—" সভাত উপস্থিত শতাধিক ছাত্ৰ-ছাত্ৰী পুৰুষ-মহিলাই গিৰ্জনি মাৰি একবাক্যে ক'লে, "আমি সাজু!" "আমি সাজু! অসমৰ প্ৰত্যেক ডেকা গাভৰু সাজু! আমি বুকুৰ তেজ দি অসমক ৰক্ষা কৰিম, আপুনি মাথোন আমাৰ নেতৃত্ব লওক, আপুনি

দৃঢ়ভাৱে সমষ্টি পৰিহাৰ কৰক, মনত দ্বিধা ভাব নকৰিব। সমগ্ৰ অসমৰ ডেকা শক্তি আপোনাৰ পিছত আছে মনত ৰাখিব। আপুনি সমষ্টি পৰিহাৰ কৰক।” বৰদলৈ ডাঙৰীয়াৰ মুখত সন্তোষৰ জিলিকণি জিলিকি উঠিল।

দলনেত্ৰীৰূপে ছাত্ৰশক্তিক আহ্বান কৰিছিলোঁ সেইদিনা—“অসমীয়া ডেকা শক্তি আজি নিজ মাতৃভূমি ৰক্ষা কৰিবলৈ যি দৃঢ় প্ৰতিজ্ঞা ল'লে, এই প্ৰতিজ্ঞাৰে অসমী আইৰ সংকটৰ সন্ধিক্ষণত যুগে যুগে মাতৃভূমি ৰক্ষা কৰি আহিছে অসমীয়া বীৰ-বীৰাঙ্গণাসকলে। স্বদেশপ্ৰেমৰ দিক অনুভূতিত বীৰ প্ৰাণ বলিয়া হৈ উঠে। সকলো ৰাগীতকৈ স্বদেশপ্ৰেমৰ ৰাগী তীব্ৰ অনুভূতিময়। স্বদেশক উদ্ধাৰ কৰিবলৈ ভাৰতবৰ্ষৰ উন্মাদ জনতাই জীৱনৰ সৰ্বস্ব ত্যাগ কৰি স্বাধীনতা যুঁজত জপিয়াই পৰিছিল! বিয়াল্লিচৰ গণ-জুইত অসমৰ ডেকা-গাভৰুৱে বুকু পাতি গুলী লৈছিল। কৰ্তব্যপৰায়ণ বীৰ তিলক ডেকাই বুকুত টোঁৱাই থকা বন্দুকৰ নললৈ ভ্ৰূক্ষেপ নকৰি শিঙা বজাই কৰ্তব্য পালন কৰি নিজ প্ৰাণ বিসৰ্জন দিছিল। এয়া বীৰ-বীৰাঙ্গণাৰ সহোদৰ-সহোদৰা আপোনালোক। আজি এই স্মৰণীয় দিনটিত অসমৰ কৰ্ণধাৰ মুখ্যমন্ত্ৰীৰ আগত আপোনালোকে অসমৰ সঙ্কটকালত যি প্ৰতিজ্ঞা ল'লে, এই প্ৰতিজ্ঞা মনত ৰাখি মাতৃভূমিক ৰক্ষা কৰাই হ'ব আমাৰ কৰ্তব্য। এই প্ৰতিজ্ঞা আমাৰ জীৱনৰ মূলমন্ত্ৰ হওক।” সভাৰ শেষত পৰমেশ্বৰক সকলোৰে প্ৰাৰ্থনা জনাই সভা সামৰা হ'ল। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই সহধৰ্মিণীৰে সৈতে সন্তোষ ভাৱেৰে বিদায় লৈ দিল্লীলৈ যাত্ৰা কৰিলে। দিল্লীলৈ গৈ সমষ্টি পৰিহাৰ কৰিলে।

**সমষ্টিৰ বিপক্ষে অসমৰ দৃঢ় পদক্ষেপ ঃ** অসমৰ লোকপ্ৰিয় নেতা গোপীনাথ বৰদলৈৰ সবল নেতৃত্বত সহকাৰী ৰোহিণী চৌধুৰী প্ৰমুখ্যে নেতাসকলৰ ঐকান্তিক সহযোগ, জাতিৰ পিতা বাপুজীৰ উপদেশ, অসমৰ একতাবদ্ধ ৰাইজৰ প্ৰতিজ্ঞা শক্তিত বৃটিছ আৰু লীগৰ কৌশল ব্যৰ্থ কৰি অসমপ্ৰদেশ 'গ্ৰুপিং'-ৰূপী সমষ্টি গঠনৰ মহা সঙ্কটৰপৰা এইযাত্ৰা ৰক্ষা পৰিল। দুখৰ কথা, কেন্দ্ৰীয় নেতা জৱহৰলাল নেহেৰু আৰু মৌলানা



আজাদে অসমৰ নেতা গোপীনাথ বৰদলৈৰ ওপৰত হেঁচা দি আছিল অসমক সমষ্টিভুক্ত কৰিবলৈ। ঐক্যবদ্ধ অসমৰ জনশক্তি আৰু সুদৃঢ় নেতৃত্বই সেই হেঁচা নেমানি অসম ৰক্ষা এটা যুগমীয়া ঐতিহাসিক ঘটনা হৈ ৰ'ল। অসমযোৰা তুমুল আন্দোলনৰ শক্তিয়ে নেতা বৰদলৈ ডাঙৰীয়াক শক্তি যোগাইছিল। মহাত্মাৰ নিৰ্দেশমতে বৰদলৈ ডাঙৰীয়াই সমষ্টি সভাত নবহাটোৱেই থিৰ কৰিলে। দিল্লীৰ নেতাসকলৰ ফুচলনিলৈ আওকাণ কৰি বৰদলৈয়ে গ্ৰুপিং সভাত নবহিল। অসমৰ বিপ্লৱৰ জয় হ'ল। অসমে সমষ্টিত নোসোমোৱাটোকে মূলমন্ত্ৰ কৰি লৈছিল। অসম কংগ্ৰেছ দলে থিৰ কৰিছিল, অসম সমষ্টিত নোসোমোৱাকৈয়ে অসমৰ শাসনতন্ত্ৰ গঢ়িব। লীগৰ বিপৰীতে অসম কংগ্ৰেছৰ আছিল এইটোৱে দৃঢ় মত। এই ভয়াবহ সমষ্টি গঠন সঙ্কটৰপৰা অসম ৰক্ষা পৰিল। ইপিনে সমষ্টি গঠন ত্যাগ কৰাৰ পোতক তুলিবলৈ লড়কে লেঙ্গে পাকিস্তান বাহিনীয়ে 'মানকাছাৰ' সীমান্তৰে অসম আক্ৰমণ কৰিলে। গোপীনাথ বৰদলৈয়ে নেতাৰূপে এই মহাসঙ্কটৰ সন্মুখীন হব লগীয়া হ'ল। দেশেই নেতা তৈয়াৰ কৰে। অসমীয়া জাতিৰ দেশপ্ৰেম একতাৰ শক্তিৰ প্ৰেৰণা শক্তিত নেতা গোপীনাথ বৰদলৈৰ কৌশলপূৰ্ণ নেতৃত্ব-শক্তি প্ৰকাশ পালে। অপ্ৰস্তুত অসমৰ নগণ্য অসম ৰাইফলচ্ বাহিনীকে সাৰোগত কৰি বহু অভিনৱ কৌশল অৱলম্বন কৰি 'মানকাছাৰ'ৰ পাকিস্তানী আক্ৰমণ প্ৰতিহত কৰি অসমীয়া জাতিয়ে দৃঢ় সঙ্কল্পপূৰ্ণ বীৰত্ব আৰু শক্তিৰ পৰিচয় দি অসমক এই জীৱন-মৰণ সঙ্কটত উদ্ধাৰ কৰিলে। এই সমষ্টি গঠনৰ ঘটনা অসমীয়া জাতিৰ জীৱনত এটা ঐতিহাসিক কাহিনী হৈ ৰব চিৰকাল।

**সোদপুৰত বাপুজীক দৰ্শন ঃ**

**সোদপুৰত মহাত্মা গান্ধীৰ লগত সাক্ষাৎ. সমষ্টি গঠনৰ সঙ্কটত ঃ** সমষ্টি গঠনৰ সঙ্কট সময়ত মহাত্মা গান্ধী কলিকতালৈ আহি সোদপুৰ আশ্ৰমত আছেহি। বাতৰি পাই শ্ৰীকমল গোহাঁইৰ পৰিয়ালেৰে সৈতে মহাত্মা গান্ধীক লগ ধৰিলোঁ। মহাত্মা গান্ধীৰ কাষতে বহি অসমৰ বিষয়ে আলোচনা কৰাৰ সৌভাগ্য মোৰ ঘটিছিল, জাতিৰ জনকৰ

স্নেহ-সান্নিধ্যত। অসমৰ বিপদ আৰু সমস্যা বিষয়ে উপদেশ বিচৰাত বাপুজীয়ে কলে ঃ

বাপুজীৰ বাণী ঃ "অসমক মই বৰ ভাল পাওঁ, অসমৰ কাৰণে মই সদায় চিন্তাত আছোঁ। হব লগীয়া সমস্যা ঘটিলে মই নিজেই অসমলৈ যাম।" অসমৰ মহিলাসকললৈ উপদেশ বিচৰাত বাপুৰ প্ৰিয় শিষ্যা শ্ৰীমতী ডাক্তৰ সুশীলা নায়াৰৰ লগত আলোচনা কৰাৰ কথা ক'লে আৰু ডাক্তৰ নায়াৰৰ হাতত এই বিষয়ে সকলো ভাৰ দিছে বুলি ক'লে। তেখেতক দেখা কৰি পৰামৰ্শ লোৱাৰ কথাও ক'লে। বাপুজীৰ প্ৰাৰ্থনাৰ সময় হ'ল, বাপুৰ নাতিনী ( ইলা বহেন ) আৰু চৰ্দাৰ বল্লভভাই পেটেলৰ কন্যা 'মণিবেন পেটেলৰ' ( মনু বহেন ) কান্ধত ভৰ দি বাপুজী প্ৰাৰ্থনা সভালৈ আগবাঢ়িল। ভাৰতৰ তীব্ৰতৰ আত্মশক্তিৰ আধাৰ অৰ্ধনগ্ন ঋষিজনাৰ অপূৰ্ব প্ৰতিমূৰ্তিৰ ছবি লবলৈ অসংখ্য ফটো কেমেৰা প্ৰস্তুত হৈ আছিল। কেউপিনৰপৰা ক্লিক ক্লিক শব্দৰে মুখৰিত হৈ উঠিল। মাইক বাজি উঠিল সাৱধান বাণীৰে। আমিও বাপুজীৰ পিছতে শাৰী লৈ আগুৱাবলৈ ধৰিলোঁ, প্ৰাৰ্থনা সভাৰ পিনে। প্ৰাৰ্থনা সভাৰ বেদীৰ ওপৰত উঠি বাপুজীয়ে সকলোলৈকে হাতযোৰ কৰি কেউপিনে চাই আসনত বহিল। অস্তগামী সূৰ্য্যৰ জেউতিয়ে তপস্যাপুত ভাৰত-ঋষিৰ ব্ৰহ্মতেজ উদ্ভাসিত দীপ্ত মুখমণ্ডলত সোণালী আভাৰে সুৰঞ্জিত কৰি তুলিছিল। সেই ক্ষুদ্ৰকায় তেজস্বী অৱয়বৰ মাজত কি অপূৰ্ব বিশ্বজয়ী আত্মাৰ শক্তি লুকাই আছে—মন ভক্তিত দোঁ-খাই পৰিল। প্ৰশ্ন আহিল কি এই শক্তি ? উত্তৰ আহিল, এয়ে ভাৰত দৰ্শনৰ শ্ৰেষ্ঠ আত্মশক্তি। এয়ে ভাৰতৰ ত্যাগী তপস্বী ঋষিৰ বিশ্ব-প্ৰকৃতিৰ পৰাজয়কাৰী দিব্য শক্তি। হৃদয় উজাৰি কৰযোৰে প্ৰণাম জনালোঁ, সমুখৰ মহান ঋষিলৈ—হে ভাৰত কৰ্ণধাৰ, হে ভাৰতৰ সত্যসাধক, প্ৰণাম লোৱাঁ, বাট দেখুৱাই দিয়া এই বিপথগামী ভাৰতবৰ্ষক। এই মহান মানৱজনক স্মৰণ কৰি 'মহামানৱ' কবিতা এটি লেখি, ইংৰাজীৰ ছাত্ৰ মৰমৰ ৺অমূল্য বৰুৱাৰ হতুৱাই ইংৰাজী কৰাই বন্ধাই বাপুৰ হাতত মোৰ হিয়া ভৰা শ্ৰদ্ধাৰ শৰাই সজাই উপহাৰ দিবলৈ পোৱা মোৰ পৰম সৌভাগ্য চিৰস্মৰণীয় হৈ ৰ'ল।



'মহামানৱ'

হে অক্লান্ত সত্যাগ্ৰহী, জীৱনৰ দীৰ্ঘপথ বাহি
আনিছিলা সাধনাৰ অমৃত আহৰি
সত্যময় সাম্য মৈত্ৰী প্ৰেমৰ বাতৰি
দিলা পৃথিৱীক অপূৰ্ব বিজ্ঞান
মুক্তিৰ আলোকবাণী গোপন সন্ধান
মুক্তিৰ পূজাৰি ! তোমাৰ বাণীত উজলিল
তপোবনে তপোবনে—মাটিত লুকাই থকা
চেতনাৰ গোপন স্পন্দন
সেই মন্ত্ৰে সঞ্জীৱিত কৰিলা জাতিক
সানি প্ৰেম কৰুণাৰ অমৃত চন্দন।

**কলিকতাত বাপুজী ঃ** ১৯৪৬ চনত কলিকতাত ঘটা ভয়ানক অশান্তিৰ মাজত কটোৱা দিনবোৰৰ কথা মনত পৰে। সেই ভয়াবহ অশান্তিৰ মাজতে অসমৰ কুমলীয়া কবি ৺অমূল্য বৰুৱাক হেৰুওৱা করুণ সোঁৱৰণবোৰ। তিনদিন ধৰি কলিকতাত অৰাজকতা বিৰাজ কৰিছিল। যিটো অনুভূতি কলিকতাত পোৱা গ'ল, তেনে অনুভূতিৰ মাজত বাৰে বাৰে মোৰ মনত পৰিছিল, অসমৰ মৰম চেনেহৰে ভৰপুৰ দুটা সম্প্ৰদায়ৰ মাজত চেনেহ জৰীৰে বন্ধা আপোন ভাববোৰৰ কথা। একেখন গাঁৱতে দুটা সম্প্ৰদায়ৰ মানুহে বাস কৰে। নিজৰ ভাই-ককাই বাই-ভনীৰ ভাব কৰে ইটো সম্প্ৰদায়ৰ লোকে সিটো সম্প্ৰদায়ক। গাঁৱৰ ৰহিম কৰিম ককাইটিক শেৱালি, বকুলী গাভৰু ছোৱালীয়ে নিজৰ ককাইৰদৰে কৰে মৰম আৰু বিশ্বাস। ৰহিম কৰিমেও নিজৰ ভনীৰদৰে সিহঁতৰ মান সন্মান ৰক্ষাৰ কাৰণে জীৱন দিবলৈও সাজু হৈ থাকে। বিয়া-বিহুত ইদলে-সিদলক মাতি মৰমকৈ খুৱাই-বুৱাই। বুঢ়াসকলে ইদলে-সিদলৰ ডেকা-গাভৰু ল'ৰা-ছোৱালীবোৰক নিজৰ সন্তানৰ-দৰেই মৰম-বেথাৰে উপদেশ দিয়ে। মোৰ মৰমী অসমী আইৰ পৱিত্ৰ পৰিবেশলৈ মনত পৰি, কলিকতাৰ পৰিস্থিতিত মন অস্থিৰ হৈ পৰিছিল। অসমৰদৰে এই দেশত মৰম চেনেহ নাই

কিয়? পশুৰদৰে হিতাহিত জ্ঞান হেৰুৱাই পেলোৱা এইবোৰ জানো মানুহ নামৰ যোগ্য? এনে প্ৰশ্নই মোক অস্থিৰ কৰি-তুলিছিল। এই প্ৰশ্নৰ সমাধান কৰিবলৈ আহিল অহিংসাৰ প্ৰতীক বাপুজী। বাপুজীয়ে পৰীক্ষা চলালে প্ৰেমেৰে হিংসাক জয় কৰিবলৈ। সেই দিনবোৰ সুঁৱৰিলে বিস্ময়ত মন অভিভূত হৈ পৰে। অন্ধ ধৰ্মান্ধতাৰ ফলত দুই ভাইয়ে যেতিয়া শত্ৰুভাবাপন্ন হৈ বিবেক হেৰুৱাই পেলাই হিতাহিত জ্ঞান হেৰুৱাই পেলাইছিল, সেই পৰিস্থিতিত অমানৱীয়তা শান্ত কৰিবলৈ মানৱীয় নিস্প্ৰভ বিবেক জাগ্ৰত কৰি তুলিবলৈ আহিল অহিংসা প্ৰেমৰ দূত বাপুজী। বাপুজী কলিকতালৈ আহি আশ্ৰয় ললেহি বঙ্গদেশৰ লীগ মুখ্যমন্ত্ৰী চুৰাবৰ্দী চাহাবৰ ঘৰত দুটি বিবদমান ভাইৰ মিলন ঘটাবলৈ। গোটেই ভাৰত চমকি উঠিল। বাপুজীৰ নাতিনী মনু গান্ধী আৰু চৰ্দাৰ বল্লভভাই পেটেলৰ ষোড়শী কন্যা মণিবেন পেটেলক লগত লৈ বাপুজী চুৰাবৰ্দী চাহাবৰ ঘৰত আলহী হ'ল। চুৰাবৰ্দী চাহাবে অতি আগ্ৰহ আৰু যত্নেৰে বাপুজীক নিজৰ ঘৰত আশ্ৰয় দিলে। বাপুজীৰ নিৰাপত্তাৰ কাৰণে নিজেই তত্বাবধানৰ ভাৰ ললে। দুয়োদলৰ হাতৰপৰা বাপুজীৰ নিৰাপত্তাৰ প্ৰয়োজন হৈছিল।

বাপুজীয়ে দুয়ো দললৈকে হাতযোৰকৈ মিনতি জনাইছিল, "শান্ত হোৱা ভাইসকল, ভালকৈ চকু মেলি চোৱাঁ। কোন কাৰ শত্ৰু। তোমালোক একে মাতৃৰ সন্তান, হিংসাক আশ্ৰয় কৰি জ্ঞানশূন্য হৈছা, এবাৰ প্ৰেমৰ চকুৰে চাই লোৱাঁ, তোমালোক একে মাতৃৰ সন্তান সহোদৰ ভাই।"

এই দেৱোপম মহান চৰিত্ৰৰ সন্ধান সহজ মানুহৰ বোধজ্ঞানে বিচাৰি পাব কেনেকৈ?

এই সত্যৰ সাধক প্ৰেমৰ দেৱতাৰ প্ৰেমৰ পৰশে পশু-শক্তিক পৰাজিত কৰিলে। অহিংসা শক্তি জয়ী হ'ল। এই মহান আত্মাৰ অন্তৰ-শক্তিয়ে প্ৰবল আসুৰীশক্তিক পৰাজিত কৰিলে। কলিকতা নোৱাখালিৰ হিংসাৰ তাণ্ডবলীলাত এইজনা আশি-বছৰীয়া বৃদ্ধই লাখুটিত ভৰ কৰি খুপি-খুপি খোজ কাঢ়ি কাঢ়ি নিজৰ সঙ্গী সঙ্গিনীসকলক লগত লৈ জ্ঞান বিবেক হেৰুওৱা উন্মত্ত অমানৱীয়তাত শান্তিৰ পানী ছটিয়াই মানৱ বিবেক জাগ্ৰত কৰি তোলা কাহিনীবোৰ যেন স্বপ্ন। উন্মত্ত অজ্ঞান পশুশক্তিৰ



মাজত এজন বৃদ্ধ ক্ষীণকায় অৰ্ধনগ্ন তপস্বীয়ে, লগত তিনি গৰাকী কুমাৰী যুৱতী সহকৰ্মিণী আৰু সেৱক সঙ্গীসকলেৰে সৈতে পশুৰ পাশৱিকতা আৰু হিংস্ৰ মনোভাৱক কিদৰে শান্ত কৰি ফুৰিছিল, সেই যাত্ৰা, সেই কৰ্ম অদ্ভুত আৰু অভিনৱ। ভাৰতৰ স্বাধীনতাৰ ইতিহাসৰ পাতৰফালে মচিব নোৱৰা বিশ্বক বিস্ময় বিমুগ্ধকৰা ভাৰতীয় মহান দৰ্শনৰ সোণোৱালী ৰুবতৰা। সেই পৰিৱেশত এই মহান অহিংসাৰ পূজাৰী জাতিৰ পিতাই অহিংসা ধৰ্মৰ অগ্নি-পৰীক্ষা চলাইছিল। এই অগ্নি-পৰীক্ষাত ভাৰত ঋষিৰ অহিংসা জয়ী হ'ল।

ডাঃ সুশীলা নায়াৰঃ সজ্যৰ শুশ্ৰূষাকাৰিণী সঙ্গিনী বাপুজীৰ লগত ছাঁৰ দৰে ফুৰিছিল ডাঃ সুশীলা নায়াৰ। নোৱাখালীৰ নাৰকীয় সঙ্ঘৰ্ষৰ মাজতো বাপুৰ লগত আছিল ডাঃ সুশীলা নায়াৰ। বাপুজীয়ে অধ্যাত্ম শক্তিৰে পাশবিক পশুশক্তিক জয় কৰিবলৈ লগত লৈ ফুৰিছিল তিনি গৰাকী সুন্দৰী যুৱতী কুমাৰী ছোৱালী—মণিবেন পেটেল, মনু গান্ধী আৰু সুশীলা নায়াৰক। মাজে মাজে এই মহামানৱজনে গাভৰু ষোড়শী মনু গান্ধীক অকলৈ ইঠাইৰপৰা সিঠাইলৈ পঠিয়াইছিল পাশৱ শক্তিৰ পৰীক্ষা ল'বলৈ। বাপুৰ আদেশত মনু গান্ধী যাব লগীয়া হৈছিল সেই নৃশংস নাৰকীয় পাশৱিকতাৰ মাজে মাজে। কিন্তু মহামানৱৰ অধ্যাত্ম শক্তিৰ প্ৰভাৱত কোনো পশুশক্তিয়েই এই কুমাৰীসকলৰ ছাঁটোও স্পৰ্শ কৰিব পৰা নাছিল। বাপুৰ সঙ্গিনীসকলক দেখিলে ঘোৰ পাশৱ পশুবোৰে দূৰতে আঁতৰি পলাই গৈছিল। এনেকৈয়ে মহামানৱ বাপুজীয়ে হিংসাক অহিংসাৰে, পাশবিকতাক দেৱতাৰ শক্তিৰে কেনেকৈ পৰাজিত কৰিব পাৰি, ভাৰতীয় মহান অধ্যাত্ম দৰ্শনৰ জ্বলন্ত পৰীক্ষা লৈ বিশ্ববাসীক দেখুৱাইছিল অহিংসা শক্তিৰ প্ৰভাৱ। বাপুজীৰ অধ্যাত্ম শক্তিৰ প্ৰভাৱত প্ৰভাৱিত হৈ বাপুৰ সঙ্গী-সঙ্গিনীসকলে শত্ৰু-মিত্ৰ ভেদাভেদ জ্ঞান পাহৰি আহত পীড়িতবোৰক শুশ্ৰূষা কৰি ফুৰিছিল। বিশেষকৈ পূৰ্ণযৌৱনা ডাঃ সুশীলা নায়াৰৰ নিৰ্ভীক সেৱা শুশ্ৰূষা কৰ্তব্য-পৰায়ণাতাই সমগ্ৰ দেশক চমক লগাইছিল। দুৰ্ধৰ্ষ পশুশক্তিৰ মাজত এগৰাকী পূৰ্ণযৌৱনা নাৰীয়ে কিদৰে নিৰ্ভয়ে বিচৰণ কৰি ফুৰিছিল, সেই কাহিনী অভিনৱ। মহামানৱ জাতিৰ পিতা বাপুজীয়ে এইদৰেই

ভাৰতৰ অধ্যাত্ম জ্ঞান জাগ্ৰত কৰি তুলিবলৈ তেওঁৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। ভাৰতীয় নাৰী শক্তিক অধ্যাত্ম জ্ঞান আৰু শক্তিৰে শক্তিশালিনী কৰি তুলিবলৈ বাপুজীৰ কন্যাতুল্যা ডাঃ সুশীলা নায়াৰক উপদেশ আৰু শিক্ষা দান কৰি শক্তিশালিনী কৰি তুলিছিল। বহু ঠাইত ডাঃ নায়াৰে এই সময়ত দুৰ্গম স্থানবোৰত মহাত্মাৰ প্ৰতিনিধিত্ব কৰি ফুৰিছিল; শক্তি দান কৰি শক্তিশালিনী কৰি তুলিছিল অভিনৱ অধ্যাত্ম শক্তিৰে। আজি সুঁৱৰিছোঁ বাৰে বাৰে সত্য আৰু প্ৰেমৰ দেৱতা বাপুজীলৈ, সেই পাহৰিব নোৱৰা দিনবোৰৰ কথা।

কলিকতাৰপৰা কাশীলৈ: কলিকতাৰ অশান্তিকৰ পৰিৱেশৰ মাজত মোৰ বোৱাৰী ৰেণুৰ বাৰে বাৰে নাৰ্ভাচ ব্ৰেক্‌ডাউন হৈ অসুস্থ হোৱাত ডাক্তৰে কলিকতা এৰি যাবলৈ পৰামৰ্শ দিয়াত আমি কাশীলৈ যাবলৈকে থিৰ কৰিলোঁ। গধূলি আঠ বজাত বেনাৰচ এক্সপ্ৰেচত উঠি পুৱা কাশী পালোঁহি। বেনাৰচ ব্ৰীজৰপৰাই কাশী বিশ্বনাথৰ মন্দিৰ চকুত পৰে, ৰেলৰ যাত্ৰীবোৰে সমস্বৰে জয়ধ্বনি দিবলৈ ধৰে। "বাবা বিশ্বনাথজীকী জয়" জয়ধ্বনিয়ে দিগন্ত কঁপাই মনলৈ আনিলে শক্তিৰ পৰশ। কাশীৰ অসংখ্য মঠ মন্দিৰৰ শোভা চাই মন পুলকিত হৈ উঠিল। নৰক এৰি স্বৰ্গৰ দুৱাৰত ভৰি দিলোঁ, মনৰ দুখ গ্লানিবোৰ আঁতৰ হৈ গ'ল।

উত্তৰবাহিনী পতিতপাৱনী গঙ্গা নদীৰ পাৰত অৰ্ধচন্দ্ৰাকৃতি কাশী ধাম। উত্তৰে অসি নদী, দক্ষিণে বৰুণা নদীয়ে পৰিবেষ্টিত কৰি ৰখাৰ বাবে কাশীৰ নাম হ'ল সংযুক্ত বৰুণা অসি 'বাৰাণসী'। দুয়োখন নদী দুয়োপিনৰপৰা বৈ আহি উত্তৰবাহিনী গঙ্গা নদীত পৰি মিলিত হৈছে। ৰেলৰ ব্ৰীজৰপৰাই চকুত পৰে কাশী বেণীমাধৱৰ ওখ চূড়া; অনাদি কালৰেপৰা প্ৰখ্যাত মহাতীৰ্থ কাশীধামৰ মনোৰম দৃশ্য। এই কাশীধামলৈ ভাৰতৰ দূৰ-দূৰান্তৰ তীৰ্থযাত্ৰীসকলে পদব্ৰজে আহিছিল পৰ্বত প্ৰান্তৰ নদ-নদী অতিক্ৰমি এই পুণ্য স্থানলৈ। কাশীধামত মৃত্যু হ'লে মৃত্যু সময়ত বাবা বিশ্বনাথে দৰ্শন দিয়ে মহাপথ-যাত্ৰীক। শৱদেহ উত্তৰবাহিনী গঙ্গাত স্পৰ্শ কৰালে জীৱৰ মুক্তি হয়, কৈলাস প্ৰাপ্ত হয়। এই বিশ্বাস ভাৰতবাসীৰ মনত চিৰকাল দৃঢ়। সেয়েহে অনাদি কালৰেপৰা ভাৰতৰ তীৰ্থযাত্ৰীয়ে শেষ তীৰ্থৰূপে দেহা পেলাবলৈ আহে এই পুণ্যক্ষেত্ৰলৈ। সংসাৰৰ মায়া-মোহ বন্ধন এৰি বৃদ্ধ ৰুগ্ন দুৰ্বল তীৰ্থযাত্ৰীসকলে পথশ্ৰমলৈ আওকাণ কৰি যাত্ৰা কৰি আহে এই কাশীধামলৈ। কাশী বিশ্বনাথত উপস্থিত হৈ আমাৰো ইমানদিনে বুকুৰ মাজত গোট খাই থকা গধুৰ শীল এচটা বুকুৰপৰা নামি গ'ল। পতিতপাৱনী গঙ্গাত স্নান কৰি গা মন মুকলি লাগি গ'ল! পঙ্কিলতাই অশুচি কৰা দেহ মনে যেন সৰ্ব গ্লানিৰপৰা মুক্তি পালে।



কাশীত থাকিবলৈ আমি কলিকতাৰ বঙালী বন্ধু বীডৰ দুমহলীয়া সুসজ্জিত সুন্দৰ ঘৰ এটি পাইছিলোঁ কেদাৰ ঘাটৰ ওপৰতে। কাশীত অসংখ্য মঠ-মন্দিৰ, অসংখ্য গঙ্গাৰ ঘাট, কাশীধাম ঘাট-প্ৰধান। প্ৰধান প্ৰধান ঘাটসমূহ যেনে, মনিকৰ্ণিকা ঘাট, দশাশ্বমেধ ঘাট, কেদাৰ ঘাট, ৰাজঘাট, বেণীমাধৱ ঘাট, হৰিশ্চন্দ্ৰ ঘাট আৰু অসংখ্য ঘাট আছে। হৰিশ্চন্দ্ৰ ঘাট আৰু মনিকৰ্ণিকা ঘাটত মৃত সৎকাৰ কৰা হয়; আন ঘাটবোৰত মৃত সৎকাৰ কৰা নহয়। কেদাৰ ঘাটৰ কাষতে হৰিশ্চন্দ্ৰ ঘাট। আমি কেদাৰ ঘাটত সদায় স্নান কৰোঁ, গধূলি বহোঁ, ওচৰতে হৈ থকা শৱ সৎকাৰ সদায় দেখিবলৈ পাওঁ। কাশীত মৃত সৎকাৰ দেখিলে পুণ্য হয় বুলি প্ৰবাদ আছে। মৃত সৎকাৰ চাই গা ধুব নালাগে; মনটো শ্মশান-বৈৰাগ্য আহে।

কাশীৰ পাণ্ডা: ভাৰতৰ তীৰ্থ-ঠাইবোৰৰ পাণ্ডাসকলে যাত্ৰীক কৰা জ্বালাতনৰ কথা সকলোৰেই জানে। কিন্তু কাশীৰ পাণ্ডাসকল অতি ভদ্ৰ। জগন্নাথ, পুৰী, মথুৰা, বৃন্দাবনৰদৰে পাণ্ডাই জুলুম নিদিয়ে। আমি যিজন পাণ্ডা ধৰিছিলোঁ তেওঁৰ আচাৰ ব্যৱহাৰত আমি মুগ্ধ হৈছিলোঁ। তেওঁৰ নিজৰ দোকান আছে; তেওঁৰ দোকানৰপৰা আমি বস্ত্ৰ বাকী থৈছিলোঁ। এবিধ এশটকা দামৰ বস্ত্ৰ মোৰ ল'ৰা শ্ৰীউপেনে ল'লে, কিন্তু দাম দিবলৈ নাটনি হোৱাত ফিৰত দিলে। পাণ্ডাজনে ক'লে, "কিয় ফিৰত দিলে? বাকীকৈ নিয়ক, কলিকতাৰপৰা দাম দি পঠিয়াব।" মোৰ ল'ৰা উপেনে ক'লে, "পাণ্ডাজী মই বিদেশী মানুহ, মোক কি বিশ্বাসত আপুনি বস্ত্ৰ বাকী দিব খুজিছে? মই যদি দাম নিদি ফাঁকি দিওঁ আপুনি মোক ক'ত বিচাৰি পাব?" উত্তৰত পাণ্ডাজনে হাঁহি ক'লে, "বাবুজী! আমি মানুহ দেখিলেই চিনি পাওঁ। আমি

সকলোকে বাকী নিদিওঁ। মই ভালদৰে জানো আপোনাৰ পইচা মৰা নেযায়।” আমি বাকী বস্তু আনি কলিকতাৰপৰা দাম পঠিয়াই দিলোঁ। এই পাণ্ডাজনৰ সৌজন্যত আমি কাশীৰ যাবতীয় চাবলগীয়া মঠ-মন্দিৰ চাই-চিতি নিৰ্ভয় মনেৰে ঘূৰি ফুৰিছিলোঁ। মনত পৰিছে কাশীৰ পাণ্ডা-সকলৰ ভদ্ৰ ব্যৱহাৰত আমাৰ কাশীবাস বৰ শান্তিপূৰ্ণ হৈছিল। কাশী-ধামৰ বিশ্বনাথৰ নিশা বাৰ বজাত হোৱা আৰতি চাবলৈও সুবিধা পাইছিলোঁ। বিশ্বনাথজীৰ বাৰ বজাত হোৱা আৰতি চাবলৈ যাবলৈ বিশেষকৈ যাত্ৰীসকলে শঙ্কা কৰে। কাৰণ কাশীত গুণ্ডাৰ কীৰ্তি সকলোৱে জানে। পাণ্ডাসকলো এই বিষয়ত ওস্তাদ ; পাণ্ডাজনে নিৰ্ভয় দি আমাক নিশা বাৰ বজাত বাবা বিশ্বনাথৰ আৰতি দেখুৱাবলৈ লৈ গ'ল। গভীৰ নিশা ; বাবা বিশ্বনাথৰ আৰতিৰ পৰিৱেশ অতি গাম্ভীৰ্য্যপূৰ্ণ হৈ পৰে। মোৰ মনত হৈছিল, এয়েই প্ৰকৃত বিশ্বনাথৰ আৰতি, আকাশত অযুত নক্ষত্ৰপুঞ্জৰ চন্দ্ৰ তাৰকাৰ নিশাৰ আৰতিৰ লগত বিশ্বপতিৰ গভীৰ মন্দ্ৰে উঠা আৰতি ধ্বনিৰ মহান সমন্বয়। সাধু সন্ন্যাসী ভক্ত বৃদ্ধলোকসকলে ভক্তি-গদ্‌গদ্‌ভাৱেৰে মহৎ আৰতিৰ লগত প্ৰাণৰ নিভৃত আৰতি মিলাই আপোন পাহৰা হৈ পৰিছে। জনসংখ্যা বিৰল ; নিশাৰ আৰতিৰ আয়োজন অতি অতুলনীয়। নিশাৰ আৰতি নেচালে বাবা বিশ্বনাথ দৰ্শন যেন সম্পূৰ্ণ হৈ নুঠে।

কাশী বিশ্বনাথজীৰ মন্দিৰৰ ওপৰভাগ সম্পূৰ্ণ সোণৰ ঢাকোণেৰে ঢকা। মন্দিৰৰ অপূৰ্ব কাৰুকাৰ্য্য চালে চকু ৰোৱা। মন্দিৰৰ দুৱাৰ ৰূপৰ। ভাৰতৰ ৰাজপুত ৰাণী ধৰ্মপৰায়ণা অহল্যাবাঈয়ে বিশ্বনাথৰ মন্দিৰ সজাই দিছিল। অতীত ভাৰতৰ দেৱ-মন্দিৰবোৰত সোণ-ৰূপৰ অতুল ঐতিহ্যই অতীত ভাৰতৰ অতুল সম্পদ ধৰ্মপ্ৰাণ ৰজা-ৰাণীসকলৰ ধৰ্মপৰায়ণতা ভাৰতৰ বুকুত যুগে যুগে জিলিকি আছে। বিশ্বনাথজীৰ মন্দিৰত চাৰি প্ৰহৰ পূজা হয়। বহু মন্দিৰ আছে। প্ৰসিদ্ধ মন্দিৰ-সমূহৰ ভিতৰত অন্নপূৰ্ণা মন্দিৰ, বেণীমাধৱ মন্দিৰৰ জাঁকজমক চকুত লগা। আমি এমাহ কাশীত কটালোঁ। কাশীধামত বাস কৰা আনন্দ অকলৈ উপভোগ কৰি ভাল নেলাগিল। মোৰ বুঢ়ী মাতৃ গৰাকীলৈ মনত পৰিল, বিধৱা পেহীদেউ ধৰ্মদা দেৱীলৈ মনত পৰিল, মাতি



পঠিয়ালোঁ। দুয়ো গৰাকী আহিল কাশীলৈ। মোৰ আই আৰু পেহীদেউয়েও কাশী তীৰ্থ কৰা নাছিল। মোৰ আই অহাত মোৰ মন মুকলিমুৰীয়া হৈ পৰিল। মোৰ আই আৰু পেহীদেউক পুৱাতে গঙ্গা-স্নান কৰিবলৈ পঠিয়াই দি মই সংসাৰৰ কাম-কাজ কৰোঁ। তেওঁলোক উভতি আহিলে, মই ওলাওঁ নিশ্চিন্ত মনেৰে হাতত কমণ্ডলু আৰু ফুলৰ কৰণী লৈ। গঙ্গাত গা ধুই কমণ্ডলুত পানী ভৰাই লৈ বালিচৰেদি আগবাঢ়োঁ কেদাৰ মন্দিৰলৈ, ৰাজ বাটেদি নেযাওঁ। এই চোৰা বাট নিজান গঙ্গাৰ বালিচৰ। গা ধুই তিতা চুলি মেলি, মুৰৰ ওৰণি পেলাই অকলশৰে মন্দিৰলৈ আগবাঢ়োতে মনৰ মাজত অপূৰ্ব অনুভূতিত হিয়া মন পুলকিত হৈ উঠে, মনৰ মাজত মীৰাবাঈৰ ভজন গুণগুণাই উঠে ঃ

“ৰাণীজী ম্যায় গিৰীধাৰীকে ঘৰ জাঁউ
গিৰীধাৰী মেৰে সাঁচ পিতম
সব ছোড়ি সুখ পাওঁ
ম্যায় গিৰীধাৰীকে ঘৰ জাঁউ।”

মীৰাবাঈৰ দৰে মই যেন সৰ্বস্বত্ব পিছত পেলাই থৈ পৰমপ্ৰিয়ৰ ঘৰলৈ আগবাঢ়িছোঁ, সৰ্বত্যাগিনী সন্ন্যাসিনীৰূপে বিশাল সংসাৰৰ মাজত অকলশৰীয়া অসীমৰ অভিযাত্ৰিনী চিৰ সুন্দৰৰ পূজালৈ আগবাঢ়িছোঁ। সেই মধুৰ মুহূৰ্তবোৰত ঘনীভূত হৈ পৰে মানসলোকত চিৰসুন্দৰ পৰমপ্ৰিয়ৰ সান্নিধ্যৰ মধুৰ পৰশ। একমুখী হৈ পৰে নিবিড় ধ্যান-স্পৰ্শ। মুৰৰ ওৰণি পেলাই চুলি মেলি পৰমপ্ৰিয়ৰ দৰ্শনলৈ আগবাঢ়োতে নিৰ্জন গঙ্গাৰ পাৰে পাৰে মুকলি মনেৰে গান গাই গাই যাওঁতে মূৰ্ত হৈ উঠে জীৱনৰ অমৃত মুহূৰ্তবোৰ। উত্তৰবাহিনী গঙ্গাৰ শীতল সমীৰণে মুৰৰ চুলি উৰুৱাই নিয়ে। মনত হয় এই লজ্জাহীন, সজ্জাহীন মহাপথ-যাত্ৰিণী মই, পৰমপ্ৰিয়ৰ পূজাৰ অৰ্ঘ্য লৈ আগবাঢ়িছোঁ, দীনা হীনা বেশে নিঃসঙ্গ তীৰ্থপথত।

এই মুহূৰ্তবোৰ সাৰ্থক হৈ উঠিছিল অভিনৱ অনুভূতিৰে। মনৰ মাজত কবিতাৰ গুঞ্জন মূৰ্ত হৈ উঠে ঃ

‘যুগে যুগে তীৰ্থযাত্ৰী দলে
তোমাৰেই পদচিহ্ন কৰি অন্বেষণ

বিচাৰিছে মানস তীৰত
জীৱন অমিয়া
দুৰ্গম কান্তাৰ গিৰী গুহা
হিমগিৰি তুঙ্গ শিখৰত।' (পৰশমণি)

সুন্দৰৰ পদচিহ্ন আঁকা আছে তীৰ্থৰ পথত। পৰম তৃষ্ণাত তৃষাতুৰ প্ৰাণে সংসাৰৰ দাবদাহ খন্তেক পাতলাবলৈ লৰি আহে তীৰ্থক্ষেত্ৰলৈ। তীৰ্থযাত্ৰীৰ শুচি দেহ মনে বিচাৰি উলিয়াবলৈ যত্ন কৰে চিৰসুন্দৰৰ পদচিহ্ন। ধূলি-মলিন পথৰ ধূলিৰে ঢাকি থোৱা দুচকুৰ লোতকে ধুই, আবেগভৰা লোতক বোৱাই, সুন্দৰৰ অসীম সৌন্দৰ্য্যত চকু বুৰাই নললে তীৰ্থ-মহিমা অনুভৱ কৰিব নোৱাৰি।

**ফুলওৱালী:** কেদাৰ মন্দিৰ সোমাওঁতেই বাটতে এজনী ফুলওৱালী ফুলৰ পাচি লৈ বহি থাকে। কিয় জানো এই অচিনাকী ফুলওৱালীজনীয়ে মোক খুউব ভাল পাই পেলালে, তাইৰ যেনিবা মই কৌটিকলীয়া বন্ধুহে। মোক দেখিলেই তাইৰ মুখখনিত হাঁহি বিৰিঙি উঠে। তাই মোৰ কাৰণে বচা বচা ভাল ভাল ফুলৰ মালা ফুল কাপোৰৰ তলত লুকাই থয়, মই যোৱালৈ বাট চাই থাকে। মই ফুল লবলৈ গ'লে তাই দেহাতী ভাষাত কয়—"এতিয়া আহিলি? চা তোৰ কাৰণে কিমান ভাল ভাল ফুল মই কাপোৰৰ তলত লুকুৱাই থৈছোঁ, লৈ যা, কোনোবাই দেখিব।" মই কওঁ, "মোৰ কাৰণে নো তই কিয় ভাল ফুল লুকুৱাই থৱ? বেচি নিদিয় কিয়?" তাই কয়, "আৰে মাইজী আপ নেহি সমজে, ম্যায়তো আপকো বহুত প্যাৰ কৰতী হ্যায়।" মই অভিভূত হৈ পৰোঁ। মোৰ চকুৰ পানী ওলাই কিয়? কিয়? ভাল পায় এই দুখীয়া ফুলওৱালীজনীয়ে বাৰু মোক। মনত হয়, এয়ে জানো তোমাৰ প্ৰেম নহয় প্ৰভু! তাইৰ ফুল লৈ কেদাৰেশ্বৰৰ চৰণত পূজা দি, বাটৰ কাষৰ মগনীয়াবোৰৰ পাতি থোৱা ফটাকাণিত পইচা পেলাই আগবাঢ়োঁ ঘৰলৈ। ঘৰ পাওঁতে এঘাৰমান বাজে। ঘৰত মোৰ আই-পেহীদেউয়ে ৰন্ধা-বঢ়া কৰে। আইহঁতে আগতেই কেদাৰ মন্দিৰত সেৱা পূজা কৰি আহে। এই সময়ছোৱা মোৰ জীৱনৰ চিৰ অনুভূতিময় স্মৰণীয় সময়। কাশীত দুটা মাহ প্ৰতিদিনেই এনে অনাবিল অনুভূতি পৰশত মন



উন্মনা পুলকিত হৈ উঠিছিল। জীৱনৰ যেন এটি চিৰস্মৰণীয় অধ্যায় এইটো।

আবেলি কেদাৰ ঘাটত সকলো মানুহে বহেগৈ, আমিও কেদাৰ ঘাটলৈ যাওঁ। গধূলি কাশীবাসিনীসকলে গঙ্গাৰ বুকুত বন্ধাই থোৱা পকীৰ ওপৰত বহি জপ কৰে। আমিও তেনে পৰিৱেশত সেই সময়ছোৱা পৰমেশ্বৰৰ ধ্যান উপাসনাত বহোঁ। ওপৰত সীমাহীন নীল আকাশ, অস্তগামী সূৰ্য্যৰ সোণালী ৰাঙলী আভাৰে সুৰঞ্জিত, তলত উত্তৰবাহিনী পতিতোদ্ধাৰিণী প্ৰৱাহিনী গঙ্গা। প্ৰত্যেকজন লোকেই পৱিত্ৰ ভাৱত মগ্ন, এনে পৱিত্ৰ পৰিৱেশত কোনো লোকেই ঈশ্বৰ-বিমুখ হৈ থাকিব নোৱাৰে।

**হৰিশ্চন্দ্ৰ ঘাট:** কেদাৰ ঘাটৰ কাষতে হৰিশ্চন্দ্ৰ ঘাটত মৃতকৰ সৎকাৰ হয়। অহৰ্নিশে মৃত সৎকাৰ হ'বই লাগিছে। চাৰি-পাঁচখন চিতা জ্বলি থাকে, সৎকাৰ কৰিবলৈ অনা শৱবোৰ বগা কাপোৰেৰে মেৰিয়াই গঙ্গাৰ পানী জুৱলিত এডোখৰ ডুবাই থোৱা হয়। জ্বলি থকা চিতা নুমাই, পুনৰ নতুন শৱৰ চিতাত তুলি দিয়া হয় সৎকাৰৰ কাৰণে। কাশীত শৱ সৎকাৰ চোৱাত কোনো শঙ্কা নাই। ল'ৰা-ছোৱালীবোৰেও কেদাৰ ঘাটৰপৰা শৱ সৎকাৰ চাই থাকে। সন্ধ্যা সময়ৰ ঈশ্বৰ উপাসনাৰ পৱিত্ৰ পৰিৱেশৰ লগতে শ্মশান দৃশ্যই শ্মশান বৈৰাগ্য জগাই তোলে মনৰ মাজত। শৱ সৎকাৰৰ দুটা প্ৰসিদ্ধ ঘাট—মণিকৰ্ণিকা ঘাট আৰু হৰিশ্চন্দ্ৰ ঘাট কাশীত প্ৰসিদ্ধ। মণিকৰ্ণিকা ঘাটলৈ বহু দূৰ-দূৰণিৰপৰা শৱ অনা হয় সৎকাৰৰ কাৰণে। মণিকৰ্ণিকা ঘাটত অষ্টপ্ৰহৰে চিতাৰ জুই নুনুৱাই বুলি প্ৰবাদ আছে। কাশীত মৃত্যু হ'লে কৈলাসবাস হয় আৰু মৃতকে অন্তিমত বিশ্বনাথ দৰ্শন পাই বুলি ভাৰতীয় হিন্দুলোকৰ দৃঢ় বিশ্বাস।

**মদনমোহন মালব্যজীৰ লগত অন্তিম সাক্ষাৎ:** কাশীত থকা কালতে মহান নেতা মদনমোহন মালব্যজী মৃত্যু-শয্যাত বুলি খবৰ পাই তেখেতক দৰ্শন কৰিবলৈ আমি সপৰিয়ালে যাত্ৰা কৰিলোঁ। এইজন মহান পুৰুষে ভিক্ষা কৰি কৰি কাশী বিশ্ববিদ্যালয় স্থাপন কৰিছিল। বিশ্ববিদ্যালয়ৰ বোটানী বাগিছাখন অতি যত্নেৰে পৃথিৱীৰ নানাবিধ উদ্ভিদেৰে সুসজ্জিত কৰি তুলিছিল। মালব্যজীৰ ঘৰৰ সুমুখতে আলিটোৰ সিটো পাৰে। আমি প্ৰথমেই বাগিছাখন চাই-চিতি উঠি মালব্যজীৰ ঘৰলৈ গলোঁ।

মালব্যজীৰ ঘৰ ঃ ভাৰত-বিখ্যাত মহান নেতা মালব্যজীৰ ঘৰখন দেখি আমি আচৰিত হলোঁ। এটা অতি সাধাৰণ আসাম টাইপৰ তিনি-কুঠলীয়া বাঙ্গলা। সমুখৰ পৰ্টিকৰ দুৱাৰত ওলমি আছে এখন সস্তীয়া বগা পৰ্দা। আমি দুৱাৰত টুকুৰিয়াই দিয়াৰ লগে লগে এটি সৰু ল'ৰা ওলাই আহি আমাক বহিবলৈ দিলে বাহিৰৰ পৰ্টিকত। মাজত এখন ঘূৰণীয়া কাঠৰ মেজ; কেইখনমান বাতৰি কাকত মেজৰ ওপৰত, মেজৰ কেউকাষে পাঁচখনমান কাঠৰ সস্তীয়া চকী। মালব্যজীৰ বহা কোঠালীত ইমানেই গৃহসজ্জা। ল'ৰাটিয়ে ভিতৰত খবৰ দিয়াত মালব্যজীৰ ডাঙৰ ল'ৰা শ্ৰীগোবিন্দ মালব্যজী ওলাই আহি আমাৰ পৰিচয় ল'লে। আমি মালব্যজীৰ দৰ্শন অভিলাষী বুলি কোৱাত তেওঁ আমাক ভিতৰলৈ লৈ গ'ল। বাওঁফালৰ কোঠালীৰ সোঁ-মাজত এখন ৰচিৰ চাৰপাইত শুই আছে মালব্যজী। মালব্যজীৰ অসুখ; তেখেতৰ শয্যাশায়ী অৱস্থা। ঘৰটোৰ ভিতৰত খাটিয়াখনৰ বাজে প্ৰায় একোৱেই নাই। খাটিয়াৰ বিচনাখন তেনেই সাধাৰণ। মালব্যজীৰ দুয়োকাষে দুজন নেতৃস্থানীয় মানুহ মাটিত বহি মালব্যজীৰ লগত কথা হৈছে, মালব্যজীৰ ক্ষীণ মাতৰ কথাবোৰ মুখৰ ওচৰলৈ কাণপাতি লেখি লৈছে। সেই সময়ৰ সাম্প্ৰাদায়িক সংঘৰ্ষৰ বাতৰিয়ে এই মহান নেতাজনক মৰ্মাহত কৰি তুলিছিল। মহাযাত্ৰা পথলৈ আগবঢ়াৰ সময় চমু চপাই দিলে যেন এই মৰ্মবেদনায়। তাৰেই চিন্তাত অন্তিম মুহূৰ্তবোৰ অশান্তিময় হৈ উঠিছিল। জাতিৰ বাবে শান্তিৰ বাণী দিছিল স্তিমিত জীৱনৰ অস্তিমিত কণ্ঠেৰে এটি মহান প্ৰাণে। দীঘলীয়া জীৱনৰ ধ্যান ভাৰতৰ মুক্তি আৰু ভাৰতৰ শিক্ষাৰ কাৰণে এই সৰ্বত্যাগী মহান নেতাজনে অনাড়ম্বৰ সাধাৰণ জীৱন যাপন কৰি কটালে। এই মহাপুৰুষজনক চাই চাই মনলৈ বহুত কথাই আহিল। এবাৰ অসমলৈ যাওঁতে মালব্যজীয়ে আমাৰ দেউতাৰ ঘৰ 'শান্তিভৱন'লৈ গৈছিল। আমাৰ ঘৰত বহা এখন সভাত বক্তৃতা দিছিল। আমি সমুখত থিয় হৈ কৰযোৰে নমস্কাৰ জনালোঁ। মালব্যজীয়ে সেহাই সেহাই সুধিলে ক'ৰপৰা আহিছে? আমি অসমৰপৰা আহিছোঁ বুলি পৰিচয় দিয়াত তেখেতে আনন্দ মনেৰে প্ৰতি-নমস্কাৰ জনালে। মোৰ দেউতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ লগত স্বাধীনতা আন্দোলনৰ মালব্যজী সহকৰ্মী আছিল। দেউতাৰ নাম কোৱাত



তেখেতৰ ম্লান চকুত আনন্দৰ জিলিঙনি জিলিকি উঠিল। ভাৰতৰ সুসন্তান চিৰজীৱন জনকল্যাণ কামত ব্ৰতী ত্যাগী সন্ন্যাসীজনক অন্তিম মুহূৰ্তত দৰ্শন কৰিবলৈ পাই ধন্য মানিলোঁ। গোবিন্দ মালব্যক মাত লগাই আমি কাশী বিশ্ববিদ্যালয় চাই ঘৰমুৱা হলোঁ।

মালব্যজীৰ মহাপ্ৰয়াণ ঃ কেইদিন মানৰ পিছতেই মালব্যজীৰ মহাপ্ৰয়াণৰ বাতৰি পালোঁ। সেইদিনা কাশীনগৰী চঞ্চল হৈ উঠিছে। পুৱাৰেপৰা মালব্যজীৰ সৎকাৰ দৰ্শনলৈ জনতাৰে ৰাজআলিত বিৰ দি সন্ধি পাবলৈ নোহোৱা হৈছে। আমিও ততাতৈয়াকৈ মণিকৰ্ণিকা ঘাটলৈ আগবাঢ়িলোঁ। মালব্যজীৰ শৱযাত্ৰা আগবাঢ়িছে মণিকৰ্ণিকা ঘাটলৈ। ঘাটত সোমোৱা অসম্ভৱ, মানুহৰ ভিড়ত উৱাদিহ নেপাই, আমি গঙ্গা-ঘাটলৈ নামি নাও এখন ভাৰা কৰি লৈ উঠিলোঁ। আমাৰদৰে বহুলোকে নাৱৰপৰা দৰ্শন কৰিছিল। নাৱৰপৰা আমি সুন্দৰভাৱে সৎকাৰ দৰ্শন কৰিলোঁ। মহাপুৰুষৰ অন্তিম সৎকাৰ চাবলৈ মনিকৰ্ণিকা ঘাটৰ ভিড় বৰ্ণনাৰ অতীত। মানুহে হাতে হাতে চন্দন কাঠ লৈ চিতাত অৰ্পণ কৰিছে। মালব্যজীৰ চিতা সৎকাৰ কেৱল চন্দন কাঠেৰেই সমাপ্ত হৈছে বুলি ক'ব পাৰি। মানুহৰ ভিড়ত কেইজন মানুহৰ যে জীৱন্ত সমাধি হ'ল তাৰ বুজ লয় কোনে?

জলন্ত চিতাৰ ছাঁয়াছিত্ৰ লোৱাৰ মানুহৰ কি আগ্ৰহ! আমাৰ কেমেৰাটোৱেও মোৰ ল'ৰা শ্ৰীমান উপেনে কেইবাখনো ফটো তুলি ল'লে। সৎকাৰ নৌহওতেই আমি উজাই নাৱেৰে গৈ কেদাৰঘাটৰ ঘৰলৈ আপবাঢ়িলোঁ।

কাশীৰ প্ৰধান মন্দিৰসমূহ দৰ্শন ঃ প্ৰধান মন্দিৰসমূহ বৰ ওখ, চাব লগীয়া। যোগীৰাজ তৈলঙ্গস্বামীৰ মন্দিৰ দৰ্শন কৰিলোঁ। মন্দিৰৰ বাহিৰত এটা প্ৰকাণ্ড শিৱলিঙ্গ আছে। প্ৰৱাদ আছে এই শিৱলিঙ্গটি তৈলঙ্গস্বামীয়ে আকোৱালি গঙ্গাৰপৰা আনি নিজ আশ্ৰমত থাপে বুলি। এই শিৱলিঙ্গটি ক্ৰমশঃ ডাঙৰ হৈ গৈ আছে। এটি সৰুঘৰৰ তলৰ গহ্বৰত খটখটিৰে নামি গৈ যোগীশ্ৰেষ্ঠ সাধুবাবা তৈলঙ্গস্বামীৰ মানুহজনৰ দৰেই প্ৰকাণ্ড মূৰ্তি দৰ্শন কৰিলোঁ। কলা পাথৰৰ পদ্মাসন কৰি বহি থকা মূৰ্তিৰ চকু দুটা বগা পাথৰৰ উজ্জ্বল মণি দুটাৰে অপলকভাৱে যেন

চাই আছে। স্বামীজীৰ মূৰ্তিৰ পিছপিনে স্বামীজীৰ আৰাধ্য মহাকালীৰ মূৰ্তি আছে। স্বামীজীয়ে হেনো প্ৰতিমাৰ পিনে পিছ দি সাধনা কৰিছিল। সাধনাৰ বলত কালী মূৰ্তিমতী হৈ আহি স্বামীজীৰ সমুখত থিয় হৈ থাকে। স্বামীজীৰ মাটিৰ তলৰ গুহাৰ এই জ্বলন্ত মূৰ্তিটি দেখিলে অপৰিসীম ভক্তিভাৱেৰে হিয়া উপচি নপৰাকৈ নেথাকে। সাধু তৈলঙ্গস্বামীৰ জীৱনী আগতেই পঢ়িছিলোঁ। স্বামীজীৰ জীৱনৰ অলৌকিক ঘটনা কাহিনীবোৰ সুঁৱৰি স্বভাৱতে অন্তৰত এটি ভক্তিভাৱ মনত সাঁচি থোৱা আছিল। আজি কাশীক্ষেত্ৰত স্বামীজীৰ জীৱন্ত মূৰ্তি, সাধন গুহাৰ পৱিত্ৰ পৰিৱেশত মনৰ মাজত অপূৰ্ব সাধুসঙ্গৰ প্ৰভাৱ অনুভৱ কৰিলোঁ।

**সাধু হৰিহৰ বাবাৰ দৰ্শনঃ** এদিন আবেলি পৰত নাৱত উঠি কাশীৰ উত্তৰবাহিনী গঙ্গাৰ বুকুৰ শোভা চাই চাই বহুদূৰ আগুৱাই গৈ 'অসি' নদীৰ মোহনা পালোঁগৈ। এই অসি নদীৰ ঘাটত কাশীৰ প্ৰসিদ্ধ যোগী 'হৰিহৰ বাবা' নাৱৰ ওপৰতে বহুকাল বাস কৰি আছে। মানুহৰ মুখে শুনি এই প্ৰাচীন যোগীজন চাবলৈ গ'লোঁ। এওঁ সিদ্ধ পুৰুষ, মৌনী, তপস্যাৰ কৃচ্ছ্ৰ সাধনাত বাবাৰ শৰীৰ শুকাই কাঠখনিৰদৰে হৈছে। এখেতে লোক-সংস্পৰ্শ ভাল নেপায়। তিৰোতা মানুহৰ নাওখন স্পৰ্শ কৰাৰো অধিকাৰ নাই। তেওঁ অবিৰাম সমাধিস্থ হৈ থাকে। নাওখন মাৰবান্ধি ওপৰত বেদী কৰি বাবা যোগাসনত বহি থাকে। দৰ্শনাৰ্থীসকলে নাৱৰ কাষত থিয় হৈ দৰ্শন কৰে। তেওঁক মনে মনে প্ৰাৰ্থনা জনালেই হেনো প্ৰাৰ্থীৰ প্ৰাৰ্থনা পূৰ্ণ হয়। তেওঁ নিৰাহাৰী, মৌনী অন্তৰ্যামী। এই মহাযোগীজনক ঘাটৰ পাৰৰপৰাই সভক্তিৰে প্ৰণিপাত জনাই নিৰৱে দৰ্শন কৰি শ্ৰদ্ধাৰ আঁজলি যাচি ঘৰমুৱা হ'লোঁ। কাশীত বহু সাধু দৰ্শন পোৱা যায় বুলি শুনি বহুদিনৰেপৰা মনত সাঁচি থোৱা অভিলাষ পূৰ্ণ হ'ল।

**কাশী বিশ্ববিদ্যালয়ৰ অসমীয়া ছাত্ৰসকলৰ সম্বৰ্ধনাঃ** কাশী বিশ্ববিদ্যালয়ত শিক্ষা লৈ থকা অসমীয়া ছাত্ৰসকলৰ সাদৰ আহ্বান পাই সুদূৰ বিদেশত অসমী আইৰ মৰমৰ সোৱাদ মৰমৰ অসমীয়া ছাত্ৰসকলৰ আদৰ অভ্যৰ্থনাত হিয়া অভিভূত হৈ পৰিল। দূৰ বিদেশতো মোৰ মৰমী অসমী আইয়ে পাহৰা নাই। সেই সময়ত পঢ়িথকা শ্ৰীধীৰেন্দ্ৰনাথ বৰদলৈ (লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ ল'ৰা), এওঁৱেই আগৰনুৱা হৈ অসমীয়া ছাত্ৰসকলক গোটেই অসমৰ কবি হিচাপে সম্বৰ্ধনাৰ আয়োজন কৰে। এওঁৰ সহপাঠী বন্ধু শ্ৰীদেৱীপ্ৰসাদ (বিহাৰী ছাত্ৰ) আৰু বিশ্ববিদ্যালয়ৰ ভিন ভিন বিভাগৰ ভাৰতৰ আন আন ছাত্ৰসকলৰো সহযোগত সম্বৰ্ধনা সভা অনুষ্ঠিত হয়। এই ছাত্ৰসকলে মৰমেৰে আগবঢ়োৱা সাদৰ সম্বৰ্ধনা গ্ৰহণ কৰি আনন্দত হিয়া উপচি পৰিল। উত্তৰত সমূহ ছাত্ৰ-ছাত্ৰী সকললৈ মোৰ আন্তৰিক মৰম আশীৰ্বাদেৰে ছাত্ৰসকলৰ উন্নতি কামনা কৰি দুআষাৰ কৈ বিদায় ল'লোঁ।



ছাত্ৰসকলৰ সৌজন্যত বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগবোৰ চাবলৈ সুবিধা হ'ল। লাইব্ৰেৰী হলটোৱেহে মন বিশেষকৈ আকৰ্ষণ কৰিলে। মানুহজনৰ সমানেই মদনমোহন মালব্যজীৰ তৈলচিত্ৰখন যেন জীৱন্ত। প্ৰচুৰ গ্ৰন্থৰাজীৰে চহকী বেনাৰচ বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী এটি চাব লগীয়া বস্তু। বিশ্ববিদ্যালয় চাই আমি গোটেই পৰিয়াল 'সাৰনাথ'লৈ বুলি আগবাঢ়িলোঁ। মোৰ ল'ৰা উপেন্দ্ৰই বিশ্ববিদ্যালয়ৰ বহুখিনি ফটো তুলি ল'লে।

**সাৰনাথঃ** 'সাৰনাথ' প্ৰসিদ্ধ বৌদ্ধ বিহাৰ। কাশীৰজাৰ তপস্বিনী কন্যা 'মালিনী'ৰ কাৰণে পিতাক কাশীৰাজে এই বিহাৰ নিৰ্মাণ কৰে। হিন্দুধৰ্মী কাশীৰাজৰ জ্ঞানৱতী বিদুষী কন্যা মালিনী বুদ্ধধৰ্মৰ প্ৰতি আকৃষ্ট হৈ পৰে। ফলত ৰাজকন্যাৰ বিৰুদ্ধে বিদ্ৰোহ উপস্থিত হোৱাত প্ৰজাৰ কাৰণে ৰজাই মৰমৰ জীয়েকক নগৰৰপৰা বহিষ্কাৰ কৰিব লগীয়া হয়। নগৰৰপৰা দূৰৈত এই সাৰনাথতেই জীয়েক মালিনীক দেউতাকে বনবাস দিয়ে। বিচাৰ সভাত মালিনীৰ বৌদ্ধধৰ্মৰ যুক্তিপূৰ্ণ সাৰগৰ্ভ বক্তৃতা শুনি ৰজা আৰু সভাসদসকল মুগ্ধ হৈ ৰজাৰে সৈতে সকলোৱেই বৌদ্ধধৰ্মত দীক্ষা লয়। দোষমুক্ত ৰাজকন্যা মালিনীয়ে ৰাজকাৰেঙলৈ উলটি যাবলৈ সন্মত নহৈ পুনৰ সাৰনাথৰ অৰণ্যবাসকে আশ্ৰয় কৰি ল'লে। পিতাক ৰজাই মালিনীয়ে বুদ্ধধৰ্ম প্ৰচাৰৰ সুবিধাৰ কাৰণে সাৰনাথ মঠ আৰু বৌদ্ধবিহাৰ নিৰ্মাণ কৰাই দিয়ে। মালিনীয়ে বহুকাল এই মঠত সাধনা কৰি প্ৰধানা অৰ্হৎৰূপে বুদ্ধধৰ্ম প্ৰচাৰ কৰে। এই মঠত শিক্ষাৰ্থিনী ছাত্ৰীসকলৰ সৰু সৰু বাসগৃহ, শয়ন কৰিবলৈ ওখ ওখ মাটিৰ ভেটিবোৰ দেখিলোঁ। কঠোৰ সংযম আৰু ত্যাগৰ মাজেৰে তপস্বিনী ছাত্ৰীসকলে ব্ৰহ্মচাৰিণী-

ৰূপে শিক্ষালাভ কৰিছিল ৰাজকন্যা তপস্বিনী মালিনীৰ আৰ্হিৰে। নতুনকৈ সজা বৌদ্ধ বিহাৰ এটিত প্ৰাচীৰৰ গাত বুদ্ধ-লীলাৰ সুন্দৰ চিত্ৰ সমূহেৰে সুসজ্জিত। সাৰনাথৰ মঠ প্ৰকাণ্ড, প্ৰায়বোৰ বৌদ্ধমঠৰ ভিতৰত সাৰনাথ মঠেই অতি পুৰণি। সাৰনাথ চাই ধূলিময় বাট টঙা গাড়ীৰে অতিক্ৰম কৰি কাশী চহৰ পালোঁহি।

কাশীৰপৰা কলিকতালৈ : কলিকতাৰ হিংসাময় নাৰকীয় পৰিস্থিতি এৰি আহি দেৰমাহ কাল ভাৰতৰ পূণ্যতীৰ্থ কাশীবিশ্বনাথ ক্ষেত্ৰত বাস কৰি জীৱনৰ গ্লানিময় মলিনতাবোৰ যেন নিকা হৈ শান্তিৰ নিশ্বাস পেলাইছিলোঁ। শুনিবলৈ পালোঁ কলিকতাৰ ঘটনা কাশীতো ঘটিবলৈ ধৰিছে। সাম্প্ৰদায়িক অশান্তিৰ আৰম্ভ হ'ল কাশীধামতো।

এদিন দেখিলোঁ আমি থকা ঘৰটোৰ কাষতে এটা সৰু ঘৰৰ সমুখত বুঢ়া এজনে বহুত লাঠিত তেল সানি ৰ'দত দিছে। বুঢ়াক লাঠিত তেল কিয় দিছে বুলি সোধাত "মাইজী আপ চমজে নেহী? ইচব কাশীকা দুশমনকো সায়েস্তা কৰণেকো লিয়ে জমা ৰখা হুৱা হ্যায়। বেইমান চব গণ্ডগোল লাগা দিয়ানা, চমজে নেহী ইসকা কিত্না জৰুৰৎ? ই ঘৰমে লাঠিকা গুদাম।" মই বুঢ়াক ভালৰি বোলাই গুদামটো ভুমুকিয়াই চাই দেখিলোঁ, সেই কুঠৰীটোৰ তলতো কুঠৰী আছে, বন্দোৱা পকা লাঠিৰে ভৰাল ঠাহ খাই আছে। কাশীৰ প্ৰত্যেকজন পুৰুষেই লাঠিয়াল। সৰুৰে-পৰা লাঠি চালনা শিকা সিহঁতৰ বাধ্যতামূলক শিক্ষা। প্ৰত্যেকজন হৃষ্ট-পুষ্ট জোৱান লাঠিয়াল। সিহঁতে উলামূলা শত্ৰুক ভয় নকৰে। দৰ্কাৰ হ'লেই এনে ৰাজহুৱা ভঁৰালবোৰৰপৰা লাঠি লৈ গৈ সিহঁতে মাৰপিটত যোগ দিয়ে। পিছদিনা আমাৰ গাখীৰ বন্ধ হোৱাত শুনিলোঁ চক বজাৰত সংঘৰ্ষ হৈছে, আমাৰ গাখীৰ দিয়া গোৱালা গ্ৰেপ্তাৰ হৈছে। দিনক-দিনে অশান্তি বাঢ়ি অহা বাতৰি পাই আমি কাশী এৰি কলিকতালৈ ৰাওনা হ'লোঁ। ষ্টেশনত অসম্ভৱ ভিড়ৰ কোবত আমি বেনাৰচ এক্সপ্ৰেছ কোনোমতেই ধৰিব নোৱাৰিলোঁ। কোনোমতে দিল্লী মেলৰ সৰু মাইকী ডবা এটাত আমাক উঠাই দি মোৰ ল'ৰা উপেনে পুৰুষৰ ডবাত উঠিলেগৈ। ঠায়ে ঠায়ে সাম্প্ৰদায়িক সংঘৰ্ষৰ চিনবোৰ চকুত পৰি গৈছে। ট্ৰেইনৰ খিৰিকীবোৰ ভগা, খিলি ভগা। ডবাটোত তিনিখন বেঞ্চ, এখনত



আমি, মাজৰখনত এজনী পঞ্জাবী মহিলা ল'ৰা এটাৰে সৈতে, আনখনত কলিকতা বৰবজাৰৰ মাৰোৱাৰী মহিলা এজনী তিনিটা ল'ৰা-ছোৱালীৰে, মাজৰখনত এজনী বঙালী মহিলা। ট্ৰেইন এৰি দিলে। গধূলি সময়ত আমি আসানসোল পালোঁহি।

ৰেলত গুণ্ডাৰ হাতত : আসানসোল ষ্টেশনত ট্ৰেইন ৰোৱাৰ লগে লগেই এজাক লাঠি লোৱা মানুহে এপাল তিৰোতা আমাৰ ডবাটোত ভৰাই দিলেহি। সেই লেতেৰা তিৰোতাবোৰে আমাৰ বিচনাবোৰতে ল'ৰা-ছোৱালীবোৰ ঠেলি হেচি বহি পৰিল, ল'ৰা-ছোৱালীবোৰে চিঞৰ-বাখৰ লগালে। আমি মানা কৰা শুনি বাহিৰৰ লাঠিলোৱা মানুহবোৰে লাঠি জোকাৰি আমাক গালি পাৰিবলৈ ধৰিলে "তহঁতে ইহঁতক বহিবলৈ নিদিলে লাঠিৰে মৰিয়াই তহঁতৰ মূৰ ভাঙিম।" আমি ভয়তে মনে মনে থাকিলোঁ। ট্ৰেইনখন এৰি দিয়াৰ লগে লগেই দুটা সুসজ্জিত সেউজীয়া সাজ পোচাক পিন্ধা ভলন্টিয়াৰ আমাৰ ডবাটোত চলি থকা ট্ৰেইনখনতে জাপ মাৰি উঠিল। সিহঁতৰ হাতত ডেগাৰ পিস্তলেৰে ভয়ঙ্কৰ ৰূপ দেখি আমাৰ ডবাৰ আগৰ যাত্ৰী তিৰোতাবোৰে আৰ্তনাদ কৰি কান্দি উঠিল। কাৰণ সেই সময়ৰ ৰেলত হোৱা লুট গুণ্ডামী হত্যাৰ কথা, নাৰী অপহৰণৰ কথা সদায় কাগজত ওলায় আছে। গতিকে আমাৰ ডবাৰ এটাই কেউজনী গাভৰু ছোৱালীয়ে ভয়ত কান্দিবলৈ ধৰিলে। ময়েই একমাত্ৰ এটাইখিনিতকৈ বয়সীয়া, যদিও মনে মনে ভাবিলোঁ, হে ভগৱান! এইবাৰ হে সবংশে নাশ হব লগীয়া আছে নে কি? বিশ্বনাথক মনে মনে স্মৰণ কৰিলোঁ, হে বিশ্বনাথ! তোমাৰ চৰণত আশ্ৰয় বিচাৰি আহি যেন সৰ্বস্বান্ত নহওঁ।

খন্তেকতে মই মোৰ কৰ্তব্য স্থিৰ কৰি পেলালোঁ। ভয় কৰিলে নচলিব, নিজৰ প্ৰাণ দি হ'লেও আজি ইহঁতৰ জীৱন ৰক্ষা কৰিব লাগিব। মই এইবাৰ দোৰ্ঘোৰ সাহসেৰে প্ৰাণৰ মায়া এৰি সিহঁতক চকু পকাই ধমকি দি কলোঁ, "ইয়ে জানানাকা গাড়ীমে আপলোগ কিউ উঠা হ্যায়, তুৰন্ত উতৰ যাইয়ে, উতৰ যাইয়ে।" সিহঁতে মোলৈ চকু ৰঙা কৰি ক'লে, "ক্যা কৰেগা তুম্? নেহি উতৰেগা, তুম্কো বাপকো গাড়ী নেহি হ্যায়, তুম্ কোন উতৰণেওৱালী? নেহি উতৰেঙ্গে,

হামলোগ এহি গাড়ীমে যাউঙ্গা।" সেই মুহূৰ্ততে মোৰ মূৰত উনপঞ্চাচ বায়ু চৰিল, মই এন্ধাৰ দেখিলোঁ। কাণ্ডজ্ঞান হেৰুৱাই বাবা বিশ্বনাথক স্মৰণ কৰি জাপ মাৰি বেঞ্চিৰ ওপৰত থিয় হৈ বিপদ সঙ্কেত শিকলি ডালত ধৰিলোঁ টান নিদিয়াকৈ কলোঁ "নহি উতৰেগা? আচ্ছা সবুৰ, দেখাওঙ্গি মজা তুম্‌লোককো।" শিকলিত ধৰা দেখি ভলন্টিয়াৰ দুটাই চলি থকা ৰেলখনৰপৰা অপূৰ্ব কৌশলেৰে বগাই জাপ মাৰি মাৰি নামি গুচি গ'ল। যেই সিহঁত নামি গ'ল, ৰেলত থকা লেতেৰা তিৰোতাবোৰে মোক বেৰি ধৰি অকথ্য অশ্লীল ভাষাৰে গালি পাৰিবলৈ ধৰিলে—মোক যেন বথলিয়াই পেলাব। ভয় উত্তেজনাত মোৰ গা থক্-থক্ কৰে কঁপি আছে, গাত যেন ৰণচণ্ডীহে লম্ভিছে। অসুৰ দুটা নামি গ'ল যেতিয়া এই তিৰোতাবোৰক কোনে ভয় কৰে? চকু পকাই ডাবি দি সিহঁতক বেঞ্চৰপৰা নামি ৰেলৰ মজিয়াত বহিবলৈ কলোঁ যেতিয়াই সিহঁতৰ গালি চিএংৰ বাখৰ বেচিহে হ'ল। মই ভাবিলোঁ ইহঁতক ভয় নেদেখুৱালে নহ'ব। ধমক দি কলোঁ "এই তুম্‌লোগ মুখ বন্ধ কৰকে নিচেমে বৈঠো, গণ্ডগোল মৎ কৰো। তুম্‌লোগকা মুখসে একঠো বাত হোড়নেসে, তুম্‌লোগকো একঠো একঠো কৰকে ছোড়দেঙ্গে বাহাৰ।" পঞ্জাবী মজবুত ছোৱালীজনীক মাতিলোঁ, "আও তো বহেন! পাকৰো ইসলোগকো বাহাৰ ছোড়োঙ্গী।" পঞ্জাবী ছোৱালীজনীয়ে সঁচা বুলি ভাবি কঁকালত দোপাত্তা মেৰিয়াই সাজু হৈ উঠি আহিল। মাইকীবোৰে ভয়তে সঁচাকৈ বাহিৰলৈ দলিয়াওঁ বুলি ভাবি সুৰ সুৰ কৰে বেঞ্চিৰপৰা নামি ৰেলৰ মজিয়াত নামি বহি টেপা মাৰিলে। এতিয়াহে মোৰ গাৰ কঁপনি মৰিল, শান্ত হৈ বহি পৰিলোঁ। গাড়ীত থকা মাৰোৱাৰী, পঞ্জাবী, বঙালী এটাই কেউজনী তিৰোতাই মোৰ ভৰি চুই চুই সেৱা কৰি ক'বলৈ ধৰিলে—"মাতাজী! আপনে আজ হামলোগকো জান, প্ৰাণ, ইজ্জৎ বাচা দিয়া। আপ কৌন দেশ ৰহনেওৱালী? কাহাঁসে আয়া?" উত্তৰত কলোঁ, "ম্যায় আসাম দেশসে বেনাৰচ আবহী হুঁ। মেৰা দেশ আসাম, কামাখ্যা মায়ীকী দেশ।" সিহঁতে কামাখ্যা মাইৰ নাম শুনি আৰু মোৰ ৰণচণ্ডী মূৰ্তি দেখি হতভম্ব হৈ পৰিল। ভৰিৰ ধুলি মূৰত লৈ লৈ সেৱা কৰিবলৈ ধৰিলে।



বাবা বিশ্বনাথৰ কৃপাত এই যাত্ৰা ৰক্ষা পৰিলোঁ। ল'ৰাটো কোনোবা ডবাত উঠিল, তাৰ কাৰণে চিন্তা আৰু উৎকণ্ঠাত ৰাতিটো চকুৰ টিপ নমৰাকৈ পুৱাল।

বোৱাৰী ৰেণুৰ অলপ জ্বৰ আছিল, তেওঁক বাঙ্কত শুৱাই আনিছিলোঁ। তেওঁৰ ভয়তে জ্বৰ বাঢ়ি এশ-চাৰি হ'ল। ধলফাট দিয়াত গাড়ী ষ্টেশনত থামিল। মাৰোৱাৰী, পঞ্জাবী, বঙালী ভদ্ৰলোক কেইজনে আহি পৰিবাৰসকলৰ খবৰ ললেহি। ঘৈণীয়েকবোৰে গিৰিয়েকহঁতক দেখি হুক্-হুক্ কৰে কান্দিবলৈ ধৰিলে। যোৱা নিশাৰ কথাবোৰ বৰ্ণনা কৰি মোক দেখুৱাই ক'বলৈ ধৰিলে—"ইয়ে আসাম কে মাতাজীনে হামলোগকো জান, ইজ্জৎ বাচা দিয়া, নেহীতো গুণ্ডালোক হামলোগ্‌কো খতম কৰ্ দেতা।" ভদ্ৰলোক কেইজন ৰেললৈ উঠি আহি মোৰ ভৰি চুই চুই সেৱা কৰি নানা প্ৰশ্ন সুধিবলৈ ধৰিলে। মোৰ ঠিকনা ললে, তেওঁলোকৰো জনে জনে ঠিকনা মোক দিলে। মই এইবোৰ কথাত মন বহুৱাব পৰা নাই। সকলোৰে পৰিয়ালৰ খবৰ লবলৈ গিৰিহঁতবোৰ আহিল। ক'তা? মোৰ ল'ৰাটো দেখোন নাহিল। ৰেল ধৰিবই নোৱাৰিলে নে, নে কিবা অঘটনেই ক'ৰবাত ঘটিল, এইবোৰ চিন্তাত বিপৰ্য্যস্ত হৈ পৰিছোঁ। এইটো ষ্টেশনত আৰু ল'ৰাটো নাহিল। পিছৰ ষ্টেশনত আহি ওলালতহে মুখলৈ পানী আহিল। বোৱাৰী ৰেণুৱে কান্দি আছিল। উপেনে আহি সকলো ঘটনা শুনিলে। তেৰোঁ বৰ কষ্টেৰেহে ৰেলত কোনোমতে হেঁচা মাৰি সোমাই আছিল। ভিড় ঠেলি ওলাই আহি যোৱা ষ্টেশনত খবৰ লব নোৱাৰিলে। দুপৰীয়া দুই বজাত আমি কলিকতা পালোঁহি। মিলিটেৰিৰ ৰক্ষণাবেক্ষণত কলিকতা কিছু পৰিমাণে শান্ত হৈছে। জীৱনত পাহৰিব নোৱৰা বিচিত্ৰ অভিজ্ঞতা বিজৰিত সেই ভয়ানক দিনবোৰলৈ মনত পৰিলে আজিও আতঙ্কিত হৈ পৰে মনবোৰ। প্ৰতি মুহূৰ্ততে বিদেশৰ ঘটনাবোৰ দেখি মোৰ মাতৃ সাদৰী অসমলৈ মনত পৰে। সৰ্বধৰ্মৰ মহামিলন তীৰ্থৰূপিনী মোৰ মাতৃ অসমী আইৰ শান্তিময় কোলালৈ উভতি যাবলৈ মন ব্যাকুল হৈ উঠে।

ভাৰতৰ পূর্ণ স্বাধীনতাৰ সোঁৱৰন—১৯৪৭ চনৰ ১৫ আগষ্ট ঃ

বহু যুগ আকাঙ্ক্ষিত ভাৰত-মাতৃৰ আজি মুক্তি মহোৎসৱ। আজি ভাৰতবৰ্ষই পাব পূর্ণ স্বাধীনতা। বৃটিছ শাসনৰ নাগপাশৰপৰা ভাৰতে মুক্তিলাভ কৰিব। সকলোৰে মনত অপাৰ আনন্দত উলহ মালহ।

সেইদিনা পুৱা বেলা অনাতাঁৰ বিভাগৰ বিষয়া দুজন 'উবেদুল লতিক বৰুৱা' আৰু 'পুৰুষোত্তম দাস' আহি উপস্থিত হ'লহি মোৰ ঘৰত, আজিয়েই স্বাধীনতা উপলক্ষে কবিতা এটা ৰেডিঅ'ত পাঠ কৰিব লাগে। স্বাধীনতাৰ আনন্দত 'স্বাধীনতা' নামৰ কবিতা এটা মই আগতে লেখি থৈছিলোঁ ; গতিকে অসুবিধা নহ'ল। আবেলি পৰত ৰেডিঅ' গাড়ীৰে মোক ৰেডিঅ' ষ্টেছনলৈ তেওঁলোকে লৈ গ'ল, কবিতা ৰেকৰ্ড কৰিবলৈ। সাম্প্রদায়িক অশান্তিৰ বাবে আজি দুমাহ বাহিৰলৈ ওলোৱা নাই। সংঘৰ্ষৰ আতঙ্ক তেতিয়াও বুকুৰপৰা আঁতৰি যোৱা নাই। ভয়ে ভয়ে গাড়ীত গৈ আছোঁ। যিমানেই আগবাঢ়িছোঁ সিমানেই আচৰিত লাগিছে। ক'তো অশান্তিৰ চিন নাই। চকুত পৰিল, আচৰিত লাগিল, ঠায়ে ঠায়ে দেখোন হিন্দু মুছলমান জুম বান্ধিছে, যিটো দৃশ্য আজি বহুদিন চকুত পৰা নাছিল। দুয়োদলে পৰস্পৰক মহাশত্রু ভাবি দূৰতে আঁতৰিছিল, আজি দেখোন সেই ভাব নাই।

চিত্তৰঞ্জন এভিনিউৰ বহল ৰাস্তাৰে আগবাঢ়োতে দেখিলোঁ, এভিনিউৰপৰা সোমাই যোৱা বাটবোৰৰ মুখত হিন্দু মুছলমান দুয়োদলে মিলি গেট বান্ধিছে। যি চিত্তৰঞ্জন এভিনিউৰ বহল বাট দুই ভাতৃৰ তেজেৰে ৰাঙলী হৈছিল ভাতৃবিদ্রোহত, সেই চিত্তৰঞ্জন এভিনিউৰ হিন্দু মুছলমান অঞ্চলবোৰত উভয় সম্প্রদায়ে ভাই-ভাইৰ নাৰকীয় বিদ্রোহ পাহৰি মাতৃ-পূজাৰ মুক্তি আনন্দ আয়োজনত ব্যস্ত হৈ পৰিছে। ৰাতিটোৰ ভিতৰতে কি আচৰিত পৰিবৰ্তন! এয়ে পৰাধীনতাৰ পাপ দূৰ হোৱাৰ আগলী বতৰা। পৰাধীনতাৰ পাপে সন্তানৰ বুকুত হিংসাৰ ইন্ধন জ্বলাই দিছিল, আজি মাতৃৰ মুক্তিৰ বাতৰিয়ে সন্তানৰ চকুৰ পাপ-মোহৰ কাজল আঁতৰি গ'ল, বিদ্বেষৰ জুই নুমাই দি একে মাতৃৰ সন্তানৰ বুকুত মিলনৰ অমৃত প্রবাহ বোৱাই দিলে। মাতৃশক্তিৰ কি মহিমা। যুগ যুগান্তৰ পদদলিতা ভাৰতমাতা আজি



জাগ্ৰতা। মুক্তিৰ অমৃত পৰশ লাগিছে আজি ভাৰত-সন্তানৰ গাত। মুক্তি সুধাৰ পৰশে হিংসাৰ পাশবিকতাৰ কলঙ্ক মুচি দি প্রেমৰ মিলন জেউতি সানি দিছে ভাৰতমাতৃয়ে পথভ্ৰষ্ট সন্তানৰ চকুত। আজি কি মোহিনী যাদুৰ পৰশত বিৰুদ্ধ মতবাদ ধৰ্মবিদ্বেষৰ হিংসাভাৱ ক'লৈ পলাই ফাট মাৰিলে? কি মনোৰম আশাতীত দৃশ্য চকুত পৰিল। মনৰ আৱেগত দুচকুৰপৰা ধাৰাসাৰে লোতক পৰিবলৈ ধৰিলে। হায় স্বাৰ্থান্ধ মোহান্ধ মানুহ! তুচ্ছ হীন স্বাৰ্থৰ কাৰণে মানুহে কেনেকৈ পাহৰি যায় মানুহ প্ৰাণৰ দেবত্বপূর্ণ মানৱীয়তা, কেনেকৈ পশুৰ শ্ৰেণীলৈ নামি গৈ কৰে অমানৱীয় আচৰণ? হাতযোৰকৈ মোৰ মাটিৰ মাতৃক বাৰে বাৰে প্ৰণাম কৰিলোঁ—ভাৰতী আই মোৰ! তোৰ বুকুৰ পুণ্য ক্ষীৰ ধাৰ পান কৰিও বিবেকভ্ৰষ্ট হৈ তোৰ সন্তানে যি পাপ আচৰণ কৰিলে, সেই সকলো পাপ ক্ষমা কৰি, এই পৱিত্ৰ মিলন যেন চিৰস্থায়ী হৈ উঠক। হে ভগৱান, ভাৰত-মাতৃৰ সন্তানৰ মনৰ পৱিত্ৰতা যেন চিৰস্থায়ী কৰা প্ৰভু! গোটেই অন্তৰ বাকী আবেগ-কম্পিত কণ্ঠেৰে সৰ্বনিয়ন্তাৰ উদ্দেশ্যে মূৰ দোঁৱালোঁ।

'স্বাধীনতা' নামৰ লিখা কবিতাটি ৰেডিঅ'ত ৰেকৰ্ড কৰি হৰষিত মনেৰে ঘৰলৈ উলটিলোঁ। গধূলি হৈ আহিছে। আজি নিশা বাৰ বজাৰ লগে লগে ভাৰত-মাতৃয়ে স্বাধীনতা পাব, যুগ-যুগান্তৰ বৃটিছ নাগপাশৰ শিকলি চিঙি বন্ধনমুক্তা হ'ব। আমি ভাৰতবাসী হ'ম মুক্ত স্বাধীন। এনে এটি ভাবেই সকলো ভাৰতবাসীক অভিভূত কৰি তুলিছিল নিশ্চয়।

আহোতে বাটত দেখিলোঁ হিন্দুবোৰৰ গাত মুছলিম ভাইসকলে সকলো বিভেদ পাহৰি গোলাপজল ছটিয়াইছে। হিন্দুভাইহঁতে সাৱটি ধৰি কোলাকুলি কৰিছে, আলিঙ্গন কোলাকুলিৰ জোৱাৰ উঠিছে। কি স্বৰ্গীয় দৃশ্য! মিলনৰ কি আনন্দ! আবেগত মোৰ চকুলো ববলৈ ধৰিলে। ভগৱানলৈ মূৰ দোৱাই কলোঁ, "হে প্ৰেমময়! তোমাৰ ই কি লীলা। তোমাৰ মহিমাৰ পাৰ নাই। তুমি মানুহক কত বিধৰ প্ৰবৃত্তিয়ে নচুৱাইছা, হঁহুৱাইছা, কন্দুৱাইছা। অনন্ত তোমাৰ লীলা। হে বিশ্বপতি! ক্ষুদ্ৰ জীৱ মানুহৰ কি শক্তি আছে তোমাৰ মহিমাৰ পাৰ পাবলৈ, বিশ্ব লীলাৰ বিচাৰ কৰিবলৈ? মানুহক তুমি

পুতলাৰদৰে নিজৰ ইচ্ছাৰেই ক্ৰীয়াশীল কৰিছা, মানুহ তোমাৰ ক্ৰীড়নক, হাতৰ পুতলা। তেনে তুমি মানুহক দোষী বুলি ঘিণ নকৰিবা, মানুহক তুমি ক্ষমা কৰিবা প্ৰভু! তেতিয়াহে তোমাক মানুহেও ক্ষমা কৰিব।" এই ভাবত অভিভূত হৈ 'বিচাৰ' নামৰ কবিতা এটি লিখোঁ।

বিচাৰ

বিশ্বপতি বিচাৰ তোমাৰ
কেনেকৈ বুজিব? ক্ষুদ্ৰ প্ৰাণে মানুহৰ
মানুহে কি জানে প্ৰভু
পাপ, পুণ্য বিচাৰ তোমাৰ
তুমিয়েই চিন্তাধাৰা মানুহৰ সসীম মনৰ
তুমিয়ে প্ৰেৰণা দিছা প্ৰতি মুহূৰ্তৰ
দায়ী তুমি, নহয় মানুহ॥

স্বাধীনতাৰ আনন্দৰ পৰশত মন থৌকি-বাথৌ, মনৰ সকলো শঙ্কা দূৰ হৈ গ'ল। মনৰ আতঙ্কৰ গধুৰ শিলছটা যেন কোনোবাই আঁতৰাই দিলে অদৃশ্য হাতেৰে।

কলিকতা মহানগৰী ফুলৰ মালা পতাকাৰে সুসজ্জিতা হৈ উঠিল। প্ৰত্যেকটি আলিবাটত কলপুলি, দুৱাৰে দুৱাৰে ঘট স্থাপন, ফুলৰ মালাৰে সজাই তুলিছে প্ৰতিঘৰ দোকান বাট পদূলি জাতিস্কাৰ হৈ কলিকতা মহানগৰী হাঁহিবলৈ ধৰিছে। ঘৰে ঘৰে ৰেডিঅ' বাজিছে —বন্দেমাতৰম, বন্দেমাতৰম—ভাৰতমাতৃৰ বিজয় সঙ্গীতৰ অমৰ সুৰ।

ধন্য আজি ভাৰত-জীৱন, ধন্য ভাৰত-সন্তান। ধন্য আজি শত শত বীৰ যোদ্ধা শহীদৰ শিৰদান, আত্মবলিদান। আমাৰ স্বৰ্গতো অধিক গৰিয়সী ভাৰতমাতৃ স্বাধীনা! স্বাধীন আমি ভাৰত সন্তান। সন্ধ্যা লগাৰ লগে লগে আলোক-মালাৰে সুসজ্জিতা মহানগৰীয়ে অপূৰ্ব শোভা ধৰিলে। আজিৰ এই চিৰস্মৰণীয় নিশা, উৎসৱ-মুখৰিতা বিনিদ্ৰা কলিকতাৰ বাট পথ মৈদান। ঘৰৰ ছাতবোৰত চাওঁতে চাওঁতে জনতাৰ ভিড় হ'বলৈ ধৰিলে। সকলোৱে উৎসৱ আনন্দত মতলীয়া হৈ অভিলষিত



বাঞ্ছিত মুহূৰ্তৰ অপেক্ষালৈ বাট চাইছে। বুকু আনন্দৰ আৱেগত কঁপাই নিশা বাৰ বজাৰ টং টং শব্দেৰে জাননী দিয়াৰ লগে লগে সমগ্ৰ কলিকতাৰ লক্ষ লক্ষ নাৰী-কণ্ঠৰ উৰুলি শঙ্খধ্বনি বাজি উঠিল। একে মুহূৰ্ততে কোটী কণ্ঠৰ বন্দেমাতৰম্ ধ্বনিয়ে নিশাৰ আকাশ কঁপাই তুলিলে। একেস্বৰে উৰুলি শঙ্খনিনাদৰ গভীৰ ওম্ ওম্ ওম্ প্ৰণৱৰ মহামন্ত্ৰধ্বনি একীভূত হৈ ত্ৰিদিব খলকাই তুলিলে। মৈদানবোৰত, প্ৰতি-ঘৰৰ ছাতৰ ওপৰে ওপৰে তিনিৰৰণীয়া জাতীয় গৌৰৱ পতাকা উৰিবলৈ ধৰিলে। মোৰ ঘৰৰ ছাতৰ ওপৰত মই নিজ হাতে তিনিৰৰণীয়া পতাকা-খনি উৰুৱাই দি আকাশলৈ চাই দুধাৰি চকুলো বোৱাই সৰ্বনিয়ন্তালৈ প্ৰণাম জনাই ভাবিছোঁ—'সাক্ষী হোৱাঁ ত্ৰিদশৰ দেৱলোক, সাক্ষী হোৱাঁ গন্ধৰ্ব, কিন্নৰ। পুষ্প বৰিষণ কৰা দেৱবালাসকল, ভাৰত-মাতৃৰ শিৰত, চিৰ বিজয়িনী হওক মোৰ বিশ্ববন্দিতা যুগনন্দিতা ভাৰত মাতৃ। মোৰ মনত হ'ল যেন আকাশৰপৰা দেৱতাসকলে বিমানৰপৰা আনন্দ মনেৰে যেন চাইছে, ভাৰতমাতৃৰ স্বাধীনতা উৎসৱৰ মহাসমাৰোহ, পুষ্প বৰিষণ কৰিছে যেন ভাৰত-মাতৃৰ শিৰত। আকাশত পতাকাখনি বিজয় গৌৰৱে উৰিবলৈ ধৰিলে। আবেগত মই গাই উঠিলোঁ মোৰ পিতৃ-বিৰচিত অমৰ প্ৰিয় সঙ্গীতটি:

গীত

নীল আকাশত জোনৰ দৰে
ভাৰতৰ পতাকা উৰ
প্ৰতি ঘৰে ঘৰে অতি পয়োভৰে
বিজয় নিশান উৰ।
কোটী সন্তানৰ প্ৰেমৰ চানেকী
তিনি বৰণীয়া উৰ
সহস্ৰ লাঞ্ছনা অপমান ঠেলি
বিজয় জয়ন্তী উৰ॥

(কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ)

১৯৪৭ চনৰ ১৫ আগষ্টত পঠিত ঃ

'স্বাধীনতা' কবিতাৰ সুৰ অনাতাঁৰত বাজি উঠিল ঃ

"কোন্ দূৰ অতীতৰপৰা দেৱতাৰ অভিশাপ শিৰত সাৱটি
পাষাণী অহল্যা ৰূপে ভাৰত জননী !
আছিলা বন্দিনী হৈ নিদ্ৰিত যুগত
আজি শাপমুক্ত তুমি। উঠা দেৱী, উঠা মাতৃ চিৰ তপস্বিনী
চোৱাঁ নৱ প্ৰভাতৰ অৰুণ উদয়, কপালত জিলিকিছে বিজয় তিলক
চন্দ্ৰ, সূৰ্য্য, সপ্তৰ্ষি মণ্ডল॥ জাগে ধ্ৰুৱতৰা
পোন্ধৰ আগষ্টৰ মুক্তিৰ প্ৰথম প্ৰভাত
হিমাদ্ৰিৰ শিখৰত ত্ৰিৰঙা পতাকা উৰে দুন্দুভি ধ্বনিত॥"

স্বাধীন ভাৰতত কংগ্ৰেছ শাসন প্ৰতিষ্ঠা ঃ

১৯৪৭ চনৰ ১৫ আগষ্ট ভাৰতবৰ্ষৰ চিৰ-আকাঙ্ক্ষিত চিৰস্মৰণীয় স্বাধীনতা দিবস প্ৰতিষ্ঠা হ'ল। ভাৰতবৰ্ষই পালে স্বাধীনতা। যুগান্তৰৰ বিদেশী শাসনৰ নাগপাশৰপৰা মুক্তি পালে বন্দিনী ভাৰত-মাতৃয়ে। দেশ স্বাধীন হ'ল, ভাৰতবৰ্ষৰপৰা বিদেশী শাসন উচ্ছেদ হ'ল। স্বাধীন ভাৰতত কংগ্ৰেছ শাসন প্ৰতিষ্ঠা হ'ল যদিও প্ৰথম গবৰ্ণৰ জেনেৰেল হয় 'মাউণ্টবেটেন'। দ্বিতীয় গবৰ্ণৰ জেনেৰেলৰ পদত সুতীক্ষ্ণ ৰাজনীতিজ্ঞ চক্ৰৱৰ্তী শ্ৰীৰাজা গোপালাচাৰিয়া।

পিছত গণতান্ত্ৰিক গঠন হোৱাৰ পিছত ৰাষ্ট্ৰপতি ৰূপে সুপণ্ডিত ৰাজৰ্ষিতুল্য ৰাজেন্দ্ৰপ্ৰসাদ। প্ৰধানমন্ত্ৰী ৰূপে ভাৰত শাসনৰ বাঘজৰী হাতত তুলি ললে পণ্ডিত জৱহৰলাল নেহেৰুৱে। স্বাধীনতা সমৰৰ যুঁজাৰু সৈনিকসকলেৰে গঠিত হ'ল ভাৰত শাসনৰ কেন্দ্ৰীয় সভা। ভাৰতৰ প্ৰত্যেক প্ৰদেশতে গণতান্ত্ৰিক শাসন সভা প্ৰতিষ্ঠা হ'ল। পূৰ্বৰ কংগ্ৰেছ দলপতি লোকপ্ৰিয় গোপীনাথ বৰদলৈ সৰ্বসন্মতিক্ৰমে অসমৰ প্ৰথম মুখ্যমন্ত্ৰী নিৰ্বাচিত হ'ল। অসমৰ স্বাধীনতা যুঁজৰ যুজাৰুসকলেৰে অসমৰ বিধান সভা গঠিত হ'ল। অসমত চলি থকা লীগ শাসনৰ ওৰ পৰিল। এতিয়াৰেপৰা ভাৰতবৰ্ষৰ বুকুত গণতন্ত্ৰ স্থাপিত হ'ল। জনসাধাৰণে বহু দুখ-দুৰ্গতিৰ পিছত স্বস্তিৰ



নিশ্বাস পেলালে। প্ৰধানমন্ত্ৰী জৱহৰলাল নেহেৰুয়ে ভাৰত নিৰ্মাণলৈ মন দিলে। অসমতো লোকপ্ৰিয় বৰদলৈয়ে অসমৰ কংগ্ৰেছ শাসনৰ গুৰি ধৰি অসম নিৰ্মাণলৈ মন মেলিলে। ১৯৪৭ চনৰপৰা ১৯৫০ চনৰ ভিতৰতে গোপীনাথ বৰদলৈয়ে ক্ষন্তেকলৈ জিৰণি নলৈ অসমৰ জনহিতকৰ কামবোৰ সমাধা কৰিবলৈ দেহে-কেহে তৎপৰ হৈ উঠিল। অসমত বিশ্ববিদ্যালয় স্থাপন, উচ্চ ন্যায়ালয়, অসম মেডিকেল কলেজ স্থাপন, অসম অনাতাঁৰ বিভাগ, ইঞ্জিনিয়াৰীং কলেজ আদি শিক্ষা অনুষ্ঠানবোৰ গঢ়ি তুলিলে। অসমক আন প্ৰদেশৰ সমকক্ষ পূৰ্ণাঙ্গ কৰি তুলিবলৈ ভাৰতবৰ্ষৰ এটা যুগে পাতনি সলালে। আৰম্ভণী হ'ল নতুন ভাৰত গঠনৰ পূৰ্ণ উদ্যম। অসমৰ উদ্যোগৰ পূৰ্ণ বিকাশ সাধনত লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ চাৰি বছৰৰ মুখ্যমন্ত্ৰীত্বৰ সেৱাৰ দান অতুলনীয়। বিশেষতঃ অসমৰ নেফা অঞ্চলক অসমীয়া ভাষাৰে শিক্ষা বিস্তাৰৰ যি আঁচনি লৈছিল সেই আঁচনি আধৰুৱা হৈয়ে ৰ'ল।

**জাতিৰ পিতা বাপুজীক হেৰুৱায়ঃ** ভাৰতবৰ্ষৰ অবিস্মৰণীয় ১৯৪৬ চন পাৰ হৈ গ'ল। নানান অভাবনীয় সংঘৰ্ষ সংঘাতে আবৰা এই সাতচল্লিচ চনৰ পাহৰিব নোৱৰা দিনবোৰ ঐতিহাসিক ঘটনাৰে ৰঙোৱা। বহু বাঞ্ছিত আকাঙ্ক্ষাৰে অনুৰঞ্জিত ঊনৈশ শ সাতচল্লিচে দিলে ভাৰত-মাতৃক স্বাধীনতা। এইবাৰ যেন ভাৰতৰ মুক্তি সাধকৰ মুক্তি ব্ৰতৰ সাধনা শেষ হ'ল। স্বাধীন ভাৰতবৰ্ষৰ শেষৰ চিত্ৰবোৰ আঁকিবলৈ আন খনিকৰলৈ এৰি ভাৰতৰ মুক্তি-পূজাৰীৰ জীৱন-নাটৰ আঁৰ কাপোৰখনি যেন পৰি গ'ল অকস্মাতে।

সেই দিনটোৰ কথা পাহৰিব নোৱাৰি। হঠাৎ আবেলি পৰত কৰুণসুৰে কলিকতা মহানগৰীৰ সহস্ৰ ৰেডিঅ'ই কান্দি উঠিল। গহীন গম্ভীৰ স্বৰে অনাতাঁৰে ক'লে, 'বাপুজী নাই'। আকাশ-বতাহ কান্দি উঠিল, প্ৰতিজন মানুহৰ হৃদয়ে কান্দি উঠিল-'বাপুজী নাই'। বুকে বুকে দুৰন্ত কঁপনি হাঁহাকাৰৰ বিননি 'বাপুজী নাই', ভাৰত সূৰ্য্য অস্তমিত। কোন ? কোন পাষণ্ড নাৰকীয়ে এই মহাপ্ৰাণ বিনাশ কৰিলে? অনাতাঁৰে ক'লে, "দিল্লীৰ বিড়লা ভৱনৰ প্ৰাসাদ প্ৰাঙ্গণৰ প্ৰাৰ্থনা সভাত বাপুজীৰ প্ৰাৰ্থনাক্ষণত নাথুৰাম গড্‌চেই বাপুজীক গুলীয়াই হত্যা কৰিলে।"

এই বাতৰি শুনি নিজৰ বুকুতে গুলী খোৱা যেন লাগিল। বেদনাত হিয়া ফাটি-চিটি গ'ল, ধাৰাসাৰে চকুলো বাগৰি পৰিবলৈ ধৰিলে।

হায় বাপুদেৱতা! এই পাপ পৃথিৱীয়ে তোমাৰ মোল নুবুজিলে। সাম্প্ৰদায়িক, অজ্ঞানতা মহাপাপ দূৰ কৰিবলৈ তুমি লাখুটিত ভৰ কৰি কঁপি কঁপি নাৰকীয় হিংসাৰ তাণ্ডৱৰ মাজে মাজে ঘূৰি ফুৰিছিলা, প্ৰেমৰ ক্ষমাৰ শান্তিজল ছটিয়াই হিংসাৰ নৰক অগ্নি নুমাবলৈ হিংস্ৰ মানুহৰ ঘৰতে আশ্ৰয় লৈ তোমাৰ মহান মহত্বৰে তোমাৰ দেৱপ্ৰাণৰ অমৃত বাকি পাপীৰ হৃদয় জয় কৰিবলৈ সমৰ্থ হৈছিলা। কিন্তু তোমাৰ স্বধৰ্মীয়ে ক্ষুদ্ৰ দৃষ্টিৰে সেই মহিমাৰ মোল নুবুজিলে, নুবুজিলে পাতকী সমাজে তোমাৰ মহত্বৰ মহানতা।

হে মহান জাতিৰ পিতা! পিতৃ-হত্যা কৰি অজ্ঞান সমাজে ভাৰতৰ বুকুত মুচিব নোৱৰা কলঙ্ক ৰেখা আঁকি তোমাৰ বুকুৰ তেজেৰে তোমাৰ মাতৃভূমি ৰাঙলী কৰিলে। তোমাৰ বুকুৰ তেজেৰে ভাৰত মুক্তিৰ শেষ হোমানলত শেষ আহুতি দি তুমি গুচি গলা। দুচকুৰ পানীৰে তৰ্পণ সজালোঁ বাপু, তোমাৰ মহান আত্মালৈ। মহানগৰীৰ হাজাৰ হাজাৰ অনাতাঁৰৰ বিননিত গছৰ পাত সৰিল। বাপুজীৰ বিয়োগ বেদনাত দুটি কবিতা লেখিলোঁ।

অনাতাঁৰ বিভাগে বিচৰাত কবিতা দুটা অনাতাঁৰত ব্ৰডকাষ্ট কৰা হ'ল। 'সম্ভৱামি যুগে যুগে' আৰু 'পৃথিৱী কি পালি দান'।

অনাতাঁৰত 'সম্ভৱামি যুগে যুগে' কবিতাটি শুনি 'সেনলা গ্ৰামোফোন কোম্পানী'য়ে ৰেকৰ্ডিং কৰি ল'লে। সেই দিনাই লেখিলোঁ 'পৃথিৱী কি পালি দান' এই কবিতাটি। অনাতাঁৰত পাঠ কৰি জাতিৰ পিতালৈ তৰ্পণ জনালোঁ।

অতীতৰ এটি দুখলগা ছোৱালী শিক্ষাৰ সোঁৱৰণ:

আজি স্ত্ৰী-শিক্ষাৰ সাৰ্থক পয়োভৰ দেখি মনত পৰিছে ১৯১৯ চনৰ দুখলগা সোঁৱৰণ। ভাৰতৰ জাগ্ৰত সচেতনাৰ মাজত ১৯১৯ চনলৈকে অসমত স্ত্ৰী-শিক্ষাৰ প্ৰতি সমাজ-সচেতনতা জাগি উঠা নাছিল। ডিব্ৰুগড়ত মাথোন এখন উচ্চ প্ৰাইমাৰী স্কুল স্থাপিত হৈছিল।



গুৱাহাটীত বঙালী উচ্চ প্ৰাইমেৰী স্কুল পাণবজাৰত চলিছিল। সেই স্কুলত দুই-এজনী অসমীয়া ছোৱালীহে পঢ়িছিল। গুৱাহাটী উজান-বজাৰত অসমীয়া ছোৱালীয়েহে স্কুলৰ মুখ দেখা নাছিল। মোৰ দেউতা তেতিয়া বিলাতত। উজানবজাৰত এখন ছোৱালী স্কুল খুলিবলৈ মনত হাবিয়াস জাগিল।

মোৰ মনৰ হাবিয়াসৰ কথা বৰদেউতা প্ৰবোধচন্দ্ৰ বৰদলৈক কোৱাত তেখেতে উৎসাহ দিলে। আমাৰ ককাদেউতা মাধৱচন্দ্ৰ বৰদলৈৰ পুৰণি বঙলাটোতে ছোৱালী স্কুল আৰম্ভ কৰিলোঁ। ৺কমলাকান্ত ভট্টাচাৰ্য্যৰ বৰ জীয়ৰী স্নেহলতা ভট্টাচাৰ্য্য আৰু মই শিক্ষকতাৰ ভাৰ ল'লোঁ। বোৰ্ড আদি যাবতীয় খৰচ বৰদেউতাই দিলে। চকিদাৰনী ঠিক হ'ল। উজানবজাৰৰ ছোৱালীবোৰক লৈ স্কুল আৰম্ভ কৰা হ'ল। ছয়মাহ চলাৰ পিছত ছোৱালীবোৰৰ চাৰি অনা ফিজ বন্দৱস্ত কৰা হ'ল। লগে লগে চাৰি অনা ফিজ দি ছোৱালী পঢ়ুৱাবলৈ অভিভাৱকসকলৰ আগ্ৰহ কমি গ'ল; ফলত স্কুল অচল হৈ পৰিল। ছোৱালীবোৰে বহুত উন্নতি কৰিছিল। সিহঁতৰ দুখ বেজাৰ দেখি মোৰ মন ভাগি গ'ল। স্কুলৰো সমাপ্তি ঘটিল।

মানুহৰ জীৱনত এটা সময় আহে সেৱাৰ প্ৰেৰণাই মন ব্যাকুল কৰি তোলে। দেশৰ সেৱা নকৰিলে মনে শান্তি নেপায়।

কামৰূপ মহিলা সমিতিত: ১৯৩১ চনত অসমৰ সমাজসেবিকা-সকলে মহিলাসকলৰ সংহতি অনুষ্ঠান—৺স্বৰ্ণলতা শইকীয়া, ৺শশীপ্ৰভা হাজৰিকা, চন্দ্ৰপ্ৰভা বৰুৱা, ৺ঘনকান্তি ফুকননী, এইসকল বিশিষ্টা মহিলাই কামৰূপ মহিলা সমিতি স্থাপন কৰে। এই সমিতিত এই লিখিকাক সভানেত্ৰী বাব দিয়াত এবছৰ কাল এই বাব লৈ থকাৰ সৌভাগ্য ঘটিছিল। কামৰূপ মহিলা সমিতিৰ প্ৰদৰ্শনীত মোৰ জয়মতীৰ ছবিখনে প্ৰথম পুৰস্কাৰ পায়।

সাৰদা-বিলৰ খলকণি: মোৰ ভতিজা-ছোৱালী বীণাৰ বিয়া পতা হৈছিল সাৰদা-বিলৰ আগতেই। বীণা মোৰ ভনী মৃণালিনীৰ একমাত্ৰ ছোৱালী। দেউতাই জীৱিত কালতেই সুযোগ্য পাত্ৰ শ্ৰীচন্দ্ৰকান্ত বৰুৱালৈ বিয়া দি যায়। এওঁলোকৰ বংশ দৰং ৰাজবংশাৱলী লিখোতা

সমুদ্ৰখৰিৰ বংশৰ। মোৰ সৰু ছোৱালী অৰুণাক বিয়া দিবলৈ আছিল। সাৰদা-বিলৰ প্ৰভাৱলৈ অৰুণাকে আগবঢ়াই সাৰদা-বিল প্ৰৱৰ্তনলৈ আগবাঢ়িলোঁ। কাৰণ অসমত সাৰদা-বিলৰ প্ৰয়োজন অনুভৱ কৰিলোঁ।

অসমত সাৰদা-বিলৰ প্ৰভাৱঃ ১৯৩০ চন, ভাৰতীয় কেন্দ্ৰীয় সভাত সাৰদা-বিল পাচ হ'ল। বাল্য বিবাহ, অপৰিণত বয়সৰ ছোৱালীক চৈধ্য বছৰৰ কমে বিয়া দিয়া দণ্ডনীয় অপৰাধৰ শাৰীত পেলাই এই বিল পাচ কৰা হয়। ছোৱালীক চৈধ্য বছৰৰ কমত বিয়া দিলে দৰা-কন্যাৰ অভিভাৱক আৰু পুৰোহিতৰ এহেজাৰ টকা জৰিমনা হ'ব, অন্যথাই ফাটেক দিয়া হ'ব।

এই বিলৰ প্ৰতিক্ৰিয়া হ'ল অভাৱনীয়। ব্ৰাহ্মণ আৰু কায়স্থকুল ক্ষত্ৰীয় বৈশ্য সকলোৰে কুমাৰী কন্যা বিয়া দিয়াৰ ভাৰত জুৰি ধুম উঠিল। কোলাৰ কেঁচুৱা কন্যাও এই বিলৰ প্ৰকোপত বাদ নপৰিল। দহ-এঘাৰ বছৰীয়া কন্যাৰতো কথাই নাই। অসমতো কুমাৰী কন্যাৰ বিয়াৰ ধুম উঠিল। অৱশ্যে অসমত কোলাৰ কেঁচুৱা কন্যাৰ বিয়াৰ বাতৰি কাণত পৰা নাই যদিও তিনি-চাৰি বছৰীয়া কন্যাক পিতৃ-মাতৃয়ে ততাতৈয়াকৈ বিয়া দিছিল। ১৯২৯ চনৰ জানুৱাৰী মাহৰ আগতেই সৰ্ব-ভাৰতৰ হিন্দু কুমাৰী কন্যাৰ বিয়া হৈ গৈছিল। অসমৰ কামৰূপত ব্ৰাহ্মণ সমাজ তথা সূৰ্য্যবিপ্ৰ, চন্দ্ৰবিপ্ৰ আৰু কায়স্থ কুলজাত সকলো শিশু-কন্যাৰে বিয়া সমাধা কৰা হৈছিল। ব্ৰাহ্মণ আৰু কায়স্থ-কন্যা পুষ্পিতা হোৱাৰ আগতে বিয়া দিয়াৰ নীতি ৰক্ষা কৰিবলৈ পিতৃ-মাতৃসকলে বুঢ়া-ঠেৰা যাকে য'তে পালে বাচ-বিচাৰ নকৰি ধৰি আনি হোমৰ গুৰিত বহুৱাই কন্যাদান কৰি বংশৰ চৈধ্যপুৰুষ উদ্ধাৰ কৰাত লাগি গ'ল। নহলে যে বিয়াৰ আগতে কন্যা পুষ্পিতা হ'লে পিতৃকুল মাতৃকুল ৰৌ ৰৌ নৰকত পৰিব! এনে অন্ধ কুসংস্কাৰৰ বশৱৰ্ত্তী হৈ পুহমাহ, চ'তমাহ, কাতিমাহ, একো বাছ নেপেলোৱাকৈ সমগ্ৰ ভাৰতবৰ্ষৰ হেজাৰ হেজাৰ শিশুকন্যা বিয়াৰ বলিশালত উছৰ্গা কৰা হ'ল। সেই বছৰটো ভাৰতবৰ্ষৰ স্মৰণীয় বছৰ—'কন্যা মেধ যজ্ঞ' বুলিলেও অত্যুক্তি কৰা নহয়।

এই সময়তে মই কামাখ্যা দৰ্শন কৰিবলৈ গৈ দেখিলোঁ, অকণ অকণ ছোৱালীবোৰে মূৰত ওৰণি লৈ উমলি ফুৰিছে। পাণ্ডাক সুধিলোঁ,



"এই কণ কণ ছোৱালীবোৰে মূৰত ওৰণি লৈ ফুৰিছে কিয়?" পাণ্ডাজনে ক'লে, "এইবোৰ সাৰদা-বিলৰ ফল, ছোৱালীবোৰক সাৰদা-বিলৰ ভয়ত বিয়া দিয়া হৈছে। এই কামাখ্যা পৰ্বতৰ ভিতৰতে এই ছোৱালীবোৰৰ বিয়া হৈছে। শহুৰ, খুৰাশহুৰ, ভাইশহুৰ, মমাশহুৰ সকলৰ আগতে ইহঁতে মূৰত ওৰণি লৈ ফুৰিব লগা হৈছে।" এই ব্যৱহাৰ দেখি মোৰ হিয়া হাঁহাকাৰ কৰি উঠিল। কি পাশৱিক ব্যৱস্থা! অন্ধ সংস্কাৰৰ বশীভূত হৈ সনাতন হিন্দু সমাজত আজি কি ভয়াবহ পৰিণতিলৈ আগবাঢ়িছে। এনে ব্যৱস্থা অতীত আৰ্য্যযুগত নাছিল। আৰ্য্যযুগত ঋষিসকলৰ ব্যৱস্থামতে কন্যা যুৱতী হ'লে পিতৃ-মাতৃয়ে পুত্ৰৰ দৰে কন্যাকো সৰ্ব শিক্ষাত শিক্ষিতা কৰি উপযুক্ত আৰু মনোমত পাত্ৰত কন্যাক অৰ্পণ কৰা বিধি আছিল। পিছৰ কালত মনুৰ অনুশাসন মতেৰে "অষ্টম বৰ্ষে ভবেৎ গৌৰী দশম বৰ্ষেষু ৰোহিণী" কৰি কন্যাক পুষ্পিতা হোৱাৰ আগতে বিয়া দিয়াৰ প্ৰথা সমাজত প্ৰচলিত হ'ল। বহু যুগ ধৰি এই প্ৰথা ভাৰতবৰ্ষত প্ৰচলিত হৈ কুসংস্কাৰ মানুহৰ মনত বদ্ধমূল হৈ পৰিল। "বিয়াৰ আগতে কন্যা পুষ্পিতা হ'লে চৈধ্যপুৰুষ নৰকত পৰে"—মনৰ মাজৰ এই বদ্ধমূল কুসংস্কাৰৰপৰা আজি কুৰি শতিকাৰ উন্নত সভ্যযুগতো সমাজে এই সংস্কাৰ ত্যাগ কৰিব পৰা নাই। কুসংস্কাৰত আচ্ছন্নমতি পিতৃ-মাতৃয়ে নিজৰ অবোধ শিশুকন্যাক বলিৰ পশুৰদৰে ধৰি বান্ধি বিবাহ বন্ধনৰ বলিশাললৈ হাঁহি হাঁহি আগবঢ়াই দি বিপদ মুক্তিৰ শান্তিৰ নিশ্বাস পেলাইছে। বহুকালৰেপৰা হিন্দুৰ এই কুসংস্কাৰৰ ফলস্বৰূপে ভাৰত জুৰি বাল-বিধবাৰ লেখ-জোখ নাই। বাল-বৈধব্যৰ কঠোৰ সংযমৰ পীড়নত লাখ লাখ শিশুকন্যাৰ প্ৰাণ নাশ কৰা হৈছে। শাস্ত্ৰ-বাক্যৰ বৃথা আস্ফালন কৰি কৰি সমাজপতিসকলে বাল-বিধবাক ত্যাগ সংযমৰ বাণী শুনাই নিজে বুঢ়া-বয়সলৈকে সংসাৰৰ সুখ পূৰ্ণমাত্ৰাই ভোগ কৰিব লাগিছে। ভাৰতৰ এই মহাপাপৰ প্ৰায়শ্চিত্ত ভাৰতে ভুগিব লাগিব। নিজৰ ঘৰতে বাল-বিধবা পেহীদেউ ৺ধৰ্মদাদেৱীক মই দেখিছোঁ। মন বিদ্ৰোহী হৈ উঠিল। আৰু দেখিছোঁ মোৰ ভতিজা বাল-বিধবা অন্নদাৰ সৰ্বহাৰা দুখে-ভৰা জীৱন। মোৰ সৰু ছোৱালী অৰুণাক বিয়া দিব লগীয়া আছিল। তাইক মই ওঠৰ বছৰৰ কমত বিয়া নিদিবলৈ প্ৰতিজ্ঞা

কৰিলোঁ। এই সময়ত গুৱাহাটীৰ উজানবজাৰত ‘সাৰদা-বিলৰ’ এটা ডাঙৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হ’ল। গুৱাহাটী মহিলা সমিতিয়ে সাৰদা-বিল সমৰ্থন কৰি এটা প্ৰস্তাৱ গ্ৰহণ কৰে। জিলা সভাৰ সভানেত্ৰী শ্ৰীযুতা ৰাজবালা দাস, সম্পাদিকা শ্ৰীস্নেহলতা ভট্টাচাৰ্য্যকে আদি কৰি মহিলা সমিতিৰ সভ্যাসকলে এই প্ৰস্তাৱ কাৰ্য্যকৰী কৰি তুলিবলৈ তৎপৰ হৈ উঠিল। ময়ো কাৰ্য্যকৰী সভাৰ সভ্যা আছিলোঁ। ক’ৰবাত বাল্য-বিবাহৰ বাতৰি পালে সভ্যাসকলে গৈ অভিভাবক সকলক বুজাই বঢ়াই নিৰস্ত কৰিবলৈ যত্ন কৰিবলৈ ধৰিলে! উজানবজাৰৰ শ্ৰীঅম্বিকানাথ গোস্বামীৰ ছোৱালী এটিৰ এনে ঘটনাত বিয়া ভাগিল। মহিলা সমিতিৰ আগজাননী পাই দৰা-পক্ষই ছোৱালীক জোৰোণ দিবলৈ নাহিল। বিয়া ভাগিল, গোসাঁইৰ ঘৰ-খনো অযথা খৰছত হাৰাশাস্তি হবলগীয়া হ’ল। সাৰদা-বিলৰ সপক্ষ-বিপক্ষ দুটা দলৰ সৃষ্টি হ’ল। এদলে সাৰদা-বিল চলাবলৈ দৃঢ়প্ৰতিজ্ঞ, আনদলে প্ৰাচীন ৰীতি ভঙ্গ কৰাৰ তীব্ৰ বিৰোধী। গোসাঁইৰ ঘৰৰ বিয়াখন ভগাত উজানবজাৰ তোলপাৰ লাগি পৰিল। বাইজৰ তৰফৰপৰা কুমাৰ ভাস্কৰ নাট্য মন্দিৰত এখন প্ৰকাশ্য সভা আহ্বান কৰা হ’ল। সেই সভাত দুয়োপক্ষৰপৰা বহু বাক-বিতণ্ডাৰ সৃষ্টি হ’ল। বাল্য-বিবাহৰ অপকাৰিতা সম্বন্ধে মই সভাত এটা বক্তৃতা দিওঁ। বিপক্ষ দলৰপৰা শ্ৰীভুৱনেশ্বৰী দেৱীয়ে বাল্য-বিবাহৰ সপক্ষে বক্তৃতা দিয়ে। শেষত সভাত ভোটদানৰ প্ৰয়োজন হয়। সৰ্বসন্মতিক্ৰমে সাৰদা-বিল গ্ৰহণ কৰাটোৱেই স্থিৰ হ’ল। সাৰদা-বিলৰ সপক্ষে মই আৰু ৺কালিপ্ৰসাদ বৰুৱাৰ ভনীয়েক মোৰ সখী ৺কমলাদেৱী গোস্বামীয়ে ভোট দিছিলোঁ। প্ৰাচীন ৰীতি ৰক্ষা কৰাৰ সপক্ষে ৺চন্দ্ৰনাথ শৰ্মাৰ পত্নী শ্ৰীভুৱনেশ্বৰী দেৱীয়ে ভোট দিছিল। তেতিয়াৰেপৰা অসমত বয়স্থা ছোৱালীৰ বিয়া প্ৰচলিত হৈ পৰিল। প্ৰথমেই মোৰ সৰু ছোৱালী শ্ৰীমতী অৰুণাক ৺ৰজনীকান্ত বৰদলৈৰ ল’ৰা শ্ৰীদেৱকান্ত বৰদলৈলৈ বিয়া দিবলৈ ঠিক কৰিছিলোঁ; কিন্তু মই ছোৱালীৰ যোল্ল বছৰ বয়স ন’হলে বিয়া দিব নোৱাৰোঁ বুলি বৰদলৈ ডাঙৰীয়াক জনালোঁ। সদাশয় উদাৰ মনৰ ৰজনীকান্ত বৰদলৈদেৱে ক’লে, “কোনো কথা নাই। ছোৱালীৰ তোমাৰ মনোমত বয়স মতেই বিয়া হ’ব। মোৰ কোনো আপত্তি নাই। মই এনেভাৱে বিয়া পাতিবলৈ



পালে খুব আনন্দহে পাম।” তেখেতৰ কথামতেই অৰুণাক পঢ়িবলৈ দিয়া হ’ল আৰু মেট্ৰিক পৰীক্ষা দিয়াৰ পিছত যোল্ল বছৰ পূৰা হোৱাত বিয়া দিয়া হ’ল। ৺কমলাদেৱী গোস্বামীৰ ভাগিন শ্ৰীসাৰদা কটকীৰ ভনীয়েক বুলু দেৱীকো যোল্ল বছৰ পূৰ্ণ হৈ যোৱাৰ পিছত দৰাপক্ষৰ সন্মতিক্ৰমে ডাক্তৰ মহেন্দ্ৰ শৰ্মালৈ বিয়া দিয়া হ’ল। অসমত পোন প্ৰথম ‘অৰুণা’ আৰু ‘বুলুৰ’ যোল্ল বছৰ পূৰ্ণ হোৱাত বিয়া হয়। ইয়াৰ পিছৰেপৰা বয়স্থা ছোৱালীৰ বিয়াৰ প্ৰচলন হৈ পৰে।

সাৰদা-বিলৰ বিৰুদ্ধে আছিল ৺চন্দ্ৰনাথ শৰ্মাদেৱৰ পত্নী শ্ৰীভুৱনেশ্বৰী দেৱীৰ দল। এইবোৰ ঘটনাৰ পিছৰেপৰা অসম জুৰি বয়স্থা কন্যা বিয়া দিয়াৰ প্ৰথা প্ৰচলিত হৈ পৰিল। ফলত আজি অসমৰ ঘৰে ঘৰে সুশিক্ষিতা ছোৱালীৰে উপচি পৰি স্ত্ৰী-শিক্ষাৰ গৌৰৱ বঢ়াইছে। আজি প্ৰতিজন পিতৃ-মাতৃ অভিভাৱকে নিশ্চিন্ত মনেৰে সুশিক্ষা দিবলৈ সুবিধা পাইছে, সৎপাত্ৰত অৰ্পণ কৰিবলৈ সময় পাইছে। আজিৰ স্বাধীন ভাৰতৰ স্বাধীনমনা কুমাৰী ছোৱালীবোৰে জীৱনৰ মুকলি পৰিবেশত ভৱিষ্যৎ জীৱন গঢ়ি তুলিবলৈ সুবিধা পাইছে আৰু দেশ-বিদেশলৈ গৈ বিদ্যা শিক্ষা লাভ কৰিবলৈ পাইছে স্বাধীন উন্মুক্ত পথত। আজি ঘৰে ঘৰে পৰিণত বয়সৰ স্বাস্থ্যৱতী শিক্ষিতা ছোৱালীবোৰ দেখি মই ভাবোঁ যেন ভাৰতৰ তথা অসমৰ কুসংস্কাৰে ভৰা আজিৰ নাৰী সমাজৰ এই মুক্তিৰ আনন্দই অতীতৰ লক্ষ লক্ষ নিপীড়িতা নাৰী-জীৱনৰ অভিশপ্ত আত্মাবোৰত যেন শান্তিৰ পানী ছটিয়াই দিছে। মহামনা সাৰদাজীয়ে ভাৰতৰ বন্দিনী অভিশপ্তা নাৰী সমাজক দিলে মুক্তি দান সাৰদা-বিলৰ যোগেৰে। স্বাধীনতা আন্দোলনৰ অংশ স্বৰূপ হ’ল এই নাৰীমুক্তি। ভাৰতৰ মুক্তি-যুঁজৰ আহ্বানত নাৰী সমাজে পালে বন্ধনৰপৰা মুক্তি, মানৱত্বৰ আস্বাদ। সাৰদাৰ অনুগ্ৰহত পালে মনুষ্য জীৱনৰ বিকাশৰ পথ আৰু জীৱনৰ পৰিপূৰ্ণতাৰ মহান আস্বাদ। সেই সময়ত সদৌ অসম মহিলা সমিতিৰ সম্পাদিকা আছিল শ্ৰীচন্দ্ৰপ্ৰভা শইকীয়ানী, ঘনকান্তি ফুকননী, শশীপ্ৰভা হাজৰিকা প্ৰমুখ্যে অসমৰ বিশিষ্টা মহিলাসকল। মহিলা সমিতিৰ প্ৰযত্নতে অসমত সাৰদা-বিল প্ৰতিষ্ঠিত হ’ল।

কস্তুৰবা সমিতিত এবছৰ : কামৰূপ মহিলা সমিতিৰ যত্নত কস্তুৰবা

সমিতি স্থাপন হয়। কস্তুৰবা ফাণ্ডৰ স্থায়ী সভানেত্ৰীৰূপে এবছৰ কাল থকাৰ সৌভাগ্য ঘটে।

অসম প্ৰাদেশিক মহিলা সমিতিৰ সৌজন্যত ১৯৪৭ চনত নগাঁৱত অনুষ্ঠিত হোৱা সদৌ অসম প্ৰাদেশিক মহিলা সমিতিৰ সভানেত্ৰী হোৱাৰ সৌভাগ্য ঘটে। মোৰ মৰমৰ বাই-ভনীসকলে সাদৰে আমন্ত্ৰণ দিয়াত মই কলিকতাৰপৰা আহি নগাঁৱৰ মহিলা সমিতিত যোগ দিওঁহি।

অসম প্ৰাদেশিক মহিলা সমিতিত (সভানেত্ৰী) নগাঁও অধিৱেশন ১৯৪৭ চন ঃ

নগাঁওঁ অধিবেশনত ঃ শ্ৰীযুতা চন্দ্ৰপ্ৰভা শইকীয়ানীৰ একাণপতীয়া যত্নত কামৰূপ মহিলা সমিতিৰপৰা মহিলা সমিতিৰ পৰিসৰ বাঢ়ি সদৌ অসম সামৰি লয়। গৌৰৱৰ কথা, এই মহিলা সমিতিয়ে মণিপুৰ গাৰো-পাহাৰকে ধৰি বিশাল অসম সামৰি লৈছিল। সদৌ অসমৰ মহিলা সমাজত এটি অভূতপূৰ্ব জাগৰণ সৃষ্টি কৰিব পৰাটো মহিলা সমিতিৰ এটি গৌৰৱময় সাৰ্থকতা। মই সেই সময়ত ল'ৰাৰ কৰ্মক্ষেত্ৰ কলিকতাত ল'ৰাৰ লগত আছিলোঁ। বিদেশত থকা কালত মোৰ মৰমী অসমী আইৰ মুখখনি সদায় মনত পৰে, অসমলৈ আহিবলৈ মন বিয়াকুল হৈ থাকে!

অসম প্ৰাদেশিক মহিলা সমিতিলৈ শ্ৰীযুতা হংস মেহতাক সভানেত্ৰী বাব লবলৈ আহ্বান কৰা হৈছিল। মেহতা ইউৰোপলৈ যাব লগীয়া হোৱাত সভানেত্ৰীৰ বাব লবলৈ নগাঁৱৰ জিলা মহিলা সমিতিৰ সভানেত্ৰীৰ আহ্বানত মই বৰ বং পালোঁ। ততালিকে অসমলৈ যাত্ৰা কৰি নগাঁও পালোঁগৈ। মোৰ বৰ জী শ্ৰীমতী ঊষাৰাণী বৰুৱাৰ ঘৰত উঠিলোঁ। এই মহিলা সমিতিত কাৰ্য্যকৰী সদস্যাসকলৰ মাজত কিছু মতানৈক্যৰ সৃষ্টি হোৱাত অলপ আসোঁৱাহে দেখা দিছিল। শেষত দেশৰ প্ৰধান সেৱিকা শ্ৰীমতী অমলপ্ৰভা দাসৰ নেতৃত্বত সফলতাৰে সমাধা হ'ল।

অসম প্ৰাদেশিক মহিলা সমিতিৰ নগাঁও অধিবেশনৰ সোঁৱৰণ ঃ

সভানেত্ৰীৰ ভাষণৰ সাৰাংশ (অসমীয়া)ঃ "সভানেত্ৰী শ্ৰীযুতা নলিনীবালা দেৱীয়ে ভাষণত আমাৰ ভাষাসাহিত্য ঐতিহ্যৰ আজিৰ



দুৰৱস্থাৰ কথা উল্লেখ কৰে। তেখেতে কয় যে অসমত বাস কৰা সকলো লোকেই অসমীয়া ভাষা শিকিবলৈ যত্ন কৰা উচিত। আমি আজি যি এটা দুৰ্য্যোগৰ মাজেদি যাব লগা হৈছোঁ-এই সময়ত জাতি, বৰ্ণ, ভাষা নিৰ্বিশেষে সকলোৱে আমাৰ উন্নতিকল্পে যত্ন কৰা উচিত। তেওঁ কয় যে আজি জাতি গঠনৰ সময়ত নাৰী-সমাজৰ ওপৰত গধুৰ দায়িত্ব আহি পৰিছে। জন্মদাত্ৰী মাতৃজাতীয়ে সন্তানসকলৰ স্বাধীন দেশৰ মনোবৃত্তিৰে বিকশিত কৰি তুলিব লাগিব। ধৰ্ম সম্প্ৰদায় নিৰ্বিশেষে সকলো অসম-বাসীৰ মাজত মিলা-প্ৰীতিৰ বান্ধোন দৃঢ় কৰি ৰখাটোত তিৰোতাসকলৰ যথেষ্ট কৰ্তব্য আছে। তিৰোতা সমাজ আজি অন্ধবিশ্বাস কুসংস্কাৰ আদিৰ কুহকত পৰি থাকিব নেলাগে। তেওঁ কয় যে অসমীয়া সাহিত্যৰ উন্নতিৰ কাৰণে তিৰোতাসকলেও সাহিত্যসভাত যোগ দি সাহিত্যসভাৰ প্ৰতি মনোযোগ দিয়া উচিত। দুৰ্নীতি, মাদকদ্ৰব্য ব্যৱহাৰ আদি যিবোৰে জাতীয় চৰিত্ৰ কলুষিত কৰিছে, সেইবোৰে নাৰী সমাজক বৰকৈ স্পৰ্শ নকৰিলেও পুৰুষসকলৰ মাজৰপৰা সেইবোৰ গুচাব পাৰিব নাৰীসকলেইহে।"

অস্পৃশ্যতা ঃ "অস্পৃশ্যতা সম্পৰ্কে তেওঁ কয় যে অস্পৃশ্যতাই আজি সমাজক যেনে ধৰণে ভাগ ভাগ কৰি ৰাখিছে তালৈ চাই অনতিপলমে অস্পৃশ্যতা বৰ্জন কৰিব নোৱাৰিলে দেশৰ ভৱিষ্যৎ অন্ধকাৰ হৈ থাকিব। এই অভিযানবো আগ-ভাগ ল'ব লাগিব নাৰীসকলেই। দেশ আৰু সমাজসেৱাৰ কাৰণে নাৰী সমাজৰ শাৰীৰিক উৎকৰ্ষতা সাধন কৰিবলৈও সভানেত্ৰীয়ে অসমৰ নাৰী সমাজলৈ আবেদন জনায়। সমিতিৰ সম্পাদিকা শ্ৰীচন্দ্ৰপ্ৰভা শইকীয়ানীয়ে সমিতিৰ যাবতীয় ৰিপোৰ্ট পাঠ কৰি শুনায়। প্ৰধান নিৰ্দিষ্ট বক্তা শ্ৰীযুতা ৰাজবালা দাসে (অধ্যক্ষা) ক'য় যে একমাত্ৰ শিক্ষাৰ প্ৰসাৰতাৰ যোগেৰেইহে নাৰী সমাজে উন্নতিৰ অগ্ৰগতি লাভ কৰিব পাৰিব। শিক্ষাৰ যোগেৰেই মানুহ-মনৰ বদ্ধমূল কুসংস্কাৰসমূহ দূৰ হৈ এই বহল পৃথিৱীত যোগ্যতাৰ ঠাই আৰ্জি ল'ব লাগিব।

প্ৰতিনিধিসকলৰ ভাষণৰ সাৰাংশ ঃ

খাচি প্ৰতিনিধি ঃ "আজি সকলোৱেই নিজৰ মৰ্য্যাদা বুজা উচিত। খাচিয়া তিৰোতাই এই বিষয়ে ভালকৈ বুজে কাৰণেই কোনো কাম

কৰিবলৈ লাজ নেপায়। ভৈয়ামতো সেই মনোভাব হ'ব বুলি তেওঁ আশা কৰে।"

মণিপুৰী প্ৰতিনিধি ঃ "মণিপুৰৰ প্ৰতিনিধি শ্ৰীযুতা মীৰাবতী দেৱীয়ে নিৰ্দিষ্ট বক্তাৰ আসনৰপৰা মণিপুৰত নাৰী-আন্দোলনৰ এটি সম্যক আভাষ দি কয় যে মণিপুৰৰ মানুহ অসমীয়াহে। তেওঁ আশা কৰে যে মণিপুৰক যেন আকোৱালি লৈ অসম আগবাঢ়ে।

মণিপুৰৰ অন্যতম কংগ্ৰেছ নেতা ঃ "মণিপুৰৰ শ্ৰীযুত ললিতমোহন শৰ্মাই কয় যে মণিপুৰৰ লগত অসমৰ যি অতীত সম্বন্ধ আছিল তাক যেন অসমে আকৌ ঘূৰাই আনে। আজিও মণিপুৰৰ মানুহে শিৱসাগৰ জিলাৰ অতীত গৌৰৱ বখানি গৌৰৱ অনুভৱ কৰে। বৃটিছেহে মণিপুৰ আৰু আমাৰ মাজত হেঙাৰ পুতিলে। তেওঁ আশা কৰে যে স্বাধীনতাৰ পিছত এই হেঙাৰ যেন নোহোৱা হয়।"

গাৰো পাহাৰৰ প্ৰতিনিধিসকল ঃ "শ্ৰীযুত প্ৰবীনবালা মমিন আৰু সাবিত্ৰীবালা দেৱীয়ে নিৰ্দিষ্ট বক্তাৰ আসনৰপৰা কয় যে অসমৰপৰা গাৰোপাহাৰলৈ যোৱাৰ অসুবিধাৰ কাৰণেই গাৰোপাহাৰবাসীৰ লগত সংযোগ স্থাপনত অসুবিধা ঘটিছে। ইয়াৰ লগতে মুছলিম লীগৰ আসন্ন আক্ৰমণৰ কথাও তেওঁলোকে উল্লেখ কৰে। মহিলা সমিতিক অনুৰোধ কৰি তেওঁলোকে কয় যে অসমৰ অগ্ৰগতিৰ লগে লগে গাৰোপাহাৰকো লগৰীয়া হিচাপে লৈ যাবলৈ যেন নেপাহৰে।

নিৰ্দিষ্ট বক্তা ঃ "শ্ৰীযুতা অমলপ্ৰভা দাসে পতাকা উত্তোলনৰ ভাৰ লৈছিল। তেওঁ কয়, গান্ধীজীৰ ওঠৰ দফা গঠনমূলক কামলৈ আঙুলিয়াই মহাত্মাৰ এই কাৰ্য্যপন্থা ল'বলৈ সকলোৱে যেন আগবাঢ়ে। প্ৰদৰ্শনী মুকলি কৰে দেশসেৱক ডাঃ হৰেকৃষ্ণ দাস ডাঙৰীয়াই। সুকলমে সভা সম্পন্ন হয়। সদৌ অসমৰ বিশিষ্টা মহিলাসকল প্ৰতিনিধিৰূপে আহি সভাৰ সৌন্দৰ্য্য বঢ়াইছিল।"

প্ৰাদেশিক ছাত্ৰ সন্মিলন ঃ গোলাঘাট অধিবেশন ঃ

কৃষ্টিসভাৰ সভানেত্ৰী ঃ ১৯৪৭ চনত স্বাধীন ভাৰতবৰ্ষৰ উলাহত সেইবাৰ সদৌ অসম ছাত্ৰ সন্মিলনৰ প্ৰাদেশিক সন্মিলন পাতে। সেই



সভাত সভানেত্ৰীত্ব কৰিছিল শ্ৰীমতী অমলপ্ৰভা দাসে। কৃষ্টি সভাৰ সভানেতৃত্ব কৰিবলৈ ছাত্ৰসভাৰ সম্পাদক শ্ৰীবিশ্বদেৱ শৰ্মাৰপৰা সাদৰ আমন্ত্ৰণ পাই নগাঁও মহিলাসমিতিৰ অধিবেশন সামৰি পিছ দিনাই গোলাঘাটলৈ ৰাওনা হ'লোঁ। গোলাঘাটৰ ৺স্বৰ্গীয় গোলোকচন্দ্ৰ গোস্বামীৰ ঘৰত ছাত্ৰসকলে বন্দৱস্ত কৰি থোৱা মতে উঠিলোঁ। গোসাঁনীৰ আদৰ-যত্ন, ল'ৰাহঁত আৰু তেখেতৰ লখিমী বোৱাৰীৰ সাদৰী পৰিচৰ্য্যাই মোক মুগ্ধ কৰি তুলিছিল। অতি সুন্দৰৰূপে সদৌ অসমৰ একমাত্ৰ ছাত্ৰ সন্মিলন কৃতকাৰ্য্যতাৰে সমাধা হ'ল। স্বাধীন ভাৰতৰ ছাত্ৰসকলে একতাৰ মনোভাবে প্ৰদেশ গঢ়ি তোলাৰ কেইবাটাও বহুমূলীয়া প্ৰস্তাৱ সভাত গৃহীত হৈছিল। আজিৰদৰে সেই দিনত ছাত্ৰৰ মাজত ভিন ভিন দল নাছিল। সকলো ছাত্ৰ একতা বান্ধত একগোট হৈ কৰ্ত্তব্য নিৰূপণ কৰা আছিল সেই দিনৰ ছাত্ৰসমাজৰ ঘাই উদ্দেশ্য। গোলাঘাটৰপৰা শিৱসাগৰৰ সেউজী সমাজলৈ আমন্ত্ৰণক্ৰমে গোলাঘাট এৰি শিৱসাগৰলৈ যাত্ৰা কৰিলোঁ।

সেউজী সমাজলৈ ঃ শিৱসাগৰ ঃ শিৱসাগৰৰ উদীয়মান ছাত্ৰ শ্ৰীমান পৰাগধৰ চলিহাৰ যত্নত শিৱসাগৰত 'সেউজী সমাজ' গঠন হয়। বহু দিনৰ মূৰত বহুকাল আগতে এৰি থৈ যোৱা এইয়া শিৱসাগৰলৈ আহি পুৰণি অতীতে মনৰ মাজত থৌকি-বাথৌ ঢৌ তুলিছে। ভতিজা শ্ৰীপ্ৰফুল্ল প্ৰাণৰ ঘৰত উঠিছোঁহি। সেউজী সমাজলৈ আদৰি নিবলৈ আহিল সেউজী সমাজৰ সুসজ্জিত বাহিনী। আগত বেণ্ডপাৰ্টি, দুকাষে আৱৰি নিয়া স্বেচ্ছাসেৱক বাহিনীয়ে আদৰি নিয়া পৰিৱেশে মন উদাস কৰি তুলিলে। এদিন আদৰি আনিছিল এয়া ৰংপুৰে এইদৰে ন বোৱাৰীজনীক। বহুদিন আঁতৰি আছিলোঁ, আজি এনে লাগিছে যেন ৰংপুৰ শিৱসাগৰে হেৰায় যোৱা শিৱসাগৰৰ বোৱাৰীজনীক যেন মাতিছে। যিদিনা অকালতে স্বামীক হেৰুৱাই কান্দি কান্দি শিৱসাগৰ এৰিছিলোঁ, সেইদিনা যেন ৰাজ-আলিৰ দুকাষৰ ধাননীবোৰে মোক হাতবাউল দি দি মাতিছিল, দূৰৈৰপৰা ভাহি আহিছিল কপৌজনীৰ কান্দি কান্দি বিদায় দিয়া কৰুণ সুৰৰ কুৰুলি। প্ৰকৃতি মাতৃয়ে বিদায় দিয়া কৰুণ সোঁৱৰণবোৰ। সেই দিনত হেৰাই যোৱা সোঁৱৰণী আজি আকৌ ন ৰূপ লৈ যেন মনৰ মাজত খলকণি তুলিছেহি। আকৌ আজি মোক মৰমী ৰংপুৰে

কিহৰ আদৰণী জনাইছে? ঢোলে ডগৰে বেণু পাৰ্টিৰে আজি আকৌ ক'লৈ আদৰিছে? ৰংপুৰৰপৰা হেৰাই যোৱা বোৱাৰীজনীক যেন দুই বাহু মেলি ৰংপুৰ শিৱসাগৰে মাতিছে—"আহ আই আহ, বহুদিনৰ মূৰত আহিছ, খন্তেক বহহি ৰংপুৰৰ সেউজী সভাৰ সেউজী দলিছাখনত। সেউজী শুৱনী ৰভাখনিৰ তলত সেউজী সভাই আদৰি আনি সেউজী পতাকাখনিৰ ৰচি হাতত তুলি দিলে, হিয়া মন স্বপ্নাভিভূত।

সেউজী পতাকাখনিক অন্তৰ ভৰি উঠা আবেগ আৰু শ্ৰদ্ধাৰ অভিবাদন জনাই মুকলি আকাশলৈ চাই সেউজী সভাৰ গৌৰৱী পতাকা উৰুৱাই দি বাঞ্ছিত জীৱনে ধন্য মানিলে। গোটেই হিয়াৰ চেনেহ আবেগ বাকি ৰংপুৰৰ পৱিত্ৰ মাটিত মূৰ দোৱাই ক'লোঁ—

"আই, আই তয় স্বাধীন অসমৰ অতীত ৰাজধানী। তোৰ বুকুতেই সতীৰাণী জয়মতীয়ে জেৰেঙা পথাৰত বুকুৰ তেজেৰে বোলাই সতীত্বৰ তিয়াগৰ যুগমীয়া কীৰিতি থাপি গৈছে—অত্যাচাৰীৰ পীড়নত প্ৰাণ তিয়াগি তোৰ যাউতীযুগীয়া আদৰ্শৰ সোণৰ কলচি থাপি গৈছে। তোৰ জীৱনৰ আদৰ্শ ই যেন অসমীয়া জীয়ৰীক সোণোৱালী বাট দেখুৱায়। তোৰ বুকুত ফুলি উঠা শত শত অতীত বীৰৰ কেঁচা তেজৰ কঁপনি যেন অসমীয়া জাতিৰ প্ৰাণত পৌৰুষৰ, বীৰত্বৰ, স্বাধীনতা-প্ৰিয়তাৰ সপোন জগায় তোলে। তোৰ বুকুৰ সেউজী কোমল সজাল জীপৰ সংস্কৃতিৰ ৰহঘড়াই যেন প্ৰতিজন অসমীয়াৰ বুকুত সোণবুলীয়া ইন্দ্ৰধনু ৰচনা কৰিবলৈ প্ৰেৰণা যোগায়। মৰমী অসমী আই মোৰ! তই মোক পাহৰা নাই, তোৰ প্ৰতি ধূলিকণা মোৰ সাধনাৰ তীৰ্থভূমি, মই য'লৈকে গৈছোঁ, ত'লৈকে তই তোৰ মৰমী কোলাৰ চেনেহ যাচি সাৱটি লৈছ। আই মোৰ! তই কোটি পুৰুষৰ জন্মভূমি। তোৰ সেৱাতেই যেন এই জীৱনৰ শেষ উশাহৰ সামৰণি পৰে।"

হিয়ামন আৱেগত অভিভূত হৈ পৰিল।

সেউজী সভাৰ বিধ বিধ চাৰুকলাৰ প্ৰতিযোগিতা চলিল। যোগ্যতা বাচনি সভাত বহি সভাপতি হৈ থকা অসমৰ প্ৰসিদ্ধ সঙ্গীতজ্ঞ নাট্যকলা-বিশাৰদ পূজনীয় শ্ৰীযুত কীৰ্তিনাথ বৰদলৈ ডাঙৰীয়াৰ (মামাদেউতা) কাষতে মোক বহুৱাই দিলে সেউজী সভাৰ প্ৰতিযোগিসকলৰ যোগ্যতা



বিচাৰৰ ভাৰ দি। সভা সামৰনি পৰিল। বহালৈ উভতিলোঁ। পিছদিনা অসম এৰি কলিকতাৰ প্ৰবসুৱা জীৱনমুৱা হৈ ৰেলত উঠিলোঁহি। অসমী আইৰ বুকুৰ উমেৰে উপচিপৰা কোলা এৰি চিৰ পৰিচিত মোৰ ওপজা মাটি এৰি পচিমমুৱা হৈ গৈ আছোঁ, চকুৰ আগৰপৰা আঁতৰি গৈছে নীলা পৰ্বতৰ শাৰীবোৰ, নৈ জান জুৰি—সেউজীয়া ধাননী পথাৰ, চেনেহ জৰীৰে মেৰাই থোৱা ধুনীয়া ধুনীয়া মৰমী মুখবোৰ—অ'মোৰ অসমী আই, বিদায়। কলিকতা পালোঁগৈ।

কলিকতাত সৰহদিন থাকিব লগীয়া নহ'ল, গুৱাহাটীলৈ টালি টোপোলা বান্ধিবৰ হ'ল। কলিকতা এৰি অসমমুৱা হলোঁ। পাকিস্তান হিন্দুস্থান হৈ দেশ বিভাজন হৈছে। পশ্চিমবঙ্গ আৰু পাকিস্তানৰ সীমা নিৰ্ধাৰণ কৰা হৈছে খাল এটাৰে। হিন্দুস্থান এৰি পাকিস্তান সোমোৱাৰ লগে লগে যাত্ৰীবোৰে হৰিবোল দিলে 'পোষাদহ' খাল পাৰ হোৱাৰ লগে লগে। ৰেলৰ চালক কৰ্মীসকলো সলনি হ'ল। পাকিস্তানৰ ষ্টেশনত যাত্ৰীবোৰৰ মালবোৰ খানাতালাচ কৰা হ'ল। পৰাখিনি বেশ পৰিৱৰ্তন কৰা হ'ল। কাৰণ তেতিয়াও সাম্প্ৰদায়িক অশান্তিৰ গোন্ধ আঁতৰা নাছিল। পাকিস্তানী সেউজীয়া সাজ পিন্ধা ভলন্টিয়াৰবোৰে ট্ৰেনৰ প্ৰতিটো ডবাত তত্বাবধান কৰাত লাগি গ'ল। কোনোমতে পাকিস্তান সীমা পাৰ হৈ হিন্দুস্থান সোমাইহে স্বস্তিৰ নিঃশ্বাস পেলালোঁ। গুৱাহাটী পালোঁহি।

**যোৰহাটলৈ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ পঞ্চশত বাৰ্ষিকী মহোৎসৱ সোঁৱৰণঃ**

তৃতীয় দিনৰ সভানেত্ৰীৰ ভাষণ প্ৰকাশিত (শান্তিপথ প্ৰবন্ধত)

১৯৪৯ চনৰ অক্টোবৰ মাহৰ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মহাপুৰুষৰ পাঁচদিনীয়াকৈ পঞ্চশত বাৰ্ষিকী আয়োজন কৰিছিল যোৰহাটত। পাঁচদিন পাঁচজন সভাপতিক সভাৰ ভাৰ দিয়া হৈছিল। প্ৰথম দিনৰ সভাত কমলাবাৰী সত্ৰৰ অধিকাৰ প্ৰভুৱে সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। দ্বিতীয় দিনা শ্ৰীক্ষেত্ৰধৰ বুঢ়াগোহাঁইয়ে সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। তৃতীয় দিনা সভানেত্ৰী এই লিখিকা (নলিনীবালা দেৱী)। প্ৰত্যেক দিনৰ সভাৰ সভাপতিসকলক শঙ্কৰদেৱৰ প্ৰতিভাৰ

বিভিন্ন দিশৰ একো একোটি বিষয় লৈ ভাষণ লিখিবলৈ আগতেই জনোৱা হৈছিল। মোৰ ভাষণৰ বিষয় আছিল 'দৰ্শনত শঙ্কৰ'। শ্ৰীমন্ত শঙ্কৰ গুৰুৰ পঞ্চশত জন্ম শতবাৰ্ষিকীত এজনী মহিলাক সভানেত্ৰী পদ যচাত মই অলপ আচৰিত হৈছিলোঁ। পিছত ভাবিলোঁ, এয়া ভগৱানৰ ইচ্ছা বা যুগৰ প্ৰগতিৰ বিকাশ। সমাজৰ কামত যেতিয়াই যি আহ্বান আহে, সেই আহ্বান ভগৱানৰ নিৰ্দেশৰূপে মানি লোৱাই মোৰ জীৱনৰ প্ৰধান কৰ্তব্য। গতিকে সমিতিৰ অনুৰোধক্ৰমে সন্মতি জনোৱাৰ বাহিৰে উপায় নাছিল।

যথা সময়ত যোৰহাটলৈ যাত্ৰা কৰিলোঁ। মোৰ ভনীৰ ঘৰত, শ্ৰীযদুনাথ বৰুৱাৰ ঘৰত গৈ উঠিলোঁ। সভাত বিপুল আয়োজন হৈছিল। সভাৰ অন্তত কেউদিন সাংস্কৃতিক অনুষ্ঠানত সত্ৰীয়া বিবিধ নৃত্য ভাওনা বৰগীত ঘোষা আদি শঙ্কৰী সংস্কৃতিৰে ওপচাই পেলোৱা হৈছিল। কেউদিনৰ সভাৰ আয়োজন আনন্দ মুখৰিত যোৰহাটত খলক লাগিছিল। নেহেৰু পাৰ্কত বিৰাট মণ্ডপ লোকে লোকাৰণ্য। দূৰ দূৰণিৰ গাঁও অঞ্চলৰ-পৰা দৰ্শক উপচি পৰিছিল যোৰহাট নগৰ।

প্ৰথম আৰু দ্বিতীয় দিনাৰ সভাৰ শেষত তৃতীয় দিনা সভাত মোৰ লিখিত ভাষণ পাঠ কৰি সভাৰ কাম শেষ কৰা হ'ল। মহতী সভালৈ সহস্ৰ প্ৰণাম জনালোঁ।

**শ্ৰীশ্ৰীশঙ্কৰদেৱ মহাপুৰুষৰ পঞ্চশত বাৰ্ষিকীৰ সামৰণি:**

তৃতীয় দিনাৰ সভাৰ সভানেত্ৰীৰ ভাৰ পৰে এই অযোগ্যাৰ ওপৰত। লিখিত ভাষণ 'দৰ্শনত শঙ্কৰ' নামৰ ভাষণখনি সভাত পাঠ কৰা হ'ল। সভাৰ কাম সুকলমেই ভগৱন্তৰ কৃপাত সমাধা হ'ল। সভাৰ কেউদিন অসমৰ ভিন ভিন সত্ৰৰপৰা অহা সুপ্ৰাচীন অসমীয়া সংস্কৃতিৰ মূল ভেটি গঢ়োতা সত্ৰৰ ভিন ভিন নৃত্য, যেনে—ঝুমুৰ নৃত্য, মুখত ধাকনি লৈ নচা, পৰী নৃত্য আদি অতি অপূৰ্ব ভঙ্গিৰে পৰিৱেশন কৰা নৃত্য ভাৱনা গীত বৰগীত খোলৰ অপূৰ্ব ধ্বনিৰে আকাশ বতাহ মুখৰিত কৰি তোলা অসমৰ আপুৰুগীয়া চাৰুকলাৰ নিদৰ্শনসমূহ দেখুৱাই দৰ্শকৰ মনত অপূৰ্ব আনন্দ দিব পাৰিছিল সংস্কৃতি পৰিবেশে। মহাপুৰুষৰ সাগৰ সদৃশ প্ৰতিভাৰ মহানতাৰ স্মৰণ কৰি বিস্ময় আনন্দত হিয়া ভৰপূৰ হৈ



উঠিছিল। বাৰে বাৰে জাতিৰ পিতৃস্বৰূপ শ্ৰীশ্ৰীশঙ্কৰদেৱ মহাপুৰুষৰ চৰণ উদ্দেশি প্ৰণাম জনাই যোৰহাটৰপৰা বিদায় মাগিলোঁ। মনৰ সোঁৱৰণত আঁকা ৰ'ল যোৰহাটৰ এই মহতী সভাৰ আয়োজনৰ চিত্ৰ। তিনিদিনীয়াকৈ মহাপুৰুষৰ পাঁচ শ বছৰীয়া এই মহোৎসৱ বৰ্ণনাৰ অতীত। হেজাৰ হেজাৰ মুগ্ধ জনতাই যোৰহাট উপচি পৰিছিল কেউদিন। সভাৰ গুৰি ধৰোতাসকলে আকাশীযানেৰে অনা-নিয়াৰ ব্যৱস্থা, আকাশী বন্দৰৰপৰা কৰা আদৰণীৰ কথা মনৰ পটত চিৰকাল আঁকা ৰ'ল। সভা ভঙাৰ পিছদিনা যোৰহাটৰ স্বনামধন্য সঙ্গীতজ্ঞ শিল্পী শ্ৰীদৰ্পনাথ শৰ্মাই তেখেতে স্থাপন কৰা সঙ্গীত বিদ্যালয়লৈ সাদৰ আমন্ত্ৰণেৰে সাদৰি নি শিকাৰুসকলৰ গীত নৃত্যৰে আপ্যায়িত কৰিলে। মনৰ মাজত মধুৰ সোঁৱৰণ লৈ যোৰহাটৰপৰা ঘৰমুৱা হলোঁ।

তথাপি মনৰ মাজত এটি ঘটনাই সাঁচ বহুৱাই থলে। দ্বিতীয় দিনৰ সভাত নিৰ্দিষ্ট বক্তাৰ বক্তৃতাত মহিলা সমাজে মনত দুখ পোৱাত, সেই সভাত মোৰ ভাষণ দিয়াৰ বাব নথকাকৈয়ে প্ৰতিবাদ স্বৰূপে সমগ্ৰ ভাৰতৰ বৈদিক যুগৰপৰা নাৰীৰ ঐতিহ্যৰ গৌৰৱৰ বৰ্ণনা দি উক্ত ভুল মত খণ্ডন কৰিব লগীয়া হৈছিল। জাতিৰ পিতা শ্ৰীমন্ত শঙ্কৰদেৱৰ বিশাল উদাৰতাত এনে পৰিবেশ বাঞ্ছনীয় নাছিল।

**কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ মহাপ্ৰয়াণত শ্ৰদ্ধাঞ্জলি: ১৯৪১ চন:** ডিবুৰুত অনুষ্ঠিত শ্ৰদ্ধাঞ্জলি সভাত নিৰ্দিষ্ট বক্তাৰূপে শ্ৰদ্ধাঞ্জলি জনোৱাৰ মোৰ সৌভাগ্য ঘটে। সভাত 'ঋষি' নামৰ কবিতা এটি পাঠ কৰি কবিগুৰুৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনাও।

**ৰবীন্দ্ৰ জয়ন্তী মহোৎসৱ নগাঁও—১৯৪৩ চন:**—নগাঁৱত ৰবীন্দ্ৰ জয়ন্তী উৎসৱৰ সভানেত্ৰীৰূপে নগাঁও ৰাইজে আহ্বান কৰাত নগাঁৱত গৈ উপস্থিত হলোঁ। নগাঁৱত মোৰ ডাঙৰ ছোৱালী শ্ৰীমতী উষাৰাণীৰ ঘৰতে আলহী হৈ যথাসময়ত ৰবীন্দ্ৰ জয়ন্তী উৎসৱত যোগদান কৰিলোঁ। বঙালী অসমীয়া সকলো ৰাইজে একত্ৰিত হৈ কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ জয়ন্তী পালন কৰিছে। ভাষণত কবিগুৰু দেৱৰ কাব্যৰ মূল দৰ্শনৰ বিষয়ে ব্যাখ্যা কৰি লিখা হৈছিল। সভাত কেইবাজনো বক্তাই ভাষণ দিয়ে। স্কুলৰ ছোৱালীবোৰে কবিগুৰুৰ 'নটীৰপূজা' নাটকৰ দৃশ্য এটি অভিনয় কৰি দেখুৱায়।

তৃতীয় বাৰ ঃ গুৱাহাটীত ৰবীন্দ্ৰনাথ ঠাকুৰৰ সোঁৱৰণী সভাত যোগ দি ভাষণ দিয়াৰ সৌভাগ্য ঘটে ১৯৪৫ চনত।

চতুৰ্থ বাৰ ঃ ১৯৪৬ চন। গুৱাহাটী পাণ্ডুত অনুষ্ঠিত কবিগুৰু ৰবীন্দ্ৰনাথ দেৱৰ উৎসবত সভানেত্ৰীৰূপে যোগ দিয়াৰ সৌভাগ্য ঘটে।

পঞ্চম বাৰ অনুষ্ঠিত হোৱা ৰবীন্দ্ৰ জয়ন্তী উৎসবত সভানেত্ৰী মুখ্য অতিথিৰূপে যোগদান কৰিবলৈ পোৱা সৌভাগ্য মোৰ ঘটিছে। ডিব্ৰুগড়ত ডিগবৈ সাহিত্য সভালৈ আহুত হৈ অহা শান্তিনিকেতনৰ অধ্যাপক শ্ৰীশান্তিদেব ঘোষক সম্বৰ্ধনা জনোৱা হয়। ডিব্ৰুগড়ৰ বাইজৰ তৰফৰপৰা সেই সভাত ডিব্ৰুগড়ীয়া বাইজে মোক সম্বৰ্ধনা জনায়। সেই সভাত 'ৰবীন্দ্ৰ তৰ্পণ' নামৰ কবিতা এটি পাঠ কৰাৰ সৌভাগ্য ঘটে।

১৯৬৫—গুৱাহাটী ৰবীন্দ্ৰ পৰিষদৰপৰা অনুষ্ঠিত হোৱা ৰবীন্দ্ৰ জয়ন্তী উৎসবত শান্তিনিকেতনৰপৰা শ্ৰীসৌমেন্দ্ৰ ঠাকুৰক নিমন্ত্ৰণ জনোৱা হয়। সেই সভাত শ্ৰীঠাকুৰে 'ৰবীন্দ্ৰ সঙ্গীতৰ ধাৰা' নামক এটি বহুমূলীয়া ভাষণ দিয়ে। মুখ্য অতিথিৰূপে ৰবীন্দ্ৰ দৰ্শনৰ ওপৰত ভেটি কৰি মই এটি ভাষণ দিওঁ। উক্ত সভাত ৰবীন্দ্ৰ পৰিষদৰপৰা শ্ৰীসৌমেন্দ্ৰনাথ ঠাকুৰে এখনি মানপত্ৰ, এখনি শৰাই আৰু কবিগুৰু ৰচিত এখনি 'সঞ্চয়িতা'ৰে সম্বৰ্ধনা জনোৱাত মই গৌৰৱান্বিত অনুভৱ কৰি মূৰ দোৱাওঁ। এখনি শৰাইত 'গীতাঞ্জলি' আৰু 'চয়নিকা'ৰে সম্বৰ্ধনাৰ সৌষ্ঠৱ বঢ়ায়।

ৰবীন্দ্ৰ পৰিষদৰ সম্বৰ্ধনা—মানপত্ৰ প্ৰদান—ৰবীন্দ্ৰ পৰিষদ গৌহাটী ঃ সম্বাৎসৰিক "গুণীজন সম্বৰ্ধনা প্ৰকল্প অনুসরণে আসামের প্ৰখ্যাত মহিলা কবি পদ্মশ্ৰী নলিনীবালা দেবী মহোদয়াকে তাঁর দীর্ঘ সাহিত্য সাধনা ও সার্থক কবিকৃতির জন্য গৌহাটী রবীন্দ্র পরিষদের গভীর শ্রদ্ধাসহ এই মানপত্র প্রদত্ত হইল।

শ্রীসৌমেন্দ্রনাথ ঠাকুৰ ( শান্তিনিকেতন ) — সত্যকিঙ্কৰ সেন

প্রধান অতিথি — সভাপতি

মনোৰঞ্জন দে
সাধাৰণ সম্পাদক
১৩ই নভেম্বৰ ১৯৬৫



সৰ্বভাৰতীয় শিশু সন্মিলনৰ সভানেত্ৰী আৰু কেন্দ্ৰীয় সমাজ কল্যাণ পৰিষদৰ শিশুকল্যাণ সন্থাৰ পৰিচালিকা শ্ৰীমতী কৃষ্ণা হাতীসিঙৰ লগত সাক্ষাৎ ঃ ১৯৫৪—পণ্ডিত মতিলাল নেহেৰুৰ কন্যা প্ৰধান মন্ত্ৰী জৱহৰলাল নেহেৰুৰ সৰু ভনী শ্ৰীকৃষ্ণা হাতীসিং গুৱাহাটীত উপস্থিত হৈছেহি। অসমৰ শিশু কল্যাণ সন্থাৰ কৰ্মীদলে গুৱাহাটীৰ চাৰ্কিট বঙলাত শ্ৰীমতী হাতী সিঙক লগ ধৰি শিশু সন্থাৰ জৰিয়তে মানপত্ৰ এখন দিবলৈ গোট খালোঁগৈ। অতুলনীয়া সুন্দৰী, পণ্ডিত ৺মতিলাল নেহেৰুৰ সুবিখ্যাত সাহিত্যিকা জীয়ৰী কৃষ্ণা হাতীসিঙক দেখি আৰু তেওঁৰ স্পষ্ট কথা শুনি আমি সকলোটি মুগ্ধ হৈ পৰিছিলোঁ। 'শিশু কল্যাণ সন্থা' সম্পৰ্কে তেওঁৰ লগত আলোচনা কৰোঁতে এবাৰ তেওঁক "আপুনি পণ্ডিত জৱহৰলালজীৰ ভনী" বুলি কওঁতে তেওঁ গৰজি উঠিল। তেওঁ ক'লে—"মোৰ পৰিচয় একমাত্ৰ কৃষ্ণা। জৱহৰলালৰ ভনী বুলি মই গৌৰৱ অনুভৱ নকৰোঁ।" এই স্পষ্টবাদিনী কৃষ্ণাৰ স্পষ্ট ভাষণ বাদিতা নেহেৰু পৰিয়ালৰ আভিজাত্যপূৰ্ণ আৰু চৰিত্ৰ বিকাশৰ এটা সুপৰিচিত বস্তু। এই চৰিত্ৰৰ ৰূপ মতিলাল নেহেৰুৰ তিনিওটি সন্তানতে বিদ্যমান। তিনিওটি সন্তান পণ্ডিত জৱহৰলাল, বিজয়লক্ষ্মী পণ্ডিত আৰু কৃষ্ণা হাতীসিং তিনিওটি ভাৰতৰ ৰত্ন স্বৰূপ। আত্মসন্মানবোধ এটি বিশেষগুণ শিশু চৰিত্ৰৰ আদৰ্শ হোৱা উচিত। মইনা পাৰিজাতৰ প্ৰেমী কৰ্মী শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীআশ্ৰফ আলি আৰু শ্ৰীৰত্ন-কুমাৰ গৌতম গৈছিল। শিশু সন্থাৰ তৰফৰপৰা শ্ৰীমতী ৰাজবালা দাস, শ্ৰীৰামচন্দ্ৰ দাসকে আদি কৰি কেইবাজনেও গৈছিল।

শ্ৰীমতী কৃষ্ণা হাতী সিঙৰ নিৰ্দেশক্ৰমে গুৱাহাটী সৰ্বভাৰতীয় শিশু সন্থা স্থাপিত কৰা হ'ল। স্থায়ী সভানেত্ৰীৰূপে এই শিশু সন্থাটি সংগঠনৰ ভাৰ মোৰ ওপৰতে পৰাত মই থকা ঘৰতে ( দেউতাৰ ঘৰ ) 'শান্তি ভৱনৰ' এটি কোঠালীত অফিচ স্থাপন কৰা হ'ল। অফিচৰ যাবতীয় কৰ্ম পৰিচালনাৰ ভাৰ দিয়া হ'ল দুজন সম্পাদকক। শ্ৰীৰামচন্দ্ৰ দাস আৰু শ্ৰীকিৰণ চন্দ্ৰ শৰ্মাই ৰীতিমতে অফিচ চলাবলৈ ল'লে। অসমক দুটা বিভাগত ভগাই উজনি অঞ্চলত শ্ৰীহেমন্ত বৰদলৈক আৰু নামনি অসমত শ্ৰীকন্দৰ্প শৰ্মাক নিয়মিতভাৱে শিশু কল্যাণ সন্থা গঠনৰ ভাৰ দিয়া হ'ল।

১৯৫৪ চনত সৰ্বভাৰতীয় শিশু কল্যাণ সন্থাৰ সৰ্বভাৰতীয় সম্পাদক শ্ৰীকুলকাৰণী আহিলে স্থানীয় কৰ্মবীৰ নবীন বৰদলৈ হলত এখন সভা আহ্বান কৰা হয়। তেওঁৰ নিৰ্দেশমতে স্থানীয় শিশুপ্ৰেমী লোক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীদীননাথ শৰ্মা, শ্ৰীপ্ৰমোদ ভট্ট, মঃ আশ্ৰফ আলি, ৰত্নকুমাৰ গৌতম, শ্ৰীনবীনচন্দ্ৰ শৰ্মা, শ্ৰীমতী ৰাজবালা দাস, শ্ৰীমতী ইন্দিৰা দেৱী, শ্ৰীমতীপ্ৰজ্ঞা চৌধুৰী, শ্ৰীসমীৰণ দাস, নলিনীবালা দেৱীকে লৈ এখনি কাৰ্য্যকৰী কমিটি গঠন কৰা হয়। সৰ্বসন্মতিক্ৰমে সভানেত্ৰী নিৰ্বাচনত মোৰ নামকে সকলোৱে স্থিৰ কৰি এই গুৰু দায়িত্বৰ ভাৰ মোকেই গতালে।

'পাৰিজাত কানন'ৰ স্থায়ী অফিচ তেতিয়া ৺দেউতাৰ ঘৰ 'শান্তিভৱন'তে চলি আছিল। সেই ঘৰতেই সৰ্বভাৰতীয় শিশু কল্যাণ সন্থাৰ অফিচ পাতি, যাবতীয় অফিচৰ সা-সজুলি গোটাই দিয়া হ'ল। এটা টাইপ মেচিন, এখন চাইকেল কিনি দিয়া হ'ল, অফিচৰ চকী মেজ আলমাৰী দুটা কিনা হ'ল। ভাৰতীয় শিশু কল্যাণ সন্থাৰপৰা অফিচৰ-বাবে তিনিহেজাৰ টকা দিছিল। এই টকাৰে ওপৰোক্ত সকলো সা-সঁজুলি কিনা হৈছিল। অফিচ এচিস্টেণ্টৰ ভাৰ দিয়া হ'ল শ্ৰীৰামচন্দ্ৰ দাসক, সহকাৰী এচিস্টেণ্ট শ্ৰীকিৰণ শৰ্মাক। এজন পিয়ন নিয়োগ কৰা হৈছিল। উজনি নামনি সামৰি কৰ্মক্ষেত্ৰ বহলাবৰ কাৰণে শ্ৰীযুত মহাদেব শৰ্মাদেৱক উপসভাপতি আৰু পৰিদৰ্শকৰূপে কাৰ্য্যকৰী সভাই ভাৰ দিলে। অফিচৰ কাম সুন্দৰভাৱে আগবাঢ়িবলৈ ধৰিলে। শিশু কল্যাণ সমিতিৰ লাইব্ৰেৰীৰ বাবে এহেজাৰ টকাৰ বহু মূল্যবান কিতাপ কিনা হৈছিল। 'এনচাইক্লোপিডিয়া'ৰ এটা ভলিউম কিনা হৈছিল ৪০০ টকাৰে। আন বহুতো ভাল ভাল কিতাপ কিনা হৈছিল। মোৰ ঘৰতে অফিচ হোৱাত পাৰিজাত কানন আৰু শিশু কল্যাণ সন্থাৰ যাবতীয় কাম মই নিজে পৰিদৰ্শন কৰি আছিলোঁ। পাৰিজাত কানন আৰু মইনামেলক একত্ৰিত কৰা বেমেজালিয়েও সেই সময়ত জুমুৰি দি ধৰিছিল। অবিৰাম মানসিক চিন্তা-ভাৱনাত পৰিশ্ৰম হোৱাৰ বাবে আগতে হৈ যোৱা হৃদপিণ্ডৰ অসুস্থতাই পুনৰ দেখা দিলে, আকৌ শয্যাশায়ী হলোঁ। ডাঃ ভুবনেশ্বৰ বৰুৱাই আগৰেপৰাই চিকিৎসা কৰি আছে, এইবাৰ আকৌ পৰা দেখি খুউব খং কৰিলে। বিচনাৰ কাষত ফাইলৰ দমবোৰ দেখি ক'লে—"এইবোৰ আপোনাৰ কাষত কিয়? পুৰি পেলাওক এইবোৰ, এইদৰে হ'লে মই আপোনাক চিকিৎসা নকৰোঁ, আপোনাৰ এতিয়া সম্পূৰ্ণ বিশ্ৰামৰ প্ৰয়োজন।" ডাঃ বৰুৱা আৰু ডাঃ শ্ৰীভূপেন ফুকনৰ যত্নত ক্ৰমে ক্ৰমে ভাল হৈ আহিলোঁ। নেত্ৰীস্থানীয় হিতাকাঙ্ক্ষীসকলেও নানা ন ন উপদেশ দিবলৈ ধৰিলে। কেইবাজনেও কৈছিল, "আপুনি এইবোৰ ল'ৰা-ধেমালি লৈ কিয় অবাবতে কৰ্মশক্তি ক্ষয় কৰিছে? তাতকৈ আপোনাৰ উজ্জ্বল প্ৰতিভাশক্তি ৰাজনীতিক্ষেত্ৰত প্ৰয়োগ নকৰে কিয় দেউতাকৰদৰে? "উত্তৰত মোৰ কোৱা মনত পৰে—"ৰাজনীতি বাৰু কি কওকচোন? মই বুজোঁ ৰাজনীতি মানে দেশৰ সুশাসন, সুপ্ৰতিৰক্ষা, সুসংগঠনেই দেশৰ কাম বুলিহে মই ভাবোঁ। সেই বাবে এই কণ কণবোৰক ভৱিষ্যতৰ সুনাগৰিক কৰি গঢ়ি তুলিবলৈ যত্ন কৰিছোঁ। বুঢ়া বাঁহ পোণাব নোৱাৰি, কুমলীয়া বাঁহ লেকেচি যেনিয়ে তেনিয়ে পোণাব পাৰি, সেয়েহে মই ইয়াতক লৈ আনন্দ পাওঁ। সেইবুলি মই দেশৰ কামবোৰৰপৰা আঁতৰি নাথাকোঁ। দেশৰ প্ৰত্যেক সমস্যাত মোক পাব, সকলো সমস্যাত জড়িত হৈ থাকিম। কিন্তু ধৰা-বন্ধা বাধ্যবাধকতাত থাকিবলৈ দেখোন মনে নিবিচাৰে। গোটেই দেশখনেই মোৰ আপোন, মনটোক সদায় মুকলি কৰি ৰাখিবলৈ ভাল পাওঁ। যি কাম কৰিলে আনন্দ পাওঁ, তাকে কৰি আছোঁ।"

মোৰ এই কথা শুনি ৰাজনীতিজ্ঞ কেইজন ক্ষান্ত হ'ল। দেউতাৰ দিনৰেপৰা কংগ্ৰেছৰ সেৱা কৰি আহিছোঁ যদিও কোন সক্ৰিয় অংশৰ ভাগ লোৱা নাই। এবাৰ গুৱাহাটীৰপৰা নিৰ্বাচনত উঠিবলৈ কেইবা গৰাকী নেতৃস্থানীয় লোকে অনুৰোধ কৰিছিল। কৈছিল, "আপুনি উঠিলে আপোনাৰ প্ৰতিদ্বন্দ্বী কোনো নুঠে।" মই কিয় জানো সন্মতি জনাব নোৱাৰিলোঁ। কাৰণ বন্ধনত সোমাবলৈ ভয় লাগিল।

**পাৰিজাত কানন প্ৰতিষ্ঠা:** অসমত শিশু অনুষ্ঠান প্ৰথমে 'পাৰিজাত কানন' মইনামেল মিলি পিছত 'মইনা পাৰিজাত' গঠন হয়।

১৯৫২ চনতে গুৱাহাটীৰ উজানবজাৰৰ দেউতাৰ ঘৰ শান্তিভৱনত পাৰিজাত কানন নাম দি শিশু অনুষ্ঠান এটি প্ৰতিষ্ঠা কৰা হয়। বহু-

দিনৰেপৰা মনত অসমত শিশু অনুষ্ঠান এটি পতাৰ ভাব আছিল। এনেতে শ্ৰীৰত্নকুমাৰ গৌতম আৰু প্ৰকাশ শৰ্মাই 'আৰতি সঙ্ঘ' নাম দি এটি শিশু সঙ্ঘৰ সভাত সদৌ অসম সামৰি এখন শিশু অনুষ্ঠান গঢ়ি তোলাৰ সঙ্কল্প জনোৱাত সকলোৰে আনন্দ প্ৰকাশ কৰিলে। সেই সভাত 'পাৰিজাত কানন' নাম দি সদৌ অসম সামৰি পাৰিজাত কাননৰ পাতনি মেলা হ'ল। গুৱাহাটীৰ শিশু-প্ৰেমী অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীনবীনচন্দ্ৰ শৰ্মা, অধ্যাপক আশ্ৰফ আলি আদি বহুসংখ্যক সদস্যৰে কাৰ্য্যকৰী কমিটি পাতি 'পাৰিজাত কানন' প্ৰতিষ্ঠা হ'ল। শিশু-সকলৰ দুই অনা ভৰ্তি ফিজ লগাই ষষ্ঠমান শ্ৰেণীলৈকে সভ্য ভৰ্তি কৰা হ'ল। নিয়মাৱলী ৰচনা কৰা হ'ল। সদৌ অসমৰ অলেখ শিশু সভ্যৰে পাৰিজাত কানন জকমকাবলৈ ধৰিলে। নৃত্য, গীত, ব্যায়াম, নিয়মানু-বৰ্তিতা, কৰ্তব্যপৰায়ণতা, চৰিত্ৰ বিকাশৰ বিভিন্ন দিশেৰে শিশু পাৰিজাত-বোৰক ফুলাই তুলিবলৈ যত্ন কৰা হ'ল। চেমনীয়া মেট্ৰিক শ্ৰেণীৰ ছোৱালীবোৰক পৰিচালিকাৰ বাব দিয়া হ'ল। সৰ্ব পৰিচালকৰ মূল চিৰ-শিশু শ্ৰীনবীন শৰ্মাই ভাৰ ল'লে। নৃত্য, গীত, আবৃত্তি, অভিনয়, আকস্মিক বক্তৃতা, ব্যায়াম, খেল-ধেমালিৰে পাৰিজাত কাননে মানুহৰ মন দুদিনতে মুহি পেলালে। সেই সময়ত যোৰহাটত মইনামেল নামৰ এখন শিশু অনুষ্ঠান চলিছিল। পাৰিজাত কাননৰ এবছৰ পুৰ হোৱাত এখনি বছৰেকীয়া অনুষ্ঠান পতাৰ যো-জা কৰা হ'ল। গুৱাহাটী-বাসীয়ে অতি উলহ-মালহেৰে সভাৰ আয়োজন কৰিবলৈ ধৰিলে। নৃত্য-বিশাৰদ শ্ৰীচাৰু বৰদলৈয়ে নৃত্য পৰিচালনাৰ ভাৰ ল'লে। গীত বিভাগত শ্ৰীবীৰেন দত্ত, তফজ্জুল আলি আৰু মাধুৰীদেৱীয়ে ভাল ল'লে। সামান্য পুজি এহেজাৰ টকাৰে পাৰিজাত কাননৰ অধিবেশন আৰম্ভ হ'ল। হৰিসভাত সভাৰ ঠাই ঠিক কৰা হ'ল; কিন্তু হৰিসভাত পূজা নকৰিলে অনুমতি নিদিয়ে।

**সুন্দৰৰ পূজা:** অভ্যৰ্থনা সমিতিৰ সভানেত্ৰী শ্ৰীলক্ষেশ্বৰী ভূঞা আৰু সম্পাদিকা শ্ৰীইন্দুপ্ৰভা বৰুৱাই হৰিসভাৰ সভাপতি উকিল 'শ্ৰীযোগেশ সেনক' কোনোমতে সন্মত কৰিব নোৱাৰিলে। শেষত মই অসুখীয়া গাৰে গৈ সেনক কোৱাত সেনে ক'লে—"পূজা কৰিম বুলি



লেখি দিলেহে দিব পৰা হয়।" মই লেখি দিলোঁ। হৰিসভাত এবিধ সুন্দৰৰ পূজা আয়োজন কৰা হ'ব। যোগেশ সেনে হাঁহি কলে "আপুনি মোক অবাক কৰিলে। আপোনাৰ বিচক্ষণ যুক্তিয়ে মোক হৰুৱালে। মই উকীল, আপুনি উকীলৰ ছোৱালী, কিন্তু ওকালতিত আপোনাৰ যুক্তিত মই হাৰিলোঁ।" মই হাঁহি কলোঁ, "সেন ডাঙৰীয়া! শিশু চিৰসুন্দৰৰ প্ৰতীক। শিশু কল্যাণ কৰ্মতকৈ পৃথিৱীত কি ডাঙৰ পূজা হ'ব পাৰে কওকচোন। এতিয়া আপুনিও এই সুন্দৰৰ পূজাৰ ভাগ ল'ব লাগিব।" সেনে ক'লে—"আদেশ কৰক কি কৰিব লাগিব।" মই ক'লোঁ, "সুন্দৰ শিশুবোৰে গৰমত দুখ পাব। আপুনি আঠখনমান 'ফেন'ৰ ব্যৱস্থা কৰি দিয়ক আৰু পানী খোৱাৰ ব্যৱস্থা টেঙ্কি এটা আৰু কিছুমান গিলাচৰ ব্যৱস্থা কৰি দিয়ক।" সেন ডাঙৰীয়াই আনন্দ মনেৰে ফেন আৰু পানীৰ যোগান ধৰি শিশুবোৰৰ বং আনন্দ চাই মুগ্ধ হৈ পৰিল। জীৱনৰ এই এটি পাহৰিব নোৱৰা সোঁৱৰণ।

গুৱাহাটীৰ প্ৰত্যেক দোকানৰ দোকানীসকলে কিতাপ চাহ মিঠাই, ব্যৱসায়ীসকলে প্ৰতিনিধিবোৰে খাবলৈ চাউল, দাইল, আলু, পিঁয়াজ, তৰকাৰী আদিৰ কোনে কি যোগান ধৰিলে লেখ নাই। হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীগোলাপ চৌধুৰীদেৱ, শ্ৰীপ্ৰজ্ঞা চৌধুৰী, ইন্দিৰাদেৱী আদিয়ে ল'ৰা-ছোৱালীবোৰক খুওৱাৰ ভাৰ ল'লে। জাক-জমকতাৰে দুদিনীয়াকৈ পাৰিজাত কাননৰ অধিবেশন শেষ হ'ল। নৃত্য গীত আবৃত্তি অভিনয় আকস্মিক বক্তৃতা আদিত গুৱাহাটীৰ অসমীয়া বঙালী নেপালী হিন্দী ল'ৰা-ছোৱালীবোৰে সভ্য হৈ নানা বিষয়ত যোগ দি 'পাৰিজাত কানন'খন যেন স্বৰ্গৰ নন্দনকাননত পাৰিজাত ফুল-ফুলাদি ফুলিবলৈ ধৰিলে। প্ৰদৰ্শনীৰ ভাৰ লৈছিল, চিত্ৰ-শিল্পী শ্ৰীজীৱেশ্বৰ বৰুৱাই। পতাকা উত্তোলনৰ পথাৰ সজোৱাৰ ভাৰ লৈছিল কেপ্তেইন সত্যব্ৰত লহকৰ আৰু শ্ৰীকামাখ্যা ঠাকুৰে। পাৰিজাত কাননৰ সোণোৱালী পতাকা উৰুৱা মোৰ গাত ভাৰ পৰিল। প্ৰথম দিনা পুৱাতে জজ পথাৰলৈ গলোঁ।

**পাৰিজাত কাননৰ পতাকা উত্তোলন:** সেই দিনা জজ পথাৰত মহা পয়োভৰে পাৰিজাত কাননৰ পতাকা উত্তোলন কৰাৰ পৱিত্ৰ

সোঁৱৰণে আজিও আনন্দ দিয়ে। ১৯৫৩ চনত প্ৰতিষ্ঠিত পাৰিজাত কাননৰ পতাকা উত্তোলন কৰোতে উপনিষদৰ শ্লোক এটিৰে পতাকা উত্তোলন কৰা হয়।

"অসতো মা সদ্‌গময় তমসো মা জ্যোতির্গময়
মৃত্যুর্মা অমৃতো গময়।"

পৰম কৰুণাময় পৰমেশ্বৰক প্ৰাৰ্থনা জনাই মইনাসকলৰ মঙ্গল কামনা কৰি শিশুসকলক পাৰিজাত নামটি সাৰ্থক কৰি তুলিবলৈ প্ৰেৰণা ভিক্ষা কৰা হৈছিল। গুৱাহাটীৰ প্ৰত্যেক স্কুলৰপৰা অহা দলবোৰে সুশৃঙ্খলভাৱে সভাথলী শুৱনি কৰিছিল। হাতত পতাকা লৈ শাৰী হৈ আহিছিল পৰিচালিকাসকল। হেজাৰ হেজাৰ শিশুপ্ৰেমী দৰ্শকে মুগ্ধ মনেৰে পাৰিজাতৰ সোণালী পতাকাখনিলৈ মূৰ দোঁৱালে। পাৰিজাতবোৰে সমবেত শুৱলা কণ্ঠেৰে পাৰিজাত কাননৰ প্ৰথম গীতটি গাই সকলোকে আনন্দ দিলে। গীত পৰিচালনা কৰিছিল শ্ৰীৰমেন বৰুৱাই।

অসম কাননৰ আমি পাৰিজাত
সৰগী দেশৰপৰা আমি নামি আহোঁ
ৰূপহী তৰাৰদৰে ধৰাৰ বুকুত হাঁহোঁ
শুনাও অমিয়া মাত—আমি পাৰিজাত॥

পাৰিজাত সভাৰ বাতৰি পাই আপোনভোলা পুৰুষ জে. বৰুৱাই ইমান অভিভূত হৈছিল, তেখেতে ভৰিত চেণ্ডেল নিপিন্ধাকৈ সভাত উপস্থিত হ'লহি। পিছত তেখেতে বিৰৰি কওঁতে সভাত হাঁহিৰ ৰোল উঠিছিল। শিশুৰ সভাখন মানুহে ইমান ভাল পাইছিল।

কামৰূপৰ বানপানীত শিশু অনুষ্ঠানৰপৰা সাহায্য আগবঢ়োৱা হৈছিল। বানপানী পীড়িত মইনাহঁতলৈ বহু পৰিমাণে গেঞ্জি, পেণ্ট, ফ্ৰক কিনি বিলাবলৈ পঠিওৱা হৈছিল মইনা পাৰিজাত কৰ্মী শ্ৰীহেমন্ত শৰ্মাক বিলনীয়া ভাৰ দি।

উত্তৰ লক্ষীমপুৰৰ পাৰিজাত মইনাসকলে সাদৰেৰে মাতিছিল, "আইতা, আপুনি এবাৰ আমাৰ মাজলৈ আহক। আমি আপোনাক ঢেকিয়া শাক ওটেঙাৰে এসাজ ভাত খুৱাম, আমিনো আপোনাক কি দিম।" মইনাহঁতৰ সেই সাদৰ নিমন্ত্ৰণ ৰাখিব নোৱাৰিলোঁ। এয়ে মনত দুখ ৰ'ল।



পাৰিজাত কাননৰ অনাতাঁৰ বিভাগত মুকলি অভিনয়ঃ

পাৰিজাত কাননত অভিনয় কৰিবলৈ শিশু নাটিকা সেই সময়ত বিচাৰি পাবলৈ নাছিল। লবালৰিকৈ এখন 'পাৰিজাতৰ অভিষেক' নামৰ নৃত্য-নাটিকা লিখি উলিয়ালোঁ। নাটিকাখনিত শিশুৰ মাজৰ দৈৱী গুণসমূহক একোটি ৰূপ দি সজাই তোলা হৈছিল। প্ৰত্যেকটি ৰূপৰ নৃত্য আৰু গীত সুকীয়া আছিল; যেনে—গুণসমূহ সত্য, ধৰ্ম, ক্ষমা, কৰুণা, শৌৰ্য্য, সুকুমাৰ কলা ইত্যাদি। এই নৃত্য-নাটিকাখনি অসমৰ শ্ৰেষ্ঠ নৃত্য-বিশাৰদ শ্ৰীমান চাৰু বৰদলৈয়ে নৃত্য ৰূপ দিছিল। শ্ৰেষ্ঠ সঙ্গীতজ্ঞ শ্ৰীমান মুকুল বৰুৱাই গীতবোৰত সুৰ দিছিল। পৰিচালনা কৰিছিল নৃত্য-পটিয়সী শ্ৰীমতী জোনা বৰুৱাই (প্ৰণীতা তালুকদাৰ)। শিশু অভিনেতা আছিল নাৰায়ণৰ ভাওত শ্ৰীমান অমৰ চক্ৰৱৰ্তী। তেওঁৰ অভিনয়ে সকলোকে মুগ্ধ কৰিছিল। প্ৰকৃতিৰ ভাওত মইনা অভিনেত্ৰী শ্ৰীমতী নন্দিতা বৰুৱাই নৃত্যে কৃতিত্ব দেখুৱাই দৰ্শকক আচৰিত কৰি তুলিছিল। এই নাটিকাখনিৰ ইমান সমাদৰ বাঢ়িছিল যে শেষত অনাতাঁৰ বিভাগলৈও এই নাটিকাখনি আহ্বান কৰা হ'ল আৰু আমাৰ পাৰিজাত কাননৰ অভিনেতা অভিনেত্ৰীসকলেই মুকলি মঞ্চত পুনৰ অভিনয় কৰি পূৰ্ণ সাৰ্থকতা লাভ কৰিছিল। অনাতাঁৰ বিভাগৰ আলোক সজ্জা আৰু বাদ্যযন্ত্ৰৰ আড়ম্বৰত নাটিকাখনিয়ে অদ্ভুত কৃতিত্ব লাভ কৰিছিল। এই নাটিকাখনি কেইবা ঠাইতো মঞ্চস্থ হয়। চেমনীয়া দলে অনাতাঁৰৰ অনুৰোধত মুকলি মঞ্চত অভিনয় কৰি দৰ্শকক মোহিত কৰি প্ৰশংসা পাইছিল।

পাৰিজাত মইনাহঁতৰ অভিনয়ঃ

স্থানীয় মহিলা সমিতিৰ সহযোগত পাৰিজাত কাননৰ চেমনীয়া মইনাহঁতে 'শেষ পূজা' নামৰ নৃত্য-নাটিকাখনি নিপুণ কৃতিত্বৰে মঞ্চস্থ কৰি বহু প্ৰশংসা লাভ কৰে। ৰাইজৰপৰা পুনৰ অভিনয় কৰিবলৈ

অনুৰোধ পাই দ্বিতীয় দিনাও অভিনয় কৰিব লগীয়া হয়। পাৰিজাতৰ চেমনীয়া ছোৱালীহঁতেই কৃতিত্বৰে অভিনয় কৰি দৰ্শকক মুগ্ধ কৰে। স্থানীয় শিল্পীসকলে সকলো প্ৰকাৰে এই অভিনয়ত সহায়-সহযোগ কৰিছিল। অভিনয় হৈছিল স্থানীয় কুমাৰ ভাস্কৰ নাট্য মন্দিৰত, নাটক ৰচনা নলিনীবালা দেৱী।

ৰাষ্ট্ৰপতি ড° ৰাজেন্দ্ৰপ্ৰসাদৰ লগত পাৰিজাতৰ সাক্ষাৎ ঃ

১৯৫৪ চনৰ ফেব্ৰুৱাৰী মাহত ভাৰতৰ ৰাষ্ট্ৰপতি ড° ৰাজেন্দ্ৰপ্ৰসাদ গুৱাহাটীৰ চাৰ্কিট বঙলাত উঠিছেহি। অসমৰ সমস্যা অধ্যয়নৰ উদ্দেশ্য লৈ ৰাষ্ট্ৰপতি আহিছে। দেশৰ শিশুসন্থা পাৰিজাতবোৰৰ ৰাষ্ট্ৰপতিৰ লগত সাক্ষাৎ কৰাৰ হাবিয়াস। সময় কৰি লোৱা হ'ল ৰাতিপুৱা আঠ বজা। পাৰিজাত কাননৰ সম্পাদক শ্ৰীৰত্নকুমাৰ গৌতম, পৰিচালক শ্ৰীনবীন চন্দ্ৰ শৰ্মা, আশ্ৰফ আলি আদিক লৈ পাৰিজাতবোৰৰে সৈতে চাৰ্কিট বঙলালৈ যাত্ৰা কৰিলোঁ। শ্ৰীমতী নীৰা ডোগ্ৰাৰ গাড়ীৰে মোক লৈ গ'ল। শিশুসকলক পাই মৰমীয়াল ৰাষ্ট্ৰপতিৰ আনন্দৰ পাৰ নোহোৱা হ'ল। সিহঁতৰ দুই এজনৰ লগত হাঁহি-মাতি কথা পাতিলে, মিঠাই খুৱালে। মাজত ৰাষ্ট্ৰপতিক লৈ ফটো-তোলা হ'ল মইনা পাৰিজাতবোৰৰ। ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদে আমাৰ লগত পাৰিজাত কাননৰ বিষয়ে কথা-বতৰা হৈ আনন্দ পালে। ৰাষ্ট্ৰপতিৰপৰা আমি সময়মতে বিদায় মাগি উলটিলোঁ।

শিশুপ্ৰেমী ভাৰতৰ প্ৰধানমন্ত্ৰী পণ্ডিত জৱহৰলালজীৰ লগত পাৰিজাত মইনাহঁতৰ সাক্ষাৎ ঃ

১৯৬৪ চনতে মইনাহঁতৰ হেপাহৰ চাচাজী পণ্ডিত নেহেৰুক লগ ধৰি মনৰ হেপাহ পলুৱাই, চাচাজীক ফুলৰ মালা দিবলৈ পোৱা পাৰিজাত মইনাহঁতৰ জীৱনৰ এটি স্মৰণীয় ঘটনা। পণ্ডিতজী অহা বাতৰি শুনি পাৰিজাত মইনাহঁতে চাচাজীক লগ ধৰিবলৈ উল্লসিত হৈ পৰে। সেই দিনত শিশু অনুষ্ঠানটিয়ে প্ৰধানমন্ত্ৰীক লগ ধৰিবলৈ যোৱা বাধা বহুত। গেটৰ মুখত গোটখাই থকা মইনাহঁতক পুলিচে সোমাবলৈ নিদিয়ে।



শেষত মই চি. আই. ডি. অফিচাৰক লগ ধৰি মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিলৈ চিঠি দিয়াত মুখ্যমন্ত্ৰীৰ সৌজন্যত পাৰিজাত মইনাহঁতে পণ্ডিতজীক লগ ধৰিলে। পাৰিজাত মইনাবোৰে পণ্ডিতজীক ওলাই আহোতে জীপ গাড়ীতে বেৰি ধৰি জপিয়াই উঠি চাচাজীক জয়ধ্বনি দি ফুলৰ মালাৰে ওপচাই পেলালে। পণ্ডিতজী আনন্দত আপোন পাহৰা হ'ল।

মইনা পাৰিজাত সংগঠন ঃ

'পাৰিজাত কানন' মইনা মেলৰ সংযোগ ঘটাই বহু যত্নেৰে 'মইনা পাৰিজাত' গঠন কৰা হ'ল। সৰ্বসন্মতিক্ৰমে অসমৰ একমাত্ৰ শিশু অনুষ্ঠান মইনা পাৰিজাত সদৌ অসমে গ্ৰহণ কৰিলে। নতুন নিয়মাৱলী ৰচনা কৰিলে অধ্যাপক ৺ভবানন্দ দত্ত আৰু অধ্যাপক আশ্ৰফ আলিয়ে। নকৈ শ্ৰীমহাদেৱ শৰ্মাদেৱক সভাপতিৰ ভাৰ দিয়া হ'ল।

ডিব্ৰুগড় অধিবেশন—মইনা পাৰিজাতৰ প্ৰথম অধিবেশন ঃ

শ্ৰীহনুমানবক্স কানৈয়ে প্ৰতিযোগীবোৰক কেইবাখনো চিল্ড আৰু কাপ দান কৰিছিল। শিশুপ্ৰেমী জালালেও বহুবিধ প্ৰাইজৰ সামগ্ৰী দিছিল। ডিব্ৰুগড় অধিবেশনতে মইনা পাৰিজাতে সম্পূৰ্ণ সফলতা লাভ কৰে। পিছৰ বছৰত তেজপুৰত, তাৰ পিছত গুৱাহাটীত মইনা পাৰিজাতৰ অধিবেশন বহে। মইনা পাৰিজাত সভা ৰেজেষ্ট্ৰী কৰা হয়। ডিব্ৰুগড় অধিবেশনৰ পিছৰপৰা প্ৰত্যেক বাৰৰ অধিবেশনত এই সভাই চৰকাৰী সাহায্য লাভ কৰে। ভৱিষ্যতৰ পাৰিজাত কাননৰ আঁচনি সভাত পাঠ কৰিছিলোঁ। সেই ধ্বনি মোৰ প্ৰাণৰ মাজত নীৰৱে প্ৰতিধ্বনিত হৈ আছিল। সেয়ে ৰূপ ল'লে ১৯৫২ চনত সদৌ অসমৰ শিশু কল্যাণ সন্থা 'পাৰিজাত কানন' নাম লৈ। শিশু আৰু কৈশোৰৰ লগতহে ৰিজাৰ পাৰি এই চিৰপৱিত্ৰ, চিৰনিৰ্মল, চিৰসুন্দৰ পাৰিজাত পুষ্পৰ মনোৰম নাম শাৰী। পৃথিৱীৰ আন ক'তো বিচাৰি পাবলৈ নাই, এই দেৱলোকৰ নন্দন বনৰ শাশ্বত পুষ্প পাৰিজাত পাহি। পৃথিৱী আমোল মোলাই ঘৰে ঘৰে আনন্দৰ শিহৰণ জগাই তুলিছে মৰ্ত্যত ফুলা এই পৱিত্ৰ পুষ্প শিশুৰূপী পাৰিজাতবোৰে। সেয়েহে হিয়া মন ঢালি দিলোঁ অসম

নন্দনৰ বুকুত ফুলা পাৰিজাত পুষ্পবোৰৰ সুৰভিৰে সুৰভিত হৈ উঠিবলৈ মনোৰম অসমৰ বন উপবন, পৰ্বত ভৈয়াম। সাধনা মোৰ সিদ্ধি হৈ উঠিল। অসমৰ প্ৰত্যেক জিলা গাঁৱত শিশু অনুষ্ঠান মইনা পাৰিজাতে গা কৰি উঠিল। ডিব্ৰুগড়ত মইনা পাৰিজাতৰ প্ৰথম অধিবেশন মহা পয়োভৰে সমাধা হ'ল জিলা সম্পাদিকা শ্ৰীমতী প্ৰণীতা দেৱীৰ ঐকান্তিক যত্নত। ইয়াতেই শ্ৰীলক্ষেশ্বৰ শৰ্মাদেৱৰ যত্নৰ অবিহণা শলাগিব লগীয়া। গুৱাহাটীত মইনা পাৰিজাতৰ অধিবেশন বহে।

তেজপুৰৰ পাৰিজাত সংঘত যোগদান ঃ

বহুদিন আগতে কবি দণ্ডিনাথ কলিতাৰ উদ্যোগত তেজপুৰত পাৰিজাত সঙ্ঘ নামৰ এটি কিশোৰ অনুষ্ঠান গঢ়ি উঠিছিল। সেই সময়ত মই কলিকতাত ১৯৪৬ চনত হব পায়। এই সভাৰ বছৰেকীয়া অধিবেশনলৈ সভানেত্ৰীৰূপে আমন্ত্ৰণ পাই কলিকতাৰপৰা বিমান যোগে আহি পাৰিজাত সঙ্ঘত যোগ দিওঁ। বিমান পথাৰৰপৰা শ শ ল'ৰা-ছোৱালী পাৰিজাতবোৰে সম্বৰ্ধনা জনাই আগবঢ়াই নিয়া দৃশ্যই মন মুগ্ধ কৰি তুলিছিল। বিশেষকৈ সঙ্ঘৰ পাৰিজাত নামটিয়ে মনৰ মাজত দস্ সাচ বহুৱাই থৈছিল। এই নামটিৰ মোহতে সুদূৰ কলিকতাৰ-পৰা আহিছিলোঁ তেজপুৰলৈ। এই সভাত পাৰিজাতৰ মহিমা বখানি ভাষণ দিছিলোঁ। এতিয়া ১৯৫২ চনৰ এই শিশু অনুষ্ঠানটিৰ নাম পাৰিজাত কানন ৰখাত পাৰিজাত সঙ্ঘৰ নামে প্ৰেৰণা যোগাইছিল।

**কহিমাৰ সোঁৱৰণ ঃ** ১৯৫২ চনত মোৰ বৰ জীৰ নাতিনী মামনিৰ বিয়া উপলক্ষে কহিমালৈ যাত্ৰা কৰোঁ। কহিমালৈ যোৱা বাতৰি পাই সেই সময়ত কহিমাবাসী শ্ৰীহৰিপ্ৰসাদ গুৰ্খা ৰায়ৰ যত্নত কহিমাত প্ৰতিষ্ঠিত হোৱা অসম সাহিত্যসভাৰপৰা এখনি অভিনন্দন আগবঢ়ায়। কহিমাবাসী নেপালী, নগা ভাই, অসমীয়া, বঙালী, সকলোবিলাকৰপৰা মৰম চেনেহ পাহৰিব নোৱৰা সোঁৱৰণ। অসমৰ কবি হিচাপে জনোৱা চেনেহৰ সম্বৰ্ধনা আছিল পৰাণ পৰশা। সমাজসেৱী গুৰ্খা ৰায়ৰ যত্নত নগা, নেপালী, অসমীয়া ল'ৰা-ছোৱালীবোৰ গোটাই এখনি শিশু-অনুষ্ঠান পাৰিজাত কাননৰ শাখা কহিমাত প্ৰতিষ্ঠিত হৈছিল। এটাইবোৰ



পাৰিজাত মইনা আহি মই থকা ঠাইত সম্বৰ্ধনা জনালেহি ঠানাক-ঠুনুক মাতেৰে নগা নেপালী মইনা-মইনীহঁতে। সেই সময়ত মোৰ গাত জ্বৰ আছিল। মোৰ বৰ জীয়ৰী ঊষা দেৱী, বৰ জোৱাই শ্ৰীনন্দলাল বৰুৱাই পি. ডব্লিউ. ডি. চাকৰি উপলক্ষে বহুদিন কহিমাত আছিল। তাতেই তেওঁৰ ডাঙৰ ছোৱালী মামনিক বিয়া দিয়ে। সেই সময়ত নগা ভাই-ভনীহঁতে অসমীয়া মানুহক বুকুৰ আপোন যেন দেখিছিল। মোৰ জীয়ৰী শ্ৰীউষা দেৱীয়ে ভিতৰুৱা নগা গাঁওবোৰলৈ গৈ দুই এটি নগা ভাষাও শিকি সৰবৰহী হৈ পৰিছিল নগা সমাজত। নগা ভাই-ভনীৰ মাজত 'চছ্‌মা পিন্ধা বাবুনীটো খুউব ভাল পাইছে দেই' বুলি কৈছিল। কহিমাৰ নিজান পৰ্বতৰ মাজত শুই থকা দ্বিতীয় মহাযুদ্ধৰ বীৰসকলৰ সমাধিত শ্ৰদ্ধা জনাই ঘৰমুৱা হ'লোঁ।

**শোৱালকুচিৰ সোঁৱৰণ ঃ** ভিন ভিন সভা-সমিতিৰ সাদৰ আহ্বানত অসমৰ কেইবাখনো গাঁওলৈ গৈ, গাঁওবাসী ভাই-ভনীসকলৰ নিভাজ মৰমৰ সোৱাদ জীৱনৰ সোণ সোঁৱৰণী। অসমৰ গাঁওবোৰ দেখি মোৰ মনত ভাব হয় ভাৰতবৰ্ষৰ আন আন প্ৰদেশৰ গাঁওবোৰতকৈ অসমৰ গাঁওবোৰ বহুত উন্নত। বিশেষতঃ পৰিষ্কাৰ পৰিচ্ছন্ন অসমৰ গাঁওবোৰৰ মাটিৰে লেপি-মচি থোৱা ঘৰবোৰ দেখিলে বৰ ভাল লাগে। আন প্ৰদেশৰ গাঁওবাসীতকৈ অসমীয়া গাঁওবাসীৰ পিন্ধা কাপোৰ বহুত নিকা। আলহী অতিথি শোধ-পোছত অসমৰ গাঁওবাসীৰদৰে ক'তো পাবলৈ নাই।

এবাৰ শিল্পক্ষেত্ৰত প্ৰাধান্য লাভ কৰা শোৱালকুচিৰ আমন্ত্ৰণক্ৰমে শোৱালকুচিৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথি আৰু মহিলা সমিতিৰ সভাত যোগ দিওঁ। নাৱৰপৰা ঢোলে-ডগৰে আদৰি নি সভাপতিৰ আসনত বহুৱালে! যাওঁতে বাটটো কাছপিঠিয়াকৈ সজোৱা দেখি সুধিলোঁ— "আপোনালোকৰ আলিবাট সজা আহিঁ বৰ সুন্দৰ!" এজন মুখীয়াল লোকে ক'লে, "আইতা! আপোনাৰ পিতৃদেৱ কৰ্মবীৰ নবীন বৰদলৈক আনোতে তেখেতে বাটত বোকা দেখি কৈছিল—'গাঁৱৰ ডেকাদলে কাছপিঠিয়াকৈ এটা আলি বান্ধিব নোৱাৰে নে?' ডেকা শক্তিয়ে কোৰ লৈ এই আলি বান্ধিলে। এই আলিত পানী নজমে, বোকা নহয়।"

শোৱালকুচি গাঁওখন দেখি আচৰিত হলোঁ। সোঁমাজতে এটা বিৰাট বাট ঘৰ, চাৰিটা আলিৰে গাঁওখন চাৰিভাগ কৰা ; যেনে—বামুণপাৰা, তাঁতিপাৰা ইত্যাদি। প্ৰচুৰ নাৰিকল গছ। আলিৰ ওপৰেদি দুয়োকাষে মুগা সূতা পকোৱা বান পাতি টাকুৰি দিয়া আছে, সকলোৱেই টাকুৰিত পাকদি যায়, সূতা পাক খাই যায়। পাঁচ বছৰীয়া ছোৱালীৰেপৰা সকলো ছোৱালীয়েই এৰিসূতা, পাটসূতা, মুগাসূতা কটাত ব্যস্ত। কাকো ধেমালি কৰি সময় নষ্ট কৰা নেদেখিলোঁ। ঘৰে ঘৰে শালৰ খট্‌খটনি ! বিধে বিধে বাচকবনীয়া পাট মুগাৰ কাপোৰ পুৰুষসকলে বৈ আছে। কৰ্মব্যস্ত গাঁওখনে অসমৰ পাট মুগা এৰি শিল্পত দেশ-বিদেশত কীৰ্তি স্থাপন কৰিব পাৰিছে। কাৰো দুখ অভাৱ চকুত নপৰিল। আনন্দ আৰু গৌৰৱেৰে হিয়া উপচি পৰিল। সকলো গাঁওয়ে যদি এনে আহি লয় অসম স্বৰ্গপুৰী নহব নে ?

মহিলা সমিতিয়ে শ্ৰীশঙ্কৰদেৱৰ তিথিৰ পিছত শৰাই গামোচা অভিনন্দনেৰে সম্বৰ্ধনা জনাই বিদায় দিলে। সেই সময়ত পাঠশালা, পলাশবাৰী, বৰপেটা, নলবাৰী আদি বহু গাঁওলৈ যাওঁ বিভিন্ন সভাত।

অসমৰ গাঁও ঃ ভাৰতৰ আন প্ৰদেশৰ গাঁওবোৰৰ তুলনাত অসমৰ গাঁওবোৰ যেন স্বৰ্গপুৰী। চাফ-চিকুন গোবৰ-মাটিৰে বোৱাৰী-জীয়ৰীয়ে মচি থোৱা চিকোন কাঠি পিৰালী। নিজে বৈ কাটি লোৱা কাপোৰৰ অভাৱ নোহোৱা নিকা কাপোৰ পিন্ধা শ্ৰমেৰে দুবেলা দুমুঠি খাই পেট পূৰ হৈ ভোগালী ৰঙালী বিহুত নাচি গাই আপোন পাহৰা হোৱা অসমৰ গাঁৱৰ তুলনা নাই।

কহিমাৰ সোঁৱৰণ ঃ

সাহিত্য সম্বৰ্ধনা ঃ ১৯৫২ চনত কহিমালৈ যাওঁতে কহিমাবাসীৰ অসমৰ এজনী নিঃকিনা সাহিত্য-সেৱিকালৈ কৰা সন্মান প্ৰদৰ্শন সুঁৱৰিছোঁ। অসমীয়াৰ মৌ-ভাষা 'অসমীয়া'ৰ কিমান আদৰ এই পৰ্বতৰ মাজতো। কিমান মৰমে আদৰি লৈছিল নগা ভাই-ভনীহঁতে অসমীয়া সাহিত্য ভাষা লৈ কিমান মৰমে সাৱটিছিল, কোনোবা অতীততে বৃটিছ শাসনৰ এন্ধাৰ যুগতে অসম সাহিত্য-পূজাৰী ৺পদ্মনাথ গোহাঞি



বৰুৱাই স্থাপন কৰিছিল নগা পাহাৰৰ বুকুত সাহিত্য সভাৰ শাখা এটি। সিমান দিনৰেপৰা অতদিনে স্বাধীনতা যুগৰ বাৰন্ন চনলৈকে জী থকা এই সাহিত্যসভাৰ শাখাটিয়ে অসমী সাহিত্যসভাৰপৰা কোনো সমাদৰ নেপাইও অসমীয়াৰ মৰম নেপাহৰি আশা কৰি আছিল, নগাবাসীক সাৱটি লব বুলি। সেয়েহে এই নগণ্যা সেৱিকাক প্ৰাণৰ মৰম বাকি দিছিল চেনেহৰ সম্বৰ্ধনাৰে, অভিনন্দনেৰে। সম্বৰ্ধনাখন আছিল ঃ

"১৮৯৬ চনতে অসম সাহিত্য সভাৰ গুৰি ধৰোতা ৺পদ্মনাথ গোহাঞি বৰুৱাদেৱে অজলা সৰল পাহাৰী নগা ভাই-ভনীসকলক অসমীয়া সাহিত্যৰ সোৱাদ দি আগবঢ়াই নিবলৈ যত্ন কৰিছিল। সেইজনা সাহিত্য-প্ৰেমীৰ উৎসাহ উদ্দীপনা পাই প্ৰকৃতিৰ হেজাৰ দুৰ্যোগ ঠেলি এই অনুষ্ঠানটি আজিও জীয়াই আছে। আজি পুনৰ আপোনাক সাদৰিবলৈ পাই, আপোনাক অভিনন্দিত কৰিবলৈ পাই আমাৰ কহিমাবাসীয়ে ধন্য মানিছোঁ। সাহিত্য ক্ষেত্ৰৰ শ্ৰেষ্ঠ আসনখনি শুৱনী কৰোতা অসমী আইৰ শ্ৰেষ্ঠ জীয়ৰী আপোনাৰ আগমন জয়যুক্ত হওক।"

কহিমবাসীৰ হৈ

কহিমা সাহিত্য সভাৰ সভ্যবৃন্দ।

১৯৫২ চন

অসম সাহিত্যপ্ৰেমী নগা ভাইহঁতৰ ইমান চেনেহলৈ অসম সাহিত্য সভাই কহিমা সাহিত্য সভাক আওহেলা কৰিলোঁ। আজি সেই কথা সুঁৱৰি দুখ আৰু লাজত তলমূৰ কৰিছোঁ। নগা পাহাৰ হেৰাই গ'ল অসমৰ বুকুৰপৰা।

সমাজ সেৱাৰ ভাগ ঃ

ৰাজ্যিক সমাজ কল্যাণ সন্থা ঃ ১৯৫৫ চনত অসমত ৰাজ্যিক সমাজ কল্যাণ সন্থা স্থাপন কৰে। সেই সময়ত শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙৰীয়াই অসমৰ মুখ্যমন্ত্ৰীৰ আসন শুৱনি কৰে। ৰাজ্যিক উপদেষ্টা কমিটি গঠন কৰি শ্ৰীমতী অমলপ্ৰভা দাসক সভানেত্ৰীৰূপে আৰু অসমৰ বিভিন্ন অনুষ্ঠানৰপৰা মুখীয়াল নজন সদস্য মনোনীত কৰে। মুখ্যমন্ত্ৰীৰ অনুৰোধক্ৰমে দুবছৰ কাল সদস্যৰূপে সমাজ সেৱাৰ ভাগ লোৱা মোৰ

সৌভাগ্য ঘটে। দেশৰ বিভিন্ন অনুষ্ঠানসমূহলৈ চৰকাৰী সাহায্যৰ অনুদান আগবঢ়োৱাই এই সমিতিৰ প্ৰধান কাম আছিল। শাৰিৰীক অসুস্থতাৰ বাবে দুবছৰৰ পিছত এই সমিতিৰপৰা অব্যাহতি লব লগীয়া হয়। সভানেত্ৰী অমলপ্ৰভা দাসেও অৱসৰ লয়। শ্ৰীমতী নীৰা ডোগ্ৰা সভানেত্ৰী নিৰ্বাচিত হয়। মোৰো সেৱাৰ ভাগ ইমানতে ওৰ পৰে।

**টেক্সটবুক কমিটিত ঃ** ১৯৫২ চনত ৰাজ্যিক চৰকাৰৰ অনুৰোধ আহিল টেক্সটবুক কমিটিৰ সদস্য পদ লব লাগে। দুবছৰ কাল টেক্সটবুক কমিটিৰ পুথি নিৰ্বাচনৰ কাম চলোৱাৰ পিছত অৱসৰ লওঁ। সেই সময়ত টেক্সটবুক কমিটিৰ চেয়াৰমেন আছিল বিখ্যাত বুৰঞ্জীবিদ্ ড° সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়া। তেখেতো শাৰীৰিক অসুস্থতাৰ বাবে জিৰণি লব লগীয়া হয়। টেক্সটবুক কমিটিৰপৰা বিদায় লওঁ।

**গুৱাহাটী মিউনিচিপেলিটিৰ সদস্য পদত ঃ** ১৯৫২ চনত চৰকাৰ মনোনীত সদস্যৰূপে গুৱাহাটী মিউনিচিপেলিটিৰ সদস্য পদটি লব লগীয়া হয়। চেয়াৰমেন আছিল শ্ৰীগোলাপচন্দ্ৰ চৌধুৰী ডাঙৰীয়া, শ্ৰীঅৰিদমন কুঠাৰী ভাইচ-চেয়াৰমেন। শ্ৰীবলেন ফুকন, শ্ৰীসমীৰণ দাস, শ্ৰীলক্ষী বৰা আদি বিভিন্ন সদস্যসকলে মিউনিচিপেলিটিৰ সেৱাৰ ভাগ লৈছিল। এবছৰ থাকি এই সেৱাৰ সোৱাদ লৈ অৱসৰ লওঁ।

### বিভিন্ন সভা-সমিতিৰ সৌঁৱৰণ

**সৰ্বভাৰতীয় শিশু অনুষ্ঠান মণিমেলাত সভানেত্ৰী ঃ** ১৯৪৫ চনত গুৱাহাটীত বহা কলিকতাৰ 'মণিমেলা' শিশু অনুষ্ঠানৰ প্ৰতিস্থাপক শ্ৰীবিমল বসুৰ অনুৰোধক্ৰমে সেই সভাত সভানেত্ৰীৰূপে যোগ দিব লগীয়া হয়। এই সভাতে অসমত শিশু অনুষ্ঠান এটিৰ প্ৰয়োজনে মনত প্ৰেৰণা যোগায়।

**গান্ধী সাহিত্য পৰিষদত ঃ** ১৯৫০ চনত প্ৰতিষ্ঠিত গান্ধী সাহিত্য পৰিষদৰ কাৰ্য্যকৰী সদস্য মনোনীত হোৱাৰ সৌভাগ্য ঘটে।

**হিন্দী প্ৰচাৰ সমিতিত ঃ** ১৯৪৯ চনত অসমত হিন্দী প্ৰচাৰ সমিতি স্থাপিত হোৱাত কাৰ্য্যকৰী সভাৰ সদস্যৰূপে কেইবা বছৰো উক্ত পদত থকাৰ সৌভাগ্য ঘটিছিল।



**অসম অনাতাঁৰ বিভাগত ঃ** ১৯৫৩ চনত দিল্লী কেন্দ্ৰৰপৰা অনাতাঁৰ বিভাগৰ উপদেষ্টা সমিতিৰ সদস্যৰূপে নিৰ্বাচিত কৰাত কেইবছৰমান অনাতাঁৰ বিভাগলৈ সেৱা আগবঢ়াবলৈ মোৰ সৌভাগ্য ঘটে।

**সাহিত্য একাডেমীৰ সদস্য ঃ** ১৯৫৫ চনত সাহিত্য একাডেমীৰ সেৱাৰ ভাগ আগবঢ়োৱাত কেইবছৰমান সেৱা কৰাৰ সৌভাগ্য ঘটে। বিভিন্ন সভা-সমিতিত ১৯৬৬ চনত সঙ্গীত একাডেমীৰ বাব এটিও পাওঁ। সদৌ অসম সঙ্গীত অনুষ্ঠানতো আছিলোঁ।

**মাৰোৱাৰী কবি সন্মিলনত ঃ** মাৰোৱাৰী কবি সন্মিলনত কবিতা পাঠ কৰিবলৈ মাতে। সভাপতি আছিল শ্ৰীকেদাৰমল্ ব্ৰাহ্মণ।

গুৱাহাটী 'তেল শোধনাগাৰ'ত পতা বিহু সন্মিলনৰ আগ ভাগ দিয়ে শোধনাগাৰৰ কৰ্মীসকলে।

এয়াৰ ইণ্ডিয়াৰ ক্লাব ঘৰ মুকলি কৰিবলৈ নিমন্ত্ৰণ অহাত এয়াৰ ইণ্ডিয়া নতুন নগৰখন চাবলৈও সুবিধা পাওঁ।

**বিহু ঃ** বিভিন্ন বিহু সন্মিলন সাংস্কৃতিক সভাত ব্যস্ত হৈ থাকিব লগীয়াৰ হৈছিল।

গুৱাহাটীৰ সমূহীয়া 'ঈদ্‌গাহ' সভাত সভানেত্ৰী, গুৱাহাটী জিলা পুথি ভঁৰালত ১৯৫৫ চনত ফকৰুদ্দিন আলি আহমদ্ ডাঙৰীয়াৰ সাদৰ আমন্ত্ৰণত সভাত যোগদান দিয়াৰ সৌভাগ্য ঘটে।

১৯৬৬ চনত অসম সঙ্গীত একাডেমীৰ সদস্যৰূপে থাকোঁ। সদৌ অসম সঙ্গীত একাডেমী অনুষ্ঠানত সহ-সভানেত্ৰী পাতে।

**ৰাধিকা শান্তি উৎসৱ ঃ** ১৯৫০ চনত বৰপেটাত অনুষ্ঠিত 'ৰাধিকা শান্তি উৎসৱৰ' সভানেত্ৰীৰূপে বৰপেটালৈ গৈ ডাঃ ধৰণীকান্ত বৰুৱাৰ ঘৰত আলহী হৈ সভাৰ কাম সমাধা কৰা হয়।

১৯৫০ চনত গুৱাহাটী উইভিং স্কুলৰ সভাত সভানেত্ৰীৰূপে উইভিং স্কুলৰ সমাৰোহত যোগ দিওঁ। কাৰ্য্যকৰী সভাৰ সদস্যৰূপে কেইবাবছৰো থাকোঁ।

১৯৪৯ চনত জাতীয় মহাসভাৰ অধিবেশনত যোগ দিয়া হয়। সেই সভাৰ প্ৰধান উদ্দেশ্য আছিল অসমলৈ পাকিস্তানৰ ভগনীয়াৰ সোঁত বন্ধ

কৰিব লাগিব। অসমলৈ ভগনীয়া প্ৰব্ৰজন আৰু ভৱিষ্যৎ অসমৰ বিপদৰ সম্ভাৱনালৈ ভেটি কৰি ভাষণ দিয়া হৈছিল।

**শ্ৰীমন্ত শঙ্কৰ মহোৎসৱঃ** ১৯৫১ চনৰ ভাদ মাহত শ্ৰীমন্ত শঙ্কৰ মহোৎসৱৰ সভানেত্ৰীৰূপে ৰেলওৱে ক'লনিত পতা অনুষ্ঠানত যোগ দি শঙ্কৰ প্ৰতিভা বিষয়ে ভাষণত কোৱা হয়।

**বিয়লি চৰা মুকলিঃ** ১৯৫১ চনত গুৱাহাটী উজানবজাৰ কুমাৰ ভাস্কৰ নাট্যমন্দিৰত উজানবজাৰৰ ডেকা দলৰ সহযোগত 'বিয়লি চৰা' মুকলি কৰা হয়। এই সভাত 'শিল্পীৰ সাধনা' শীৰ্ষক এলানি ভাষণ দিছিলোঁ। সভাপতিত্ব কৰিছিল শ্ৰীজ্ঞানদাভিৰাম বৰুৱা। শেষত সভাপতিয়ে কৈছিল—"শিল্পীৰ সাধনা ভাষণটি শিল্পীসকলে সদায় সোঁৱৰণী কৰি ৰাখিবা।" বিয়লি চৰাৰ গুৰি ধৰিছিল শ্ৰীধীৰেন বৰুৱাই আৰু উজানবজাৰৰ ডেকা দলে। গুৱাহাটীৰ পাণবজাৰ স্কুল, তাৰিণীচৰণ স্কুল, ভৰলুমুখ স্কুল, ৰাজগড় স্কুল আদিৰ বিভিন্ন সভাত যোগ দিয়া হয়। নেপালী স্কুল, মাৰোৱাৰী স্কুলেও আদৰণী জনায়।

এই সময়ছোৱাত মহিলাসভা, ছাত্ৰ সভা, বিভিন্ন সাংস্কৃতিক সভাত যোগ দিব লগীয়া হৈছিল।

**বিহু সন্মিলনতঃ** গুৱাহাটী ৰিফাইনাৰীত অনুষ্ঠিত বিহু সন্মিলনত সভানেত্ৰীৰূপে শৰাইত ফুলাম গামোছাৰে আদৰণী জনায়।

অসম সাহিত্যসভাৰ ত্ৰয়োবিংশ অধিবেশনৰ সভানেত্ৰীঃ

**যোৰহাট ১৯৫৪ চনঃ** চিৰ চেনেহী ভাষা-জননীৰ সেৱাৰ আমন্ত্ৰণ আহিল এই নিঃকিন সেবিকালৈ। ১৯৫৪ চনৰ অসম সাহিত্যসভাৰ সভানেত্ৰীৰ দায়িত্বৰ ভাৰ মোৰ ভাগ্যত পৰিলহি।

সাহিত্যসভাৰ সম্পাদক ভাষা-জননীৰ চিৰসেৱক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱে বাতৰি দিলেহি নিৰ্বাচনত মোৰ ভাগ্যত সভানেত্ৰীৰ ভাৰ পৰিছে বুলি। বাতৰি পাই মই চৰগ পৰা মানুহৰদৰে স্তম্ভিত হৈ পৰিলোঁ—কাৰণ সাহিত্যসভাৰ বিষয়ে মতানৈক্য আৰু আউলীয়া পৰিস্থিতিৰ বিষয়ে বাতৰি কাকতত সদায় ওলাই আছিল। এনে পৰিস্থিতিত মোৰ অযোগ্য শক্তিৰে জানো এনে গুৰু দায়িত্ব বহন কৰিব



অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনৰ কাৰ্য্যকৰী সমিতিৰ সদস্যসকলৰ লগত সভানেত্ৰী (যোৰহাট, ১৯৫৪ চন)

বহি—(বাওঁফালৰ পৰা) শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস (বৰপেটা), শ্ৰীবিশ্বনাথ ৰাজবংশী (কাছাৰ), শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত (যোৰহাট), শ্ৰীনলিনীবালা দেৱী (সভানেত্ৰী—গুৱাহাটী), শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা (প্ৰধান সম্পাদক—গুৱাহাটী), শ্ৰীপ্ৰেমধৰ ৰাজখোৱা (পত্ৰিকা সম্পাদক—তিনিচুকীয়া), শ্ৰীকৰুণাধৰ বৰুৱা (যোৰহাট);

থিয়হৈ—(বাওঁফালৰ পৰা) ছৈয়দ আব্দুল মালিক (যোৰহাট), শ্ৰীৰজনীকান্ত দেৱশৰ্ম্মা (গুৱাহাটী), শ্ৰীহেম বৰুৱা (গুৱাহাটী), শ্ৰীপৰাগ চলিহা (শিৱসাগৰ), ডঃ মহেশ্বৰ নেওগ (গুৱাহাটী), শ্ৰীঅশ্বিনীচৰণ চৌধুৰী (ডিব্ৰুগড়), শ্ৰীদেৱেন দাস (গোৱালপাৰা), শ্ৰীশিৱপ্ৰসাদ বৰুৱা (গুৱাহাটী), শ্ৰীভৱানন্দ ৰাজখোৱা (মঙ্গলদৈ), শ্ৰীযতীন্দ্ৰনাথ গোস্বামী (যোৰহাট)।



১৯৪৭ চনত নগাঁৱত বহা প্ৰাদেশিক মহিলা সমিতিৰ বাৰ্ষিক অধিৱেশনৰ সভানেত্ৰী নলিনীবালা দেৱী আৰু সদস্যাসকল



পাৰিম? মনত ভাব হ'ল সকলো কাম বিশ্ব-নিয়ন্তাৰ ইচ্ছাতেই পৰিচালিত হয়, কৰ্মৰ অহঙ্কাৰ কৰিবলৈ মই কোন! যিজনে এই কৰ্তব্যৰ আহ্বান দিছে তেওঁৰেই তেওঁৰ কাম সমাধা কৰিব। কবিগুৰুৰ এফাকি কবিতা কাণত বাজি উঠিল—

"তোমাৰ পতাকা যাৰে দাও
বহিবাৰে দাও শকতি
তোমাৰ সেবাৰ মহান দুখ
সহিবাৰে দাও ভকতি।"

মনে মনে সৰ্বনিয়ন্তালৈ মূৰ দোঁৱাই চিন্তিত ভাৱেৰেই সন্মতি জনাবলৈ বাধ্য হলোঁ। হাজৰিকাদেৱে বৰ ভাল পাই ক'লে—"আপুনি আমাক ৰক্ষা কৰিলে, আপোনাৰ মনৰ বলৰ প্ৰশংসা কৰিছোঁ।" বাতৰি কাকতত ওলাল—"এই বেলিৰ গণ্ডগোলিয়া পৰিস্থিতিৰ বাতৰি পাইও কোন সাহসেৰে নলিনীবালা দেৱী সভাৰ ভাৰ ল'বলৈ সন্মত হ'ল? তেওঁ আধ্যাত্মিক শক্তিৰ সাহসকে সাৰ কৰি সন্মত হ'ল নে কি?" (অসমীয়া)

ভাষণ লেখাৰ পাল পৰিল। সাহিত্য সভাৰ সভানেত্ৰীৰ ভাষণখনত অসমৰ কেউদিশ সামৰি ভাষণ লিখিব লগীয়া হ'ল। একেই ভিতৰুৱা পৰিস্থিতিৰ জটিলতা, তাতে অসমৰ অঙ্গচ্ছেদৰ পৰিকল্পনা, দেশত তীব্ৰ প্ৰতিবাদ চলিছে। সাহিত্য সভাৰ গাত এই বিষয়ত প্ৰধান দায়িত্ব আছে। গতিকে মোৰ ঘৰুৱা কাম-কাজৰ মাজতেই নিশা দহ বজাত বহি ভাষণ লেখিবলৈ আৰম্ভ কৰিলোঁ। অধ্যাপক আশ্ৰফ আলিয়ে অসমৰ গোৱালপাৰা জিলা বঙ্গভুক্তি কৰাৰ বঙ্গ কংগ্ৰেছৰ প্ৰস্তাৱখিনি গোটাই দি সহাই কৰিলে। কৰুণাময়ৰ অযাচিত কৰুণা প্ৰতি পদে অনুভৱ কৰিছিলোঁ এই সময়ছোৱাত। সাহিত্যৰ উদ্দেশ্যই হৈছে দেশ, জাতি, সংস্কৃতি, সমাজ গঠনত অৰিহণা যোগোৱা। অকল কল্পনা স্বপ্নই সাহিত্য নহয়। মহাভাৰত সংস্কৃতিৰ সন্তান আমি, আমাৰ স্বপ্ন প্ৰেৰণাত অতীত অমৰ ভাৰত সংস্কৃতিৰ ৰক্তবীজ লুকাই আছে। সাহিত্যৰ অমোঘ মন্ত্ৰেৰে দেশত শক্তিশালী জাতি গঢ়ি তুলিব পাৰিলেহে প্ৰকৃত সাহিত্যসাধনা হয়। এনে ভাব মনত লৈ ভাষণ লিখি গলোঁ। প্ৰভুৰ কি মহিমা, সাহিত্য সংস্কৃতি ভাষা বুৰঞ্জীৰ তথ্যবোৰ অলপো খকজা নলগাকৈ লিখনিৰ আগত

ধৰা দিলে। সময় কম থকাত কেইপাতমান লিখি যোৰহাটলৈ পঠিয়াব লগীয়া হোৱাত, শুধৰাবলৈও সময় নহ'ল।

তেতিয়াও মোৰ ভুগি থকা হৃদপিণ্ডৰ ৰোগ শাম কটা নাছিল। মোৰ অসুস্থতা অনুভৱ কৰি মোৰ ভাই ডাঃ উমেশ বৰদলৈয়ে ৰেলৰ প্ৰথম শ্ৰেণীত নিজেই লৈ গ'ল যোৰহাটলৈ সভাৰ আগদিনা। যোৰহাটৰ উকীল শ্ৰীযদুনাথ বৰুৱাৰ ঘৰত উঠিলোঁ। মোৰ ভনী কমলিনী এওঁৰ পত্নী। গতিকে এওঁলোকৰ আদৰ-সাদৰত অভ্যৰ্থনা সমিতিয়ে ষ্টেশনৰপৰা আদৰি-সাদৰি নিলে। যোৰহাটৰ বিশিষ্ট লোকসকল বন্ধু-বান্ধৱ আত্মীয় সকলে সাদৰ-সম্ভাষণ জনালেহি। গুৰুজনসকলে আশীৰ্বাদ কৰিলে। সকলোৰে মৰম চেনেহ শুভ ইচ্ছা শিৰত লৈ সেইদিনা গধূলি পৰত চন্দ্ৰকান্ত ভৱনত বহা কাৰ্য্যকৰী সভালৈ গ'লোঁ।

কাৰ্য্যকৰী সভা ঃ অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনৰ কাৰ্য্যকৰী সভা বহিছে অসমৰ সাহিত্যপ্ৰেমী বিশিষ্ট লোকসকলেৰে ভৰপূৰ চন্দ্ৰকান্ত ভৱনত। অসমৰ কেউখন জিলাৰ প্ৰতিনিধিসকল আহি গোট খাইছে। সাহিত্য সভাৰ আগদিনা বহা প্ৰতিনিধি সভাত সদায়েই আলোচনাত তৰ্ক-বিতৰ্ক, বাক-বিতণ্ডা চিৰকলীয়া, এনে বাক-বিতণ্ডাত নিশা দহ বাজি গ'ল। শাৰীৰিক অসুস্থতাৰ কাৰণেই নিশা দহ বাজি যোৱাৰ পিছত বাগ্মীবৰ, ভূতপূৰ্ব অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াৰ হাতত সভা পৰিচালনাৰ ভাৰ শোধাই জিৰণিৰ বাবে বহালৈ উলটিলোঁ। সেই নিশা দহ বজাৰ পিছতো বাক-বিতণ্ডাৰ হুলস্থূলৰ ওৰ নপৰিল, পিছদিনা পুৱালৈ সভাৰ কাৰ্য্য মূলতুবী ৰখা হ'ল।

পিছদিনা দিনৰ দুই বজাত মূল সভা বহিব। পুৱা আঠবজাত আগ নিশাৰ অসমাপ্ত কাৰ্য্যকৰী সভা আকৌ বহিল। পুৱাতে উঠি প্ৰাতঃকৃত্য সমাপন কৰি সাজু হৈ আছোঁ। পূব আকাশ পোহৰাই ধুনীয়া ৰঙা বেলিটি ওলাই আহিছে। ডিচেম্বৰ মাহৰ কুঁৱলীবোৰ সেইদিনা সোনকালে আঁতৰি গৈছিল। অসমৰ ভূতপূৰ্ব শিক্ষামন্ত্ৰী শ্ৰীযুত দেৱেশ্বৰ শৰ্মা ডাঙৰীয়াই নিজে আহিছে সভাথলিলৈ মোক লৈ যাবলৈ নিজৰ বগা ৰথখনি লৈ।



এপাহি গোলাপ ঃ শিক্ষামন্ত্ৰী শ্ৰীযুত দেৱেশ্বৰ শৰ্মা ডাঙৰীয়াই শ্ৰীযুত যদুনাথ বৰুৱাৰ ফুলনিত ফুলি থকা পাতে সৈতে এপাহি বগা গোলাপ হাতত লৈ ৰৈ আছে শ্ৰীযদুনাথ বৰুৱাৰ পৰ্টিক'ত। ওলাই গৈ মাত লগালোঁ, "শৰ্মা ডাঙৰীয়া! আপুনি নিজে ৰৈ আছে?" সুপ্ৰভাতৰ নমস্কাৰ জনালোঁ।

শৰ্মা ডাঙৰীয়াই দুইহাতে ফুলপাহি লৈ আগবাঢ়ি আহি প্ৰতিনমস্কাৰ জনাই ফুলপাহ দি ক'লে,

"হে কবিয়ত্ৰী, আজি সুপ্ৰভাতৰ মোৰ পুষ্প বন্দনা গ্ৰহণ কৰক।"

পৱিত্ৰ সুপ্ৰভাতৰ পুষ্প অভিনন্দনে অন্তৰ অভিভূত কৰি পেলালে। সাদৰ সম্ভ্ৰমেৰে ফুলপাহি শিৰত তুলি লৈ ক'লোঁ—"শৰ্মাদেৱ আশীৰ্বাদ কৰিব, আজিৰ এই জাতীয় শুভ দিনটি যেন এই পুষ্প গৌৰৱেৰে পৰিপূৰ্ণ হয়। হাতত ফুলপাহি লৈ শৰ্মাদেৱৰ ৰথেৰেই সভাথলিলৈ যাত্ৰা কৰিলোঁ। আগদিনাৰ অসমাপ্ত কাৰ্য্যকৰী বিষয়বাচনী সভাৰ বাক-বিতণ্ডা পৰিপূৰ্ণ তিক্ত মনোভাবলৈ প্ৰতিনিধিসকল গোমোঠা মুখেৰে বহি আছে। সভাস্থলিত থিয় হৈ হাতত সেই বগা গোলাপ পাহি কৰপুটে লৈ সমূহ প্ৰতিনিধিবৰ্গলৈ নমস্কাৰ জনাই সকলোকে সম্ভাষণ কৰি আন্তৰিক অভিনন্দন জনালোঁ।

পুষ্প মাহাত্ম্য ঃ "হে ভাষা জননীৰ পূজাৰীবৃন্দ, অসম সাহিত্য সভাৰ সন্মানিত প্ৰতিনিধিমণ্ডলী! এই অযোগ্যাৰ হৃদয় উপচিপৰা স্নেহ আৰু শ্ৰদ্ধাৰ সম্ভাষণ শুভ ইচ্ছাৰ পুষ্পাঞ্জলী সজাই লৈ আজিৰ মহতী বছৰৰ প্ৰথম দিনৰ সুন্দৰ প্ৰভাতৰ ভক্তি পুষ্প অৰ্ঘ্যৰ অভিনন্দন সজাই আনিছোঁ আপোনাসকললৈ। আজিৰ এই সুন্দৰ প্ৰভাতৰ নৱ অৰুণোদয়ৰ আলোক প্ৰভাৱে মাতৃভাষা সেৱকসকলৰ হৃদয়ৰ সকলো আন্ধাৰ আঁতৰি যাওক, পৱিত্ৰ প্ৰভাতৰ অৰুণ ৰশ্মিয়ে অন্তৰৰ অন্তঃস্থল প্ৰদীপ্ত কৰি তোলক। এই দীনা সেৱিকাৰ পুষ্প অৰ্ঘ্য যেন সমূহ পূজাৰীয়ে নিঘিণাই গ্ৰহণ কৰে, এয়ে মোৰ বিনীত অনুৰোধ। আহক হে মাতৃভাষাৰ পূজাৰীসকল! আমি সকলোৱে মিলি চিৰ চেনেহী অসমী আইৰ মহান পূজা সাৰ্থক কৰি তোলোহঁক। আঁতৰি যাওক আমাৰ মনৰ মাজৰ এন্ধাৰৰ গ্লানিবোৰ ; উজলি উঠক সবিতা ৰশ্মিত হিয়াত জ্বলি

উঠা প্ৰদীপৰ শিখাবোৰ।” আবেগ কম্পিত কণ্ঠেৰে পৱিত্ৰ পুষ্পপাহি আগবঢ়াই সকলোলৈকে সম্ভ্ৰমেৰে প্ৰণতি জনাই আসন গ্ৰহণ কৰিলোঁ।

করুণাময়ৰ কি ইচ্ছা! এই পৱিত্ৰ পুষ্প পাহিৰ কি মহিমা! মুহূৰ্ততে প্ৰতিনিধিসকলৰ মাজৰ বিভিন্ন মতভেদবোৰ আঁতৰি গ'ল। সকলো সমবেত প্ৰতিনিধিয়ে একবাক্যে একমতেৰে সভাৰ কাৰ্য্যত আন্তৰিকতাৰে আত্মনিয়োগ কৰিলেহি। প্ৰস্তাৱসমূহ খন্তেকতে অদল-বদল কৰি এটি সমূহীয়া কল্যাণমূলক পন্থা গ্ৰহণ কৰিবলৈ সিদ্ধান্ত কৰা হ'ল। কিবা এটা ঐন্দ্ৰজালিক শক্তিৰ প্ৰভাৱত যেন দল-উপদলৰ মতানৈক্যৰ প্ৰৱল উম্বাবোৰ নিমিষতে নুমাই গৈ সভাখনিয়ে এটি শান্ত পৰিবেশ ধাৰণ কৰিলে।

বিৰুদ্ধবাদীসকলে আগবাঢ়ি আহি সহৃদয়ভাৱেৰে সভানেত্ৰীৰ কামবোৰত সহায় কৰিবলৈ ধৰিলেহি। সভাস্থলীৰ 'মাইক' অচল হোৱাত সুবাগী শ্ৰীহেম বৰুৱাই সভানেত্ৰীৰ কথাবোৰৰ 'মাইক'ৰ কাম কৰি সভাসদসকলৰ শ্ৰুতি ৰঞ্জিত কৰি তুলিলে। দহ ৰজাত কাৰ্য্যকৰী বিষয় বাচনি সভাৰ যাবতীয় কাম সমাপ্ত কৰি সকলোৱে এক মত এক সঙ্কল্প এক কৰ্মতৎপৰতাৰে সভাৰ সকলো প্ৰস্তাৱ গ্ৰহণ কৰিলে। আগৰ দিনৰ তিক্ত বাক-বিতণ্ডাবোৰৰ সামৰণী পৰিল। মুকলি সভালৈ সুন্দৰ প্ৰস্তুতি এটি তৈয়াৰ কৰা হ'ল। হিয়া আনন্দত উপচি পৰিল। করুণাময়ৰ অপাৰ করুণা স্মৰণ কৰি চকু ছলছলিয়া হৈ উঠিল। শান্ত আৰু নিৰ্ভয় মনেৰে সভাৰ কাম শেষ কৰিবলৈ মনত এটি নতুন বল আহিল। সভাৰ কৃতকাৰ্য্যতাত সকলো প্ৰতিনিধিমণ্ডলীয়ে পূৰ্ব বিৰোধ পাহৰি হাতত হাত মিলাই আনন্দ মনেৰে বিদায় ল'লে। আগদিনা অলপ বৰষুণ হৈছিল, সেই বাবে মানুহৰ মনবোৰো যেন ওন্দোলাইছিল। পৰমেশ্বৰৰ ইচ্ছাত পিছদিনা, পুৱাৰেপৰা ফৰকাল বতৰে সকলোৰে মনবোৰ মুকলি কৰিলে। বহালৈ উলটি খোৱা-বোৱা কৰি দুপৰীয়াৰ মূল সভালৈ সাজু হবৰ হ'ল।

মূল সভা ঃ অসম সাহিত্য সভাৰ অভ্যৰ্থনা সভাৰ সভাপতি শ্ৰীৰাধানাথ ফুকনদেৱ, অসমৰ বয়োবৃদ্ধ সৰ্বজনসন্মানিত বেদান্ত সাধক-জন গুৰি ধৰোতা :



চাওঁতে চাওঁতে মূল সভাৰ সময় উপস্থিত হ'লহি। অভ্যৰ্থনা সভাৰ সম্পাদক শ্ৰীকৰুণাধৰ বৰুৱা শ্ৰীকনকচন্দ্ৰ শৰ্মাকে আদি কৰি সদলবলে আহি গাড়ী লৈ ৰৈ আছেহি। সৰ্বনিয়ন্তা পৰমেশ্বৰক স্মৰণ কৰি সভাস্থলীলৈ যাত্ৰা কৰিলোঁ। সভাৰ পয়োভৰ দেখি অজানিত ভাব এটিত সৰ্ব শৰীৰত ৰোমাঞ্চিত হৈ উঠিল। সভাৰ বাট-ঘৰৰপৰা বেদীৰ কাষলৈকে মহিলা, ছাত্ৰীসকলে শাৰী পাতি ৰৈ আছে তেওঁলোকৰ ভনী এজনীক আদৰি নিবলৈ। মহিলাসকলৰ মাজৰপৰা মোৰ এগৰাকী বাইদেউ শ্ৰীলক্ষ্মীপ্ৰিয়া দেৱীবৰুৱা আগবাঢ়ি আহি এপাহি বগা গোলাপফুল মোৰ হাতত দি আশীৰ্বাদ কৰিলেহি। ফুলপাহি শিৰত তুলি ললোঁ। মোৰ সমূহ বাই-ভনীৰ আশীৰ্বাদস্বৰূপে কৰযোৰ কৰি সকলোলৈকে সেৱা জনাই মণ্ডপলৈ আগবাঢ়িলোঁ।

মণ্ডপত অভ্যৰ্থনা সমিতিৰ সভাপতি মোৰ পিতৃ-প্ৰতিম ৰাজৰ্ষীতুল্য বয়োবৃদ্ধ মোৰ পৰম শ্ৰদ্ধাৰ পাত্ৰ শ্ৰীযুত ৰাধানাথ ফুকনদেৱ, সভানেত্ৰী আদৰি নিবলৈ ৰৈ আছে। আগবাঢ়ি আহি আঁকোৱালি ধৰি স্নেহ অভিভূত কণ্ঠেৰে বাইজক সম্বোধন কৰি মোৰ পৰিচয় কৰাই দিলে। তেখেতৰ থোকাথুকি মাতৰ স্নেহ কম্পিত সেই কথা কেইশাৰীয়ে হিয়া মোৰ অভিভূত কৰি পেলাইছিল।

সভাপতিৰ আদৰণিঃ “বাইজসকল, মোৰ জীৱনত আজিৰ গৌৰৱৰ তুলনা নাই। কাৰণ আজি বিদুষী পুত্ৰীক অভ্যৰ্থনা কৰিছে বৃদ্ধ পিতাই। মোৰ সহপাঠি পৰম অন্তৰঙ্গ বন্ধু স্বৰ্গীয় কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ কন্যা এয়া নলিনীবালা দেৱী আজিৰ এই মহতী সভাৰ সভানেত্ৰী। বন্ধু-কন্যা মোৰো কন্যা, আমি দুয়ো পিতা-পুত্ৰী। পিতা-পুত্ৰীৰ মধুৰ সমন্বয় ঘটিছে এই মহতী সভাত। মোৰ আজি গৌৰৱৰ দিন। পিতাই অভ্যৰ্থনা কৰিছে গৌৰৱিনী কন্যাক, এনে ঘটনা বিৰল। বিশেষ সাহিত্য সভাৰ বুৰঞ্জীত আজি প্ৰথম নাৰী পৌৰোহিত্যৰ গৌৰৱে সুৰঞ্জিত কৰি তুলিছে।

“আহাঁ আই! এই মহতি সভাৰ পৌৰোহিত্য কৰি পিতাক ধন্য কৰাহি। মই আজি আনন্দ আৰু গৌৰৱত বিহ্বল হৈ পৰিছোঁ।”

ৰাজৰ্ষীতুল্য ফুকন দেউতাৰ শ্ৰীমুখৰ এই মৰ্মস্পৰ্শী বাক্য কেইশাৰীয়ে

মোৰ চকুপানী উলিয়ালে। মই অৱনত হৈ মোৰ পিতৃব্য-প্ৰতীম ফুকন দেউতাৰ চৰণ চুই প্ৰণমি—আশীৰ্বাদ শিৰত লৈ সভাৰ আসন গ্ৰহণ কৰিবলৈ আগবাঢ়িলোঁ। কৰযোৰে সেই বিপুল সভাৰ সুধীমণ্ডলী আৰু ৰাইজক সম্বোধন কৰি ক'লোঁ—"মোৰ পিতৃতুল্য অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সদস্যবৃন্দ! উপস্থিত সমাগত সুধীবৃন্দ, সমাগত মৰমৰ আই-বাই-ভনীসকল! আজি মোৰ জীৱনৰ পৰম গৌৰৱময় মহেন্দ্ৰলগ্ন; অসমী আইৰ চিৰ গৌৰৱী মহতী সাহিত্য সভাৰ এইখনি আসন, এই মহা-মহিমামণ্ডিত আসনখনিক অসমৰ বহুজন গুণী-জ্ঞানীসকলে অলঙ্কৃত কৰি যোৱা এই বহু সন্মানিত পৱিত্ৰ আসনত আজি মোৰ দৰে অযোগ্যা নাৰীক আপোনালোকে পৌৰোহিত্য কৰিবলৈ ভাৰ দি মোৰ এই অকিঞ্চিৎকৰ জীৱন ধন্য কৰিলে। আপোনাসবৰ এই স্নেহৰ আদেশ শিৰোধাৰ্য্য কৰি এই মহতী সভাৰ সভানেত্ৰীৰ আসন সাদৰেৰে সম্ভ্ৰমেৰে গ্ৰহণ কৰিলোঁ।" সভাপতি বৰণ কৰিলে সৰু ছোৱালী কেইটিমানে ফুলৰ মালা পিন্ধাই দি, কপালত আঁকি দিলে বগা চন্দন তিলক। ধূপ ধুনা-প্ৰদীপেৰে আৰতি জ্বলালে। মঙ্গল বাদ্য উৰুলি শঙ্খধ্বনি বাজি উঠিল।

'বাজক ডবা বাজক শঙ্খ' (লক্ষ্মীনাথ বেজবৰুৱা)

গীতটি বিবিধ বাদ্যৰে ৰূপায়িত হৈ উঠিল।

বৰপেটাৰ পণ্ডিত শ্ৰীনাৰায়ণ মিশ্ৰদেৱে বেদস্তুতি পাঠ আৰু কীৰ্তনৰ পৰা গোৱা প্ৰাৰ্থনা সঙ্গীতে সভাস্থলী বেদধ্বনিৰে মুখৰিত হৈ উঠিল। সভাৰ কাম আৰম্ভ হ'ল। অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীযুত ৰাধানাথ ফুকন ডাঙৰীয়াই সাৰগৰ্ভ শুৱলা ভাষণ পাঠ কৰিলে। সম্পাদক শ্ৰীকৰুণাধৰ বৰুৱাই সম্পাদকীয় বিৱৰণী পাঠ কৰিলে।

পাহৰিব নোৱৰা এই পৰম মুহূৰ্তটিৰ কথা আজি মোৰ বাৰে বাৰে মনত পৰিছে। এই গৌৰৱময় বাঞ্ছিত মুহূৰ্তৰ সন্মান গৌৰৱৰ কথা কোনো দিনে কল্পনা কৰা নাছিলোঁ। এয়া যেন কোন অনন্ত লোকৰ শুভ প্ৰেৰণা বৈ আহিছে শতধাৰে এই অকিঞ্চিৎকৰ দীন জীৱনলৈ। সৰ্বনিয়ন্তা অন্তৰ্য্যামীৰ চৰণলৈ মনে মনে শত প্ৰণতি জনাই সভানেত্ৰীৰ ভাষণ পাঠ কৰিবলৈ উঠিলোঁ। ভাষণৰ আগতে সন্নিবেশ কৰা শ্ৰীমদ্ভাগৱতৰ শ্লোক চাৰি শাৰি সুৰ লগাই গাইছিলোঁ।



অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনৰ—যোৰহাট
(সভানেত্ৰীৰ ভাষণৰ চমু আভাষ) ১৯৫৪ চন।

"য়ং ব্ৰহ্মা বৰুণেন্দ্ৰ ৰুদ্ৰ মৰুতং স্তুন্বন্তি দিবৈঃ ওবঃ
ৱেদৈৰ্বাঙ্গ পদ ক্ৰমোপনিষদৈ গাঁয়ন্তি য়ং সামগাঃ
ধ্যানাবস্থিত তদ্গতেন মনসা পশ্যন্তি য়ং যোগীনাঃ
যস্যান্ত নবিদুঃ সুৰাসুৰ গণা দেবায় তস্মৈ নমঃ।"

জয়জয়তে অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, শ্ৰদ্ধেয় প্ৰতিনিধি-মণ্ডলী, সহোদৰ-প্ৰতীম সাহিত্যসেৱীসকল, মৰমৰ বাই-ভনীসকল! আজি মোৰ জীৱনৰ এটি পৰম স্মৰণীয় দিন। মোৰ চিৰ পূজিতা স্বৰ্গতো অধিক জনমভূমি অসমৰ ভাষা-জননীৰ পৱিত্ৰ বাণী যজ্ঞৰ সুমহান পৱিত্ৰ আসনখন, এই অযোগ্যালৈ আপোনালোকে কিমান স্নেহেৰে স্বাধীন অসমৰ জ্ঞান মন্দিৰৰ সেৱা কাৰ্য্যত এগৰাকী দীনা মহিলালৈ এই গৌৰৱময় আসনখনি আগবঢ়াইছে। মোৰ অৱনত শিৰৰ এই অমূল্য আসন মোৰ শিৰৰ গৌৰৱমণি। তাতোকৈ এই কাৰ্য্যই সুধী সমাজৰ মহত্বহে প্ৰকাশ কৰিছে।"

"মোৰ মনত হ'ল, এই আহ্বান মোৰ দেশমাতৃৰ আহ্বান, মোৰ দেশৰ স্নেহৰ সহোদৰ-সহোদৰাৰ মৰমী আহ্বান। ক্ষুদ্ৰ হিয়া মোৰ, এই মহান স্নেহৰ আহ্বান উপেক্ষা কৰিবলৈ মোৰ শক্তি ক'ত? শৰীৰ অসুস্থ সঁচা, কিন্তু মোৰ অন্তৰৰ মহতী সুপ্ত আত্মাটো অসুস্থ হোৱা নাই। ভগৱানৰ প্ৰেমৰ ৰাজ্যত তেওঁৰ হাতত কৰ্ম সমাধাকাৰী আমি একোটা পুতলা মাথোন। ক্ষুদ্ৰ মই, তুচ্ছ মই, কৰ্মৰ গৰ্ব, সেৱাৰ গৰ্ব কৰিবলৈ মোৰ কি শক্তি আছে! সৰ্বনিয়ন্তাৰ কৰ্মময় জগতৰ কাম তেৱেঁই সমাধা কৰিব। দুই হাত যোৰ কৰি সৰ্বনিয়ন্তাৰ চৰণ উদ্দেশ্যে মূৰ দোঁৱালোঁ। সম্ভ্ৰমেৰে ৰাইজলৈ মূৰ দোঁৱাই বাণীপুত্ৰসকলে অলঙ্কৃত কৰি যোৱা গৌৰৱময় আসনখনলৈ পুনৰ মূৰ দোঁৱাই এই মহান আসন গ্ৰহণ কৰিলোঁ। মোৰ অসম জননীৰ গৌৰৱমণ্ডিত পূজামণ্ডপত থিয় হৈ আবেগত হিয়া উপচি পৰিছে, কাণত বাজিছে কবিৰ এফাকি গীত—'অয়ি অলঙ্ঘ্য গিৰী দুৰ্গবাণী অসমা নিৰুপমা জননী।"

"জনমৰেপৰা ভাল পাওঁ মোৰ অসমী আইৰ আকাশ বতাহ মনোমোহা ৰূপ। পৃথিৱীত ক'তো বিচাৰি নোপোৱা মোৰ এইখনি মানস স্বৰ্গ। হেমন্তৰ অস্পষ্ট কুঁৱলীয়ে ঢকা পুৱতিৰ ব্ৰহ্মপুত্ৰ মহানদৰ পাৰত থিয় হৈ মোৰ সোণৰ অসমৰ অপৰূপ শোভা চাই মুগ্ধ মন আকুল হৈ উঠে, দূৰৈত লাহে লাহে দেখা দিয়ে বিশাল ব্ৰহ্মপুত্ৰৰ মাজত পঞ্চতীৰ্থ, উমানন্দ, ভৈৰৱ ভস্মাচল, উৰ্বশী কৰ্মনাশা। পোহৰ প্ৰখৰ হৈ কুঁৱলী আঁতৰি যায়; চকুত জিলিকি উঠে সিপাৰৰ অশ্বক্লান্ত মন্দিৰ, মণিকৰ্ণিকা, কামাখ্যা, ভুৱনেশ্বৰী মন্দিৰৰ ওখ চূড়া। উত্তৰে ভোটান পৰ্বতৰ টিংবোৰ, তাৰো উত্তৰে অস্পষ্ট পৰ্বতমালাৰ টিঙে টিঙে অৰুণোদয়ৰ সোণালী সৌন্দৰ্য্যৰ অপৰূপ খেলা যুগ-যুগান্তৰৰ মহাকালৰ কীৰ্তিস্তম্ভ অভ্ৰভেদী হিমালয়ৰ শৃঙ্গৰাশি। এই পৰ্বতমালাৰ আশ্ৰমে আশ্ৰমে এদিন বৈ পৰিছিল আৰ্য্যঋষিৰ সাধনাৰ অমৰ মন্দাকিনীৰ সাহিত্যৰ ৰসধাৰা। মহাসত্যৰ মনিকূট এদিন স্থাপিত হৈছিল পুণ্যময় প্ৰাগজ্যোতিষৰ আশ্ৰম কুটীৰত মাটিৰ প্ৰদীপৰ স্তিমিত পোহৰৰ শিখাত। সেই সাহিত্য, দৰ্শন, জ্যোতিষ, বিজ্ঞান, কলাৰ প্ৰভাৱ যুগ-যুগান্তৰ পৃথিৱীৰ অনুশীলনৰ বিষয় হৈ সত্যৰ জেউতি বিলাই আহিছে—এয়ে মোৰ জনমভূমি, এয়ে মোৰ পৃথিৱীত ক'তো বিচাৰি নোপোৱা ওপজা ঠাই। মোৰ অসমৰ সুৰদি সুৰীয়া শুৱলা ভাষাই কাণত মৌ বৰষে, প্ৰাণত আৱেগৰ কঁপনি তোলে, মনৰ বনত কল্পনাৰ সপোন ৰচে। ইমান মধুৰ শুৱলা ভাষা মোৰ অসমীয়া জাতিৰ চিনাকী স্বৰ্গতো অধিক জনমভূমিৰ গৌৰৱৰ সোণৰ কলচী। অসমীৰ মৰম কোমল ভাষাত টোপে টোপে মৌ সৰে সুৰিয়া মাতত। মোৰ আজন্ম সাধনাৰ হিয়াভৰা চেনেহৰ মালা এধাৰি গাঁথি লৈ দুটুপি আবেগৰ চকুলো সানি মোৰ আইৰ চৰণত অৰ্পণ কৰিবলৈ আজি যি মোৰ সৌভাগ্য ঘটিছে এয়ে মোৰ নিঃকিন জীৱনৰ চৰম সাৰ্থকতা।

"সাহিত্য সাধনা মানৱ জীৱনৰ পৱিত্ৰ জ্ঞান যজ্ঞ, সত্যৰ সমুজ্জ্বল পোহৰত পৱিত্ৰ হোতাসকলৰ নিষ্পাপ হিয়াত ঐশ্বৰিক শক্তিয়ে সৃষ্টিৰ প্ৰেৰণা যোগায়। সত্যৰ নীৰৱ ইঙ্গিত প্ৰতিফলিত হয় কবি-সাহিত্যিকৰ ধ্যানী মনোজগতত, গ্লানিমুক্ত জ্ঞানৰ উদাৰ বেদীত সত্যৰ বিশুদ্ধ আলোকৰশ্মিয়ে, নৱ সৃষ্টিত নতুন প্ৰেৰণা যোগায়......।"



স্তোত্ৰ পাঠৰ পিছত একেৰাহে চল্লিশ পৃষ্ঠাৰ দীঘলীয়া ভাষণখন যে মই কেনেকৈ পাঠ কৰিলোঁ ভাবিলে আচৰিত লাগে। কাৰণ তেতিয়াও অলপ অলপ হাৰ্টৰ অসুখত মই ভুগি আছিলোঁ। অলপতে ভাগৰ লাগে। অথচ ঈশ্বৰৰ কি ইচ্ছা, ভাষণখন পাঠ কৰি উঠাৰ পিছতো মোৰ ভাগৰ লগা নাছিল। সেইদিনা সভাৰ কাম নিয়াৰিকৈ সমাধা হ'ল।

দ্বিতীয় দিনাৰ সভাৰ কামো সুকলমে সমাধা হ'ল। বুৰঞ্জী সভা, বিজ্ঞান সভাসমূহো অতি কৃতকাৰ্য্যতাৰে যোগ্য সভাপতিৰ দ্বাৰাই সম্পন্ন হ'ল। (ভাষণাৱলীত সভানেত্ৰীৰ ভাষণ প্ৰকাশ হৈছে।)

বুৰঞ্জী শাখা: অসমৰ শিক্ষাবিভাগৰ উচ্চ বিষয়া শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱাৰ সুযোগ্য নেতৃত্বত আৰু বহুমূলীয়া তত্বপূৰ্ণ গধুৰ ভাষণত বুৰঞ্জী সভাখনি গধূৰ হৈ পৰিছিল।

**বিজ্ঞান সভা:** বিজ্ঞান সভাৰ সভাপতিত্ব কৰিছিল অসমৰ উচ্চ বৈজ্ঞানিক শ্ৰীহিৰণ্যকুমাৰ ভূঞাই। বৈজ্ঞানিক ভূঞাৰ সুযোগ্য নেতৃত্বত বিজ্ঞান সভা তেখেতৰ বিজ্ঞানমূলক ভাষণেৰে গধূৰ হৈ পৰিছিল।

বুৰঞ্জী শাখাৰ সম্পাদক সুকবি শ্ৰীযতিনাৰায়ণ শৰ্মাই সম্পাদকীয় আদৰণীত যোৰহাটৰ ঐতিহ্য কাহিনী শুৱলাকৈ বিবৰি কৈছিল।

পুথি প্ৰদৰ্শনী: পুথি প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰে সুসাহিত্যিক আজন্ম দেশসেৱক শ্ৰীযুত মহাদেৱ শৰ্মাদেৱে। বহুত পুৰণিকলীয়া অসমীয়া সাঁচিপাতৰ পুথি পুৰণি আলোচনী আদিৰে প্ৰদৰ্শনীখনি বহু-মূলীয়া হৈ উঠিছিল। প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰোঁতে পৰমবিজ্ঞ শ্ৰীযুত শৰ্মাদেৱে অসমৰ সাংস্কৃতিক ঐতিহ্যপূৰ্ণ গৌৰৱৰ কথা শুৱলাকৈ বিবৰি কৈছিল। অসমৰ ঐতিহ্যৰ চানেকী বুৰঞ্জীসমূহে সমৃদ্ধি বঢ়াইছিল।

স্বেচ্ছাসেবক বাহিনী: স্বেচ্ছাসেবক বাহিনী পৰিচালনাৰ ভাৰ লয় ডেকা উৎসাহী শ্ৰীমান তৰুণচন্দ্ৰ গগৈয়ে।

**প্ৰধান সম্পাদকৰ ভাষণ:** বিষয় বাচনি সভাত নতুনকৈ নিৰ্বাচিত হোৱা প্ৰধান সম্পাদক কবিবৰ নাট্যকাৰ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই বহু-মূলীয়া সম্পাদকীয় প্ৰতিবেদন পাঠ কৰে।

## নতুন কাৰ্য্যকৰী সমিতি

সভানেত্ৰী শ্ৰীনলিনীবালা দেৱী, প্ৰধান সম্পাদক—শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা। কোষাধ্যক্ষ—শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা। পত্ৰিকা সম্পাদক—শ্ৰীপ্ৰেমধৰ ৰাজখোৱা। কাৰ্য্যপালিকা সভাৰ সদস্যসকল, যথাক্ৰমে, সৰ্বশ্ৰী মিত্ৰদেৱ মহন্ত (যোৰহাট), বিশ্বনাথ ৰাজবংশী (কাছাৰ), ৰামচন্দ্ৰ দাস (বৰপেটা), নলিনীবালা দেৱী (সভানেত্ৰী, গুৱাহাটী)। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা—প্ৰধান সম্পাদক (গুৱাহাটী)। শ্ৰীপ্ৰেমধৰ ৰাজখোৱা—পত্ৰিকা সম্পাদক (তিনচুকীয়া)। শ্ৰীকৰুণাধৰ বৰুৱা (যোৰহাট), ছৈয়দ আব্দুল মালিক (যোৰহাট), শ্ৰীৰজনী শৰ্মা (গুৱাহাটী), শ্ৰীহেম বৰুৱা (গুৱাহাটী), শ্ৰীপৰাগধৰ চলিহা (শিৱসাগৰ), শ্ৰীমহেশ্বৰ নেওগ (গুৱাহাটী), শ্ৰীঅশ্বিনী চৌধুৰী (ডিব্ৰুগড়), শ্ৰীদেবেন দাস (গোৱালপাৰা), শ্ৰীশিৱপ্ৰসাদ বৰুৱা (সাপেখাতি), শ্ৰীভবানন্দ ৰাজখোৱা (মঙ্গলদৈ), শ্ৰীযতীন শৰ্মা (যোৰহাট)। এইসকল সদস্যৰে অসম সাহিত্য সভাৰ কাৰ্য্যকৰী সমিতি গঠন কৰা হয়।

**তৃতীয় দিনা কবি সন্মিলন :** তৃতীয় দিনা যোৰহাট বাণী সন্মিলনৰপৰা আয়োজন কৰা প্ৰধান উদ্যোক্তা বকুল বনৰ সুৰদি কবি শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱাদেৱৰ একাণপতীয়া যত্নৰ ফলত কবি সন্মিলনখনি সফল হৈ উঠিল। অসমৰ খ্যাতনামা কবিসকলে এই কবি সন্মিলনত স্বৰচিত কবিতা পাঠ কৰিছিল। মোৰ ৰচিত 'ভাৰতী' নামৰ কবিতাটি এই সভাত পাঠ কৰিছিলোঁ।

**প্ৰস্তাৱ :** সভাত সোতৰটি গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গৃহীত হয়। অন্যান্য প্ৰস্তাৱৰ মাজত অসমত অসমীয়া ভাষা ৰাজ্যভাষা হ'ব লাগে, এইটো প্ৰধান প্ৰস্তাৱ আছিল। ১৯৫৫ চনৰ এই বছৰটো অসম সাহিত্য সভাৰ বুৰঞ্জীত কেইবাটাও উল্লেখযোগ্য গুৰুত্বপূৰ্ণ ঘটনাৰে সুৰঞ্জিত। সভাই গৃহণ কৰা ১৭ নং প্ৰস্তাৱটিত পশ্চিমবঙ্গ কংগ্ৰেছে অসমৰ গোৱালপাৰা জিলা দাবী কৰাৰ প্ৰতিবাদ স্বৰূপে সাহিত্য সভাৰ তৰফৰপৰা এটি প্ৰতিনিধি দল গঠিত হয়। এই প্ৰতিনিধি দলত কাৰ্য্যকৰী সভাৰ সদস্যসকলেৰে সৈতে সভানেত্ৰীৰূপে অংশ গ্ৰহণ কৰিবলৈ মোৰ সৌভাগ্য ঘটে। এই অসম সাহিত্য সভাৰ দেহে-কেহে লাগি থকা অন্যতম সদস্য



শ্ৰীবিশ্বনাথ ৰাজবংশীৰ সোঁৱৰণ মোৰ সোঁৱৰণীৰ মাজত চিৰকাল সোণ জিলিকাই ৰব—যিজনৰ কাছাৰ জিলাত সাহিত্য সভা স্থাপন কাছাৰত অসমীয়া ভাষা সাহিত্য সভাৰ শাখা স্থাপনেই আছিল প্ৰধান জীৱনব্ৰত।

**শাখা স্থাপিত :** অসম সাহিত্য সভাৰ নব নিৰ্বাচিত সম্পাদক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱৰ যত্নত এই বছৰত অসম সাহিত্য সভাৰ বহু সংখ্যক শাখা স্থাপিত হয়। কাৰ্য্যকৰী সভাৰ সদস্য কাছাৰ জিলাৰ চিৰসেৱক ৺বিশ্বনাৰায়ণ সিংহৰ যত্নত কাছাৰ জিলাতো শাখা সভা স্থাপিত হয়।

অসমৰ অঙ্গচ্ছেদৰ বিৰুদ্ধে সদৌ অসমত প্ৰতিবাদ জাগি উঠে। অসম সাহিত্য সভাৰ ওচৰতো এই সমস্যাই প্ৰধান ঠাই লয়।

## অসমৰ গোৱালপাৰা জিলা দাবীত প্ৰতিবাদ

**ছাত্ৰ ইউনিয়নৰ প্ৰতিবাদ :** কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ হলৰ প্ৰথাৰত ছাত্ৰ ইউনিয়নৰ তৰপৰপৰা অসমৰ অঙ্গচ্ছেদৰ বিৰুদ্ধে বিৰাট সভা হয়।

**সবিতা সভাৰ প্ৰতিৰোধ সভা :** বিহগী কবি ৰঘুনাথ চৌধুৰীৰ সভাপতিত্বত শ্ৰীহৰেন্দ্ৰনাথ বৰুৱাৰ সহযোগত সবিতা সভাৰ এটা প্ৰতিৰোধ কমিটি গঠন হয়। এই সমিতিৰ যোগে অসমলৈ অহা 'সীমা কমিশ্যনাৰ'ৰ আগত দাখিল কৰিবলৈ স্মাৰকপত্ৰ এখন প্ৰস্তুত কৰি সজাতি দল নিৰ্বাচিত কৰা হয়। এই সজাতি দলত আছিল সাহিত্য সভাৰ সভানেত্ৰী নলিনীবালা দেৱী, সম্পাদক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, বাগ্মীবৰ নীলমণি ফুকন, কাছাৰ সদস্য শ্ৰীবিশ্বনাৰায়ণ ৰাজবংশী, সদস্য শ্ৰীমহেশ্বৰ নেওগ, সদস্য শ্ৰীপৰাগধৰ চলিহা, সদস্য শ্ৰীদেবেন্দ্ৰচন্দ্ৰ দাস, সদস্য শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা। এই সকলোখিনি প্ৰধান কৰ্মীয়ে অসমৰ সীমা নিৰ্ধাৰণ কৰিবলৈ অহা সীমা কমিশ্যনৰৰ আগত অসমৰ হৈ সাক্ষ্য দান কৰিছিল।

পশ্চিমবঙ্গই অসমৰ গোৱালপাৰা জিলাখন বঙ্গভাষী বুলি পশ্চিমবঙ্গৰ লগত সাঙুৰি দিবলৈ কৰা দাবী প্ৰমাণ কৰিবলৈ তিনিজন সদস্যৰে গঠিত সীমা কমিশ্যন অসমলৈ আহে। প্ৰথমজন 'হৃদয়নাথ কুঞ্জৰু' বিখ্যাত ৰাজ-

নীতিজ্ঞ পুৰুষ, দ্বিতীয়জন 'পানীকৰ' দক্ষিণ ভাৰতৰ বিখ্যাত ৰাজনীতিজ্ঞ পুৰুষ, তৃতীয়জন অসমৰ ভূতপূৰ্ব ৰাজ্যপাল 'ফজল আলি'।

**সাহিত্য সভাৰ সাক্ষ্যদান ঃ** সীমা কমিশ্যনৰ আগত অসম সাহিত্য সভাৰ এই বাচকবনিয়া দলটিয়ে যুক্তি প্ৰমাণ কৰি গোৱালপাৰা জিলা অসমৰ অঙ্গ অসমীয়াভাষী বুলি প্ৰমাণ কৰি, কমিশ্যনক পতিয়ন নিয়াব পৰাটোৱেই সাহিত্য সভাৰ সজাতি দলৰ সাৰ্থকতা।

**সীমা কমিশ্যনৰ আগত সাক্ষ্যদান ঃ** অসমৰ জিলা কংগ্ৰেছকে ধৰি বিভিন্ন ৰাজনীতিক দল উপদল, বিভিন্ন সাংস্কৃতিক দল, বিভিন্ন নাৰী অনুষ্ঠান, ছাত্ৰ অনুষ্ঠানৰ দলে দলে সজাতি দলে সীমা কমিশ্যনৰ আগত অসমৰ অঙ্গচ্ছেদৰ তীব্ৰ প্ৰতিবাদ জনাইছিল। সাহিত্য সভাৰপৰা যোৱা বুজন দলটিৰ লগতে কমিশ্যনে সৰহপৰ কথা পাতিছিল। সাহিত্য সভাৰ তৰফৰপৰা অসমীয়া সাহিত্য ভঁৰালৰ আপুৰুগীয়া 'চিত্ৰ ভাগৱত' আদি কেইবাখনো বুৰঞ্জীমূলক কিতাপেৰে গধূৰ ধৰণৰ প্ৰমাণ আগবঢ়োৱা হয়। সদস্যসকলে 'চিত্ৰ ভাগৱত'ৰ চিত্ৰবোৰ দেখি বিস্ময় প্ৰকাশ কৰে আৰু অসমীয়া ভাষাৰ প্ৰাচীনত্ব সম্বন্ধে নিঃসন্দেহ হয়। অতি গভীৰ চিন্তাশীল 'হৃদয়নাথ কুঞ্জৰু' সদস্যসকলৰ মূলৰূপে পুথিসমূহ সাদৰে গ্ৰহণ কৰে। সাহিত্য সভাৰপৰা কিতাপবোৰ অৰ্পণ কৰাৰ মোৰ সৌভাগ্য ঘটে। সমিতিৰ প্ৰশ্নোত্তৰৰ নিৰ্ভুল সাহসী প্ৰত্যুত্তৰেৰে বাগ্মীবৰ নীলমণি ফুকন দেৱে ব্যাকৰণ ফঁহিয়াই অসমীয়া ভাষাৰ সৈতে বঙালী ভাষাৰ পাৰ্থক্য প্ৰমাণিত কৰি সদস্যসকলক চমৎকৃত কৰিছিল। সামৰণীত দলনেত্ৰীৰূপে সদস্যসকলক দু-আষাৰ কোৱা মোৰ পাল পৰিল। মই ক'লোঁ—"মাননীয় সদস্যসকল, ভাৰতৰ তিনিজন ৰাজনীতিজ্ঞ পুৰুষক লগ পোৱাৰ সৌভাগ্য ঘটাত আমি গৌৰৱ অনুভৱ কৰিছোঁ। আজি আপোনালোকৰ বিবেচনা আৰু দূৰদৰ্শিতা অতি গুৰুত্বপূৰ্ণ আৰু গভীৰ, নিৰপেক্ষ দৃষ্টিৰে সীমা নিৰ্ধাৰণ কৰিবলৈ আপোনালোকে আমাৰ দেশলৈ আহিছে—ভাষাৰ ভেটীত ভাৰতৰ ৰাজ্যবোৰৰ সীমা নিৰ্ধাৰণৰ বিষয়টিৰ বিচাৰ কৰিবলৈ। এই বিচাৰৰ ওপৰত আমি দৃঢ়তাৰে বিশ্বাস ৰাখিছোঁ। আপোনালোকৰ-দৰে ৰাজনীতিজ্ঞ পুৰুষসকলক লগ পোৱাৰ সৌভাগ্যলাভ কৰাৰ সুযোগ পাই অসম সাহিত্যসভাৰ সভানেত্ৰীৰূপে মই আপোনালোকক দুআষাৰ



মান ক'ব খোজোঁ। মই অসমৰ এজনী সাহিত্য-সেৱিকা হিচাপে ক'ব খোজোঁ যে ভাৰত চৰকাৰে গ্ৰহণ কৰা ভাষাৰ ভিত্তিত প্ৰদেশ গঠনৰূপ এই পন্থাটোৱেই এটা মাৰাত্মক ভুল পন্থাস্বৰূপ হৈছে—যিহেতু এই সৰ্বনশীয়া পন্থাটোৱে ঐক্যপূৰ্ণ ভাৰত শক্তিক শতধা বিচ্ছিন্ন কৰি পেলোৱাৰ বাট উলিয়াব। জাতিৰ পিতা বাপুজীৰ জীৱন জোৰা সাধনাৰে বন্ধা একতাৰ ভেটিভাষাৰ কন্দলে ছিন্ন-ভিন্ন কৰি বাপুজীৰ স্বপ্নস্বৰ্গ ভাৰত ৰচনাত দাৰুণ আঘাত হানিব। এতেকে মই আপোনালোকক ইয়াকে অনুৰোধ জনাওঁ, এই ভাষাৰ ভেটীত প্ৰদেশ ৰচনা কৰা সৰ্বনশীয়া পন্থাটি ভাৰত চৰকাৰে যাতে পৰিহাৰ কৰে সেই বিষয়ে আপোনালোকেও যেন যত্ন কৰে। একেবাৰেই ভাৰতবৰ্ষৰপৰা এনে পন্থাৰ মূল উদ্ঘাটন কৰাই শ্ৰেয়ঃ বুলি বহুজনেই ভাবে। বিশেষ মোৰ দেশৰ বাবে আপোনালোকক পুনৰ অনুৰোধ জনাওঁ যাতে এই বহু প্ৰাচীন সংস্কৃতিৰ আধাৰ ভূমি পৌৰাণিক প্ৰাগজ্যোতিষ তথা কামৰূপৰ প্ৰাচীন সভ্যতাৰ লীলাভূমি অসমীয়া জাতি, প্ৰাচীনতম বুৰঞ্জী-বিখ্যাত অসমীয়া ভাষা, যি ভাষাই তেৰ শ শতিকাত উন্নত ভাষা পৰ্য্যায়লৈ ঠন ধৰি উঠিছিল, সেই সুপ্ৰাচীন উন্নত অসমীয়া ভাষাৰ প্ৰতি যেন কোনো অবিচাৰ কৰা নহয়, এই বিষয়ে আপোনালোকৰ নিৰপেক্ষ দৃষ্টি আকৰ্ষণ কৰিলোঁ। মহাত্মা গান্ধীৰ আদৰ্শ প্ৰণোদিত হৈ 'সৰ্দাৰ বল্লভভাই পেটেল' ভাৰতবৰ্ষৰ ক্ষুদ্ৰ সমষ্টি ভাঙি বিশাল ভাৰতবৰ্ষক বৃহৎ শক্তিত গঢ়ি তুলিছিল। আজি ভাৰতৰ স্বাধীন চৰকাৰে যেন সুসংগঠিত ভাৰতবৰ্ষক পুনৰ খণ্ড-বিখণ্ড হোৱাৰ পাতনি নেমেলে। অসমক খণ্ডিত কৰিলে ভাৰতবৰ্ষ বিপদাপন্ন নহৈ নাথাকে ই ধুৰূপ।" পৰাগ চলিহাই ইংৰাজী প্ৰতিৰূপ দি বুজাই দিয়াৰ পিছত আমাৰ অসম সাহিত্য সভাৰ সজাতিদলে বিদায় লোৱা হ'ল।

**নেফাৰ উচুপনি ঃ** কেন্দ্ৰীয় স্বৰাষ্ট্ৰমন্ত্ৰী গোবিন্দবল্লভ পন্থৰ ওচৰলৈ সাহিত্য সভাৰ সজাতি দল ঃ

নেফাত অসমীয়া ভাষা প্ৰৱৰ্তনৰ প্ৰচেষ্টা, সদৌ অসমীয়া ৰাইজৰ দাবী, সদৌ অসম সাহিত্যসভাৰ দাবী, অসমৰ অবিচ্ছেদ্য অংশ নেফাত অসমীয়া ভাষা প্ৰৱৰ্তন কৰিব লাগে। যিহেতু নেফা অঞ্চলকে ধৰি অসমৰ

পৰ্বতীয়া জনজাতিসকলৰ ভিন ভিন গোষ্ঠিৰ দোৱানৰ মাধ্যমৰূপে অসমীয়া ভাষাই যোগসূত্ৰ থাপিত কৰি ৰাখিছে। পৰ্বত আৰু ভৈয়ামৰ ব্যবসায়-বাণিজ্য চলি আহিছে অসমীয়া ভাষাৰে।

অসমৰ ভূতপূৰ্ব মুখ্যমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে নেফা অঞ্চলত অহোপুৰুষাৰ্থ কৰি বহু স্কুল স্থাপন কৰি অসমীয়া শিক্ষক প্ৰেৰণ কৰি সকলো নেফা অঞ্চলৰ ছাত্ৰ-ছাত্ৰীৰ মাজত শিক্ষাবিস্তাৰ কৰিছিল। নেফা অঞ্চলত প্ৰাইমেৰী স্কুলৰপৰা উচ্চ ইংৰাজী স্কুলো স্থাপিত হৈছিল। নেফাবাসী জনজাতি ছাত্ৰ-ছাত্ৰীসকলে গভীৰ স্নেহ আৰু আগ্ৰহেৰে অসমীয়া ভাষাৰ মাধ্যমেৰে শিক্ষালাভ কৰি সুন্দৰ নিভাজ অসমীয়া ভাষাত কবিতা, গল্প আদি লিখিব পৰা হৈ উঠিছিল, সুন্দৰ শুৱলা অসমীয়া ভাষাৰে বক্তৃতা দিব পৰা হৈছিল। নেফা অঞ্চলৰ শিক্ষিত জনজাতীয় যুবক অসমীয়া শুৱলা ভাষাত 'পৰ্বতৰ শিলে শিলে' শ্ৰীলুম্বেৰ দাইয়ে আৰু 'পৃথিৱীৰ হাঁহি' নামৰ দুখন ডাঙৰ উপন্যাস ৰচনা কৰে। এইজন নেফাৰ সু-সাহিত্যিকৰ সুন্দৰ নিভাজ অসমীয়া ভাষাৰ ৰচনাই চিৰকাললৈ নেফা অঞ্চলৰ লোকসকলৰ অসমীয়া ভাষাৰ প্ৰতি থকা অকপট চেনেহ আৰু আগ্ৰহৰ চিনাকী দি থাকিব। কেন্দ্ৰীয় চৰকাৰৰ যত্নত নেফাৰপৰা অসমীয়া ভাষাক আঁতৰ কৰি হিন্দী ভাষাত শিক্ষাদান কৰাৰ আঁচনিয়ে চিৰকাললৈ অসমৰ চেনেহৰপৰা যেন নেফাবাসীক আঁতৰাই নিলে। তথাপি মোৰ মনে কয়, যিসকলে অসমীয়া ভাষাত শিক্ষা লৈ সাহিত্য সৃষ্টি কৰি সাহিত্যিক শিল্পীৰ উচ্চস্থান লাভ কৰিব পাৰিছে, সেইসকল নেফাৰ ভাই-ভনীয়ে যেন অসমী আইৰ সাহিত্য কাননত পদুম ফুলাবলৈ নাপাহৰে। এইখিনিতে নেফাৰ চিঠি এখন তুলি দিলোঁ। দূৰদৰ্শী নেতা লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে নেফাত শিক্ষাবিস্তাৰৰ কাৰণে বহু চেষ্টা কৰিছিল; শিক্ষাবিভাগত অসম-জীয়ৰী শ্ৰীমতী ইন্দিৰা মিৰিক নিযুক্তি দিছিল। নেফাত বহু অসমীয়া স্কুল স্থাপিত হৈছিল, স্কুলসমূহত অসমীয়া ভাষাৰ মাধ্যমেৰে শিক্ষা প্ৰচলিত হৈছিল। উচ্চ ইংৰাজী স্কুলসমূহত নেফাৰ জনজাতীয় ছাত্ৰ-ছাত্ৰীসকলে গভীৰ অনুৰাগ আৰু আগ্ৰহেৰে অসমীয়া ভাষাত অধ্যয়ন কৰি পৰম তৃপ্তি পাইছিল। বৃটিছ শাসনৰ বাধাৰ প্ৰাচীৰ "ইনাৰ লাইন" দি ভৈয়ামৰ লগত নেফাৰ জনজাতীয় সকলৰ আদান-প্ৰদান চা-চিনাকি বন্ধ কৰি থৈছিল। স্বাধীনতাৰ পিছত অসমৰ যোগ্য নেতা গোপীনাথ বৰদলৈয়ে অলপ দিনৰ ভিতৰতে নেফা অঞ্চলত শিক্ষাবিস্তাৰ কৰি সকলো জনজাতিকে সাৰটি লৈছিল। শিক্ষাবিস্তাৰ ক্ষেত্ৰত ইন্দিৰা মিৰিয়ে বহু অগম্য ঠাইলৈ খোঁৱাত উঠি ফুৰিও কৰ্তব্য কৰিছিল। শ্ৰীমতী কল্যাণী বৰুৱাই জনজাতি আৰৰি শিশুবোৰক লৈ কিমান যত্নেৰে শিক্ষাৰ পোহৰ বিলাবলৈ চেষ্টা কৰিছিল, সেই দৃশ্য মই নিজৰ চকুৰে দেখিছোঁ। ডিবুৰুত কল্যাণী বৰুৱাই পঞ্চাশ চনৰ দুৰ্যোগত সৰ্বস্ব হেৰুওৱা জনজাতি শিশু এশমান লৈ ডিবুৰুলৈ আহি ছিল। নেফাত অসমীয়া ভাষা বিস্তাৰ কেন্দ্ৰীয় সভাই সহিব নোৱাৰিলে। বৰদলৈৰ তিৰোধানৰ পিছত পুনৰ ভাৰত চৰকাৰে পূৰ্বৰ 'ইনাৰ লাইনৰ' দৰে একে নীতিকে লৈ পৰ্বত ভৈয়ামৰ মাজত এখন ওখ প্ৰাচীৰ গাঁথি অসমৰ বুকুৰপৰা নেফা অঞ্চল আঁতৰাই নি সকলো প্ৰকাৰে হিন্দীভাষী কৰিবলৈ সকলো কৌশল প্ৰয়োগ কৰিলে। নেফা অঞ্চলৰ নাম বহুকাল আগতেই 'অৰুণাচল' নিৰ্ধাৰিত কৰি থোৱা হৈছিল, পূৰ্ব পৰিকল্পনামতেই নেফা অসমৰ বুকুৰপৰা আঁতৰি গ'ল। নেফাত হিন্দীৰ প্ৰাধান্য হ'ল ভৱিষ্যতলৈ অসমৰপৰা আঁতৰাই নিবলৈ। অসমৰ বৰ্তমান পৰ্বতীয়া অঞ্চলবোৰৰ নাম বহু পূৰ্বেই নিৰ্ধাৰিত কৰি ৰখা হৈছিল। অসমৰ বুকুৰ 'উৰ্বশীয়ম' নেফাক আঁতৰাই নিয়া হ'ল। নেফা উচুপি উঠিল। লোকপ্ৰিয় বৰদলৈয়ে বহু যত্নেৰে উন্নতিবিধান কৰা, শিক্ষাবিস্তাৰ কৰি স্কুলবোৰত অসমীয়া শিক্ষা দিয়া ব্যৱস্থাত নেফাৰ ছাত্ৰ-ছাত্ৰীসকলে সহজতে অসমীয়া ভাষা আয়ত্ত কৰি অসম স্কুলবোৰ্ডৰ অধীনত শিক্ষাক্ষেত্ৰত উন্নতি কৰিছিল। নেফাত বিভিন্ন দোৱানৰ মাজত অসমীয়া ভাষাই পূৰ্বৰেপৰা আদান-প্ৰদানৰ আহিলা আছিল। যদিও বৃটিছে পাতি থোৱা 'ইনাৰ লাইন'ৰ বাধা ভাৰত চৰকাৰেও ৰাখি থৈছে তথাপি ইমানদিনে উত্তৰ-পূৰ্ব অঞ্চলৰ লগত অসমৰ বিষয়া আৰু শিক্ষকে এটা যোগসূত্ৰ থাপি আছিল। উচ্চ ইংৰাজী স্কুলৰ ছাত্ৰসকলৰ ভিতৰত কেইবাজনেও অসমীয়া সাহিত্যত কৃতিত্ব দেখুৱাই উপন্যাস ৰচনা কৰা শ্ৰীলুম্বেৰ দাই নেফা অঞ্চলৰ এজন উদীয়মান সাহিত্যিক। এওঁ লিখা 'পৃথিৱীৰ হাঁহি', 'পৰ্বতৰ শিলে শিলে' দুখানি সুন্দৰ উপন্যাস প্ৰকাশিত হৈ অসমীয়া সাহিত্যৰ গৌৰৱ বঢ়াইছে।

নেফাৰ এজন সাহিত্যপ্ৰেমী ছাত্ৰ 'টাগাং টাকি'য়ে লিখা চিঠি এখনি তলত দিলোঁ।

মৰমৰ আইতা ( নলিনীবালা দেৱী )

আমি নেফা স্কুলত পঢ়ি আছোঁ। মই দশম মানৰ ছাত্ৰ। অসমীয়া ভাষাটো আমি বৰ ভাল পাওঁ, বৰ মিঠা, বৰ সহজ অসমীয়া ভাষা। অসমৰ বিদ্বান মানুহবোৰৰ কথা কিতাপত পঢ়িবলৈ পাওঁ, কিন্তু আমি দেখিবলৈ নাপাওঁ। ঈশ্বৰটো আমালৈ বৰ নিমৰমীয়াল। আমি ভৈয়ামৰ সুন্দৰ সুন্দৰ সভাবোৰ দেখা নাই। আমাৰ মনত বৰ দুখ। আমি স্কুলত অসমীয়া পঢ়িয়েই কিতাপ লিখিব পাৰোঁ, অসমীয়া ভাষাত বক্তৃতা দিব পাৰোঁ। অসমীয়াত আমি স্কুলত ভাল নম্বৰ পাওঁ। কিন্তু আমি ভৈয়ামৰ অসমীয়া মানুহৰ লগত ল'গ হ'বলৈ নাপাওঁ, এয়ে আমাৰ মনত সদায় দুখ। আপোনাৰ কবিতা আমি কিতাপত পঢ়িছোঁ। আপোনাক চাবলৈ মন যায়। কেনেকৈ দেখিম আইতা? আপুনি এটা কবিতা লিখি পঠিয়াব। আমাৰ শ্ৰদ্ধা আৰু মৰম ল'ব।

আপোনাৰ
'টাগাং টাকি'
নেফা

চিঠিখন পাই মই কান্দিছিলোঁ। কবিতা এটা লিখি পঠিয়াইছিলোঁ। কিমান সুন্দৰ সৰল মনৰ, অসমৰ বুকত ফুলি উঠা বুকুৰ মঙহ এই পৰ্বতীয়া শিলনীৰ মাজে মাজে অনাদৃত শুৱনী জীৱন ফুলবোৰ। মানুহৰ স্বাৰ্থপৰ কূটনীতিৰ কৌশলত পৰি বিশাল অসমী আইয়ে হেৰুৱালে নিজৰ দেহৰ অঙ্গবোৰ। নেফাত সকলো প্ৰকাৰ উন্নয়ন চলি থকাৰ মাজতে হঠাতে কেন্দ্ৰীয় চৰকাৰে অসমৰ বুকুৰপৰা নেফাক আঁতৰাই নিলে। অসম সাহিত্য সভাৰ নিমন্ত্ৰণত এবাৰ নেফাৰ ছাত্ৰ কেইজনমান আহি সাহিত্য সভাত যোগ দিছিল। সেই ছাত্ৰ কেইজনে নিভাজ শুৱলা অসমীয়া ভাষাৰে সভাত বক্তৃতা দিছিল। ভাষণত তেওঁলোকৰ দুৰ্বাৰ মনোবেদনাবোৰ বিবৰি কৈছিল প্ৰাঞ্জল ভাষাৰে।

হঠাতে নেফা আঁতৰি গ'ল, নেফা উচুপি উঠিল। নেফাৰ শাসনৰ



ভাৰ কেন্দ্ৰীয় চৰকাৰী বিষয়াবোৰে হাতত ললে। অসমীয়া স্কুলবোৰৰ-পৰা অসমীয়া ভাষাই বিদায় মাগিলে। অসমীয়া শিক্ষকবোৰকো বিদায় দিয়া হ'ল। অসমীয়া ৰাইজে প্ৰতিবাদ কৰি কোনো ফল নেপালে। সেই সময়ৰ ভাৰতৰ স্বৰাষ্ট্ৰমন্ত্ৰী শ্ৰীগোবিন্দভল্লভ পন্থ অসমলৈ অহাত অসম সাহিত্য সভাৰপৰা বুজন সংখ্যক সজাতিদল এটা গৈ তেওঁক লগ ধৰি নেফাত অসমীয়া ভাষা ৰাখিবলৈ বহু যুক্তি দেখুৱাই অনুৰোধ কৰা হৈছিল। কিন্তু সেইবোৰ অৰণ্য ৰোদনত পৰিণত হ'ল। নেফা আঁতৰি গ'ল। নেফাৰপৰা অসমীয়া ভাষা বিদায় দি হিন্দী শিক্ষাৰ প্ৰচলন কৰাত অসমীয়া ৰাইজে মনৰ দুখত ম্ৰিয়মান হৈ কেন্দ্ৰীয় চৰকাৰক বহুত অনুনয় কৰাটো অসমীয়া ভাষা আঁতৰিল।

## সীমান্ত ৰক্ষাত প্ৰমথনাথ চক্ৰৱৰ্তী আৰু মানগোবিন্দ চক্ৰৱৰ্তী

সীমান্ত-কেশৰী শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্তী আৰু শ্ৰীমানগোবিন্দ চক্ৰৱৰ্তীৰ নেতৃত্বত মাতৃভূমি গোৱালপাৰা জিলাৰ প্ৰতিজন থলুৱা লোকে সৈনিক-ৰূপে থিয় হৈ তুমুল বিৰোধিতাৰে অসমৰ বুকুৰপৰা গোৱালপাৰা জিলাখন ফালি নিবলৈ কৰা বিপক্ষ দলৰ ষড়যন্ত্ৰ বিফল কৰি পেলালে। এই সঙ্কটত গোৱালপাৰাবাসী বড়ো ৰাভা ভাইসকলৰ দৃঢ়তৰ একতাৰ সবল অৰিহণা বুৰঞ্জীত সোণ জিলিকাই থাকিব চিৰকাল। চিৰ চেনেহী অসমী আইৰ বীৰ সন্ততি গোৱালপাৰাবাসীয়ে অসমী আইক মাতৃভূমি-ৰূপে সাৱটি লৈ—অসমীয়া ভাষাক ৰাজ্য ভাষাৰ সন্মান দিবলৈ দৃঢ় প্ৰতিজ্ঞা লৈ বিপক্ষৰ বিৰুদ্ধে থিয় দিলে। এই বিষয়ত নেতৃত্ব কৰিছিল বড়ো সিংহ-পুৰুষ সীমান্ত-ৰক্ষী হিচাপে শ্ৰীশৰৎচন্দ্ৰ সিংহদেৱে। এই সিংহ-পুৰুষজনৰ সিংহবিক্ৰম স্বদেশ প্ৰীতি নিঃস্বাৰ্থ সেৱাৰ কীৰ্তি অসম ৰক্ষাৰ বুৰঞ্জীৰ পাতে পাতে সোণ জিলিকাই থব। গোৱালপাৰা জিলাৰ জমিদাৰ স্বৰ্গীয় প্ৰভাতনাৰায়ণ চৌধুৰীদেৱে অসমক বৰ ভাল পাইছিল; বৃটিছ শাসনৰ সুবিধা লৈ চুবুৰীয়া দেশৰ প্ৰব্ৰজনত অনা-অসমীয়া দলে আহি হোজা সৰল বড়ো ৰাভাসকলৰ ওপৰত কৰ্তৃত্ব কৰিবলৈ সুবিধা কৰি লৈছিল; স্থানীয় গোৱালপাৰা জিলাৰ থলুৱা ভাষাক ইতিকিং কৰিছিল। সাধাৰণতে বড়ো ৰাভা ভাইসকলৰ মাজত শিক্ষাৰ অভাৱ

আছিল। শিক্ষিত বহিৰাগতসকলে ছলে-বলে-কৌশলে গোৱালপাৰা জিলাক অসমৰ বুকুৰপৰা আঁতৰাই নিয়াৰ চেষ্টা কৰিছিল। গোৱালপাৰাৰ জমিদাৰ স্বৰ্গীয় প্ৰভাতনাৰায়ণ চৌধুৰীৰ কল্পনাৰে শিক্ষাকেন্দ্ৰবোৰ গঢ়ি উঠিবলৈ সুবিধা পালে।

ধুবুৰী ছাত্ৰ সন্মিলনৰ প্ৰশ্ন :

১৯৫৭ চনত ল'ৰাৰ কৰ্মক্ষেত্ৰৰূপে ধুবুৰীত আমি সপৰিয়ালে কেইবছৰমান থকাৰ সুবিধা হৈছিল। ধুবুৰী ৰাইজৰ সাদৰ আমন্ত্ৰণক্ৰমে বিশেষ অসম সাহিত্যসভাৰ প্ৰাক্তন সভানেত্ৰীৰূপে ধুবুৰী অঞ্চলৰ প্ৰায়বিলাক সভা-সমিতিত যোগ দিবলৈ মোৰ সুবিধা ওলায়। প্ৰথমেই ধুবুৰী সাহিত্য সভাই মানপত্ৰ শৰাই আগবঢ়াই সম্বৰ্ধনা জনায়। জিলা কংগ্ৰেছৰ সভাপতি শ্ৰীমানগোবিন্দ চক্ৰৱৰ্তীদেৱে আগভাগ লয়। ধুবুৰী মহকুমাৰ গৌৰীপুৰ, চাপৰ, বঙ্গাইগাঁও, বিলাসীপাৰা, অভয়াপুৰী আদি ঠাইলৈ বিভিন্ন সভা-সমিতিত যোগ দিবলৈ মোৰ সৌভাগ্য ঘটিছিল। এইবোৰ ঠাইৰ থলুৱা উচ্চবৰ্ণ লোকসকলৰ উপৰিও বড়ো ৰাভা ছাত্ৰছাত্ৰীসকলৰ আদৰ-সাদৰ মৰমে হিয়া ওপচাই পেলাইছিল। এবাৰ অভয়াপুৰীৰ ছাত্ৰ সন্মিলনলৈ নিমন্ত্ৰণ পাই উপস্থিত হলোঁগৈ। গোৱালপাৰাত এখনি সুন্দৰ ছাত্ৰসভা সংগঠিত হৈছিল আগৰেপৰা। এইখন সভাৰ উদ্দেশ্য আছিল অভয়াপুৰী কলেজৰ উন্নতি সাধন। এই উপলক্ষে সেই কালৰ চলিহা মন্ত্ৰীসভাৰ শিক্ষামন্ত্ৰী শ্ৰীৰূপনাথ ব্ৰহ্মদেৱকো আমন্ত্ৰণ কৰা হৈছিল। অভয়াপুৰী কলেজৰ বাবে ছাত্ৰছাত্ৰীসকলে কৰা দাবীসমূহ পূৰণ কৰিবলৈ মই ছাত্ৰসকলৰ পক্ষ লৈ শিক্ষামন্ত্ৰীক জোৰ কৰাৰ বাবে ছাত্ৰ সন্মিলনে সন্তোষ পাইছিল। ছাত্ৰ সন্মিলনৰ সম্পাদক শ্ৰীনিৰঞ্জন চৰকাৰে এই সভাত মোক প্ৰশ্ন কৰিলে, প্ৰশ্ন আহিল "ভূতপূৰ্ব অসম সাহিত্য সভাৰ সভানেত্ৰী, আমাক আজি এটি প্ৰশ্নৰ উত্তৰ দিয়ক।" প্ৰশ্ন কৰিলে—

প্ৰশ্ন : আমি গোৱালপাৰাবাসী বঙালী নে অসমীয়া?

মই উত্তৰ দিলোঁ—"অসমৰ বুকুৰ পশ্চিম সীমান্ত গোৱালপাৰা কেনেকৈ অসমীয়া নহৈ বঙালী হ'ব পাৰে? গোৱালপাৰাৰ ভাষা যুগমীয়া অসমীয়া ভাষা।"



প্ৰশ্ন : তেনেহলে আমাৰ ভাষাক বঙালীয়ে কিয় 'চাষাৰ ভাষা' বোলে? আমাৰ ভাষা অসমীয়া নহয় নে কি?

উত্তৰত মই কৈছিলোঁ—"যি সকলে গোৱালপাৰাৰ ভাষাক চাষাৰ ভাষা বোলে সেইসকলৰ চিলেটীয়া ভাষা তেনে কি ভাষা? প্ৰত্যেক প্ৰদেশৰ কিছুমান ঠাই বিশেষে থলুৱা কথিত ভাষা থাকে, সেই ভাষাৰ সুৰ শব্দ অলপ স্বকীয়া; যেনে—কামৰূপীয় ভাষা, গোৱালপৰীয়া ভাষা, ওপৰ অসমৰ ভাষা—সকলো ভাষাৰে নিজস্ব ৰূপ একোটা আছে। কিন্তু অসমৰ সকলো অঞ্চলৰ সাহিত্যৰ ভাষা এটা, এইটো লিখিত ভাষা। এই ভাষাৰেই এটা জাতিৰ পৰিচয়। অসম বঙ্গ বিহাৰ সকলো ঠাইতে গাঁও অঞ্চলৰ স্বকীয়া ভাষা আছে, কিন্তু শুদ্ধ সাহিত্যৰ ভাষাৰেই প্ৰতিখন প্ৰদেশৰ ভাষা নিৰ্ণয় হৈ আছে, গতিকে এইবোৰ কথাত ছাত্ৰ সমাজে বেজাৰ পাব নালাগে। কোনোবাই গোৱালপাৰাৰ ভাষাক 'চাষাৰ ভাষা' বোলালৈ কাণ দিব নালাগে।" এই কথাত ছাত্ৰ সভাই সন্তুষ্ট হৈছিল। অসম বুলিলে মানস চকুত ভাঁহি উঠে নীলা পৰ্বতে আগুৰি থকা এখনি প্ৰকৃতিৰ মনোৰম উদ্যান। অসমীয়াৰ পৰিচয় পৰ্বত ভৈয়ামৰ সুন্দৰ সুঠাম সবল আত্মনিৰ্ভৰশীল, আত্মাভিমানী নিৰ্ভীক সাহসী বিশাল অসমীয়া জাতি। অসমীয়া জাতিৰ চৰিত্ৰ বৈশিষ্টই অসমীয়াৰ চিনাকী। তেজ-মঙহৰ সম্বন্ধ, কলা-সংস্কৃতি, আচাৰ-বিচাৰ স্বভাবত আভিজাত্যৰ মচিব নোৱৰা চাবেই অসমীয়া জাতিৰ পৰিচয়।

## লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ সোঁৱৰণী

অসমৰ স্বাধীনতা যুঁজৰ যুঁজাৰু, স্বাধীন অসমৰ প্ৰথম গুৰি ধৰোঁতা অসমৰ মুখ্যমন্ত্ৰী—স্বাধীন অসমৰ শাসনৰ বাঘজৰি হাতত লৈয়েই পাকিস্তান আক্ৰমণৰপৰা অভিনৱ উপায় অৱলম্বন কৰি অসমক ৰক্ষা কৰোঁতা, অসমৰ মহতী বিপদ সমষ্টি গঠন কৰি অসমক গ্ৰাস কৰাৰ ক্ষেত্ৰত জাতিৰ পিতা বাপুজীৰ উপদেশ মতে অসমক সমষ্টি গ্ৰাসৰপৰা ৰক্ষা কৰোঁতা, ১৯৪৭ চনৰ স্বাধীনতাৰপৰা ১৯৫০ চন মাথোন চাৰি বছৰৰ ভিতৰত কানি অভিযানেৰে কানি নিৰ্মূল কৰি আজিৰ পূৰ্ণ অসম নিৰ্মাণ কৰোঁতা আছিল লোকপ্ৰিয় বৰদলৈ। কালৰ সঙ্কেত পায়েই যেন অতি লৰালৰিকৈ

অসমক যোগ্য প্ৰদেশত প্ৰতিষ্ঠিত কৰিবলৈ লোকপ্ৰিয়ই উশাহ লব পৰা নাছিল। লোকপ্ৰিয়ই অসমক কি দি যোৱা নাই? যিজনৰ আপ্ৰাণ চেষ্টাত অসমত বিশ্ববিদ্যালয়, অসম মেডিকেল কলেজ, অসম ইঞ্জিনীয়াৰিং কলেজ, অসমত অনাতাৰ কেন্দ্ৰ স্থাপন হ'ল, যিজনৰ উদাৰ অন্তৰৰ স্নেহৰ পৰশত নেফাৰ জনজাতীয়বোৰে পিতৃজ্ঞানেৰে অসমক আঁকোৱালি লৈছিল, অসমীয়া ভাষাকে নিজ ভাষা বুলি সাৱটিছিল, নেফা অঞ্চলত শিক্ষা বিস্তাৰৰ কাৰণে যিজনে দেহেকেহে লাগি অগম্য অবুজ ঠাইবোৰলৈ বিষয়া পঠিয়াইছিল, টুৱেন চাংৰ অগম্য অবুজ ঠাইত শিক্ষা বিলাবলৈ যাওঁতে অসমৰ ডেকাই প্ৰাণ হেৰুৱাব লগীয়া হৈছিল, সেই অসমৰ ভাগ্য-নিৰ্মাতা লোকপ্ৰিয়ই ১৯৫০ চনত হঠাতে নিয়তিৰ আহ্বানত জীৱন সামৰিলে। আজি সুৱৰিছোঁ, অসমৰ এই পৰম জ্ঞানী, ধীৰ, শান্ত, সুস্থিৰ, ভাগ্যহীনা অসমৰ বৰপুত্ৰজনলৈ। লোকপ্ৰিয়ৰ শৱযাত্ৰা আছিল অভূতপূৰ্ব। মুখ্যমন্ত্ৰীৰ সৰ্বসন্মানেৰে মুগ্ধ জনতাৰ দু-মাইল জোৰা শৱযাত্ৰাই এটি চিৰস্মৰণীয় আদৰ্শ সোঁৱৰণী থাপি থৈ গ'ল অসমৰ বুকুত। লোকপ্ৰিয়ৰ আদ্যশ্ৰাদ্ধলৈ আহিছিল অসমৰ পৰ্বতীয়া ঠাইবোৰৰপৰা অসংখ্য জনজাতি লোক। বিভিন্ন ৰং-বিৰঙৰ সাজেৰে সাজি পৰ্বতৰ মুখীয়াল লোকসকলে আমাৰ পিতৃ বুলি কৰা শ্ৰদ্ধাৰ প্ৰণামবোৰে দৰ্শকৰ চকুত চকুলো উলিয়াইছিল।

## প্ৰলয়ঙ্কৰী ভুঁইকঁপ

১৯৫০ চনত বৰদলৈৰ আদ্যশ্ৰাদ্ধৰ দিনা যেন নিয়তিয়ে ক্ৰূৰ পৰিহাসেৰে আগজাননী দি আকাশপাতাল কঁপাই প্ৰলয়ঙ্কৰী ভূমি কম্পেৰে তলৰ মাটি ওপৰ কৰি মহাপ্ৰলয়ৰ বানপানীৰে অসমৰ বুকু ফালি চিৰাচিৰ কৰি অসংখ্য জীৱন প্ৰলয়বানত উটুৱাই নিলে। এয়া পাহৰিব নোৱৰা সোঁৱৰণ।

## চিৰচেনেহী ভাষা জননীৰ সেৱামণ্ডপ

**অসম সাহিত্য সভাৰ সোঁৱৰণঃ** এইখন মোৰ গৰবী অসমৰ জোনাকীৰন্তি জ্বলোৱা অসম সাহিত্য সভাত সক্ৰিয়ভাৱে যোগ দিয়াৰ মোৰ জীৱনত প্ৰথম সৌভাগ্য ঘটে যোৰহাটত বহা ১৮শ অধিবেশনত। সেই সভাত পৌৰোহিত্যৰ আসন শুৱাইছিল, সৰ্বজন পৰিচিত ডঃ ময়িদুল ইছলাম বৰা ডাঙৰীয়াই। ভগৱানৰ কৃপাত সেই মহতী সভাত এই নগণ্যা সেৱিকাই এটি ভাষণ দিবলৈ সৌভাগ্য ঘটিছিল। ভাষণৰ মূল ভেটি আছিল দাৰ্শনিক আৰু বৈজ্ঞানিক ভেটিত সাহিত্যৰ বিকাশ সাধন। এই ভাষণে সাহিত্য সভাৰ বৰচৰালৈ এখোজ আগবঢ়াই নিলে। সাহিত্য-ঋষি শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াকে ধৰি পণ্ডিত সমাজে কৰা সমাদৰৰ কথা জীৱনত চিৰস্মৰণীয় হৈ ৰ'ল।

শিৱসাগৰত সাহিত্যসভাৰ ১৯শ অধিবেশনত যোগ দিবলৈ সৌভাগ্য ঘটে। পৌৰোহিত্য কৰিছিল বাগ্মীবৰ নীলমণি ফুকনদেৱে। ফুকন-দেৱৰ দেশপ্ৰেমত উদ্বুদ্ধ অন্তৰৰ পৰাণ পৰশা ওজস্বিনী ভাষণ শুনি মুগ্ধ হৈ পৰিছিলোঁ। সভাৰ আকৰ্ষণে হৃদয় পৰশ কৰিলে। ইয়াৰ পূৰ্বেই ১৭শ অধিবেশন, বৰেণ্য সাহিত্য-ঋষি কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ সভাপতিত্বত বহিছিল। সেই সময়ত নীৰৱ দৰ্শকৰূপে মাথোন সভাৰ অমৃত পান কৰিছিলোঁ। কাষ চাপিবলৈ সৌভাগ্য ঘটা নাছিল। তাৰ পিচতো ২০শ, ২১শ, ২২শ অধিবেশনত যোগ দিবলৈ সৌভাগ্য নঘটিল।

যোৰহাটত বহা ২৩শ অধিবেশনৰ পিচত সাহিত্যসভাৰ বৰচৰাত সভানেত্ৰীৰ ভাৰ লব লগীয়া হৈছিল।

গুৱাহাটীত ২৪শ অধিবেশন বহে সু-কবি শ্ৰীযতীন্দ্ৰনাথ দুৱৰাদেৱৰ সভাপতিত্বত। এই সভাত পূৰ্ব অধিবেশনৰ সভানেত্ৰীৰ বিদায়ী ভাষণ এটি দি নতুন সভাপতিৰ হাতত দায়িত্বভাৰ গতাই দিবৰ সময়ত এলানি বিদায়ী ভাষণ ভাষণাৱলীত প্ৰকাশিত হয়। এটি কবিতাৰে বন্দনা জনাই বিদায় মাগিলোঁ—

কবিতা

"চন্দন কুসুম গন্ধে!
আনিছো জননী তোমাৰ পূজাৰ
নৱগীতি নৱ ছন্দে,
চন্দন কুসুম গন্ধে॥"

১৯৫৮ চনত তিনিচুকীয়া সাহিত্যসভাৰ অধিবেশনত সুকবি শ্ৰীপদ্মধৰ

চলিহাদেৱৰ পৌৰোহিত্যত সাহিত্যসেবী স্বদেশ-প্ৰেমী ৺সোমেশ্বৰ বৰুৱাদেৱৰ আপ্ৰাণ যত্নৰ ফলত তিনিচুকীয়া সাহিত্য সভা সাফল্যমণ্ডিত হয়। বিশেষকৈ অসমীয়া ভাষাপ্ৰেমী নগা ভাইসকলে আহি এই সভাত যোগ দি শুৱলা অসমীয়া ভাষাত দিয়া বক্তৃতা শুনি গোটেই সভা আনন্দমুখৰ হৈ পৰিছিল। নগা গাম এজনে সভাপতিৰ মূৰত নগা টুপি আৰু হাতত নগা যাঠি এপাত দি আদৰণী জনোৱা দৃশ্য অতি মনোৰম। সভাত হৰ্ষধ্বনিৰ খলকণি উঠে।

**মিৰ্জা সাহিত্যসভাৰ সোঁৱৰণঃ** গুৱাহাটী পলাশবাৰী মিৰ্জাত সাহিত্য সভাৰ অধিবেশনত পৌৰোহিত্য কৰিছিল সু-সাহিত্যিক শ্ৰীত্ৰৈলোক্য গোস্বামীদেৱে। কবি সন্মিলনৰ সভানেত্ৰীৰ ভাষণত এটি কবিতা পাঠ কৰিছিলোঁ। কবিতাটিৰ নাম 'জীৱনক কৰো মনোৰমা'। কবিতাটি পাঠৰ শেষত সুকবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱে চিঞৰ মাৰি উঠি কৈছিল "তুমি যদি সুন্দৰৰ পূজাৰিণী উমা, মই ভৃঙ্গি কালৰ প্ৰহৰী" সুকবি বৰুৱাদেৱৰ এনে অবিভূত ভাবত সভাস্থল সন্মোহিত হৈ পৰিছিল।

অসম সাহিত্যসভা অসমীয়া জাতিৰ চিৰ গৌৰৱৰ যুগমীয়া জাতীয়-সভা। অসম সাহিত্যসভাৰ প্ৰেৰণাতে অসমত নৱযুগৰ ক্ৰমবিকাশ ঘটিবলৈ সুযোগ দিছে। অসমীয়া সাহিত্যৰ প্ৰতি নবাগত সাহিত্যিক-সকলে ন-ন সাহিত্যৰ অৰিহণা যোগাবলৈ যত্নপৰ হৈ পৰিছে, বৰ্তমান যুগৰ সাহিত্য প্ৰতিভা আদৰণী জনাই সাহিত্যসভাৰ পৌৰোহিত্যৰ আসনত বহুৱাই নবাগত উদীয়মান চিন্তাশীল পণ্ডিত জ্ঞানীৰূপে অসম সাহিত্য-সভাই বৰণ মালা পিন্ধাই ধন্য হৈছে। সুযোগ্যতাৰ গুণৰ আদৰ, এটা উন্নত জাতিৰ লক্ষণ। এটা কথা মনলৈ আহে, অসম সাহিত্যসভাৰ পুৰোহিতজনে অন্ততঃ দুটা বছৰ সাহিত্য সভাৰ সেৱা কৰিবলৈ সময় পাব লাগে।

**নাজিৰা অধিবেশন ১৯৬৩ চনঃ** নাজিৰা অধিবেশনত যোগ দিয়াৰ সৌভাগ্য নঘটিল। সেই সভাৰ সভাপতি আছিল অসমৰ প্ৰখ্যাত কবি ৺ৰত্নকান্ত বৰকাকতিদেৱে। চিৰ চেনেহী মাতৃভাষাৰ পূজাৰী জনে জীৱনৰ অন্তিমক্ষণত নাজিৰা সাহিত্যসভাৰ পৌৰোহিত্য কৰি মৰমী অসমী আইৰ চৰণত শেষ শ্ৰদ্ধাঞ্জলি যাচি মূলসভা শেষ কৰি বিদায় ল'ব লগীয়া হৈছিল। যিটি মঞ্চই সভাপতিজনক আদৰিলে, সেইটি মঞ্চতে থিয় হৈ সাহিত্যসেৱী শ্ৰীমহাদেব শৰ্মাই মৰ্মভেদী ভাষণেৰে কবি পুৰোহিতৰ শোক তৰ্পণ অঞ্জলি যাচিলে।



**ডিগবৈ অধিবেশনঃ** ১৯৬৪ চনত ডিগবৈ অধিবেশনত যোগ দিয়াৰ সৌভাগ্য ঘটে। ডিগবৈ এখন তেল নগৰী হিচাপে বহু জাতি বহু ভাষা-ভাষী লোকৰ ঠাই। এনে বহুধৰ্মী বহুভাষী লোক হৈও ঐকান্তিকতাৰে সাহিত্যসভাৰ কাম সুকলমে সম্পন্ন কৰাৰ কৃতিত্বই সুন্দৰ উদাহৰণ স্থাপন কৰিলে। প্ৰধান উদ্যোক্তা শ্ৰীপ্ৰফুল্ল বৰুৱা প্ৰমুখ্যে বহুজনে এই সভাৰ উদ্যোগ কৰিছিল।

সংস্কৃত সন্মিলনত শান্তিনিকেতনৰ অধ্যাপক শ্ৰীশান্তি ঘোষৰ বহুমূলীয়া ভাষণ অতি উপাদেয় হৈছিল। ড° ভূপেন হাজৰিকা, মালবিকা দেৱীৰ ভজন ইত্যাদি বহুজন শিল্পীয়ে ৰূপায়িত কৰি তুলিছিল।

**ডিব্ৰুগড় সাহিত্য সভাঃ** ল'ৰাৰ কৰ্মক্ষেত্ৰ ডিব্ৰুত গৈ দুবছৰ থকা কালতে ডিব্ৰুগড় সাহিত্যসভাৰ উৎসবত সম্পূৰ্ণৰূপে যোগ দিয়াৰ সৌভাগ্য ঘটে। এই সভাত পৌৰোহিত্য কৰিছিল ভাষাৰ চিৰ পূজাৰী ৺নকুলচন্দ্ৰ ভূঞাদেৱে। সম্পাদক আছিল ৺হৰিপ্ৰসাদ নেওগ। ডিব্ৰু বাইজৰ ঐকান্তিক সাহিত্য প্ৰীতিৰ চিন স্বৰূপে ডিব্ৰু সাহিত্যসভাই সম্পূৰ্ণ সফলতাৰে ভাষা-জননীৰ সেৱা কৰে। উদ্যোক্তাসকল, মনত পৰিছে সাহিত্য প্ৰেমী ৺লক্ষ্মীকান্ত দেৱ, সুকবি ৺শৈলধৰ ৰাজখোৱা দেৱলৈ লগতে ডিব্ৰুৰ সাহিত্য প্ৰেমী ৰাইজৰ মৰমৰ সোঁৱৰণী-বোৰলৈ। ডিব্ৰু সাহিত্যসভাৰ উদ্বোধনী গীতটি ৰচনা কৰি দিছিলোঁ। সুৰ দি ৰূপায়িত কৰিছিল শ্ৰীপ্ৰশান্ত বৰদলৈয়ে। 'পূব সোমাৰৰ লুইত পাৰত হেজাৰ বন্তি জ্বলিছে' সুৰে সুৰে লুইত পাৰত হেজাৰ বন্তি উজলি উঠিছিল। ১৯৬৭ চনত ডিব্ৰু সাহিত্য সভা বহে।

**নলবাৰী সাহিত্য সভাঃ** নলবাৰী সাহিত্য সভাৰ পৌৰোহিত্য কৰিছিল ভাষাৰ চিৰ পূজাৰী শ্ৰীমিত্ৰদেৱ মহন্তদেৱে। কবি সন্মিলনৰ পৌৰোহিত্য কৰিছিল অসমৰ প্ৰখ্যাত কবি ৺দৈবচন্দ্ৰ তালুকদাৰদেৱে। এই মহতী সভাত যোগ দিয়াৰ সৌভাগ্য ঘটে।

**বৰপেটা সাহিত্য সভাৰ সোঁৱৰণ ঃ** ১৯৬৯ চনত বৰপেটাত অসম সাহিত্য সভাৰ অধিবেশন বহে। সভাত পৌৰোহিত্য কৰে স্থকবি শ্ৰীডিম্বেশ্বৰ নেওগদেৱে।

অসম সাহিত্য সভা বৰপেটা অধিবেশন ঃ কবি সন্মেলনৰ সোঁৱৰণ ১৯৬৯

বৰপেটা সাহিত্যসভাৰ কবি সন্মিলনৰ সভানেত্ৰীত্বৰ ভাৰ পৰাত 'ছন্দজন্ম' নামেৰে ভাষণ এখন লিখি পাঠ কৰা হয়। সমাৰোহেৰে বৰপেটা অধিবেশন সমাপ্ত হয়। শ্ৰীগুৰু শঙ্কৰদেৱৰ কীৰ্তন ঘৰৰ ঐতিহ্যৰে সজোৱা বাটঘৰসমূহ আৰু চন্দ্ৰতাপেৰেই সজোৱা বিশাল ৰভা ঘৰৰ সৌন্দৰ্য্য আকৰ্ষণীয় হৈ পৰিছিল। বৰপেটাৰ অতীত গৌৰৱ-মণ্ডিত কীৰ্তন ঘৰত দণ্ডবৎ জনায় অসম সাহিত্যসভাৰ বৰপেটা অধিবেশনৰ মধুৰ সোঁৱৰণ অভ্যৰ্থনা সমিতিৰ আদৰ সাদৰৰ সোঁৱৰণ লৈ ঘৰমুৱা হ'লোঁ।

'ছন্দজন্ম' কঠোপনিষদৰ শ্লোক এটিৰে আৰম্ভ কৰা হৈছিল ঃ

"ন তত্ৰ সূৰ্য্যোভাতি ন চন্দ্ৰ তাৰকম্।
নেমা বিদ্যুতো তাপ্তি কুতোয়ম আগঃ॥"

পিচত বাল্মিকী ঋষিৰ আদি কাব্য সৃষ্টিৰ শ্লোক এটিকে ভেটি কৰি 'ছন্দজন্ম' লিখা হৈছিল। বৰপেটাৰ অসম সাহিত্য সভাৰ মধুৰ সোঁৱৰণটি মনত লৈ উলটিলোঁ।

মনলৈ আহিল, অসমীয়া জাতি আৰু ভাষাৰ সঞ্জীৱনী স্বৰূপ হৈ প্ৰতি বছৰে সাহিত্যসভাৰ এই বিপুল আয়োজনে অসমীয়া জাতি আৰু ভাষাক অপূৰ্ব প্ৰেৰণা দি আছে। স্বাধীনতাৰ আগৰ কালছোৱাত অনুষ্ঠিত হোৱা সাহিত্য সভাসমূহ ৰাইজৰ অৱদানেৰেই সমাধা হৈছিল। সেই বাবেই প্ৰতিজন ৰাইজে মন-প্ৰাণ সপি দি অসমীয়া ভাষাৰ সাধনা জীৱনত সাৰোগত কৰি লৈছিল। স্বাধীনতাৰ পিছৰ কালত সাহিত্য-সভাই স্বাধীন চৰকাৰৰ সহায় সহানুভূতি পোৱা বাবে সভাৰ বিস্তৃতি আৰু জাক-জমকতা বঢ়াই তুলিব পাৰিছে। সাহিত্য প্ৰকাশৰো বহুত সুবিধা পাইছে।

**ধুবুৰী সাহিত্যসভা ঃ** ১৯৭২ চনত সীমান্তৰ ধুবুৰী নগৰে মন-প্ৰাণ ঢালি সাহিত্যসভাৰ সমাৰোহ সফল কৰি তোলে। বিৰাট সভা-মণ্ডপ নগৰৰ সুন্দৰ চাৰুকলা বিমণ্ডিত বাট ঘৰ সাজি ধুবুৰীৰ বঙালী ল'ৰা এটিয়ে দৰ্শকক মুগ্ধ কৰিব পাৰিছিল। বহুভাষী ঠাই অসমৰ পশ্চিম সীমান্ত ধুবুৰীৰ সীমা-ৰখীয়া অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীদীনেশ ৰঞ্জন চৰকাৰৰ নেতৃত্ব আৰু কৃতিত্বত ধুবুৰী সাহিত্য সভা লেখত ল'ব লগীয়া হৈ উঠিছিল। থলুৱা পমুৱা অসমীয়া বঙালী ৰাভা বড়ো হিন্দু-মুছলিম সাহিত্যপ্ৰেমী ৰাইজে একগোট হৈ যি অভ্যৰ্থনাৰ আয়োজন কৰিছিল, এই অভ্যৰ্থনা চিৰকালে প্ৰতিনিধিসকলৰ মনত থাকিব। সভাপতিৰ আদৰণী হৈছিল অতি সুন্দৰ, এশজনী মুগাৰ ৰিহা-মেখেলা পিন্ধা ছোৱালীয়ে কাষত একোটি বিচিত্ৰ ঘট লৈ আদৰিছিল, লগত অসংখ্য বড়ো ৰাভা ছোৱালীয়ে নৃত্য কৰি কৰি গৈছিল সভাপতিক আদৰি আনিবলৈ। অভ্যৰ্থনা সভাই পতাকা উত্তোলনৰ ভাৰ মোৰ গাত দিয়াত মণ্ডপৰ কাষত পুৱা পতাকা উত্তোলন কৰাৰ সৌভাগ্য ঘটিছিল। ধুবুৰী সাহিত্য সভাৰ মধুৰ সোঁৱৰণী লৈ ঘৰমুৱা হলোঁ। পৌৰোহিত্য কৰিছিল সংসদী সদস্য শ্ৰীহেম বৰুৱাই।



**ৰঙিয়া সাহিত্য সভাৰ সোঁৱৰণ ঃ** ১৯৭৩ চনত শ্ৰীগিৰিধৰ শৰ্মাদেৱৰ পৌৰোহিত্যত ৰঙিয়াত অসম সাহিত্য সভাৰ অধিবেশন বহে। অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীবীৰেন বৰদলৈ আৰু ৰঙিয়া ৰাইজৰ একাণপতিয়া যত্নত এটি সৰু অঞ্চল ৰঙিয়াত মাতৃভাষা সাহিত্য প্ৰীতিত ৰঙিয়া সাহিত্য সভা সুকলমে সমাধা হয়। সাহিত্যসভাৰ সভাপতিজনে এই বছৰটোৰ দায়িত্বত বহু গুৰুত্বপূৰ্ণ কাম সমাধা কৰে। মাধ্যম আন্দোলন এই বছৰতে হয়। দিনতীয়াকৈ এই সভাত যোগ দিছিলোঁ।

**মঙ্গলদৈ অধিবেশন ঃ** ১৯৭৪ চনত শেষবাৰলৈ বুলি মঙ্গলদৈ অধিবেশনলৈ যাত্ৰা কৰিলোঁ শ্ৰীঅতুল হাজৰিকাদেৱৰ লগত। ড° মহেশ্বৰ নেওগৰ পৌৰোহিত্যত মঙ্গলদৈ সাহিত্য সভা সমাধা হয়। বহু আগতে এবাৰ মঙ্গলদৈ অধিবেশনত যোগ দিয়া মনত পৰে। অভ্যৰ্থনা সভাৰ সভাপতি শ্ৰীযুত বসুমতাৰিদেৱৰ আপ্ৰাণ যত্ন মাতৃভূমি মাতৃভাষাপ্ৰেমী ৰাইজৰ সহযোগত সভাত বিপুলসংখ্যক লোক সমাবেশে অভূতপূৰ্ব ৰূপ ধৰিছিল। মুখ্য অতিথিৰূপে অসমৰ গবৰ্নৰে কৈছিল—"মোৰ জীৱনত

মই কেতিয়াও ইমান জনসমাবেশ দেখা নাই।" হেজাৰ হাতীৰে সভাপতিক আদৰা দৃশ্যও অভূতপূৰ্ব আছিল।

## ধুবুৰীত বঙ্গ সাহিত্যসভাৰ সোঁৱৰণ

ধুবুৰীত থকা কালতে বঙ্গ সাহিত্য পৰিষদৰ সভাপতিৰূপে বিখ্যাত বঙ্গ ঔপন্যাসিক শ্ৰীতাৰাশঙ্কৰ বন্দ্যোপাধ্যায়ক অনা হয়। সভাৰ বিশিষ্ট অতিথিৰূপে পৰিষদৰ সাদৰ আমন্ত্ৰণক্ৰমে উক্ত সভাত যোগ দিবলৈ সৌভাগ্য ঘটে। সভাপতি গৰাকীয়ে আদৰ-সাদৰ কৰি বহুৰাই নানা কথা-বতৰা পাতি আপ্যায়িত কৰে। সভাপতি আসন গ্ৰহণৰ লগে লগে ভাষণ দিয়ে। ভাষণৰ পিচত বিশিষ্ট অতিথিৰ ভাষণৰ পাল পৰে। সেই সভাত দেশ কাল পাত্ৰ সকলোৰে উৰ্দ্ধত অৱস্থিত সাহিত্য দৰ্শনৰ বিষয়ে, সাহিত্যৰ উৎস, সাহিত্যৰ বিকাশ আদি বিভিন্ন দিশ সামৰি দিয়া ভাষণ শুনি সভাপতি আৰু সভাৰ সুধী সমাজে আনন্দ প্ৰকাশ কৰে—আনকি বহুজনেই কৰা মন্তব্যই সীমা চেৰাই গৈছিল। কোনো কোনোৱে এনে গধুৰ ভাবৰ ভাষণ শুনা ধুবুৰীত এয়ে প্ৰথম বুলিও মন্তব্য কৰিছিল। পিচদিনা বঙ্গনাৰী সমিতিৰ সভানেত্ৰীৰ সাদৰ আমন্ত্ৰণত যোগ দিব লগীয়া হয়। সেই সভাত বঙালী ভাই-ভনীসকলে উচ্চ প্ৰশংসাৰে আদৰণী জনাই কৈছিল যে—"আপুনি আমাক আজি যি মহৎ কথা শুনালে, যি পোহৰ দেখুৱালে, আমাৰ জীৱনত এনে পোহৰ দেখুৱাই, বাট দেখুৱাই দিওঁতা আজিলৈকে কোনো ওলোৱা নাই।" তেওঁলোকৰ আদৰ-সাদৰে সীমা চেৰাই যোৱাত, সভাপতিতকৈও আগ ঠাই দিয়াত মই মনত অশান্তি অনুভৱ কৰিছিলোঁ। তথাপি মোৰ সৰলমনা ভনীহঁতৰ অকপট চেনেহৰ ছবিখনি মনত ৰ'ল।

১৯৫৪ চনত ধুবুৰীত থকা দিন কেইটাৰ কথা, ধুবুৰী ৰাইজৰ মৰম চেনেহৰ কথা কেতিয়াও পাহৰিব নোৱাৰোঁ। ধুবুৰীৰ সাহিত্য সভা, বিবিধ সাংস্কৃতিক সভা, শঙ্কৰদেৱৰ তিথি, ঈদগাহ সভাৰ আগভাগ দিয়া আদৰ-সাদৰৰ কথাবোৰ অবিস্মৰণীয়। ধুবুৰী সাহিত্যসভাৰপৰা সম্বৰ্দ্ধনা জনাই অভিনন্দিত কৰে। বিশেষ পদ্মশ্ৰী উপাধি পোৱা বাতৰি পাই ধুবুৰীৰ ৰাইজে সভা পাতি আদৰণী জনায়।



## গুৱাহাটী তেল শোধনাগাৰত ফিৰোজ গান্ধীৰ ওচৰলৈ সজাতি দল

গুৱাহাটী তেল শোধানাগাৰৰ দাবীত শ্ৰীহেম বৰুৱাকে ধৰি বহুজনে ফাটেক খাটে। গুৱাহাটী তেল শোধনাগাৰত থলুৱা লোকক বঞ্চিত কৰাৰ কাৰণে প্ৰতিবাদ সভাৰ সভাপতি শ্ৰীৰঘুনাথ চৌধাৰীদেৱেৰে সৈতে স্থানীয় শ্ৰীহেম বৰুৱা, শ্ৰীহৰেশ্বৰ গোস্বামী আৰু বাৰজন সদস্যৰে সজাতি দল গৈ থলুৱা লোকক নিয়োজিত কৰিবলৈ কৰা দাবী লৈ যোৱা হয়। সজাতি দলৰ এই প্ৰচেষ্টাৰ ফলত, কিছুসংখ্যক থলুৱা লোকে নিযুক্তি পায়। এই প্ৰতিবাদকল্পে বিহগী কবি ৰঘুনাথ চৌধাৰীৰ যত্নত অসম সবিতা সভাৰপৰা অল ইণ্ডিয়াৰ চেয়াৰমেন 'ফিৰোজ গান্ধীৰ' ওচৰলৈ আমি এটা বুজন সংখ্যক সজাতি দল গৈ সকলো বুজাই কোৱাত, সদাশয় ফিৰোজ গান্ধীয়ে থলুৱা লোকে নিযুক্তি পাবলৈ এটি বিশেষ আজ্ঞা জাৰি কৰে। ফলত বিদেশী কৰ্তাজন অপসাৰিত হয়। নিম্ন থাপৰ কিছু থলুৱা লোকে শোধনাগাৰত ঠাই পায়।

## সবিতা সভাৰ সোঁৱৰণ

অসমৰ বিভিন্ন সমস্যাত গুৱাহাটী সবিতা সভাই আগবঢ়োৱা বৰঙণিৰ কথা মনত পৰে। ১৯৪৯ চনতে থাপিত হোৱা সবিতা সভাৰ গুৰিয়াল আছিল বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱ। ১৯৬২ চনলৈকে উজানবজাৰত থকা কালছোৱাত সবিতা সভাত যোগ দিবলৈ মোৰ সৌভাগ্য ঘটিছিল। ১৯৬২ চনত উজানবজাৰ এৰি দক্ষিণশৰণীয়ালৈ উঠি আহি ঘৰ বান্ধি বাস কৰিব লগীয়া হোৱাত সবিতা সভাৰ লগত সংযোগৰ বিজুতি ঘটিল। সবিতা সভাৰ তৰফৰপৰা অসমৰ বহু সমস্যাৰ লগত জৰিত হৈ সজাতি দলত যোৱা সোঁৱৰণবোৰ জীৱনৰ সোণ জিলিকা অধ্যায় হৈ আছে।

**অসমত যুদ্ধৰ হেচা—দুখৰ সোঁৱৰণ ঃ** বিপদে আৱৰা স্বাধীনোত্তৰ অসমত দুখন যুদ্ধই পাতনি মেলে। ১৯৬২ চনত চীনৰ আক্ৰমণৰ সোঁৱৰণ অসমৰ বুকুৰ এটা পাহৰিব নোৱৰা সোঁৱৰণী। 'বান্দুং' সম্মিলনত 'পঞ্চশীল' নীতিত চহী কৰা ভাৰতৰ বন্ধু চীনে হঠাতে ভাৰত

আক্ৰমণ কৰাৰ কথা ভাৰতৰ নেতাসকলে কল্পনাও কৰা নাছিল। ভাৰতৰ পশ্চিম সীমান্ত কাশ্মীৰৰ 'লাডাখ' আৰু ভাৰতৰ উত্তৰ-পুব সীমান্ত অসমৰ নেফা চীনে আক্ৰমণ কৰিলে। অপ্ৰস্তুত ভাৰতবৰ্ষই প্ৰতিৰক্ষাৰ্থে সাজু নথকাত প্ৰমাদ গণিলে। যুদ্ধৰ সঁজুলি নথকাত এমেৰিকাৰপৰা সোণৰ বিনিময়েৰে যুদ্ধৰ সঁজুলি কিনিব লগীয়া হ'ল। প্ৰধানমন্ত্ৰী পণ্ডিত নেহৰুৱে ভাৰতীয় মহিলাসকলৰ্লৈ সোণ দান কৰি মাতৃভূমিক ৰক্ষা কৰিবলৈ আহ্বান কৰিলে। দেশৰক্ষাৰ আহ্বানত ভাৰতৰ নাৰী শক্তিয়ে হাতৰ কাণৰ সোণৰ অলঙ্কাৰ খহাই দেশৰক্ষাৰ ৰৰঙণি যোগালে। ভাৰত জুৰি সোণৰ ঢল বাগৰিল। প্ৰধানমন্ত্ৰীৰ জোখেৰে সোণ জুখি ভাৰত প্ৰতিৰক্ষাৰ্থে সোণৰ সোঁত বলে। সোণেৰে বিদেশী অস্ত্ৰ কিনি ভাৰতে শত্ৰুৰ হাতৰপৰা মাতৃভূমি ৰক্ষা কৰিবলৈ একগোট হৈ থিয় দিলে। ভাৰতৰ সুপ্ত সিংহ গৰজি উঠিল।

ভাৰত প্ৰতিৰক্ষাত সৰ্বভাৰতীয় ডেকাশক্তি বীৰ জোৱান দলে লাডাখ আৰু নেফাৰ পৰ্বতীয়া অঞ্চলৰ দুৰ্গম গিৰিগুহা অৰণ্য তুষাৰ আবৃত পৰ্বত শৃঙ্গত শত্ৰুৰ বিপক্ষে যুঁজি অমূল্য বীৰ জীৱন বিসৰ্জন দিলে। অসমৰ নেফা অঞ্চলত অসম ৰক্ষী বীৰ 'অসম বেটেলীয়ান' দল নিঃশেষ হৈ গ'ল। চীনা সৈন্য আগবাঢ়ি আহি নেফাৰ 'ফুটহিল' পালেহি। নেফাৰ পাহাড়ী নংপা ভাই-ভনীহঁতে শত্ৰু বিতাৰিত হৈ তেজপুৰ গুৱাহাটী উপচি পৰিল। তেজপুৰত ভয়াবহ অৱস্থা। আগদিনা অনাতাঁৰ ভাষণত প্ৰধানমন্ত্ৰীয়ে দিয়া হতাশাৰ বাণী শুনি অসমবাসী পেঁপুৱা লাগি বিবুদ্ধিত পৰিল।

### চীনাযুদ্ধত বিপন্ন অসম

সেই দিনটোৰ কথা কেতিয়াও পাহৰিব নোৱাৰি। সেয়েহে সংঘাতে আৱৰা জীৱনটোৱে সেই দিনটো যিদিনা আমাৰ কৌটি পুৰুষৰ তীৰ্থস্থান প্ৰাণৰ অসমক ভাৰতে ৰাখিব নোৱাৰি অসহায় মনোভাব দেখুৱাই অসমী আইক চীনাৰ গৰাহলৈ ঠেলি দিছিল। প্ৰধানমন্ত্ৰী পণ্ডিত নেহৰুৱে আগদিনা ৰাতি অনাতাঁৰ যোগে অসমক বিদায় সম্ভাষণ জনাই—পিচদিনা জীয়ৰী ইন্দিৰা গান্ধীক লালবাহাদুৰ শাস্ত্ৰীৰে সৈতে অসমৰ বুজ লবলৈ পঠিয়ালে।



ইপিনে চীনা সৈন্যই নেফাৰ ফুটহিল পালেহি। নেফাৰপৰা নংপা ভগনীয়াৰ সোঁত বৈ আহি গুৱাহাটী নগৰ ভৰি পৰিল। লগতে তেজপুৰৰ ভয়াবহ অৱস্থাত তেজপুৰৰপৰা ধাৰাসাৰে অসমীয়া ভগনীয়াই কেউপিনে ধাৰ ধৰিছে।

গুৱাহাটী ঃ গুৱাহাটীৰ কটন কলেজৰ ছাত্ৰ-ছাত্ৰীবোৰে হাঁহাকাৰ কৰি অনাই-বনাই ফুৰিছে। ছাত্ৰবোৰে নংপা ভগনীয়াবোৰক ঠানঠিত লগাই এমুঠি খাবলৈ দিবলৈ ব্যস্ত হৈ পৰিছে—মন্ত্ৰী শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীৰ কাষ চাপিছে। এদল ছাত্ৰীয়ে মোক দেখা পাই আৰ্ত্তভাৱে কলে—"আইতা ! আমি এতিয়া কি কৰোঁ ?"

মই কলোঁ, "আহা মোৰ লগত চাৰ্কিট বঙলালৈ যাওঁ।" যাওঁতে বাটত শুনিলোঁ, নবীন বৰদলৈ হলত কোনোৱাই বক্তৃতাৰ ফুলজাৰি মাৰিছে। গৈ দেখোঁ এখন সভা বহিছে। মই উপস্থিত হৈ সভা বন্ধ কৰিবলৈ কলোঁ, সভা বন্ধ হ'ল। তাত থকা শ্ৰীজগদীশচন্দ্ৰ মেধি আৰু শ্ৰীহৰেশ্বৰ গোস্বামীক লৈ চাৰ্কিট হাউচলৈ গলোঁ, ইন্দিৰা গান্ধী আৰু শাস্ত্ৰীক লগ ধৰিবলৈ। গৈ দেখোঁ শাস্ত্ৰীজী আৰু আমাৰ মুখ্যমন্ত্ৰীকে ধৰি মন্ত্ৰীমণ্ডলীয়ে হতবাক হৈ বহি আছে। মহিলাসমিতি দল আৰু বহু দল উপস্থিত। ভগৱানৰ কি দয়া, আমি গৈ পোৱাৰ পিচতে ফোন আহিল—"চীনাই যুদ্ধ বিৰতি ঘোষণা কৰিলে।" সেই মহাসঙ্কটত বিপদে আৱৰা অসমখন ৰক্ষা পৰিল। পিচত ভাৰত কংগ্ৰেছ সভাপতি সঞ্জিবীয়া ৰেড্ডি আহিল, প্ৰদেশ কংগ্ৰেছ ভৱনত তেওঁ ভাষণ দিছে। সেই সভাত কংগ্ৰেছ সভাপতিয়ে কৈছিল—"মই এই দেশৰ সাহস আৰু নিৰ্ভীকতা দেখি আচৰিত হৈছোঁ। হাবিখনৰ সিপাৰে মেচিনগান চলিছে। ইপাৰে জনজাতীয় তিৰোতাই ধান কাটিছে, লগত সৰু সৰু ল'ৰা-ছোৱালীও আছে। সিহঁতক দেখিলে মনত হয় যেন একোৱেই হোৱা নাই। ছয় মাইল দূৰৈৰ গাঁওবাসীৰ ভ্ৰূক্ষেপেই নাই। পথাৰত মাক-বাপেকৰ লগত ল'ৰা-ছোৱালীবোৰে ধান কটাত সহাই কৰিছে। গাঁওবাসীবোৰে নিৰ্ভয়ে কৰ্তব্য কৰি যোৱা দৃশ্যই মোক মুগ্ধ কৰিলে। মই ক'তো এনে দৃশ্য দেখা নাই। এই দেশৰ নিৰ্ভীক সাহসিকতাই মোক মুগ্ধ কৰিলে। এই দেশৰ মনোৰম প্ৰাকৃতিক দৃশ্যৰদৰেই দেশবাসীবোৰৰো মন নিৰ্মল নিকা,

আৰু মোৰ বিশ্বাস, এই নিৰ্ভীক সাহসী জাতিটোক পৃথিৱীৰ কোনো শক্তিয়েই পৰাজিত কৰিব নোৱাৰে।"

সঞ্জিৱীয়া ৰেড্ডিৰ প্ৰশংসা শুনি মহিলা তৰফৰপৰা মই উত্তৰ দিব লগীয়া হৈছিল। "মাননীয় ডাঙৰীয়া! আপুনি আমাৰ দেশখনক প্ৰশংসা কৰা শুনি গৌৰৱ অনুভৱ কৰিছোঁ। কিন্তু এই চলতে মই কবলৈ সুবিধা পাইছোঁ, ভাবক এই নিৰ্ভীক সাহসী কৰ্মঠ দেশখনে আজি স্বাধীনতা পোৱা যোল্ল বছৰে কেন্দ্ৰীয় চৰকাৰৰপৰা কি সহানুভূতি পাইছে? ইমান দিনে এই দেশখনে প্ৰকৃত সহাই পোৱা হলে জানো ভাৰতৰ পূৱসীমান্ত ৰখীয়া এই দেশখনে নিজৰ শক্তিৰেই বিদেশী আক্ৰমণকাৰী শক্তিক পৰাজিত কৰি পূৱদুৱাৰ ৰখীয়া হৈ থাকিব নোৱাৰিলেহেঁতেন? আপুনি এই দেশৰ সাহসৰ প্ৰশংসা কৰিছে, শুনি ভাল লাগিছে, কিন্তু বোধকৰোঁ আপুনি নজনা নহয় এই দেশখনৰ সাহস নিৰ্ভীকতা স্বাভাৱিক। কাৰণ গোটেই ভাৰতবৰ্ষ যেতিয়া বৃটিচৰ তলত পৰাধীন তেতিয়াও এই হাবিতলীয়া পৰ্বতে আৱৰা দেশখনে, বাৰে বাৰে মোগল আক্ৰমণ প্ৰতিৰোধ কৰি পূৰ্ণ স্বাধীনতা ৰক্ষা কৰি স্বাধীন অসম স্বাধীন জাতিৰূপে সগৌৰৱে ভাৰতৰ পূৱসীমান্ত জিলিকাই স্বাধীন হৈ আছিল, মাথোন এশবছৰৰ অলপ বেচিদিনলৈকে। এইবোৰ গৌৰৱ কাহিনী ওঠৰখন বুৰঞ্জীয়ে সাক্ষী দি আছে। এই দেশৰ নাৰী-পুৰুষৰ সাহস, বিক্ৰম, ৰণনিপুণতা আৰু কৌশলেৰে বিদেশী মোগলৰ আক্ৰমণ সোতৰ বাৰ ওফৰাই এইদেশ শাসন কৰি আছিল। এইদেশৰ নাৰীয়ে কলাশিল্পত পাৰদৰ্শিনী হৈয়ে থকা নাছিল, ৰণক্ষেত্ৰলৈ ঘোঁৰাত উঠি গৈ হাতত তৰোৱাল লৈ শত্ৰু নাশ কৰিছিল। কাৰণ এইদেশৰ সকলো লোকেই নিজৰ মাতৃভূমিক প্ৰাণতকৈও ভাল পায়। এতিয়া মই কব খোজোঁ, আপুনি এজন কেন্দ্ৰীয় নেতা। আপোনাৰ প্ৰশংসাতে যেন এই দেশৰ হিতচিন্তা সীমাবদ্ধ হৈ নাথাকে। কবলৈ দুখ লাগে, এই দেশখনত আজিলৈকে এটা ব্ৰড গজ্ বেলৰে লাইন হোৱাৰ আৱশ্যকতা কেন্দ্ৰীয় চৰকাৰে অনুভৱ নকৰিলে। অথচ এইখন দেশ ভাৰতৰ পূৱ-প্ৰান্তৰ এটা অভেদ্য দুৰ্গ। আজিৰ চীনা আক্ৰমণ প্ৰতিৰোধ কৰিববলৈ ব্ৰড-গজ্ লাইনৰ কিমান আৱশ্যকতা আছিল সেইকথা কেন্দ্ৰীয় চৰকাৰে



বুজা উচিত।" এইকথাৰ পাছত আৰু অলপ কৈ মোৰ বক্তব্য সামৰিলোঁ। ৰেড্ডি ডাঙৰীয়াই উত্তৰত কলে—"আপোনাৰ ভাষণ শুনি সন্তোষ পালোঁ। মই এইবিষয়ে প্ৰধানমন্ত্ৰীৰ লগত বিশেষভাৱে আলোচনা কৰিমগৈ।" এই সভাত অসমৰ প্ৰায়ভাগ কংগ্ৰেছৰ নেতা উপস্থিত আছিল।

পাকিস্তানৰ আক্ৰমণঃ চিৰকালে বিপদে আৱৰা এই দেশখনত বিপদৰ সীমা নাই। এই দেশখনৰ ওপৰত দ্বিতীয় মহাযুদ্ধকে ধৰি তিনিবাৰ পাকিস্তান আক্ৰমণ চলে।

প্ৰথম মানকাছাৰ আক্ৰমণ—১৯৪৮ চনত।

দ্বিতীয়—পাকিস্তানৰ কাশ্মীৰ অসম আক্ৰমণত (৺শাস্ত্ৰীজীৰ নেতৃত্বত

তৃতীয় ভাৰত পাকিস্তান যুদ্ধৰ আক্ৰমণত (ইন্দিৰা গান্ধীৰ নেতৃত্ব)।

অসমত লোকসংখ্যা বৃদ্ধিৰ বিপদ বঢ়াই তুলিলে এই আক্ৰমণবোৰে। পাকিস্তানৰ সীমা সংখ্যাহীন ভগনীয়াৰ সোঁতে অসমৰ আৰ্থিক সাংস্কৃতিক শান্তিৰ জীৱন বিপন্ন কৰি তুলিবলৈ সুবিধা পাইছে। পাকিস্তানী ভগনীয়াৰ প্ৰবজন সোঁতেই অসমৰ জনসংখ্যা বৃদ্ধি কৰিছে।

ৰাজ্যভাষা প্ৰতিষ্ঠাৰ সোঁৱৰণ

অসমীয়া ভাষা সংস্কৃতি বিকাশত বাধাঃ

এইখন কোনোবা অতীতৰপৰা পুৰাণ যুগ জিলিকাই থকা প্ৰকৃতিৰ কাম্যভূমি পৰ্বত ভৈয়ামে আৱৰা অতীত কীৰ্তি বিমণ্ডিত বিশাল কামৰূপ তথা অসমৰ ভাগ্যত দুখ দুৰ্দশাৰ অন্ত নপৰিল। সুপ্ৰাচীন ভাষা সাহিত্য সম্পদত এই দেশ সম্পদশালী। এই ভাষাৰ প্ৰতিষ্ঠাত এইখন দেশে ভাবিব নোৱৰা দুৰ্দশা ভোগ কৰিব লগীয়া হৈছে। ভাৰত সভাৰ নিৰ্দেশত আঞ্চলিক ভাষা ৰাজ্যভাষাৰ সন্মান দিবলৈ যাওঁতে অসমীয়া জাতিয়ে কেবাটাও অমূল্য ছাত্ৰশিল্পীক বলি দিব লগীয়া হয়। এয়ে অসমীয়া জাতিৰ ভাগ্যৰ বিধান। ভাৰতৰ সংবিধান স্বীকৃত চৈধ্যটা ভাষাৰ ভিতৰত অসমীয়া ভাষাই নিজ ভাষাৰ প্ৰতিষ্ঠাত বাৰে বাৰে নিজৰ সন্তানক বলি দিব লগীয়া হোৱা বুৰঞ্জীৰ আখ্যান হৈ ৰ'ল। অসমৰ কাছাৰ জিলাৰ সংখ্যাগৰিষ্ঠৰ বাধা প্ৰবল হ'ল। খিলঞ্জীয়া অসমীয়া দলে বিৰোধিতা

কৰি এঘাৰ জনে প্ৰাণ দিলে। বিধানসভাত সভা বহিল। কাছাৰৰ নবৈব ভাগ অসমীয়াৰ দাবী নবল, অসমৰ সুনেতৃত্বৰ অভাৱত। অসমৰ জনমতলৈ উপেক্ষা কৰিলে। অসমৰ আন্দোলন প্ৰবল হোৱাত কলিকতাৰ বঙ্গনেতা ডাঃ বিধানচন্দ্ৰ ৰায়ে, অসমৰ মুখ্যমন্ত্ৰীক মাতি পঠিয়ালে কলিকতালৈ। যাবলৈ ওলাল শিক্ষামন্ত্ৰী ফকৰুদ্দিন আলি আহমদ। মুখ্যমন্ত্ৰী চলিহাৰ নৰীয়া হল। এই বাতৰি পাই পুৱাতে মই আলি আহমদৰ ঘৰ ওলালোঁগৈ। এই দিনটিৰ কথা সদায় মনত পৰে।

আলি ডাঙৰীয়াই সুধিলে—"আপুনি দেখোন পুৱাতে ওলালহি?" মই কলোঁ—"হয় ভাই আহমদ। আজি মোৰ সৰু ভাইৰ ওচৰলৈ ডাঙৰ বায়েকে এটা ভিক্ষা বিচাৰি আহিছোঁ।" আলি আহমদৰ চকুত পানী বিৰিঙি উঠিল, চলচলিয়া চকুৰে কলে—"হয়, আপুনি মোৰ ডাঙৰ বাইদেউ, কওক আপোনাৰ কথা।" মই কলোঁ—"আপোনাৰ ওপৰত আজি অসমী আইৰ অসমীয়া ভাষাৰ সম্মান ৰক্ষাৰ ভাৰ পৰিছে। এই গুৰুতৰ দায়িত্বৰ সম্মান, মাতৃভূমি অসমৰ সম্মান, আপুনি অসমৰ সুপুত্ৰৰূপে ৰক্ষা কৰি আহে যেন। এয়ে মোৰ আপোনাৰ ওচৰত একমাত্ৰ ভিক্ষা।" আলি আহমদে কলে—"আশীৰ্বাদ কৰিব বাইদেউ, খোদাই যেন মোৰ মাতৃভূমি অসমৰ সম্মান ৰাখিবলৈ শক্তি দিয়ে।" দেখিলোঁ অসমৰ ধ্যানত মগ্ন অসম-কেশৰী অম্বিকাগিৰী ৰায় চৌধুৰীয়ে সাৰট মাৰি ধৰি আলি আহমদক ঠোকাঠুকি মাতেৰে কৈছে—"বোপাই, মোৰ দেশ মোৰ ভাষাৰ সম্মান আজি তোমাৰ ওপৰত। তুমি উপযুক্ত সুপুত্ৰৰূপে দেশৰ সম্মান, ভাষাৰ সম্মান ৰক্ষা কৰিবা। তুমি বিজয়ী হৈ আহিব লাগিব।" আলি আহমদ অভিভূত হৈ পৰিছিল। সেই শুভ মুহূৰ্তৰ মাতৃভূমিৰ সুপুত্ৰ আলি আহমদে মাতৃভূমিৰ সম্মান ৰাখি আহিব পাৰিলে।

দিল্লী কেন্দ্ৰীয় সভা

অসমৰ দুৰ্ণাম ৰটনাৰে দিল্লী সদন তল ওপৰ। ভাৰতৰ এম. পি.-সকলৰ চেয়াৰৰ কাষত অসমৰ দুৰ্ণাম ৰচনা কৰা পুস্তিকাই দম বান্ধিছে। অসমৰ এম. পি. কেইজনৰ কোনো সঁজুলি নাই। সেই ব্যাপক আক্ৰমণ খণ্ডন কৰিবলৈ অসহায়ভাৱে এম. পি. হেম বৰুৱা আৰু পুষ্পলতা দাসে

বৰ্ত্তমান ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমদ



নিজ যুক্তিৰেই সেই প্ৰশ্নৰ আক্ৰমণবোৰ খণ্ডন কৰি আহিব পৰাটোও আচৰিত ঘটনাৰ দৰেই হৈছিল।

অসমলৈ পণ্ডিত নেহৰুৰ আগমন ঃ

অসমৰ অশান্তি অলপ শাম কটাত পণ্ডিত নেহৰু অসমলৈ আহে। হেলিকপ্টাৰেৰে নামি জজ খেল-পথাৰত ভাষণ দিয়ে। মই সেই সময়ত গোঁসাই ঘৰত প্ৰাৰ্থনা কৰি আছিলোঁ ভগৱানক, যেন পণ্ডিত নেহৰু ভালে কুশলে উলটি যাব পাৰে। নেহৰুৱে মাথোন দৃঢ়তাৰে এষাৰ কথা অসমীয়াক কৈ গ'ল—

"অসমীয়া ভাষা অসমত ৰাজ্যভাষা নহৈ হ'ব ক'ত? বঙ্গ-বিহাৰত হ'বলৈ যাব নে? অসমীয়া ভাষা অসমত ৰাজ্যভাষা হ'বই।" নেহৰুৰ এই দৃঢ়মত শুনি সদৌ অসম ৰাইজ আৰু অসম সাহিত্য সভাই সান্ত্বনা পালে—যিহেতু অসমীয়া ভাষা অসমত ৰাজ্যভাষা হোৱা দৃঢ় প্ৰস্তাব অসম সাহিত্য সভাৰ কেইবাখনো সাহিত্যসভাৰ মূল প্ৰস্তাবৰূপে দাবী কৰি আহিছে। নেহৰুক বিদায় পৰত বৰঝাৰলৈ গৈ হাতে হাতে মই এখন চিঠি দিছিলোঁ।

পণ্ডিত জৱাহৰলাল নেহৰুলৈ দিয়া চিঠিৰ সাৰাংশ

মাননীয় ভাৰতৰ প্ৰধান মন্ত্ৰী ডাঙৰীয়া ঃ

আপুনি জানে অসমীয়া জাতি সুপ্ৰাচীন বুৰঞ্জীবিখ্যাত স্বাধীন জাতি। ভাৰতৰ পূব সীমান্ত ৰখীয়া এই সাহসী আত্মনিৰ্ভৰশীল বীৰ অসমীয়া জাতিয়ে বাৰে বাৰে সীমান্তৰ শত্ৰু আক্ৰমণ প্ৰতিহত কৰি এই গৰৱী দেশখনৰ স্বাধীনতা আৰু সম্মান ৰক্ষা কৰি আহিছে।

সুদূৰ অষ্টম শতিকাতে অসমীয়া ভাষা-সাহিত্যৰ পূৰ্ণ বিকাশ হৈছিল। প্ৰাচীন বহু কাব্য সাহিত্য কবিসকলে সৃষ্টি কৰি এই ভাষাটোক সাহিত্যত সমৃদ্ধ কৰি থৈ গৈছে। ভাৰতৰ স্বাধীনতা যুঁজৰ আগভাগ লোৱা অসম প্ৰদেশ আজি স্বাধীন।

১। ভাৰতৰ সংবিধান ঃ ভাৰতৰ সংবিধানত ভাৰতীয় চৈধ্যটা ভাষাই সংবিধানত স্বীকৃতি পাইছে। অতীত ঐতিহ্য বিমণ্ডিত অসমীয়া ভাষাই ভাৰতৰ আন আন প্ৰদেশৰদৰেই চৰকাৰী ভাষাৰূপে নিজ ভাষাক প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছে—নিজৰ দেশত।

২। ভাৰতবৰ্ষৰে অসমতো বহুধৰ্মী বহুভাষী লোক বাস কৰে। সকলোৰে সন্মতিক্ৰমে অসমীয়া ৰাজ্যভাষা গৃহীত হয়। কিন্তু দুখৰ বিষয়, এই ক্ষেত্ৰত এটা ভাষা-ভাষীয়ে অসমীয়া ভাষাৰ বিৰোধিতা কৰিলে। অসমীয়া জাতিয়ে অন্তৰত ভয়ানক আঘাট পাইছে। ভাৰতৰ কোনো প্ৰদেশতে সংখ্যালঘু শ্ৰেণীক চৰকাৰী ভাষাত অধিকাৰ দিয়া নাই। অসমে কোন যুক্তিৰে নিজ আঞ্চলিক ভাষাৰ মাজত আন প্ৰদেশৰ ভাষা এটাক অধিকাৰ দিব পাৰে ? আপুনি বিচাৰ কৰিব। অসমে আনৰ দেশত অসমীয়া ভাষা জাপি দিবলৈ যোৱা নাই, নিজৰ দেশত নিজ ভাষা সংস্কৃতিৰ বিকাশ বিচাৰিছো মাথোন।

শেষত, আপুনি এই দুৰ্য্যোগৰ মাজত আমাৰ মাজলৈ অহা বাবে আপোনাক আন্তৰিক ধন্যবাদ জনালোঁ। ইতি

গুৱাহাটী। নলিনীবালা দেৱী
১৯-৭-৬০ ইং প্ৰাক্তন সভানেত্ৰী, অসম সাহিত্য সভা

গুৱাহাটীৰপৰা গৈ যোৰহাটত পণ্ডিতজীয়ে দিয়া ভাষণত কৈছিল— "অসমীয়া ভাষা অসমত ৰাজ্যভাষা নহৈ বিহাৰ বেঙ্গলত ৰাজ্যভাষা হ'বলৈ যাব নে ? অসমীয়া ভাষা অসমত নিশ্চয় ৰাজ্যভাষা হ'ব।"

যাত্ৰাৰ সময়ত পণ্ডিত নেহৰুৰে কৰা অনুৰোধ সাৰ কৰি এখন সৰ্বদলীয় সভা আহ্বান কৰা হ'ল। সেই সভাত সৰ্বদল সৰ্বধৰ্মী বিবিধ অনুষ্ঠান একেলগ হৈ অসমীয়া ৰাজ্যভাষাত সন্মতি জনালে। এই পোন্ধৰটা দলৰ সভানেত্ৰীৰ গধুৰ দায়িত্ব মোৰ ওপৰতে পৰিল। সভাখন নবীন বৰদলৈ হলৰ পথাৰত বহিছিল।

### বিধানসভাত ভাষাবিল

শ্বিলং বিধানসভাত ভাষাবিল গৃহীত কৰিবলৈ পতা সভালৈ আমাৰ সৰ্বদলে সাক্ষী দিবলৈ যাব লগীয়া হ'ল। মহিলা সমিতিৰ সভানেত্ৰী শ্ৰীচন্দ্ৰপ্ৰভা শইকীয়ানীয়ে সমিতিৰপৰা চল্লিচ গৰাকী সদস্যা লৈ আগতীয়াকৈ গৈ বিধানসভাৰ সদস্যসকলক লগধৰি অসমৰ ভাষাবিলত অসমীয়া ভাষা ৰাজ্যভাষা কৰিবলৈ জনে জনে অনুৰোধ কৰিলে।



বিধানসভাৰ সমুখত 'আলি আহমদ' আৰু 'ত্ৰিপাঠীয়ে' মোক দেখা পাই হাঁহি মাৰি ক'লে—"আপুনিতো সাংঘাতিক কাণ্ড কৰিছে, পোন্ধৰটা পাৰ্টিৰ দলনেত্ৰী হৈ আহিছে !" মই ক'লোঁ—"পাৰ্টি পোন্ধৰটাই নহয়, আপোনালোকক লৈ যোল্লটা হ'ল। আপোনালোকে জানেই দেখোন, মাতৃভাষা ৰাজনীতি ন'হয়। প্ৰতিজন মানুহৰ মাতৃভাষাৰ সন্মান ৰক্ষা ডাঙৰ ধৰ্ম। মই আহিছোঁ মাতৃভাষাৰ সন্মান ৰক্ষাৰ কাৰণে, দলীয় ৰাজনীতি লৈ অহা নাই। যোল্লটা পাৰ্টিৰ মত এটা মাত্ৰ।" মোৰ বক্তব্য মই দুখন চিঠিত যুগুত কৰি কংগ্ৰেছ সভাপতি শ্ৰীসিদ্ধিনাথ শৰ্মা আৰু মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাৰ হাতে হাতে দি পিচত বহিলো।

বিধানসভা বহিল—সকলো দলে নিজৰ নিজৰ সাক্ষী দিলে। আমাৰ দলৰ নিৰ্দিষ্ট বক্তা শ্ৰীজগদীশচন্দ্ৰ মেধি বি. এল.-এ কংগ্ৰেছৰ নিৰ্দিষ্ট বক্তা শ্ৰীদেবকান্ত বৰুৱাৰ যুক্তি খণ্ডন কৰিবলৈ ধৰিলে। আমাৰ দলত শ্ৰীদীননাথ মেধিও আছিল। শ্ৰীপুষ্পলতা দাসে সুমধুৰ ভাষণেৰে সভাৰ সামৰণি মাৰিলে।

### কটন কলেজত ছাত্ৰ ধৰ্মঘট

অসমত ৰাজ্যভাষা কৰিবলৈ গৈ প্ৰাণ বলি দিব লগীয়া হোৱাত ছাত্ৰসকলৰ উত্তেজনা শাম কটা নাই। কটন কলেজৰ ৺ৰঞ্জিৎ বৰপূজাৰীৰ মৃত্যুৰ বিচাৰৰ বাবে ধৰ্মঘট চলি আছে। পুনৰ ৰঞ্জিৎ বৰপূজাৰীৰ মৃত্যু দিনটোত ছাত্ৰসকলে অসম জোৰা হৰতাল পালনৰ আঁচনি লোৱা শুনি চিন্তাত পৰিলোঁ। ৰাতি বাতৰি পাই সেই ৰাতিয়েই যত্ন কৰিব নোৱাৰি পিচদিনা পুৱাই কটন কলেজত ছাত্ৰনেতাসকলক এই কাম নকৰিবলৈ বিশেষভাবে খাটনি ধৰিলোঁ। উত্তেজিত ছাত্ৰসমাজে কোনোমতে বুজনি নেমানে। শেষত ক'লে "আপুনি যদি চলিহাক সন্মত কৰিব পাৰে, আমি আমাৰ সঙ্কল্প এৰিম।" মই কলোঁ—"চালিহালৈ মই লেখিবলৈ সন্মত আছোঁ, মোৰ অনুৰোধ ৰখা নৰখা মোৰ হাতত নহয়।" ছাত্ৰসমাজে ক'লে—"দুই বজাত আপোনাক জনাম।" দুই বজাত ছাত্ৰসকলে আহি হৰতাল স্থগিত ৰখা বাতৰি দিলে, চলিহালৈ লিখা চিঠি লৈ গ'ল নিজ হাতেৰে দিবলৈ। মনটো অলপ ভাল লাগিল।

আবেলি শ্ৰীশৰৎচন্দ্ৰ সিংহ আৰু শ্ৰীউপেন নবীশে মোক ধন্যবাদ জনাই ক'লে—"যিটো কামৰপৰা কংগ্ৰেছ সভাপতি আৰু মুখ্যমন্ত্ৰীয়ে ছাত্ৰসংস্থাক বুজনি দি বিৰত কৰিব নোৱাৰিলে, আপুনিনো কেনেকৈ সেইটো কাম সমাধা কৰিলে ? আমি সকলোৱেই আচৰিত হৈছোঁ।" উত্তৰত কৈছিলোঁ—"ছাত্ৰবোৰক মোৰ নিজ পুত্ৰৰদৰেই প্ৰাণতকৈও ভাল পাওঁ। এইকথা ছাত্ৰবোৰে জানে, সেইবাবেই বোধকৰোঁ মোৰ অনুৰোধ ৰাখিলে। এই ধন্যবাদ মোৰ প্ৰাপ্য নহয়, ছাত্ৰসংস্থাৰহে প্ৰাপ্য। মোৰ নিজৰ বিবেক আৰু ছাত্ৰবোৰৰ ভৱিষ্যৎ অমঙ্গল আশঙ্কা কৰিয়েই মই নিজেই গৈছিলোঁ। ছাত্ৰসংস্থাই মোৰ অনুৰোধ নেৰাখিলেও মোৰ উপায় নাছিল। বাছাইঁতে যে মোৰ কথা ৰাখিলে এয়ে মোৰ অশেষ সাৰ্থকতা।" সেইদিনা ছাত্ৰবোৰৰ প্ৰতি গভীৰ স্নেহেৰে মোৰ হিয়া উপচি পৰিছিল। ছাত্ৰ-ধৰ্মঘটৰ সামৰণি পৰাত দেশৰ অৱস্থা শান্ত হ'ল।

## ভাৰত কেন্দ্ৰসভাৰ গৃহমন্ত্ৰী গোবিন্দবল্লভ পন্থলৈ প্ৰতিবাদ

কেন্দ্ৰীয় গৃহমন্ত্ৰী শ্ৰীগোবিন্দবল্লভ পন্থ এদিন অসমৰ প্ৰতি সহানুভূতিশীল আছিল। মোৰ দেউতা ( কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ ) অতি অন্তৰঙ্গ বন্ধু আছিল। মোৰ দেউতাই অন্তিম মুহূৰ্তত অসমক 'পূৰ্ববঙ্গ ইছলাম প্ৰদেশ' পতা বিপদৰপৰা ৰক্ষা কৰিবলৈ ঠোকাঠুকি মাতেৰে শেষ আবেদন জনাইছিল। সেইজন অসম-হিতৈষী পন্থ অসমৰ চিৰশত্ৰুবোৰৰ লগনিয়া কথা শুনি অসমলৈ আহি মন্তব্য কৰিলে—"অসমীয়া মানুহবোৰ নীচমনা, চাকৰি-খকুৱা" বুলি গালি পাৰি থৈ যোৱা শুনি—মই সহিব নোৱাৰি পন্থলৈ এইদৰে চিঠি এখন দি প্ৰতিবাদ কৰিছিলোঁ।

মাননীয় পন্থ ডাঙৰীয়া,

আপোনাক সুধিব খোজোঁ, আপুনি অসমলৈ আহি অসমক গালি পাৰি থৈ গ'ল "অসমীয়া জাতি নীচমনা চাকৰী-খকুৱা।" আপোনাৰ দৰে স্বাধীনতাৰ যুঁজাৰু মহান মনৰ লোকৰ মুখত এটা প্ৰসিদ্ধ জাতিৰ প্ৰতি এনে হীন বাক্য প্ৰয়োগ কৰা অসমীয়া জাতিয়ে কেতিয়াও আশা কৰা নাছিল। মই এজনী অসমৰ জীয়ৰী আৰু স্বৰ্গীয় পিতৃ, যিজনক ভাৰত সভাই অসমৰ 'মুকুটবিহীন ৰজা' বুলি গৌৰৱ মুকুট পিন্ধাইছিল, সেইজন মোৰ মহান পিতৃ দেশৰ স্বাধীনতাৰ বাবে যুঁজি যুঁজি প্ৰাণ দিয়া লোকৰ আপুনি এজন অন্তৰঙ্গ বন্ধু। আপোনাৰপৰা এনে ভৎৰ্সনা আমি আশা কৰা নাছিলোঁ। প্ৰথমতে, প্ৰশ্ন কৰিছোঁ, বৃটিছে শাসন কৰা পৰ্বত ভৈয়াম জোৰা বিশাল অসমক, স্বাধীনতাৰ পিচত খণ্ড খণ্ড কৰি পেলোৱা হ'ল। অসমে কান্দিলে, নিৰুপায় হৈ, সেই বাবে অসম নীচমনা হ'ল। দ্বিতীয়তে, অসমৰ হেজাৰ বিজাৰ চাকৰি অসমীয়া লোকক বঞ্চিত কৰি ভিন ভিন দেশৰ লোকক বিলাই দিয়া হ'ল। যেনে ৰেইলওৱে বিভাগ একশ্ৰেণী অনা-অসমীয়া লোকৰ একচেতীয়া হৈ ৰ'ল। ডাকতাৰ পৰিবহন উচ্চপদ সকলোতে অসমীয়া জাতিক বঞ্চিত কৰা হ'ল। অসমৰ বুকৰ নেফাক আঁতৰাই দিয়া হ'ল। নেফাত অসমীয়া গুচাই হিন্দী ভাষা জাপি দিয়ালে। অসমৰ কথালৈ কাণ নকৰি নেফাৰপৰা অসমীয়া শিক্ষকবোৰক খেদি দিয়া হ'ল। ইমান অবিচাৰ কৰিও আপোনালোকে অসমক গালি পাৰে কোন যুক্তিৰে ? স্বাধীনতা যুজত অসমৰ ল'ৰা বুঢ়া ডেকা-গাভৰুৱে পুলিচৰ গুলিত বলিশাল ৰঙা কৰি জীৱন সৰ্বস্ব সঁপি দিছিল, ভাৰতৰ স্বাধীনতাৰ কাৰণে। অথচ আজি স্বাধীন ভাৰত সভাই অসমক কিয় সৰ্বহাৰা কৰি অপমান কৰে—এই উত্তৰ কোনে দিব ? আপোনাৰ আচৰণে মোৰদৰেই প্ৰত্যেক অসমীয়াক আঘাত কৰিছে। সেই বাবে এই ক্ষুদ্ৰ চিঠিখন প্ৰতিবাদ স্বৰূপে আপোনালৈ আগবঢ়ালোঁ।

বিনীতা
নলিনীবালা দেৱী
প্ৰাক্তন সভানেত্ৰী
অসম সাহিত্য সভা, গুৱাহাটী
১৯৬৪ চন

## অসমত পূৰ্ববঙ্গ ভগনীয়া স্থাপনত

পাকিস্তানৰপৰা ভাগি অহা ভগনীয়া পুনৰ সংস্থাপন কৰিবলৈ পশ্চিমবঙ্গৰপৰা আহিছে শ্ৰীশ্যামাপ্ৰসাদ মুখাৰ্জী ডাঙৰীয়া। স্থানীয় কাৰ্জন হলত সভা বহিছে। মুখাৰ্জীয়ে অসমত বহু মাটি পৰি আছে, সেই বাবে পূৰ্ব-

বঙ্গৰ ভগনীয়াবোৰক অসমে সাদৰি ল'বলৈ গোহাৰি জনাইছে। অসমৰ জাতীয় সভাৰ গৰাকী স্বৰ্গীয় অম্বিকাগিৰী ৰায় চৌধুৰীয়ে মুখাৰ্জীক লগ ধৰি অসমত কোনো মতেই হিন্দু ভগনীয়া স্থাপন কৰিব নোৱাৰিব বুলি যুক্তি দৰ্শাইছে। সেই সভাত মুখাৰ্জীৰ লগত দেখা কৰি ১৯৪৭ চনত লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে অসমৰ মাটি কালিৰ নিৰিখ দাঙি ধৰি দিয়া বিবৃতিৰ কথা সোঁৱৰাই দি, বৰদলৈয়ে অসমত আৰু ভগনীয়া লোৱা নহ'ব বুলি কোৱা কথাষাৰ পুনৰ উল্লেখ কৰি মুখাৰ্জীক জনোৱা হয়।

ডিবুৰুৰ সোঁৱৰণ ঃ

১৯৬৬ চনত ল'বাৰ কৰ্মক্ষেত্ৰৰূপে ডিবুৰুলৈ গৈ দুবছৰৰ ওপৰ থকা সময়খিনিত পাহৰিব নোৱৰা বহুত সোঁৱৰণ আছে। সবাতোকৈ আগ ঠাই লৈছিল ডিবুৰুত থকা কালতে অসমত পাৰ্বত্য ৰাজ্য গঠনৰ দুখলগা ঘটনা। পাৰ্বত্য ৰাজ্য, খাচিয়া, জয়ন্তীয়া, মিজোপাহাৰক লৈ পাৰ্বত্য ৰাজ্য দাবীত পুনৰ অসমৰ অঙ্গচ্ছেদ কৰা হ'ল। সমগ্ৰ অসমে তীব্ৰ প্ৰতিবাদ কৰিলে। ডিবুৰুত প্ৰতিবাদ সভাত গান্ধী ময়দানত বিৰাট সভাত সাহিত্য সভা আৰু বিভিন্ন সভাই প্ৰতিবাদ কৰে। তেতিয়াও ফেডেৰেল আঁচনি কি, জনসাধাৰণে ভূ পোৱা নাছিল। মুখ্য অতিথিৰূপে ফেডেৰেল আঁচনি ফঁহিয়াই বুজাই দিয়াৰ ভাৰ দিলে সাহিত্য সভাই। সেই সভাত জীৱন মৰণ পণ কৰি অসমক অঙ্গক্ষতৰপৰা ৰক্ষা কৰিবলৈ আহ্বান কৰা বাতৰি 'নতুন অসমীয়া'ত বিস্তাৰিতভাৱে প্ৰকাশ হৈছিল।

ইয়াৰ পিচত এজনী নগণ্যা অসমৰ জীয়ৰীৰূপে ব্যক্তিগতভাৱে ভাৰতৰ প্ৰধান মন্ত্ৰী, প্ৰতিৰক্ষা মন্ত্ৰীলৈ এখন দীঘলীয়া চিঠি দি অনুৰোধ জনালোঁ। কিন্তু অসমৰ দুৰ্ভাগ্য অখণ্ডনীয়। কেন্দ্ৰীয় চৰকাৰে কোনো বাধা নেমানি অসমক খণ্ডিত কৰিলে।

সেইদিনা বেদনাত মন উচুপি উঠিছিল। মনত হৈছিল আমাৰ অতীতৰ প্ৰকৃতিৰ কাম্যভূমি, পৰ্বতে আগুৰি জগতৰ চকুত নপৰাকৈ ঢাকি থোৱা অসমক হেজাৰ চকুৰ লোলুপতাৰপৰা আমি ৰক্ষা কৰিব নোৱাৰিলোঁ। কামধেনু অসমী আইৰ বিশ্ব মনোমোহা ৰূপত বলীয়া হৈ জাকে জাকে



বহিৰাগতে লৰি আহি বাঘ-নখেৰে মোৰ অসমী আইক ফালি চিৰি খণ্ড খণ্ড কৰিলে, আমি অযোগ্য সন্তানবোৰে মাথো চাই থাকিলোঁ।

বাৰে বাৰে পিয়লি, গমধৰ, নবীন, তৰুণলৈ মনত পৰিল। কান্দি-কান্দি মৰি যোৱা ৺কমলাকান্ত, অম্বিকাগিৰী কবিসকললৈ মনত পৰি মাথোন চকুলো টুকিলোঁ। ডিবুৰুৰপৰা ফেডাৰেল আঁচনিৰ তীব্ৰ প্ৰতিবাদ কৰি ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু প্ৰতিৰক্ষা মন্ত্ৰীলৈ দুখন টেলিগ্ৰাম দিছিলোঁ।

প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীলৈ টেলিগ্ৰাম ঃ

বাহিৰৰ ষড়যন্ত্ৰত ফেডাৰেল আচনি তৰি আপুনি অসমক খণ্ডিত কৰা সমৰ্থনত মই দৃঢ়তাৰে জনাইছোঁ, অসমৰ অঙ্গচ্ছেদৰ যিকোনো প্ৰকাৰৰ আচনিয়েই অসমৰ ঐক্য, সংহতি খণ্ডিত কৰি বিপদৰ সৃষ্টি কৰিব। অসমক খণ্ডিত কৰিলে ভাৰতবৰ্ষ ঘোৰ বিপদৰ সমুখীন হ'ব লাগিব। অসমৰ অনুৰোধ অসমক খণ্ডিত কৰা আঁচনি বাতিল কৰক।

নলিনীবালা দেৱী
পদ্মশ্ৰী, কাব্যভাৰতী
প্ৰাক্তন সভানেত্ৰী, অসম সাহিত্য সভা।
ডিব্ৰুগড়, ১৬-৬-৬৮ ইং

ভাৰতৰ প্ৰতিৰক্ষামন্ত্ৰী চ্যৱনলৈ টেলিগ্ৰাম ঃ

মই দৃঢ়তাৰে জনাইছোঁ, অসমৰ পুনৰ্গঠনৰ যিকোনো আঁচনিয়েই অসমৰ ঐক্য সংহতি বিনাশ কৰি ঘোৰতৰ সমস্যাৰ সৃষ্টি কৰিব। অসমক খণ্ডিত কৰিলে ভাৰতৰ নিৰাপত্তাও বিপন্ন হ'ব। অসমক খণ্ডিত কৰাৰ-পৰা বিৰত হওক।

নলিনীবালা দেৱী
পদ্মশ্ৰী, কাব্যভাৰতী
প্ৰাক্তন সভানেত্ৰী, অসম সাহিত্য সভা
ডিব্ৰুগড়, ১৬-৬-৬৮ ইং

ৰাষ্ট্ৰপতিলৈ চিঠি ঃ

ভাৰতৰ ৰাষ্ট্ৰপতি ৰাধাকিষণজীলৈ চিঠি দিয়া হয়। অসমৰ পৰিস্থিতিৰ বিষয়ে বিশদভাৱে বৰ্ণনা দি অসমৰ অখণ্ডতা ৰক্ষা কৰিবলৈ অনুৰোধ জনোৱা হয়। চিঠিখন ইংৰাজী কৰি সহাই কৰিছিল, শ্ৰীৰমেশচন্দ্ৰ চাংকাকতি আৰু শ্ৰীসাৰঙ্গধৰ ৰাজখোৱাই।

ডিব্ৰুৰপৰা পাৰ্বত্য ৰাজ্য গঠনৰ সমস্যাত ঃ

( ভাৰতৰ ৰাষ্ট্ৰপতি সৰ্বপল্লী ৰাধাকিষণজীলৈ আবেদন )

বহু সন্মানিত ৰাষ্ট্ৰপতিজী,

বহু সন্মান আৰু শ্ৰদ্ধাৰে অসমৰ এজনী নগণ্যা কৰিয়ে আপোনালৈ শ্ৰদ্ধাৰ শৰাই আগবঢ়াইছে এটি নিবেদনেৰে। ভাৰত সিংহাসনত মহিমাৰ জ্বলন্ত প্ৰতীকস্বৰূপ, ভাৰত দৰ্শনৰ একমাত্ৰ ধ্ৰুৱতৰাস্বৰূপ, সত্যৰ পূজাৰী, হে দৰ্শন সাধক ! মহান সত্যৰ পটভূমিত মানৱীয় প্ৰতিভাৰ বিকাশ সাধনত আপোনাৰ তপস্যাপূত চিন্তাধাৰাৰে অনুৰঞ্জিত সাহিত্য সুধাৰ অনুদান অতুলনীয়। আপোনাৰ অমৃতোপম চিন্তাধাৰা প্ৰসূত সুধা পান কৰি পৰম মুগ্ধ মোৰ অন্তৰ। কৰি মানসত মই অনুভৱ কৰোঁ মোৰ পুণ্যভূমি ভাৰত মাতৃৰ মহান দৰ্শনৰ জ্বলন্ত স্পন্দন। এইখন পুণ্যস্থান ভাৰতবৰ্ষ যুগযুগান্তৰে সাধকৰ স্বপ্নস্বৰ্গ, যুগ গৌৰৱ বহনকাৰিণী ভাৰতবৰ্ষ। কিন্তু আজি জাতিৰ পিতাৰ আজন্ম সাধনাৰ স্বপ্নভঙ্গৰ কৰুণ ক্ৰন্দন মই মুহুৰ্মুহুঃ হৃদয়ত অনুভৱ কৰিছোঁ। আজি মোৰ গৰিয়সী ভাৰত আদৰ্শচ্যুত, বিপথগামী। ক্ষমতা, অৰ্থলোভ, স্বাৰ্থ পাপত কলুষিত। সৰ্দাৰ বল্লভভাই পেটেলৰ ঐক্য শক্তিত নিৰ্মিত ভাৰত আজি পুনৰ বহুভাৰত বিভক্ত হ'বলৈ আয়োজন কৰিছে।

অদূৰদৰ্শী কিছুমান স্বাৰ্থপৰ লোকে নিজ স্বাৰ্থ সিদ্ধিৰ কাৰণে যিবোৰ নীতি উদ্ভাৱন কৰিছে, ভাৰত চৰকাৰে আজি বিনা দ্বিধাৰে সেই নীতিবোৰ মানি লৈ ভাৰতবৰ্ষক বিপন্ন কৰি তুলিছে। স্বাৰ্থান্বেষী লোক-সকলে ভাষাৰ ভিত্তিত প্ৰদেশ গঠনৰ দাবী তুলি ভাৰতক খণ্ড-বিখণ্ড কৰাৰ পাতনি মেলাৰ কুফল ফলিছে। এই নীতিয়ে ভাৰতৰ ঐক্য ধ্বংস কৰি মৃত্যু পথ মোকোলাই দিছে মাথোন। ভাৰত চৰকাৰে ভাষাৰ ভিত্তিত প্ৰদেশ গঠনৰ কুখ্যাত নীতি পৰিহাৰ কৰাটোকে সৰ্বভাৰতে বিচাৰে।



মোৰ জন্মভূমি অসম প্ৰদেশক এই সৰ্বনশীয়া নীতিয়ে ধ্বংস কৰিবলৈ আৰম্ভ কৰিছে; শান্তিৰ ৰাজ্য অসমক অশান্তিৰ লীলাভূমি কৰি তুলিছে। এইখন পৰ্বতমালাৰে বেষ্টিত পৰ্বত ভৈয়ামজোৰা বিশাল অসম দেশক শতধা বিচ্ছিন্ন কৰিবলৈ কিছুমান বৃটিছ ভক্ত স্বাৰ্থপৰ পৰ্বতীয়া নেতাৰ দাবীত খণ্ডিত কৰি পাৰ্বত্য ৰাজ্য গঠনৰ দাবী তুলিছে। এই ষড়যন্ত্ৰৰ আঁৰত একাধিক অসম বিদ্বেষীয়ে ষড়যন্ত্ৰৰ যোগান ধৰিছে। এটি ষড়যন্ত্ৰই পচিমীয়া শক্তিৰ খোপনি লবলৈ এইখন সুকীয়া ৰাজ্যৰ পৰিকল্পনা। সহজ সৰল পৰ্বতীয়া ভাই-ভনীসকলৰ মাজত বহু কালৰে পৰা ধৰ্ম বিতৰণৰ চলেৰে আধিপত্য বিস্তাৰ কৰাৰ প্ৰচেষ্টা। কেইবাটাও ষড়যন্ত্ৰৰ লক্ষ্য, অসমৰ বুকৰপৰা ছলে বলে কৌশলে পাৰ্বত্য ৰাজবোৰ বিচ্ছিন্ন কৰি তুলিব পাৰিলেই খণ্ডিত ক্ষুদ্ৰপৰিসৰ অসমৰ সুদৃঢ় ঐক্যশক্তি বিনাশ হ'ব। অসমে আৰ্থিক ভাষিক সাংস্কৃতিক ক্ষেত্ৰত দুৰ্বল হ'ব, বিভিন্ন স্বাৰ্থৰ ষড়যন্ত্ৰ সফল হ'বলৈ সুযোগ পাব।

বুৰঞ্জীয়ে সাক্ষী দিয়া এই অসম দেশ সীমান্তৰ সুদৃঢ় শক্তিৰে, সুদৃঢ় ঐক্যশক্তিৰে অতীতৰ বহিঃআক্ৰমণত বাৰে বাৰে বাধা দি ভাৰতৰ নিৰাপত্তা ৰক্ষা কৰি আহিছে। সেই শক্তিৰ ভাঙন ঘটাৱাৰ কাৰণেই এইবোৰ গৃহশত্ৰুৰ ষড়যন্ত্ৰৰ কূট চক্ৰান্ত ভাৰত চৰকাৰে উদ্ভাৱন কৰিব নোৱাৰাটো ভাৰত চৰকাৰৰ ডাঙৰ পৰাজয় বুলি নাভাবি নোৱাৰি। বৰঞ্চ এই সীমান্ত প্ৰদেশ অসমখনৰ পূৰ্ণাঙ্গ সাৰ্বভৌমত্ব নাশ কৰাৰ আয়োজন কৰাহে দেখা গৈছে।

বহিৰাগত ঃ আনপিনে অসমলৈ অহা বহিৰাগতৰ সোঁতে অসমক বিপন্ন কৰি তুলিছে। বিশেষ পাকিস্তানৰ উৎপীড়িত হিন্দু মুছলমান ভগনীয়াৰ সোঁতে অসমৰ অস্তিত্ব বিনাশৰ আয়োজন কৰী দেখা গৈছে। অসমক খণ্ডিত কৰিলে অসম ধ্বংশ হ'ব, ভাৰতৰ নিৰাপত্তাও বিপন্ন হ'ব ; সীমান্ত শত্ৰুৰ বহিঃআক্ৰমণত খণ্ডিত শক্তিয়ে বাধা দিয়াৰ ক্ষমতা নাথাকিব। যিহেতু নানা ধৰণৰ বহিৰাগতৰ অসমলৈ আগমনত সুন্দৰ

অসম আজি অসততা, পাশবিকতা, অমানৱীয়তাৰ লীলাভূমিত পৰিণত হৈছে। আজি মোৰ জন্মভূমি অসমৰ দোৰ্যোৰ বিপদৰ সময়ত, হে মহান ৰাষ্ট্ৰপতি! আপোনাৰ সুবিচাৰ কামনা কৰিলোঁ। বহু দুখেৰে স্বাধীনতা লাভ কৰা ভাৰতবৰ্ষৰ স্বাধীন চৰকাৰে যেন অতীত ঐতিহ্য বিমণ্ডিত পূণ্য শ্ৰী তপোৱন তুল্য মোৰ অসম দেশক ধ্বংশৰ বাটলৈ আগবঢ়াই নিদিয়ে। হে গীতাজ্ঞানী! মোৰ দৃঢ়বিশ্বাস, নিৰপৰাধ অসমক পাৰ্থ-সাৰথিয়ে ৰক্ষা কৰিব। বহু সন্মান সহ—

বিনীতা
নলিনীবালা দেৱী
পদ্মশ্ৰী, কাব্যভাৰতী
প্ৰাক্তন সভানেত্ৰী, অসম সাহিত্য সভা।
ডিব্ৰুগড় ১৬-৬-৬৮ ইং

ডিবুৰুত থকা দিন কেইটাত—ডিবুৰুত বহা অসম সাহিত্য সভাৰ সোণ জিলিকোৱা সোঁৱৰণঃ ডিবুৰু সাহিত্য সভাৰ প্ৰথম উদ্বোধনী গীতটি লিখিছিলোঁ। শ্ৰীপ্ৰশান্ত বৰদলৈয়ে সুৰ সংযোজনা কৰি পৰিবেশন কৰিছিল—

গীত

"পূব সৌমাৰৰ লুইত পাৰত হেজাৰ বন্তি জ্বলিছে
জীৱন জেউতি জিলিকা আশাৰ মহাসংস্কৃতিয়ে মাতিছে।
শিৰত জিলিকে উন্নত হিমালয়—শত দানৱতা মূৰ্চ্ছিত হোৱা
অপৰাজেয় জয়···

ডিবুৰু খোৱাং সাহিত্য সভাৰ চেনেহৰ আদৰণী, ৰাইজ আৰু ছাত্ৰ-ছাত্ৰী-বোৰে মৰমেৰে জনোৱা এজন কবি ছাত্ৰই মধুৰ কবিতাৰে লিখা পাহৰিব নোৱৰা অভিনন্দন পত্ৰখনিৰ তুলনা নাই। খোৱাং খেতিয়ক ৰাইজৰ প্ৰাণৰ সুৰ—



"আমি ৰচো নাঙলৰ শিৰলুত সোণালী সপোন—সেই সুৰে
তুলি যায় সুৰৰ ঝঙ্কাৰ
সন্ধিয়াৰ সুৰে গথা, বিদীৰ্ণ হিয়াৰ, অতীন্দ্ৰিয় মিলন আহ্বান
নিৰৱ নিঠৰ নিশা—সন্তাৰ কান্দোন শুনি—আমাৰ প্ৰাণতো
বাজে সপোনৰ সুৰ—জীৱনৰ মায়াজাল ফালি—
সিন্ধুৰ সন্ধান দিলে
বিন্দুৰ মাজত হ'ল পৰশমণি······ ।"

কবিজনৰ কাব্য-প্ৰতিভাৰ চিনৰূপে চাৰিটি শাৰীৰে চিনাকী থলোঁ।

ডিবুৰুত থকা কালতে ডিগবৈৰ সোঁৱৰণো পাহৰিব নোৱাৰা। ডিগবৈ সাহিত্য সভাৰ আদৰণী সম্বৰ্ধনা, শ্ৰীমন্ত শঙ্কদেৱৰ তিথিত 'মহাৰাসৰ' মূল তত্ত্ব বিৱৰি ক'বলৈ সৌভাগ্যৰ কথা অবিস্মৰণীয়।

উপন্যাস-সম্ৰাট ৰজনীকান্ত বৰদলৈদেৱৰ শতবাৰ্ষিকী সোঁৱৰণঃ

বৰদলৈদেৱৰ বাস-ভৱনত আয়োজন কৰা শতবাৰ্ষিকী সভাত মহান সাহিত্যিকজনলৈ এটি কবিতাৰে শ্ৰদ্ধাঞ্জলি জনাইছিলোঁ। অসম সাহিত্য সভাৰ সম্পাদক শ্ৰীহৰিপ্ৰসাদ নেওগৰ উদ্যোগত আয়োজন হোৱা এই উৎসৱত ডিবুৰু বিশ্ববিদ্যালয়ৰ মূলবিষয়া শ্ৰীলক্ষ্মীকান্ত দত্ত আদি বিশিষ্ট লোকসকলে শুৱনি ধৰিছিল।

মাড়োৱাৰী ৰাম মানস সভাৰ সাদৰ নিমন্ত্ৰণত যোগ দিয়াৰ সৌভাগ্য ঘটে।

ডিবুৰুৰ অসম মেডিকেল কলেজৰ সংস্কৃতি সভাত শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথিত যোগ দিবলৈ পাইছিলোঁ। শঙ্কৰদেৱৰ তিথিত অধ্যাপক তফজুল আলি, শ্ৰীমান গোবিন্দদেৱৰ মধুৰ ভাষণে মোহিত কৰিছিল। অধ্যক্ষ শ্ৰীমথুৰানাথ গোস্বামীৰ সৌজন্যত মেডিকেল কলেজৰ উৎসৱত যোগদানৰ সৌভাগ্য ঘটে।

ডুলিয়াজান তেল নগৰীলৈঃ ১৯৬৭ চনত ডিবুৰুত থকা সোঁৱৰণৰ মাজতে ডুলিয়াজানৰ জেনেৰল মেনেজাৰ মিঃ কানুগাৰপৰা এখনি সাদৰ নিমন্ত্ৰণ পত্ৰ আহিল, তেল নগৰী ডুলীয়াজানলৈ যাব লাগে সমূহীয়া ক্লাব ঘৰ এটি মুকলি কৰা হ'ব, মুকলি কৰাৰ বাবে যাব লাগে।

সন্মতি জনালোঁ, ভালেই লাগিল। এই চলতে তেওঁ ডুলিয়াজান চোৱা হ'ব। দুজন ভদ্রলোকে গাড়ী লৈ অহাত যথা সময়ত মোৰ নাতিনী শ্ৰীমালবিকাক লৈ যাত্ৰা কৰিলোঁ। এচিষ্টেণ্ট মেনেজাৰ শ্ৰীপৱিত্ৰকুমাৰ চৌধুৰীয়ে আগবঢ়াই নিলে। বহু-ভাষী বহু দেশী লোকৰ এখনি বিচিত্ৰ নগৰ ডুলীয়াজানত সাংস্কৃতিক কেন্দ্ৰৰূপে প্ৰতিষ্ঠিত এই নতুন ক্লাব ঘৰ মুকলি উৎসৱৰ আগভাগ লৈ সভা সমাপ্ত কৰা হ'ল। কৰ্তৃপক্ষই অতি যত্নেৰে ডুলীয়াজানৰ তেল কাৰখানাৰ চাব লগীয়া সকলো বিষয় দেখুৱালে। কেইবা ঘৰো আপোন মানুহ পালোঁ। এঘৰত ৰাতিটো কটাই ধুনীয়াকৈ সজা ডুলীয়াজানৰপৰা বিদায় ল'লোঁ। ১৯৬৬ চনত ডিবুৰুত ৰোটাৰী ক্লাবৰ সাদৰ আমন্ত্ৰণত যোগ দি এটি ভাষণ দিয়াৰ সৌভাগ্য ঘটে।

ডিবুৰু লিয়েন্স ক্লাব: লিয়েন ক্লাবতো যোগ দি এটি ভাষণ দিয়াৰ সৌভাগ্য ঘটে।

ডিবুৰু কানৈ কলেজত: ডিবুৰু কানৈ কলেজৰ কেইবাখনো অনুষ্ঠানৰ সাদৰ আহ্বানত যোগ দিব লগীয়া হয়।

ডিবুৰু ছোৱালী কলেজ: মনোহাৰী ছোৱালী কলেজতো যোগ দিবলৈ পাই আনন্দ পাইছিলোঁ। এই কলেজত মোৰ নাতিনী মঞ্জুৱে পঢ়ি আছিল।

ডিবুৰু কলেজ, ডিবুৰু স্কুলসমূহত বিভিন্ন সভাত যোগ দিওঁ। আমোলাপটি নামঘৰৰ সোঁৱৰণ, চৌকীডিঙ্গি নামঘৰৰ সোঁৱৰণ, নামঘৰৰ আইসকলে জনোৱা সাদৰ আদৰণী পাহৰিব নোৱৰা।

ডিবুৰু ৰামকৃষ্ণ মিশ্যনত: স্বামী অভেদানন্দ স্বামীৰ তিথিত মুখ্য অতিথিৰূপে যোগ দিয়াৰ সৌভাগ্য ঘটে। ডিবুৰুৰ বিহুতলি, মহিলা ক্লাব আদিৰ সোঁৱৰণ পাহৰিব নোৱৰা।

গুৱাহাটী অনাতাঁৰত সহযোগ:

১৯৪৮ চনত লোকপ্ৰিয় বৰদলৈৰ যত্নত গুৱাহাটীত অনাতাঁৰ কেন্দ্ৰ স্থাপিত হয়। কেন্দ্ৰীয় অনাতাঁৰ বিভাগৰপৰা মনোনয়ন পোৱাত উক্ত উপদেষ্টা পদত তিনি বছৰ কাল সেৱা আগবঢ়োৱাৰ মোৰ সৌভাগ্য



হৈছিল। ১৯৪৮ চনৰপৰা কেইবাবছৰো অনাতাঁৰ উপদেষ্টা কমিটিতে থাকোঁ।

কবি সন্মিলনত: অনাতাঁৰ বিভাগৰ কবি সন্মিলনত কেইবাবাৰো কবিতা পাঠ কৰা সৌভাগ্য ঘটিছে। কবি সন্মিলনত যোগ দিওঁ।

কবিতা পাঠ: গুৱাহাটী অনাতাঁৰ বিভাগৰ আমন্ত্ৰণক্ৰমে বহু স্বৰচিত কবিতা পাঠৰ ৰেকৰ্ডিং কৰা হয়।

কথিকা: কথিকাক্ষেত্ৰত বহুবাৰ কথিকা পাঠ কৰা হয়।

গীতি নাটিকা আৰু নৃত্য নাটিকা: গুৱাহাটী অনাতাঁৰ বিভাগৰ অনুৰোধমতে দুৰ্গাপূজাৰ আলেখ্য 'মহিষাসুৰমৰ্দিনী' নামক এখনি সঙ্গীতালেখ্য শ্ৰীশ্ৰীচণ্ডীৰ শ্লোক সংযোগ কৰি ৰচনা কৰি দিয়া হয়। এই আলেখ্যখনি প্ৰতিবাৰ ৺দুৰ্গাপূজাৰ মহাষ্টমীৰ দিনা ৰূপায়িত কৰি আহিছে অনাতাঁৰ বিভাগে। ১৯৫৮ চনত ৰচনা।

জন্মাষ্টমী সঙ্গীতালেখ্য: জন্মাষ্টমীৰ উজনি অসম শিৱসাগৰৰ আপুৰুগীয়া গীতৰ সুৰ সংযোজনাৰে জন্মাষ্টমী কাব্য আলেখ্যখনি ৰচনা কৰি অনাতাঁৰলৈ আগবঢ়োৱা হয়। জন্মাষ্টমীৰ সুৰ-শিল্পীসকলক মই নিজে শিকাইছিলোঁ। ফাকুৱা দোল উৎসৱত 'দোল উৎসৱ' সঙ্গীতালেখ্য গীত-মাতেৰে ৰচনা কৰি ফাকুৱা উৎসৱত 'হোলি' নামে অনাতাঁৰলৈ আগবঢ়োৱা হয়। 'নেতাই ধুবুনী' নামৰ সঙ্গীতালেখ্য এখনি ধুবুৰীৰ নেতাই ধুবুনী মহামায়া থানৰ ঐতিহ্য লৈ ৰচনা কৰি অনাতাঁৰলৈ আগবঢ়োৱা হৈছে। 'ভাৰত বিদুষী' এখনি গীতালেখ্য দিয়া হৈছে। 'নৱজন্ম' গীতালেখ্য ১৯৭২ চনত ৰূপায়িত হৈছে অনাতাঁৰ বিভাগত, পুৱতী পোহৰৰ কঁপনি' নাটিকা ৰূপায়িত হৈছে অনাতাঁৰত। পাৰিজাতৰ অভিষেক (শিশু নাটিকা) ৰূপায়িত হৈছে ১৯৭৪ চনত।

দিল্লী কবি সন্মিলনৰ ভাষণ 'জয়তু জননী ভাৰতবৰ্ষ' দিল্লী কবি সন্মিলনত পাঠ কৰা কবিতা। চীনাযুদ্ধৰ সময়ত কেইবাটাও জাতীয় কবিতা, ভিন ভিন সময়ত কেইবাটাও কবি সন্মিলনত কবিতা পঠিত হয়। বহু গীত কথিকা আদি পাঠ কৰা হয়।

কবি সন্মিলনত অসমৰ বিখ্যাত পুৰণি কবিসকল একগোট হৈ অনাতাঁৰত কবিতা পাঠ কৰা সোঁৱৰণী মনৰ মাজত মধুৰ হৈ আছে।

অসমৰ কবিসকলৰ সোঁৱৰণঃ

মনত পৰে অগ্নি-কবি কমলাকান্ত ভট্টাচাৰ্য্যদেৱলৈ, তেখেতক আমি ৰৰদেউতা বুলি মাতিছিলোঁ। অসম মাতৃক ভালপোৱা সেইজন পুৰুষৰ হৃদয় বিদৰি ওলোৱা অগ্নিবীণৰ সুৰ বাজিছিল, কোনোবা এন্ধাৰ দিনতে। সেই সুৰবোৰে শুই থকা জাতি এটাক জগাবলৈ যত্ন কৰিছিল। তেখেতে ব্যক্তিত্বময় জীৱনত নানা সংঘাত সহি জীৱন যুঁজত জলা-কলা হৈ নিঠৰুৱা হৈ পৰিছিল। মনত পৰে তেখেত দেউলীয়া হৈ গুৱাহাটিলৈ অহা, দেউতাই আমাৰ ওচৰৰ ঘৰ এটাত কিছুদিনলৈ আশ্ৰয় দিয়া কথা। তেখেতে দেউতাক বৰ ভাল পাইছিল। মোক বৰ মৰম কৰিছিল। তেখেতৰ বৰ জীয়ৰী স্নেহলতা ভট্টাচাৰ্য্যই কেইবাখনো কিতাপ লেখিছিল। মুক্তি আন্দোলনত স্বেচ্ছাসেৱিকা হৈ প্ৰচাৰ কামত গাঁৱত ফুৰিছিল। তেখেতৰ সৰু জীয়ৰী শ্ৰীউষা ভট্টাচাৰ্য্য লেডী কীন কলেজৰ বৰ্তমান অধ্যক্ষা।

কবি ৰঘুনাথ চৌধুৰীদেৱৰ কথা মনত পৰে। সেইজনে গোটেই জীৱন ভাষা জননীৰ সেৱাত কটালে। কাব্য আৰাধনাৰ উপৰিও তেখেতে দেশৰ পৰিস্থিতিৰ লগত সময়োপযোগী সেৱা আগবঢ়াইছিল। গুৱাহাটী সবিতা সভা চৌধুৰী খুড়াৰ যত্নতে স্থাপিত হয়। ৰাজ্যভাষা আন্দোলনৰ সময়ত চৌধুৰী খুড়াই নিজৰ ঘৰতে অফিচ পাতি কাম চলাইছিল। গুৱাহাটী তেল শোধানাগাৰত অসমীয়া লোকৰ দাবী ৰক্ষা কৰিবলৈ দেহে-কেহে যত্ন কৰিছিল। চৌধুৰী খুড়াই মোক বৰ মৰম কৰিছিল। চৌধুৰীদেৱক আমি খুড়া বুলি মাতিছিলোঁ। অতীতৰ কবি-সকল লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দ আগৰৱালা, দুৰ্গানাথ চাংকাকতি, পদ্মনাথ গোহাঞীবৰুৱা, কীৰ্তিনাথ বৰদলৈ আদিয়ে অসমৰ প্ৰথম শিশু-কবিৰূপে এই জীৱনলৈ যি মৰমৰ নিৰ্মালি বৰষিছিল সেই মৰম সোঁৱৰণত সদায় সোণ জিলিকাই আছে।

# এৰি অহা দিনবোৰ

## (শেষচোৱা)

# কাব্যজীৱনৰ সোঁৱৰণীবোৰ

১৯০৯ চন। সেইসময়ত কেইবাখনো কাব্যগ্রন্থ পঢ়াৰ ফলত মনৰ মাজত স্বাভাৱিকতে কাব্যৰ গুঞ্জন ধ্বনিত হ'বলৈ ধৰে। অলপ নিজানত বহিলেই বা তাঁতৰ পাতত বহি মাকো মাৰি থাকোঁতেই নানা ভাবৰ কবিতাবোৰ মুখে মুখে ৰচনা কৰি গীতৰ সুৰ দি গাই থাকি ভাল লাগে। তেতিয়া কবিতা ৰচনাৰ মোল নুবুজিছিলোঁ, সেইবিলাক লিখি থোৱাৰ কথা মনলৈ অহা নাছিল। গতিকে মনে ৰচা বহু কবিতা বহু গীত হেৰাই গ'ল। মুকলি মনৰ আনন্দেৰে ভৰপূৰ কুমাৰী মনৰপৰা ওলোৱা ৰচনাবোৰো ৰসাল আছিল। এদিন মোৰ দেউতাই শুনিলে নিজ মনে মই গুণগুণাই গান ৰচি গোৱা গীতৰ কলি। দেউতাই ক'লে—"বাছা! নিজ মনেৰে ৰচি গান গাই থকা মই শুনিছোঁ। তোৰ মনত কাব্যৰ কঁপনি আছে। এতিয়াৰেপৰা কিবা কবিতা মনলৈ আহিলে তই লিখি থবিচোন, মোক দেখুৱাবি।" সেইদিনাহে মনলৈ লিখি থোৱাৰ কথা ভাব আহিল। 'পিতা' আৰু 'সন্ধ্যা' নামৰ কবিতা দুটি লিখি দেউতাক দেখুওৱাত দেউতাই ক'লে—"বাছা! মই ভবাই নাছিলোঁ যে তই ইমান ভাল কবিতা লিখিব পাৰ। এতিয়াৰ পৰা কবিতা লিখি থবি। তই ইমান ডাঙৰ শব্দবোৰ ক'ত পালি বাছা? মই ক'লো—মই কাব্যগ্রন্থবোৰ যে পঢ়িছোঁ, সেইবোৰৰপৰা মই শিকিছোঁ ডাঙৰ শব্দবোৰ।" কবিতা দুটি 'আলোচনী' নামৰ ডিব্রুগড়ৰপৰা প্রকাশ হোৱা মাহেকীয়া কাকতত প্রকাশ হ'ল। সম্পাদক আছিল ৺দুৰ্গানাথ চাংকাকতি উকীল। তেখেতে কবিতাৰ ওপৰত লিখিছিল—'লিখিকাৰ বয়স দহ বছৰ মাথোন।' কবিতা দুটা মাহিলী কাকতত প্রকাশ হোৱাত গোটেই অসমৰপৰা বৈ অহা আশীর্বাদে মোক বুৰাই পেলালে। কাৰণ তেতিয়ালৈকে অসমত ইমান কম বয়সীয়া কোনো ল'ৰা-ছোৱালীয়ে কবিতা লিখা নাছিল। কবিতা দুটি তলত দিয়া হ'ল। ইয়াৰ পিচতো এটি উপহাৰ কবিতা লিখি সখীৰ বিয়াত উপহাৰ দিছিলোঁ।

শিশুকালৰ কাব্য চর্চাৰ সামৰণি দেউতাৰ ঘৰতে পৰিল। তেৰ বছৰ বয়সত শহুৰৰ ঘৰলৈ গৈ নতুন পৰিৱেশত মুকলিমুৰিয়া কাব্য-চর্চা তল

পৰিল যদিও আন ভাবৰ কিছুমান সৰু কবিতা লিখি থোৱা অৱস্থাতে উঁই পোকে কাটি নষ্ট কৰিলে। ১৯১৭ চনত স্বামীক হেৰুৱাই দেউতাৰ ঘৰলৈ উভতি অহাত সংসাৰ সজ্ঞাতত জুকুলা প্ৰাণৰপৰা নতুন ভাবৰ কবিতাৰ প্ৰবাহ অন্তৰত বৰলৈ ধৰিলে। এই সময়চোৱা গভীৰ অধ্যয়নত আৰু শান্তি বিচাৰি হাবাথুৰি খাই-ফুৰা তৃষাতুৰ মনৰপৰা যি লানি কবিতাই আত্মপ্ৰকাশ কৰিলে সেই কবিতাৰ এটি সুঁতিৰে 'সন্ধিয়াৰ সুৰৰ' সৃষ্টি হ'ল। ১৯২৯ চনত 'আৱাহন' মাহেকীয়া আলোচনী প্ৰকাশ কৰে—আজন্ম সাহিত্য-পূজাৰী একনিষ্ঠ সেৱক ডাঃ দীননাথ শৰ্মাদেৱে কলিকতাৰপৰা। অসমী আইৰ বৰপুত্ৰ ৺নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সহায়-সহানুভূতি পাই 'আৱাহন' মাহেকীয়া আলোচনীখনি অসমৰ আলোচনীৰ ভিতৰত আগ ঠাই লৈ বাচকবনিয়া হৈ অসমৰ যশস্বীনী জীয়ৰীবদৰে সাজি পাৰি ওলাল। গৌৰৱত অসমীয়া মানুহৰ বুকু আনন্দত উপচি পৰিল। ডঃ দীননাথ শৰ্মাৰ হঠাৎ এখন চিঠি আহিল—কবিতা খুজি পঠিয়াইছে আৱাহনলৈ। ফটা তুলাপাত বিচাৰি খোচাৰি দুটি কবিতা আৱাহনলৈ পঠিয়ালোঁ। 'অনাহুত' আৰু 'পৰমতৃষ্ণা' কবিতা দুটি আৱাহনত দুই সংখ্যাত প্ৰকাশ হ'ল। সদায় চলি থকা নৱন্যাস যুগৰ ভাবধাৰাৰ লগত খাপ নোখোৱা অনাহুত আৰু পৰমতৃষ্ণাই এটা আলোড়নৰ সৃষ্টি কৰিলে। সম্পাদকে সম্পাদকীয়ত উচ্চ প্ৰশংসাৰে অভিনন্দিত কৰিলে কবিতা দুটিক। মই চিত্ৰ আঁকা সংবাদ পাই চিত্ৰ এখনো খুজি পঠিয়াইছিল। সেই চিত্ৰ 'উষা চিত্ৰলেখা' এতিয়াও মোৰ হাতত আছে চিন স্বৰূপে। অসমৰ প্ৰত্নতাত্বিক ৺সৰ্বেশ্বৰ কটকীদেৱে মোৰ অকালতে হেৰাই যোৱা কবি দেশসেৱাত-ব্ৰতী ৺পবিত্ৰক ক'লে—"মাখন! (পবিত্ৰৰ ঘৰত মতা নাম মাখন) তোমাৰ মাৰাই লিখা আৱাহনত প্ৰকাশিত কবিতা দুটিয়ে মোক মুগ্ধ আৰু বিস্ময়াম্বিত কৰিছে। সৰুৰেপৰা তেওঁৰ কবিত্বৰ কথা জানো। কিন্তু এতিয়া যি দুটা কবিতা তেওঁ লিখিছে মই ডাঠি কওঁ যে এনে কবিতাই অসমীয়া কাব্য জগতক বহু উচ্চ স্থান দিলে। আৰু নিশ্চয় বহু কবিতা তেওঁৰ লিখা আছে, তুমি গোটাই এখন পুথি আকাৰে প্ৰকাশ কৰিবলৈ কবা।" কটকীৰ কথামতে, মাখনৰ কথামতে মোৰ কবিতাখিনি গোট কৰি কবিতা পুথি নামে উলিয়াবলৈ মন কৰিলোঁ।



মাখনৰ কবি-মনে কবিতা পুথিখনিৰ নাম এটি চিন্তা কৰি উলিয়াই ক'লে—"বৌটি, পুথিখনিৰ 'সন্ধিয়াৰ সুৰ' নাম হে ভাল হ'ব। কাৰণ প্ৰত্যেকটো কবিতাৰ সুৰেই তোমাৰ সন্ধ্যা-ৰাগিণীৰ দৰে লাগে।" নামটি শুনি ভাবাৱেশত মোৰ চকুৰ পানী ওলাল। কলোঁ—"বাছা! তোমাৰ হিয়াত যে কিমান মধুৰ সুৰৰ কবিত্বৰ ৰাগিণী বাজি আছে এই মনোমোহা নামটিয়েই তাৰ প্ৰমাণ দিলে। পবিত্ৰ নাম তোমাৰ সাৰ্থক হওক!" নাম-ধাম দি পুথিখনি মোৰ পৰম পূজনীয় দেউতাক দেখুৱালোঁ। দেউতাই নিজ অফিচৰ টেবুলত বহি আছিল। পুথিখন তাতেই পঢ়িলে আৰু দুধাৰে চকুলো বৰলৈ ধৰিলে। এনেতে পদ্মধৰ চলিহা সোমাই আহিল। চকুপানী মচি চলিহাক ক'লে—"পদ্ম! পঢ়া মোৰ 'নুলা'ৰ ৰচনা কবিতাৰ পুথি 'সন্ধিয়াৰ সুৰ'। মোৰ জীৱন ধন্য। এনে করুণ মধুৰ অসমীয়া কবিতা মই জীৱনত পঢ়া নাই। এইখন তুমি আজিয়েই 'বৰুৱা ব্ৰাদাৰ্চ' গোপাল এজেন্সীক ছপাবলৈ দি আহাগৈ; অতি শীঘ্ৰে যেন ছপাই দিয়ে। ছপা হৈ আহিলে মই এই কবিতাবোৰৰ ইংৰাজী অনুবাদ কৰিম। তুমিও কৰিব লাগিব।"

'সন্ধিয়াৰ সুৰ' ছপা হৈ আহিল। দেউতাৰ উলাহৰ অন্ত নাই। যেয়ে আহে তাকে দুই হাতে 'সন্ধিয়াৰ সুৰ' বিলাবলৈ ধৰিলে। চন্দ্ৰকুমাৰ আগৰৱালাদেৱ, ৰজনীকান্ত বৰদলৈ, লক্ষ্মীনাথ বেজবৰুৱা, কীৰ্তি বৰদলৈ আদিয়ে বহু আশীৰ্বাদেৰে 'সন্ধিয়াৰ সুৰ'ৰ বিষয়ে লিখি পঠিয়ালে। কবি শৈলধৰ ৰাজখোৱাই এটি কবিতাৰে অভিনন্দন জনালে। শ্ৰীহেমকান্ত বৰুৱাই ইংৰাজী 'ৰিভিউ' কাগজত মন্তব্য লিখিলে। শৈল ৰাজখোৱাৰ কবিতাটি 'আৱাহনত' ছপা হৈ ওলাল। বিভিন্ন লিখকে বহু সমালোচনা আৰু প্ৰশংসাৰে 'সন্ধিয়াৰ সুৰ'ক আদৰণি জনালে। 'সন্ধিয়াৰ সুৰ' যে কোনোবা দিনা পুথি হৈ ওলাব মই ভবা নাছিলোঁ। 'সন্ধিয়াৰ সুৰ'ৰ প্ৰত্যেকটি কবিতা মোৰ সংঘাতময় জীৱনৰ হৃদয় মথি ওলোৱা বেদনাৰ অৰ্ঘ্য; জীৱনৰ আশ্ৰয় আশা-ভৰসাবিহীন নিঃসঙ্গ জীৱনে বিচাৰি ফুৰা সৰ্ব-সন্তাপহাৰীৰ চৰণ আশ্ৰয়লৈ আগবঢ়া অন্তৰৰ একান্ত আকুতি। জীৱনৰ শোকে-দুখে আবৰা নিঃসঙ্গ যাত্ৰা-পথত নীৰৱে গোপনে আগ-বঢ়োৱা পৰম আশ্ৰয়লৈ অপেক্ষা। সংসাৰৰ বহু ঘাত-প্ৰতিঘাতৰ সান্ত্বনা

বিচাৰি অন্তৰৰ পৰম তৃষ্ণাই সন্ধান পালে পৰম পদৰ। সেই যাত্ৰাৰ সন্ধান যদিও বেদনাময়, তথাপি পৰম সত্য শান্তি অন্বেষণৰ সুপবিত্ৰ গৈৰিক যাত্ৰা যেন অতীন্দ্ৰিয় শান্তিময়। নিজস্ব সত্তা বিলাই দি পৰমসত্তা আশ্ৰয়ৰ বেদনা-মধুৰ যি তৃপ্তি, সেই তৃপ্তি অৱৰ্ণনীয়। সেই সময়ত মনে গৈৰিক পথক সাৰটি লৈ যি পবিত্ৰ তৃপ্তি লাভ কৰিছিল সেই তৃপ্তিৰ তুলনা নাই। সেয়েহে জীৱনৰ এই দুৰ্ভাৱনা ভৰা পৰম পদৰ সন্ধান গৈৰিক যাত্ৰাৰ অনুভূতিবোৰ বৰ্ণনা কৰিবলৈ অক্ষম। সেইদিনা মনলৈ আহিছিল, দুখ-বিচ্ছেদ মানুহ জীৱনৰ পৰম সম্পদ। স্বভাব-কবিত্বত ধৰা দিছিল এই ভাবৰাশি, যি ভাবৰাশিয়ে জন্ম দিলে সন্ধিয়াৰ সুৰৰ পৰম তৃষ্ণা, শেষ অৰ্ঘ্য, অনুভূতি, সমাধি আদি কবিতাবোৰৰ।

হেজাৰ দুখে আৱৰা মুক্তি-যুঁজৰ মূলমন্ত্ৰ 'সত্যপথিক'ৰ কবিতাই ৰূপ ল'লে। জনমভূমি মোৰ অসমী আইক ভাল পাওঁ জনমৰেপৰা। মোৰ মৰমী অসমীৰ আকাশ বতাহ প্ৰতি ধূলিকণা মোৰ মনত তীৰ্থৰেণু। মোৰ অসমীৰ চৌপাশে আৱৰা নীলা পৰ্বতৰ শাৰীয়ে মোক যেন কোনোবা যুগলৈ লৈ যায়। অসমৰ বুকুৰ মাজেৰে বৈ যোৱা বিশাল ব্ৰহ্মপুত্ৰ বৰলুইতৰ শোভা-সৌন্দৰ্য্য মহিমাই মোক আপোন পাহৰা কৰি তোলে। মই পালোঁ জনমভূমিৰ গীত। সিপুৰীৰ লগত যোগাযোগ থাপিবলৈ যেন মোৰ শিশু ৺পুতলীয়ে সাঁকো বান্ধিলে। পুতলীক হেৰুৱাই পুতলীৰ লগত সংযোগ থাপিলোঁ। এয়ে মোৰ প্ৰথম কবিতাৰ অৰ্ঘ্য সন্ধিয়াৰ সুৰ ছপা হোৱাৰ আগতেই শিৱসাগৰৰপৰা ওলোৱা 'ঘৰজেউতি'ত 'পুতলী' কবিতাটো প্ৰকাশ হোৱাত আৱাহনলৈ খুজিলে 'অনাহুত' কবিতাটো। সন্ধিয়াৰ সুৰৰ প্ৰথম কবিতা অনাহুত সুৰ পঠিয়ালোঁ। পিছত 'পৰম তৃষ্ণা' প্ৰকাশিত হৈছিল।

অনাহুত

'তোমাক বিচৰা নাই সুৰদি পুৱাৰ জীৱনৰ সুধাময় পৱিত্ৰ ক্ষণত
আজি এই জীৱনৰ এন্ধাৰ পৰত
গহীন এন্ধাৰে ঢকা সীমাহীন সাগৰ পাৰত
তোমালৈ পৰিছে মনত!
অ' মোৰ পৰমপ্ৰিয় তুমি ক'ত? তুমি ক'ত? ক'ত?



মানুহৰ জীৱনত এনে ধৰণৰ ব্যাকুলতা কেতিয়াবা আহে। এই জীৱনলৈ অহা অমৃত মুহূৰ্তৰ অনুভূতিবোৰেই কবিতাৰূপে সত্যপথৰ সন্ধান দিলে। দীঘলীয়া জীৱনত বিচাৰি ফুৰা শান্তিপথৰ সন্ধানে মনৰ মাজত নানা অনুভূতিৰ পৰশ বুলালে, যি অনুভূতিৰ কঁপনিয়ে ছন্দৰূপ ল'লে। মনত দৃঢ়বিশ্বাস হ'ল, জীৱনজোৰা দুখে পুৰি হৃদয় শুদ্ধ কৰি তোলে, জাগতিক কামনা-বাসনা, ভোগ-বিলাসৰ স্পৃহা মনৰপৰা আঁতৰি যায়; সকলো কৰ্মৰ মাজতে চিৰসুন্দৰৰ অনুভূতি জাগ্ৰত হয়। জীৱনত দুখ-কষ্টৰ মাজেৰেহে মনুষ্যত্বৰ প্ৰকৃত স্বৰূপ পৰিস্ফুট হ'বলৈ সুবিধা, পায়। নিজৰ সুখ তুচ্ছ কৰি আনৰ কল্যাণ, সমাজৰ কল্যাণ চিন্তা কৰিবলৈ যত্ন কৰিলে মানুহ জীৱনত বিমল আনন্দ লাভ কৰিব পাৰে। মোৰ দেৱোপম পিতৃৰ উপদেশ, সাধুসকলৰ বিভিন্ন আধ্যাত্মিক উপদেশে জীৱনৰ এই কালছোৱাক স্বপ্নজগতৰ অনুভূতিৰে অভিভূত কৰি তুলিছিল। ভগবৎ কৃপাত কেউপিনৰপৰা অজস্ৰ স্নেহাশীৰ্বাদ বৈ আহিবলৈ ধৰিলে। এই অকিঞ্চিৎ জীৱনলৈ কিয় নাজানো, মাথো স্নেহ, সহানুভূতি, মৰম আৰু আশীৰ্বাদৰ মাজত যেন এখন স্বপ্নময় জগতে মোক আহ্বান কৰিছিল প্ৰতি মুহূৰ্তে। 'সমাধি' কবিতাটি এনে এটি স্বপ্নময় অৱস্থাৰ অনুভূতিত ধৰা দিছিল ঃ

'কোনে ক'লে তুমি মই কোনোৰূপে হোৱা নাই ভিন
তুমি জ্যোতি, মই বেণু হে অৰূপ ৰূপৰ আলয়
মই অনুৰূপে তোমাতেই লীন হ'ম গৈ।'

'সন্ধিয়াৰ সুৰ'লৈ ৰাইজৰ নিৰ্মালি ঃ

১৯২৮ চনত বাঁহীত প্ৰকাশিত সাহিত্যৰথী ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ উক্তি—

"বহুদিনৰপৰা মেজৰ এচুকত পৰি আছে 'সন্ধিয়াৰ সুৰ' নামৰ পুথি এখন। অসমীয়াৰ গোকোট স্বভাৱ কলৈ যাব? চকু ফুৰাই চাবলৈ মন কৰা নাই। এদিন নামটি চকুত পৰি ভাল লাগিল। পুথিখন হাতত লৈ পঢ়িলোঁ, লিখিকা নলিনীদেৱী। এ এয়া দেখোন মোৰ বন্ধু নবীনৰ ছোৱালী, আও! অসমীয়া ছোৱালীয়ে কবিতা পুথি লিখিছে।

প্ৰথমেই বিদুষী জীয়ৰীয়ে দেউতাকলৈ উচৰ্গা কৰিছে। আঃ কি মনোৰম উচৰ্গা! মন হৰষিত হৈ উঠিল। পঢ়ি গলোঁ, পঢ়ি গলোঁ। শেষলৈকে আনন্দ আৰু গৌৰৱত মন উল্লাসিত হৈ পৰিল। ইমান ধুনীয়া অসমীয়া কবিতা লিখিছে অসমৰ ছোৱালী এজনীয়ে! প্ৰত্যেকটি কবিতাৰ ভাব ভাষাৰ মাধুৰ্য্যই মোক মুগ্ধ কৰিলে। বঙ্গদেশত 'কামিনী ৰায়ে' লিখা 'আলোছায়া' নামৰ কবিতা লৈ বঙ্গদেশ গৌৰৱত ওফন্দি পৰিছে। এই 'সন্ধিয়াৰ সুৰ' বঙ্গালা কবিতা আলোছায়াতকৈ বহুত ওপৰত বুলি মই কওঁ। কম বয়সীয়া কবিলৈ মই আশীৰ্বাদ জনালোঁ।

ইতি

লক্ষ্মীনাথ বেজবৰুৱা

কবিতৰে ঃ

সন্ধিয়াৰ সুৰ

কোনে গাথি গ'ল সুৰভি কুসুমে
সন্ধিয়া সুৰৰ মালিকা,
কোন দেৱতাৰ চৰণ ধিয়াই
প্ৰাণ ঢালি দিয়া গায়িকা।
যদি তুমি নাৰী তোমাৰ প্ৰেমেৰে
যমুনা উজাই বব
যদি তুমি মাতৃ তোমাৰ পুতলী
ভুৱন বিয়পি বব।
যদি তুমি দেৱী, চিৰ বিৰহিণী
বিচাৰি ফুৰিছা নয়নৰ মণি,
ত্ৰিভুবন ভেদি সঙ্গীতে তোমাৰ
আপোন বিচাৰি পাব॥

শৈলধৰ ৰাজখোৱা

১৯২৮ চন

হাতে লিখা অৱস্থাতে পৰম পূজনীয় সাহিত্য-সম্ৰাট ৰজনীকান্ত বৰদলৈদেৱ আৰু 'জোনাকী'ৰ প্ৰতিষ্ঠাতা ভাষাৰ সাধক চন্দ্ৰকুমাৰ



আগৰৱালা দেৱৰপৰা পোৱা আশীৰ্বাদ, সাহিত্য-ঋষি কৃষ্ণকান্ত সন্দিকৈ, সাহিত্যপূজাৰী শৰৎচন্দ্ৰ গোস্বামীদেৱে দিয়া নিৰ্মালি 'সন্ধিয়াৰ সুৰ'ৰ পাততে প্ৰকাশ কৰা হৈছে। অসমীয়া ভাষাৰ চিৰপূজাৰী পদ্মনাথ গোহাঞিবৰুৱাই দিয়া নিৰ্মালিত মৰম উপচি পৰা ভাষাৰে লিখিছিল—

মৰমৰ আইদেউ,

তোমাৰ কবিতা পুথি 'সন্ধিয়াৰ সুৰ' পঢ়ি এনেহে লাগিল যেন তুমি কবি-অন্তৰৰ ভক্তিবাদ আত্মসমৰ্পণ বেদান্তৰ সাৰ লৈ ভাষা-জননীৰ শৰাইত দিবলৈ এধাৰি সুগন্ধি ফুলৰ মালা গাঁথি জালিকটা ঢাকনিৰে ঢাকি থৈছা। এই অতি সুগন্ধ ফুলৰ সৌৰভে অসম ফুলনি আমোলাই তুলিব। এয়ে মোৰ তোমালৈ আশীৰ্বাদ।

পদ্মনাথ গোহাঞিবৰুৱা

তেজপুৰ

১৯২৮ চন

**সৰ্বভাৰতীয় সাহিত্য সন্মিলনলৈ আমন্ত্ৰণ ঃ** কলিকতাত ডাঃ অমিয়কুমাৰ চক্ৰবৰ্তীয়ে সন্ধিয়াৰ সুৰৰ আদৰণি জনোৱাৰ পিচত সৰ্বভাৰতীয় সাহিত্য সন্মিলনলৈ সন্ধিয়াৰ সুৰৰ কবিলৈ আমন্ত্ৰণ আহে। ১৯৪৭ চনত অসমৰ কবি প্ৰতিনিধিৰূপে সন্মিলনে নিৰ্বাচন কৰে। কলিকতা বিশ্ববিদ্যালয়ত পাঠ্যপুথিৰূপে সন্ধিয়াৰ সুৰক ঠাই দিয়ে।

**অসম ৰাজ্য চৰকাৰৰ মাননি ঃ** ১৯৪৭ চনত স্বাধীন ভাৰতৰ অসম ৰাজ্যিক চৰকাৰে 'সন্ধিয়াৰ সুৰ'ৰ কবিলৈ এটি দুকুৰি টকীয়া বৃত্তি আগবঢ়ায়। অকস্মাতে এনেভাৱে ভাষা-জননীৰ এজনী নগণ্যা সেৱিকাই ৰাজ্য চৰকাৰে আগবঢ়োৱা সামান্য হলেও সাহিত্যৰ সন্মানস্বৰূপে আগবঢ়োৱা এই মাননিখিনি সাদৰে শিৰত তুলি ললোঁ, এয়া পৰম কৰুণাময়ৰ স্নেহৰ কৰুণা বুলি। বৃটিছ চৰকাৰৰ দিনতে এনে দুকুৰি টকীয়া সাহিত্য মাননি দিছিল সাহিত্য-পূজাৰী শ্ৰীপদ্মনাথ গোহাঞি বৰুৱাক। স্বাধীন ৰাজ্য চৰকাৰৰ এয়ে পোণ প্ৰথম সাহিত্য সেৱাৰ মাননি। সন্ধিয়াৰ সুৰে এই মাননিৰ ভাগী কৰিলে বুলি ভাবি আচৰিত হৈ এয়া কৰুণাময়ৰ কৃপা বুলি আনন্দ পালোঁ।

মোৰ দ্বিতীয় কবিতাৰ পুথি 'সপোনৰ সুৰ'ঃ

১৯৪৮ চনত মোৰ দ্বিতীয় কবিতাৰ পুথি সপোনৰ সুৰে পোহৰ দেখে। কবি-মানসৰপৰা কাব্যৰ প্ৰভাৱ কোনো সময়তে আঁতৰি নাযায়। সময়ৰ পাৰিপাৰ্শ্বিকতাৰ পৰশ আৰু জীৱনৰ বৈচিত্ৰ্যময় সংঘাতৰ হেন্দোলনিবোৰে ভিন ভিন সময়ত আঁকিযোৱা স্থষ্টিৰ ছবি লৈ গোট খালে কিছুমান খণ্ড-কবিতা। সেই সময়ত দ্বিতীয় মহাযুদ্ধৰ ভয়াবহ সংঘাত পাৰ হৈছে যদিও অসমে বহু আহুকলীয়া পৰিস্থিতিত দিন নিয়াব লগীয়া হৈছিল। কিতাপ প্ৰকাশ কৰাৰ কথা সপোনৰো অগোচৰ সেই সময়ত।

এদিন কলিকতাত পঢ়ি থকা যোৰহাটৰ উৎসাহী সাহিত্য-প্ৰেমী দুজন ল'ৰা আহিল। সুধিলে—"আইতা! আপোনাৰ হাতত নিশ্চয় কিছুমান অপ্ৰকাশিত কবিতা গোট খাই আছে, নহয় নে?" মই হয় বুলি কোৱাত শ্ৰীমান যতীনাৰায়ণ শৰ্মাই কলে—"আমাক দিয়ক কবিতা-খিনি, ছপা কৰি উলিয়াওঁ।" মই কলোঁ—"কেনেকৈ কৰিবা? এই দুৰ্দিনত কাগজ পাবলৈ নাই, নানা অসুবিধা।" যতীয়ে কলে—"মোৰ হাতত অলপমান কাগজ আছে, তাৰেই কাম আৰম্ভ কৰিব পাৰিম। মই আৰু এয়া অমূল্য দুয়ো প্ৰুফ চাই যত্ন লৈ কিতাপ ছপা কৰিম। আপোনাৰ কবিতা অপ্ৰকাশিত থাকিব নোৱাৰে, প্ৰকাশ কৰিবই লাগিব যেনে তেনে।" এই নিঃস্বাৰ্থ সাহিত্যপ্ৰেমী ল'ৰা দুটিৰ কথা শুনি মৰমতে মোৰ হিয়া পমি গ'ল—চকুপানী ওলাল! নামটো কি হ'ব ভবা-গুণা কৰাত 'সন্ধিয়াৰ সুৰ'ৰ লগত মিলাই 'সপোনৰ সুৰ' হলে ভাল হ'ব বুলি কলোঁ। যতী আৰু অমূল্যই নামটো বৰ ভাল পালে। কিতাপখন লৈ গৈ কলিকতাৰ প্ৰেছত দিলেগৈ। সপোনৰ সুৰ ছপা হৈ ওলাল। কিছুমান দিনৰ পিছত আমিও কলিকতালৈ যাব লগীয়া হৈছিল। কলিকতাত ঘটা অশান্তিৰ মাজতে 'সপোনৰ সুৰ' ওলাল। সপোনৰ সুৰ ওলোৱাৰ লগে লগে 'আৱাহন' আৰু 'বাঁহী' কাকতত বিবিধজনৰ সমালোচনা প্ৰকাশ হবলৈ ধৰিলে। এটি বহল সমালোচনা লিখিলে শ্ৰীমুক্তিনাথ বৰদলৈয়ে। শ্ৰীভবেন্দ্ৰনাথ শইকীয়াৰ 'নলিনী কাব্যৰ সুৰ' শ্ৰীউপেন্দ্ৰনাথ কটকীৰ' নলিনী কাব্যৰ অতীন্দ্ৰিয় সুৰ-জগতত এভুমুকি'



শ্ৰীশিবেশ দাস, শ্ৰীহেম বৰুৱাৰ ইংৰাজী ৰিভিউ কাগজত বহল সমালোচনা আৰু বহুজনৰ কবিতাৰ নিৰ্মালিৰে আলোচনীৰ ঠগা উপচি পৰিল। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাত বি. এ. মহলাৰ পাঠ্য নিৰূপণ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ে আদৰণি জনালে। সপোনৰ সুৰলৈকো ৰাইজে নিৰ্মালি ছটিয়ালে।

করুণাময়ৰ কৃপাৰ সোঁত ধাৰাসাৰে বৰলৈ ধৰিলে। 'সপোনৰ সুৰ' প্ৰকাশ হোৱাৰ লগে লগে অসমৰ সাহিত্য-প্ৰেমী, গুণগ্ৰাহী, গুণীসকলৰ হিয়া-পৰশা সমালোচনাৰ সোঁত আৱাহন, বাঁহীত ওলাবলৈ ধৰিলে। কেতিয়াও আশা নকৰা মনে ৰাইজৰ মৰমৰ চিনাকি পাই মনলৈ সান্ত্বনা আহিছিল এই ভাবি যে মোৰ অযোগ্য ৰচনাৰ শৰাইখনি যে ৰাইজে নিঘিণাই গ্ৰহণ কৰিছে এয়ে আছিল মনৰ সান্ত্বনা আৰু আত্মতৃপ্তি। সুকবি শ্ৰীমুক্তিনাথ বৰদলৈৰ 'সপোনৰ সুৰ' নামে এলানি সমালোচনা বহলভাৱে আৱাহন কাকতত প্ৰকাশ হৈছিল। তেওঁ নিজেই কবি-অনুভূতিৰে লিখিছিল এনাবি কথা—"We are such staff that dreams are made of" যি বস্তু ইন্দ্ৰিয়ৰ কাৰণে দুৰ্লভ, যাক চেতনা জাগৃতিৰ মানদণ্ডেৰে পৰিমাণ কৰিব নোৱাৰি, যাৰ বোধ কেৱল অস্পষ্টই নহয়, অসম্ভৱো নহয়, সেয়ে সপোন। অৱচেতন অৱস্থাৰ স্বৰূপ নাই, তাৰ সূক্ষ্মত্ব অবৰ্ণনীয়, সেই অৱচেতনাই সপোনৰ প্ৰকৃত সত্তা। সম্ভৱত অতীন্দ্ৰিয় জগতৰ বস্তু বুলিয়েই কল্পনাৰ সূক্ষ্মাতিসূক্ষ্ম চিন্তা কণাবোৰ এই সপোনৰ সগোত্ৰ। এই সপোন মিষ্টিছিজিমৰ ভেটী। জীৱন ৰহস্যৰ কুঁহেলিকাৰে ঢাক খোৱা চিৰন্তন প্ৰশ্নবোৰ অনুসন্ধিৎসু জ্ঞান-লোলুপ অনাদিকালৰ এই প্ৰশ্নৰ সমাধানত কোনোৱে তৃপ্ত হোৱা নাই। সেই সূক্ষ্ম নীতিৰ ঝঙ্কাৰ সপোনৰ সুৰে সুৰে ঝঙ্কৃত। মুক্তি বৰদলৈৰ গভীৰ চিন্তাধাৰাত কবি মানসত ঝঙ্কৃত হৈ যেন এটি নতুন কবিতাৰ স্থষ্টি কৰিলে মোৰ মুগুধ মন মানসত। এনে গধুৰ ভাবৰ সমালোচনা বিৰল। সপোনৰ সুৰে বহুজনৰ মানসত সুপ্ত হৈ থকা ভাবৰ সোঁত বোৱাই সপোনৰ সুৰৰ কবিকো তৃপ্ত কৰিলে; জীৱনত বহু নৱ সম্ভাৱনাৰ সপোন জগোৱাত সহায় কৰিলে। এই সকললৈ এই অকিঞ্চিৎ জীৱনৰ ভক্তি-অৰ্ঘ্য সজাই থলোঁ।

তৃতীয় কবিতাৰ পুথি 'পৰশমণি' ঃ 'পৰশমণি' পুথিখনি ১৯৫৫ চনত যুগুত কৰা হৈছিল। উপনিষদ আৰু বেদৰ গধুৰ ভাব কেইটিমানে পৰশমণিত আত্মপ্ৰকাশ কৰে। সাহিত্য-প্ৰেমী শ্ৰীযুত বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাৰ যত্নত 'পৰশমনি' ছপা হৈ ওলাল। হঠাতে সপোনৰ সুৰৰ ঠাই পৰশমণিয়ে অধিকাৰ কৰি পেলাল। গুৱাহাটী বিশ্ববিদ্যালয়ে পৰশমণিক আদৰি লৈ আই.এ.-ৰ পাঠ্যৰূপে মনোনীত কৰিলে। পৰশমণিৰ পাতনিখনেও আই. এ. পাঠ্যৰ ঠাই ল'লে।

চতুৰ্থ কবিতাৰ পুথি 'যুগদেৱতা' ঃ কালিদাস জয়ন্তীত কবিতা, সংস্কৃত সঞ্জীৱনী সভাৰ অনুৰোধত 'ভাৰতবৰ্ষ', 'দেৱভাষা', 'ব্যাসদেৱ' আদি কবিতা লিখিছিলোঁ। সেই আৰ্হিকে লৈ ভাৰত-দেৱতা পুৰুষোত্তম, শ্ৰীকৃষ্ণ, ব্যাস, বাল্মীকি আদিক সুঁৱৰি লিখা কবিতাৰ লগতে যুগ-দেৱতা সন্মান পোৱা লোকসকলৰ বিষয়ে লিখি 'যুগদেৱতা' নাম দি লিখা পুথিখনিও শ্ৰীযুত বিচিত্ৰনাৰায়ন দত্তবৰুৱাই প্ৰকাশ কৰিল ১৯৫৮ চনত।

জাগৃতি ঃ কবিতাৰ পুথি জাগৃতি লিখা হৈছিল চীনা আক্ৰমণৰ সময়ত ১৯৬২ চনত। দেশাত্মবোধ জগাই তুলিব পৰা গীত-কবিতাৰে 'জাগৃতি' লিখা হৈছিল। চৰকাৰৰ ঘৰৰপৰা এই পুথিখনি ছপা কৰি বিলাই দিয়া হৈছিল। চীনা যুদ্ধৰ সময়ত মাইক যোগে এই জাগৰণৰ গানবোৰ অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আৰু বহুজনে গাই ফুৰিছিল। চীনা যুদ্ধৰ সময়ত অনাতাঁৰত ৰূপায়িত হোৱা কেইটিমান কবিতা আছিল 'বিজয়িনী ভাৰতৰ নাই পৰাজয়।' এই কবিতাটি শুনি দিল্লী অনাতাঁৰ কেন্দ্ৰই হিন্দীলৈ অনুবাদ কৰাই প্ৰচাৰ কৰিছিল। আৰু ১৯৬৪ চনৰ কবি সন্মিলনৰ সভানেত্ৰীৰূপে আমন্ত্ৰণ কৰি এই কবিতাটি দিল্লীত পাঠ কৰিবলৈ অনুৰোধ জনাইছিল।

অলকানন্দা ঃ মোৰ ষষ্ঠকবিতাপুথি। এই পুথিৰকবিতাৰ ১৯৬৪ চনৰ কবি সন্মিলনৰ সভানেত্ৰীৰ আসনৰপৰা পাঠ কৰা হৈছিল। গতানুগতিক-ভাৱেই ভিন ভিন সময়ত লিখা কিছুমান কবিতা আৰু গীত গোট খাই আছিল। গীতবোৰৰ সৰহভাগেই সুকণ্ঠী শিল্পীসকলৰ সৌজন্যত অনাতাঁৰত প্ৰচাৰিত হৈছিল। ডিব্ৰুগড়ৰ সাহিত্য সভাৰ, লগতে দানবৰী



শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱৰ অনুদানেৰে প্ৰকাশিত। পুথিখনে একাডেমী বঁটা পায় ১৯৬৮ চনত। অসম সাহিত্য সভাই প্ৰকাশ কৰে।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ (৺দেউতাৰ) জীৱন সোঁৱৰণ স্মৃতিতীৰ্থ লৈ নিৰ্মালি ঃ 'স্মৃতিতীৰ্থ' লিখিবলৈ লৈছিলোঁ ১৯৩৯ চনত তেজপুৰত থকা কালতে। শেষ কৰিবপৰা হ'ল কলিকতালৈ আহি ১৯৪৮ চনত। বহু যত্ন বহু সংগ্ৰহৰ পিছত পুথিখন সম্পূৰ্ণ কৰি কলিকতাৰ প্ৰেছত দিয়া হ'ল। কলিকতা প্ৰবসুৱা ছাত্ৰ ডাক্তৰী পঢ়ি থকা শ্ৰীমান আনন্দেশ্বৰ বৰঠাকুৰ, শ্ৰীমান পদ্ম বৰা, শ্ৰীমান ভুবনে পুথিখনৰ প্ৰুফ আদি চাই সহায় কৰি দিছিল। পুথি ছপা শেষ নৌহওঁতেই আমি কলিকতা এৰিব লগীয়া হোৱাত গুৱাহাটীলৈ আহি শ্বিলঙৰ 'চপলা বুক ষ্টল'ক কিতাপ মোকলোৱাৰ ভাৰ সোধালোঁ। চপলাৰ সৌজন্যত পুথিখনি প্ৰকাশ হ'ল। কলিকতা প্ৰবসুৱা অসমীয়া ছাত্ৰ কেইজন আৰু চপলা বুক ষ্টললৈ মোৰ আন্তৰিক ওলগ জনাইছোঁ। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ জীৱন সোঁৱৰণী এখনি পাবলৈ ৰাইজে উৎসুকভাৱে অপেক্ষা কৰি আছিল। তেৰ বছৰৰ মুৰত 'স্মৃতিতীৰ্থ' জীৱন সোঁৱৰণী ওলোৱাত সদৌ অসমীয়া ৰাইজৰ হৰষৰ পাৰ নোহোৱা হ'ল। কেউপিনৰপৰা চিঠি, অনাতাঁৰ, বাতৰি কাকতত স্মৃতিতীৰ্থ লৈ আদৰণী আহিবলৈ ধৰিলে। দেশৰ বৰেণ্যসকলৰপৰা অহা আশীৰ্বাদ নিৰ্মালিৰূপে চাৰিখনি বহুমূলীয়া পত্ৰনিৰ্মালী মোৰ জীৱন সোঁৱৰণৰ মাজত থলোঁ।

প্ৰথম পত্ৰ

গুৱাহাটী

পৰম শ্ৰদ্ধেয়া, ২৩।২।৪৫ ইং

আপুনি অনুগ্ৰহ কৰি পঠোৱা স্মৃতিতীৰ্থ পালোঁ। নিজে গৈ ধন্যবাদ দিম বুলি ভাবিছিলোঁ, কিন্তু শৰীৰ সিমান ভাল নোহোৱাৰ বাবে ইয়াৰ পৰাই আপোনাক মোৰ আন্তৰিক ধন্যবাদ জনালোঁ।

জীৱনীখনি কৰ্মপ্ৰাণ দেশপ্ৰেমিক পিতৃদেৱ আৰু পিতৃপ্ৰাণা কন্যাৰ উপযুক্ত হৈছে। তাৰ উপৰিও আপোনাৰ সুগভীৰ অনুভূতিশক্তিয়ে দেউতাকৰ মহান আদৰ্শপূৰ্ণ জীৱনকাহিনীয়ে যুগযুগান্তৰে অসমীয়াৰ

প্ৰাণক উদ্দীপ্ত আৰু উৎপ্ৰেৰিত কৰিব। এইদৰে দেশবাসীৰ মঙ্গলসাধনা কৰি যে আপুনি পিতৃঋণ সুজিব পাৰিছে, তাৰপৰা আপোনাৰ জীৱন ধন্য হ'ল। আপুনি মোৰ শ্ৰদ্ধাপূৰ্ণ অভিনন্দন গ্ৰহণ কৰিব। ইতি—

বিনীত
শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

ইয়াৰ উপৰিও সাহিত্যসম্ৰাট ৰজনীকান্ত বৰদলৈয়ে লিখিছিল—

"দেশজননীৰ একনিষ্ঠ সাধক কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ বিদুষী কবি-কন্যাই লিখিছে চাৰে তিনিশ পৃষ্ঠাৰ ভিতৰতে সজাই পৰাই বৰদলৈৰ বহুমূলীয়া জীৱনকাহিনী। বৰদলৈৰ বিষয়ে ক'ব লগীয়া বহু কথা এই পুথিত আছে। কিন্তু লেখৰ কথা এয়ে যে কৰ্মবীৰৰ চেনেহৰ কবি-কন্যাই এই পুথিখনি সংকলন কৰিছে। এগৰাকী মহীয়সীয়ে মহান পিতৃক অধ্যয়ন কৰিবৰ প্ৰয়াস পাইছে। লিটন, ষ্ট্ৰেচি বা এমিল লাওবিগৰ নতুন জীৱনী-সাহিত্যৰ দৰে ইয়াত নিৰ্মম সমালোচনাৰ ঠাই নাই। কিন্তু কৰ্মবীৰৰ কৰ্মজীৱন ক্ষেত্ৰত কোনো প্ৰশংসাই উচ্চ হ'ব নোৱাৰে। তথাপি লিখিকাই কৰ্মবীৰৰ সহযোগী সহকৰ্মীসকলৰ মন্তব্য উদ্ধৃতিদি মহান জীৱনৰ এটি ছুটি খুঁত আঙুলিয়াই দিবলৈ পাহৰা নাই।......

পুথিখনি হাতত লৈ আমি যেনেকৈ এটা ডাঙৰ সম্পদ পালোঁ বুলি গৌৰবান্বিত হৈছোঁ, আনপিনে লাজত তলমূৰ কৰিছোঁ এতেদিনে কৰ্মবীৰৰ এনে এখনি জীৱনী লিখোতা নোলাল বুলি।

শ্ৰীৰজনীকান্ত বৰদলৈ
ডিব্ৰুগড়
১৯৪৮ চন

পৰম কল্যাণীয়া,

আই ঐ মোৰ! ৰোগশয্যাত পৰি তোমাৰ মৰমৰ উপহাৰ 'স্মৃতিতীৰ্থ' খনি পাই মন আনন্দ আৰু গৌৰৱেৰে উপচি গ'ল। ৰোগৰো যেন শাম কাটিলে। কি ভাষাৰে নো তোমাক ধন্যবাদ দিম? আই ঐ মোৰ! বংশৰ গৌৰৱ, কূলৰ গৌৰৱ, দেশৰ গৌৰৱ তুমি। আশীৰ্বাদ



কৰিছোঁ পূৰ্ণ স্বাস্থ্য, অতুলনীয় মেধা প্ৰতিভাৰে পৰমেশ্বৰে তোমাক সুদীৰ্ঘকাল জীয়াই ৰাখক। তোমাৰ যশস্যা অসমত তথা ভাৰতত অমৰ হৈ ৰওক। এই স্মৃতিতীৰ্থৰে কৰ্মবীৰৰ নাম অমৰ কৰিলা। আই, এয়ে প্ৰকৃত শ্ৰদ্ধা। 'শত পুত্ৰ সম কন্যা' এই বাক্যশাৰী সম্পূৰ্ণৰূপে তোমাতে খাটিছে। শেষত তোমালৈ হিয়াভৰা আশীৰ্বাদ জনালোঁ।

তোমাৰ মামা দেউতা,
শ্ৰীকীৰ্তিনাথ বৰদলৈ
যোৰহাট

প্ৰীতিভাজনীয়াসু,

স্বনামধন্য কৰ্মবীৰ বৰদলৈদেৱৰ জীৱনচৰিতখন এনে মনোমোহা সৰল ভাষাত লিখি 'স্মৃতিতীৰ্থ' সাৰ্থক নাম দি ৰাইজলৈ আগবঢ়োৱাত আমাৰ অন্তৰৰ ধন্যবাদ আৰু শলাগৰ শৰাই আপোনালৈ আগবঢ়ালোঁ। কৰ্মবীৰৰ এনে মধুময় জীৱনী উঠি অহা ল'ৰা-ছোৱালীবোৰক দেশাত্মবোধ জগাই দেশসেৱালৈ প্ৰেৰণা দিব। ইতি—

বিনীত
শ্ৰীবিষ্ণুৰাম মেধি
গুৱাহাটী

শ্ৰদ্ধাস্পদেষু,

বিদুষী কন্যাৰ দ্বাৰা ৰচিত শক্তিমন্ত পিতৃদেৱতাৰ চৰিত পুথি 'স্মৃতিতীৰ্থ' যথাবিহিতভাৱে পঢ়িলোঁ। তাৰপৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ-বাবে যুগুত হ'ব ধৰা অসমীয়া পাঠ্যপুথিত সুমাবলৈ বৰদলৈদেৱৰ ছাত্ৰ-সন্মিলনৰ বক্তৃতাটোও তোলাই লোৱা হ'ল।

ভাষাৰ প্ৰাঞ্জলতা আৰু ভাৱৰ স্পষ্টতাত 'স্মৃতিতীৰ্থ'ই চৰিত-সাহিত্যত অদ্বিতীয় ঠাই অধিকাৰ কৰিছে। বাহিৰৰপৰা ৺নবীনচন্দ্ৰৰ বিষয়ে মই যি ধাৰণা লৈ আছিলোঁ সেই ধাৰণা আপোনাৰ লগত মিলি যোৱাত মই ৰং পাইছোঁ। পাটৰ নিচিনা প্ৰকৃতিৰ অৱদান সাজ-পাৰ পিন্ধাই দেশপ্ৰেমিক তৈয়াৰ কৰিব নোৱাৰি। দেশপ্ৰেম ৺নবীন চৰিত্ৰৰ নৈসৰ্গিক শ্যামন্ত। নবীন চৰিত্ৰৰ ৰাজনীতি পাশাখেলৰ গুটি চালনা নহয়। মাকৰ প্ৰতি অৱমানসৰ মাতৃভক্ত সন্তানৰ লাভ-লোকচানৰ

চিন্তাবিহীন অতুল ত্যাগ। আপোনাৰ স্মৃতিতীৰ্থত সকলো তথ্য পৰিস্ফুট হৈ ওলাইছে। কথ্যাৰ ৰচিত বুলি কোনো ঠাইতে অতিৰঞ্জিত হোৱা নাই। কিন্তু বিষয়বস্তুবোৰৰ সন্নিবেশ আন ধৰণৰ হ'লে চৰিত্ৰ আৰু দীপ্তিমান হৈ ফুটি ওলালহেঁতেন। যেনে বৰদলৈদেৱৰ ৰাজনৈতিক জীৱন, সাহিত্য জীৱন আদি। সেইবোৰ আগলৈও হ'ব পাৰিব। দ্বিতীয় তাণ্ডৱণত কথাবোৰ অগাপিচা কৰি দিলেও হ'ব। মুঠতে 'স্মৃতিতীৰ্থ' অসমৰ সাহিত্যলৈ বিশিষ্ট অধ্যায়। ইয়াত ভাব, ভাষা আৰু বিষয়বস্তুৰ সম্পূৰ্ণ সমাবেশ গ্ৰন্থ ৰচয়িত্ৰী হিচাপে আপোনালৈ শ্ৰদ্ধা প্ৰকাশ কৰি আপোনাৰ 'স্মৃতিতীৰ্থ'ত অন্তৰৰপৰা মূৰ দোৱালোঁ।

বৰদলৈদেৱৰ ৰচিত সকলো পুথি যদি গ্ৰন্থাৱলী হিচাপে প্ৰকাশিত হয় তেনেহ'লে সেইবোৰ অতি মূল্যবান সম্পদ হ'ব। আজিলৈ ইমানতে—

গুৱাহাটী — বিনীত

১৫।৩।৪৮ ইং — শ্ৰীবাণীকান্ত কাকতি

ইয়াৰ উপৰি লৌহমানৱ 'চৰ্দাৰ বল্লভভাই পেটেল' প্ৰকাশ হয়। 'মীৰাবাঈ' নাটিকা প্ৰকাশ কৰে লয়াৰ্ছ বুক ষ্টলে।

### অন্যান্য ৰচিত পুথিৰ তালিকা

| | | |
|---|---|---|
| শেষপূজা | শিশু নাটিকা | প্ৰকাশিত |
| পাৰিজাতৰ অভিষেক | শিশু নাটিকা | প্ৰকাশিত |
| প্ৰহ্লাদ | শিশু নাটিকা | প্ৰকাশিত |
| মেঘদূত | সংস্কৃতৰপৰা কবিতাৰে অনুবাদ | অপ্ৰকাশিত |
| পুঁৱতি পোহৰৰ কঁপনি | নাটক | অপ্ৰকাশিত |
| মন্দাকিনী | সপ্তম কবিতাৰ পুথি | অপ্ৰকাশিত |

### অনাতাঁৰত ৰূপায়িত নাটিকাসমূহ

| | |
|---|---|
| মহিষাসুৰমৰ্দিনী | ১৯৫৮ চনৰপৰা দুৰ্গাষ্টমীত ৰূপায়িত |
| জন্মাষ্টমী গীতি-নাটিকা | |
| নৱজন্ম | নৃত্য-নাটিকা |



| | |
|---|---|
| হোলি | ফাকুৱা নৃত্য-নাটিকা |
| নেতাই ধুবুনী ঘাট | নৃত্য-নাটিকা |

নটীপূজা ( কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ নটীৰ পূজাৰ ভাঙনি )

ভাৰত-বিদূষী

অসম আউসী বুৰঞ্জীমূলক নাটক—অপ্ৰকাশিত

### প্ৰৱন্ধ

| | | |
|---|---|---|
| শান্তিপথ | আধ্যাত্মিক প্ৰবন্ধাৱলী | প্ৰকাশিত |
| বিশ্বদীপা | ছকুৰি পাঁচ গৰাকী বিশ্বৰ মহীয়সী নাৰীৰ চমু জীৱন চানেকি | প্ৰকাশিত |
| নাৰদীয় ভক্তিসূত্ৰ | | অপ্ৰকাশিত |
| মানসতীৰ্থ | প্ৰবন্ধাৱলী | অপ্ৰকাশিত |
| ৰূপৰেখা | নৃত্য নাটিকাৱলী | অপ্ৰকাশিত |
| ভাষণাৱলী | | অপ্ৰকাশিত |
| কবি সৌৰৱণ | জোনাকী স্বপ্ন সুৰভি | অপ্ৰকাশিত |

চিৰ চেনেহী মাতৃভাষাৰ পুথিৰ শৰাইত মোৰ এই কেইপাহি কবিতা সাহিত্য কুসুমৰ অৰ্ঘ্য সজাই আগবঢ়ালোঁ—পাঠকসকলৰ ওচৰত হেজাৰ ভুল-ক্ৰুটিৰ ক্ষমা বিচাৰি।

মৰমী দেশৰ আশীৰ্বাদঃ মোৰ মৰমী দেশৰ মৰমৰ আশীৰ্বাদ এই অকিঞ্চিৎকৰ জীৱনলৈ অতুলনীয়। পৰম কৰুণাময়ৰ অযাচিত কৃপা নামি আহিলঃ

### সংস্কৃত সঞ্জীৱনী সভাৰ নলবাৰী অধিবেশনৰপৰা 'কাব্য ভাৰতী' উপাধি প্ৰদান

সৰ্বভাৰত সংস্কৃত সঞ্জীৱনী সভাৰ অসম শাখাৰ নলবাৰী অধিবেশনে অসম কবিয়ত্ৰীলৈ 'কাব্য ভাৰতী' উপাধি প্ৰদান কৰে। এই মহতী সভালৈ সাদৰ আমন্ত্ৰণ পোৱা সত্বেও শাৰীৰিক অসুস্থতাৰ কাৰণে সভাত

উপস্থিত হ'ব নোৱাৰিলোঁ। সভাত পাঠ কৰিবলৈ 'ভাৰতবৰ্ষ' নামৰ কবিতা এটি আৰু 'দেৱভাষা' নামক কবিতা এটি পঠিওৱা হৈছিল। অসমত সমাগত সংস্কৃজ্ঞ পণ্ডিত মণ্ডলীয়ে কবিতা দুটি পৰম সাদৰে গ্ৰহণ কৰি গুণীপণ্ডিত সমাজে নিজৰ উদাৰ গুণৰ পৰিচয় দেখুৱাইছিল। সেই মহতী সভাত অসমৰ এই নগণ্যা কবিলৈ সংস্কৃত সঞ্জিৱনী সভাৰ শ্ৰেষ্ঠ সন্মান 'কাব্য ভাৰতী' উপাধি প্ৰধান কৰিছিল। সভাৰ সম্পাদক পণ্ডিত শ্ৰীবিপিনচন্দ্ৰ গোস্বামীদেৱে উপাধি পত্ৰখনি মোৰ নৰিয়া পাটিতে আনি দিছিল। উপাধি পত্ৰখনি শিৰত তুলি লৈ মোৰ চকুৰ লোতক ধাৰাসাৰে সৰি পৰিছিল। মনে মনে সেই অজানাজনৰ অসীম কৃপা সুঁৱৰি মাথো বাৰে বাৰে মনলৈ আহিছিল, সেই অজ্ঞাত শক্তিৰ অসীম লীলাৰ প্ৰত্যক্ষতা।

## উপাধি

কামাখ্যা কামদেৱং বিলসতু হৃদয়ে সন্ততং তে শৰণভা।

### উপাধি পত্ৰম্

কামৰূপ জিলান্তঃপাতি গুৱাহাটী নগৰবাসিনীং কাব্য ৰচনা আদি বিবিধ গুণশালিনীং কামৰূপ সংস্কৃত সঞ্জীৱনী সভা তদগুণগণপ্ৰমুদ্ধৈনং শ্ৰীযুক্তা নলিনীবালা দেব্যাভিধেয়াং মহাশয়াং 'কাব্যভাৰতী' ইত্যুপাধি ভূষণৈ ভূষয়িত্বা প্ৰমুদিতা সঞ্জাতা।

| | |
|---|---|
| প্ৰদত্তমিদং কামৰূপ সংস্কৃত সঞ্জীৱনী সভাতঃ ১৮৭৮ শকাব্দীয়। | কামৰূপ সংস্কৃত সঞ্জীৱনী সভা সভ্যপ্ৰতিনিধিনা— শ্ৰীপ্ৰতাপ গোস্বামিনা সভাপতিনা। |
| সৌৰাগ্ৰয়হাণস্থ ১৪শ দিবসীয় পঞ্চবিংশ অধিৱেশনে। | শ্ৰীমনোৰঞ্জন শাস্ত্ৰিনা— সম্পাদকেন চ। *Secretary* Kamarup Sanskrit Sanjibani Sabha |

সেই অজানাজনৰ অসীম কৃপাতে ক্ৰমে আৰোগ্য লাভ কৰিলোঁ।



### দিল্লীৰ আমন্ত্ৰণ

এইবাৰ মোৰ চিৰ চেনেহী ভাষা জননীৰ আহ্বান আহিল সুদূৰ দিল্লীৰ অনাতাঁৰ কবি সন্মিলনীৰপৰা।

সৰ্বভাৰতীয় কবি-সন্মিলনলৈ কবি প্ৰতিনিধি ঃ ১৯৫৭ চনত সৰ্বভাৰতীয় কবি সন্মিলনলৈ কবি প্ৰতিনিধিৰূপে নিৰ্বাচিত হৈ দিল্লীৰপৰা আমন্ত্ৰণ আহিল। মনত হ'ল এয়া কাৰ আকস্মিক নিৰ্দেশ? দিল্লীলৈ যোৱা, দিল্লীত গৈ সৰ্বভাৰতৰ বিখ্যাত কবি সমাজত কবিতা পাঠ কৰিবলৈ পোৱা, তাকো আকৌ মোৰ চিৰ চেনেহী জনমভূমি চিৰ অবহেলিতা অসমীয়া মাতৃভাষাৰ স্থান সৰ্বভাৰতৰ পণ্ডিত সমাজত, অসমীয়া কবিতা পাঠ। মোৰ এই পৰম সৌভাগ্যৰ আহ্বান, হে মোৰ চিৰ আৰাধ্যা জনমভূমি! তোমাৰ নিঃকিনা এই অযোগ্যা কন্যাৰ অন্তৰত শক্তি দিয়া, প্ৰেৰণাৰ প্ৰবাহ বোৱাই দিবা আই মোৰ। স্বপ্নতো নভবা কেতিয়াও কল্পনা নকৰা এনে অভাৱনীয় ঘটনা দিল্লীলৈ গৈ কবিতা পাঠ কৰিবলৈ যাব নিৰ্দেশ তেওঁৱেই সকলো কাম নিশ্চয় কৰাই নিব। সন্মতি জনালোঁ। অহা-যোৱা, থকা সকলো খৰছ কেন্দ্ৰীয় অনাতাঁৰ কেন্দ্ৰই বহন কৰিব। গতিকে সেই বিষয়ে ভাবিব লগীয়া নহ'ল। দিল্লীত মোৰ ভাতিজা শ্ৰীপুলিন চাংকাকতি আছে, মোৰ থাকিবলৈও চিন্তা কৰিব লগীয়া নহ'ল…। পিছদিনা কবিতা লেখিবলৈ আৰম্ভ কৰিলোঁ। মনত যি ভাব আহিল সেইদৰেই লিখিলোঁ। ভাল নে বেয়া হ'ল বিচাৰ কৰিবৰ সময় নহ'ল। কিন্তু কবিতা ৰচনাত মোৰ মন খুব সন্তুষ্ট হোৱা নাছিল। কাৰণ প্ৰত্যেক কবিয়েই জানে আনৰ নিৰ্দেশমতে লিখা কবিতাই কবি-মনৰ স্বতঃস্ফূৰ্ত প্ৰেৰণাৰ পৰশ লাভ কৰিবলৈ টান পায়। …কবিতাটো 'আহ্বান' নাম দিছিলোঁ। গণতন্ত্ৰ দিবস সাৰ্থক কৰিবলৈ দেশক আহ্বান, —এয়ে হ'ল ভাবাৰ্থ।

এইবাৰেই মোৰ প্ৰথম দিল্লী যাত্ৰা। সহায় এজন নোলোৱাকৈ যাবলৈ সাহ কৰিব নোৱাৰিলোঁ। প্ৰথম শ্ৰেণীৰ ৰেলৰ টিকিট কিনি মোৰ লগত নাতিল'ৰা এটি লৈ ১৯৫৭ চনৰ বাইছ জানুৱাৰী তাৰিখে দিনৰ দুই বজাত দিল্লী অভিমুখে যাত্ৰা কৰিলোঁ। মোৰ ল'ৰা উপেন চাংকাকতিয়ে আমিনগাঁওত ৰেলত তুলি দি গ'ল। পিছদিনা পুৱা

শিলিগুৰি ষ্টেচনত ৰেল অচল হ'ল। শুনিলোঁ ৰেল ষ্ট্ৰাইক হৈছে ; মহা বিপদত পৰিলোঁ। এই বিপদত গুৱাহাটীৰ শ্ৰীনবীনচন্দ্ৰ শৰ্মাদেৱৰ ভায়েক শ্ৰীমান চুলুৰ আন্তৰিক সহায়তহে মোৰ দিল্লীলৈ যোৱা সম্ভৱ হ'ল। চুলুই নিজৰ ভাইৰদৰে "বাইদেউ, আজি আৰু ৰেল নাযায়! এতিয়া মোৰ ঘৰলৈকে বলক বুলি" মোক নমাই নি আদৰ-সাদৰ কৰি খুওৱা বুওৱাটো কৰিলেই, প্ৰধান উদ্দেশ্য দিল্লী যাত্ৰাৰো উপায় কৰি দিলে। কাৰণ পিছদিনাই প্লেনেৰে যাব পাৰিলেহে পঁচিশ তাৰিখে দিল্লী পোৱা যাব। স্থানীয় 'আকাশী যান' ষ্টেচনলৈ গৈ অতি যত্নেৰে টিকট এটি কৰি দিলে। আনকি আকাশী যানৰ ভাড়া মোৰ হাতত নাটনি হোৱাত নিজৰ ঘৈণীয়েকৰ হাতৰ বাকচ চালি-জাৰি খৰচখিনি যোগাৰ কৰি আকাশী যানেৰে দিল্লীলৈ পঠিয়াই নিদিয়া হ'লে, মোৰ এই যাত্ৰা সম্পূৰ্ণ নিষ্ফল হ'লহেঁতেন। বিদেশত এজন নিজৰ অসমীয়া ভাইয়ে যিমানখিনি কৰিলে ইমান কৰিব কোনে? চুলুৰ মৰম আৰু সহায়ৰ ওচৰত চিৰঋণী হৈ দিল্লীলৈ চবিবশ তাৰিখে যাত্ৰা কৰিলোঁ। সৈনিক বিভাগৰ মেজৰ ল'ৰা এজন মোৰ সহযাত্ৰী হ'ল। ল'ৰাজনে মাতাজী বুলি বাটত শোধপোচ কৰি নিজৰ ল'ৰাৰদৰেই মৰম লগালে। মৰমৰ চুলু আৰু আইদেউজনীৰ কথা ভাবি ভাবি চকুৰ পানী ওলাইছিল। শিলিগুৰি ষ্টেচনত ৰেলত চাকৰি কৰি আছিল চুলু সপৰিয়ালে।

শিলিগুৰিৰপৰা আকাশীযানেৰে কলিকতা হৈ দিল্লীলৈ গৈ নিশা দহ-বজাত দিল্লীৰ 'পালাম' ষ্টেচন পালোঁগৈ। আগতে টেলিগ্ৰাম দিয়ামতে মোৰ ভতিজা পুলিন পালাম ষ্টেচনত ৰৈ আছিল। মোৰ লগৰ মেজৰজনে বিমানৰপৰা নমাই লৈ গৈ মোৰ লগৰ বেগটো কঢ়িয়াই নি ভতিজা পুলিনৰ হাতত চমজাই দি ক'লে—"ইয়ে আপকা মাতাজী, ঠিক হ্যায়। কোন কসুৰ নেহি হুৱা, ম্যয়ভী ২৬ জানুৱাৰী দিল্লী ৰহুঁগা!" তেওঁ বিদায় ল'লে। পুলিনৰ লগত চা-চিনাকি হ'ল।

নিশা দিল্লীত পুলিনৰ ঘৰ পালোঁগৈ, ভতিজা-বোৱাৰী গিৰিজা আৰু নাতি-নাতিনীহঁতে বেৰি ধৰিলে। পিছদিনা দুপৰীয়া অনাতাঁৰ কেন্দ্ৰৰ-পৰা গাড়ী আহি অনাতাঁৰ কেন্দ্ৰলৈ লৈ গ'ল। ভাগে ভাগে কবিসকলৰ



মাত পৰীক্ষা চলিছে। প্ৰত্যেক কবিৰ কবিতা হিন্দী ভাঙনি হৈছে। মোৰ কেইশাৰীমান কবিতা আবৃত্তিৰে মাত পৰীক্ষা কৰা হৈ গ'ল। হিন্দী ভাঙনি কৰোঁতা হিন্দী কবি শ্ৰীহংসনাথ তেৱাৰীয়ে ক'লে—মোৰ কবিতা চাৰি লাইনহে ভাঙনি কৰা হৈছে। শুনি মই ভাবিলোঁ নিশা আঠবজাত মোৰ কবিতা ভাঙনি হ'বগৈ নে বাৰু? আচৰিতঃ ভাঙনি হ'ল গৈ। দুপৰীয়াৰ কামৰ শেষত ঘৰলৈ উভতিলোঁ। গধূলি নিৰ্দিষ্ট সময়ত অনাতাঁৰৰ গাড়ী আহিল। লগত ভতিজা পুলিন, বোৱাৰী গিৰিজা আৰু নাতিনী দীপাক লৈ অনাতাঁৰ কবি-সন্মিলনৰ সভা পালোঁগৈ। সুসজ্জিত সভামণ্ডপ দেখি মুগ্ধ হলোঁ।

## সৰ্বভাৰতীয় প্ৰথম কবি সন্মিলন ( দিল্লীৰ সোঁৱৰণ, ২৫ জানুৱাৰী )
## সভামণ্ডপত কবিতা পাঠ

'আহ্বান' কবিতা পাঠঃ চন্দ্ৰাতপ তৰি সুন্দৰ সভামণ্ডপ তৈয়াৰ কৰা হৈছে। মণ্ডপ আৰু সভাৰ সৌন্দৰ্য্য দেখি মুগ্ধ হৈ পৰিলোঁ। অতীত ভাৰতৰ পৌৰাণিক যুগৰ আহিৰে ঐতিহ্য সংস্কৃতিৰ চিত্ৰ অঙ্কিত সুচিত্ৰিত বৃহৎ চন্দ্ৰতাপ আঁৰা, সভামণ্ডপৰ ওপৰত বিচিত্ৰ চন্দ্ৰতাপৰপৰা দীঘল দীঘল হৈ ওলমি পৰা ফুলৰ মালা আৰু মণিৰ মালাবোৰ জল-মলাই আছে। ঘূৰণীয়াকৈ সজা ওখ সভামণ্ডপৰ ওপৰত ঘূৰণীয়াকৈ পতা মখমলৰ কাপোৰে ঢকা চৈধ্যখন বেদী। বেদীৰ চৌপাশে বগা মল্লিকা ফুলৰ স্তবকে স্তবকে সজোৱা ফুলৰ বেৰ। বেদীখনত বহিলে ফুলবোৰে কবিজনক কেউকাষে বেৰি ধৰে। সোঁমাজত সভাপতিৰ আসন পতা ফুলৰ সজ্জাৰে সজোৱা আগত বৃহৎ মাইক লগোৱা বিস্তীৰ্ণ সভাক্ষেত্ৰত শাৰী শাৰীকৈ পতা সুসজ্জিত আসন দৰ্শকসকলৰ কাৰণে। সভাপতি পণ্ডিত নেহৰু অহাৰ লগে লগে 'বেণ্ড' বাজি উঠিল। চৈধ্যখন প্ৰদেশৰ চৈধ্যজন কবিক আদৰণি জনাই নিৰ্দিষ্ট আসনত বহুওৱা হ'ল। সভাপতি উপস্থিত হৈ আসন গ্ৰহণ কৰি কবিসকলক উদ্দেশ্য কৰি সম্বৰ্ধনা জনালে। ৰাষ্ট্ৰপতিৰ চেক্ৰেটৰীয়ে সভাৰ উদ্দেশ্য বিৱৰি কোৱাৰ পিছত বৰ্ণমালা অনুসৰি 'অ' আখৰৰপৰা আৰম্ভ কৰি কবিসকলক আহ্বান

জনোৱাৰ লগে লগে কবিসকলে নিজ আসনৰপৰা উঠি মাইকৰ সমুখত থিয় হৈ নিজ নিজ কবিতা পাঠ কৰিলে। পোন প্ৰথমতেই কাশীৰ সংস্কৃত কবিয়ে মঙ্গলাচৰণৰ সৈতে সংস্কৃত কবিতা পাঠ কৰিলে। তাৰ পিছতে আদ্য আখৰ 'অ' অনুসৰি অসমীয়া কবিতাৰ পাল পৰিল। কবিৰ নাম আৰু চিনাকি দি চেক্ৰেটৰীয়ে আহ্বান কৰাৰ পিছত মই উঠি গৈ সকলোলৈকে প্ৰণাম জনাই মোৰ কবিতা 'আহ্বান' পাঠ কৰিলোঁ। কবিতা পাঠ কৰি আসন গ্ৰহণ কৰাৰ পিছতে, মোৰ কবিতা হিন্দীলৈ ভাঙনি কৰোঁতা কবি শ্ৰীহংসকুমাৰ তেৱাৰীয়ে মোৰ 'আহ্বান' কবিতাটো হুবহু হিন্দীলৈ ভাঙনি কৰা পাঠ কৰি শুনালে। হিন্দী কবিতাটো পাঠ কৰাত সকলো শ্ৰোতাই কবিতাটিৰ প্ৰকৃত ভাবাৰ্থ বুজিব পাৰি বাঃ বাঃ ধ্বনি কৰিবলৈ ধৰিলে। ইমান সোনকালে অসমীয়াৰপৰা হিন্দীলৈ কৰা নিখুত ভাঙনি শুনি এনে সুন্দৰ প্ৰতিভাৰ পৰিচয় পাই মই অতি আচৰিত হৈ পৰিলোঁ। মোৰ পিছতে অন্ধ্ৰপ্ৰদেশৰ কবিজনে কবিতা পাঠ কৰিলে। তেখেতৰ কবিতাৰো হিন্দী ভাঙনি কৰি শুনালে আন এজন কবিয়ে। বৰ্ণমালাৰ আখৰ ধৰি ইজনৰ পিছত সিজন কবিক চেক্ৰেটৰীজনে নাম ধৰি পৰিচয় দি আহ্বান কৰাৰ লগে লগে কবিসকলে নিজ নিজ কবিতা পাঠ কৰিবলৈ ধৰিলে। হিন্দী কবিসকলে কবিতাবোৰত সুৰ দি হাতৰ ভঙ্গি দি কবিতা পাঠ কৰে, কবিতা পাঠ কৰোঁতে গান গোৱা যেন লাগে। অসমীয়া, বঙালী, কাশ্মীৰী, মালয়ালম ইত্যাদি কবিতাবোৰ আবৃত্তিৰ ঠাঁচত পাঠ কৰা হৈছে। কবিসকলৰ মাজত পঞ্জাবৰ কবি 'অমৃতা প্ৰীতম' মহিলা কবি আছিল। তেওঁ দেখিবলৈ অতি সুন্দৰী, তেওঁৰ ৰচনা আৰু কণ্ঠস্বৰো আছিল অতি শুৱলা। তেওঁ 'জোনাক ৰাতি'ৰ বিষয়ে কবিতা লিখিছিল। কবিসকলৰ মাজত অসম আৰু পঞ্জাবৰ আমি দুজনেই যি মহিলা কবি আছিলোঁ। এইদৰে চৈধ্যজন কবি আৰু চৈধ্যজনৰ ভাঙনি কবিতাৰে মুঠ চৌবিশ জন কবিয়ে ক্ৰমান্বয়ে কবিতা পাঠ কৰাৰ পিছত সভাপতি জৱাহৰলাল নেহৰুৱে কবিসকললৈ সম্ভাষণ দিবলৈ উঠিল। পণ্ডিতজীৰ ভাষণৰ থূলমূল অৰ্থ আছিল এনে ধৰণৰ।

পণ্ডিত জৱাহৰলাল নেহৰুৰ হিন্দী ভাষণঃ "হে ভাৰতবৰ্ষৰ কবিবৃন্দ, শ্ৰেষ্ঠ কলাকাৰ গুণীসকল, আপোনালোকৰ মহান সন্মানিত



আসন ভাৰতবৰ্ষৰ শীৰ্ষস্থানত। যুগ-যুগান্ত ধৰি ভাৰতবৰ্ষই কবি-গুণী-সকলক পূজা কৰি আহিছে। এই ভাৰতৰ গৌৰৱময় সংস্কৃতিৰ খনিকৰ আৰু কলা-বাহকৰূপে আপোনালোক ভাৰতবৰ্ষৰ চিৰ পূজ্য। আজি আমাৰ পৰম সৌভাগ্য, ভাৰতৰ গুণী কবি সমাজক আমি একে ঠাইতে লগ পাইছোঁ। আমি দুঃখিত যিহেতু এতেদিন আপোনালোকক আমি যোগ্য সন্মান দিব পৰা নাই। আজি স্বাধীন ভাৰতৰ ৰাষ্ট্ৰপতিয়ে আৰু প্ৰধান মন্ত্ৰীয়ে আপোনালোকক আন্তৰিক সম্বৰ্ধনা জনাইছে। মই নিজে কবি নহওঁ, কিন্তু মই কবিতা শুনি বা পঢ়ি বৰ ভাল পাওঁ। শেষত আপোনালোকলৈ আন্তৰিক শ্ৰদ্ধা আৰু প্ৰীতি জনালোঁ।"

সভা শেষ হ'ল। কবিসকলক বিশ্ৰামগৃহলৈ লৈ যোৱা হ'ল। বিশ্ৰাম গৃহত কবিসকলক অৰেঞ্জ স্কোৱাচ, সৰবৎ আৰু সুমিষ্ট ফলেৰে অভ্যৰ্থনা জনোৱা হ'ল। সেই সুযোগতে কবিসকলে পৰস্পৰ পৰস্পৰৰ লগত চিনা-জনা হোৱাৰো সুবিধা হ'ল। হিন্দী জনা কবিসকলৰ লগত কথা-বতৰা পাতি বৰ ভাল লাগিল। অন্ধ্ৰ, তামিল, তেলেগু, মালয়ালম ইত্যাদি কবিসকলৰ লগত মাত্ৰ হাঁহিৰ বিনিময়েৰে সম্বৰ্ধনা জনোৱা হ'ল। বঙালী কবি প্ৰখ্যাত লেখক শ্ৰীবুদ্ধদেৱ বসুৰ লগত বহুতো কথা-বতৰা হোৱাৰ সুবিধা পালোঁ। তেখেতে মোৰ কাষতে বহিছিল। তেখেতে মোক সুধিলে—আপোনালোকৰ অসমত মহিলা কবি কিমান আছে? মই ক'লোঁ—আছে বহুতো; অসমখন কবিতাৰ দেশ, অসম প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰপূৰ। সেয়েহে অসমৰ কবিও প্ৰায় ভাগেই স্বভাৱ কবি, লেখি অন্ত কৰিব নোৱাৰি। পুৰুষ কবিৰ বাহিৰেও মহিলা কবিও অলেখ। তেখেতে শুধিলে, সেই কবিসকলে সমাজত স্থান পোৱা কবি নে? মই ক'লোঁ, সমাজৰ লব্ধপ্ৰতিষ্ঠ কবিসকলত বাজেও ত্ৰিশ বছৰৰ তলৰ ভালেখিনি উদিয়মান মহিলা কবিয়ে সমাজত প্ৰতিষ্ঠা পাইছে। বসুৱে ক'লে—কেইজন মানৰ নাম কওকচোন। শ্ৰীনিৰ্মলপ্ৰভা বৰদলৈ, শ্ৰীনীলিমা দত্ত, শ্ৰীলক্ষহীৰা দাস, শ্ৰীদিব্যপ্ৰভা ভৰালী, শ্ৰীদেৱিকা শইকীয়া, শ্ৰীআলিমুন্নিছা পিয়াৰৰ নাম কোৱাত বসুদেৱে সন্তোষ প্ৰকাশ কৰি ক'লে—"ত্ৰিশ বছৰৰ তলৰ ইমানখিনি মহিলা কবিয়ে আপোনাৰ দেশত সমাজত স্থান পাইছে, আশা হয় এইসকলৰ জীৱনক্ষেত্ৰ আগলৈ

বহু বহল হ'ব।" বসুদেৱে পুনৰ ক'লে—বঙ্গদেশত মহিলা কবিৰ সিমান বিকাশ হোৱা নাই। মই কলোঁ, "ৰবীন্দ্ৰনাথ ঠাকুৰৰ দেশত জন্মগ্ৰহণ কৰিছে, সেই দেশত কবিতাৰ প্ৰসাৰ নহ'ব কিয় ? নিশ্চয় হ'ব, উপন্যাস সাহিত্যত আপোনালোক বৰ ধনী। আধুনিকক্ষেত্ৰত আপোনালোকৰ ঠাই ল'বলৈ অসমীয়া উপন্যাসৰ বহুদিন আছে।" তেখেতে এই কথা শুনি বৰ সন্তোষ পালে, ক'লে—"মই এবাৰ অসমলৈ যাম, আপোনাৰ লগত কথা হৈ বৰ ভাল লাগিল, চাওঁ আপোনাৰ কবিতাটো।" টাইপ কৰা কবিতাটো তেখেতৰ হাতত দিলোঁ। তেখেতে আখৰবোৰ দেখি ঘপৰাই কৈ উঠিল—"এইবোৰ দেখোন তেনেই বঙালী আখৰ ; বেছতো পঢ়া যায়।" মই ক'লোঁ, "পঢ়ক" ; তেখেতে পঢ়িলে কিন্তু একো বুজি নাপালে আৰু ক'লে—"ভাল বোঝা যায় না।" মই কলোঁ, "লিপি একে হ'লেইতো ভাষা একে নহয়, বঙলা আৰু অসমীয়া ভাষা দুয়োটা বেলেগ ভাষা। অসমীয়া ভাষাৰ দুটা বৰ্ণ স্বকীয়া আছে। উচ্চাৰণো স্বকীয়া, ব্যাকৰণো স্বকীয়া, গতিকে আপুনি বুজিবলৈ টান পাব। লিপি একে হোৱাৰ কাৰণ হ'ল, অসমলৈ প্ৰথম খৃষ্টান মিছনাৰীসকল গৈ প্ৰথম প্ৰেছ স্থাপন কৰি প্ৰেছত কাম কৰিবলৈ ধৰে। সেই প্ৰেছৰ আখৰ আজিৰ এই আখৰ মিছনাৰীসকলে বেঙ্গল অসম সকলোতে চলাইছিল। আমাৰ অসমীয়া স্বকীয়া লিপি এতিয়াও পুথিবোৰত আছে।" বসুদেৱে বঙ্গদেশৰ খ্যাতনামা সাহিত্যিক। তেখেতৰ লগত কথা পাতি বৰ ভাল লাগিল। ৰাষ্ট্ৰপতিৰ চেক্ৰেটৰীয়ে পিছদিনা গধূলি পাঁচ বজাত ৰাষ্ট্ৰপতি ভৱনৰ আগত থকা 'মোগল গাৰ্ডেনৰ চাহ মেল'লৈ হাতে হাতে নিমন্ত্ৰণ-পত্ৰ দিলেহি প্ৰত্যেকজন কবিৰ হাতত। নিমন্ত্ৰণ-পত্ৰৰ তলত ৰাষ্ট্ৰপতিৰ চহী। ৰাষ্ট্ৰপতিয়ে মোগল গাৰ্ডেনৰ 'এট্-হোমত' কবিসকলক লগ ধৰিবলৈ দিহা কৰিছে। সেইদিনাৰ সন্মিলন সিমানতে শেষ হ'ল ; অনাতাঁৰ গাড়ীৰে ঘৰত থৈ গ'ল।

দ্বিতীয় দিনা ছাবিবশ জানুৱাৰী। নিশা তিনি বজাৰপৰা দিল্লী নগৰী কোলাহল আনন্দমুখৰ হৈ পৰিছে। তিনি বজাৰপৰা ছাবিবশ জানুৱাৰী উৎসৱ দৰ্শন কৰিবলৈ লানি নিচিগা যাত্ৰীৰে আলিবাটত জনতাৰ সোঁত। 'দিল্লী গেট'ৰ ময়দানৰ উৎসৱ থলীলৈ দিল্লীৰ কিছুমান



অঞ্চলৰপৰা বহুত দূৰ হয়। সেই বাবে দূৰনিবটীয়া বাটবুলি যোৱা যাত্ৰীবোৰ নিশাতে ঘৰ এৰি আগবাঢ়ে নিজ নিজ ঠাই ল'বলৈ। দিল্লীত পাঞ্জাবী লোকৰ সংখ্যাই সৰহ·যেন লাগে। একোটা পাঞ্জাবী পৰিয়াল একোখন চাইকেলতে তিনিটা চাৰিটালৈকে ল'ৰা-ছোৱালী লৈ আৰু লগতে টিফিন-কেৰিয়াৰত খোৱা বস্তু আৰু ফ্লাস্কত পানী লৈ যোৱা দেখিলে আচৰিত নহৈ নোৱাৰি। চাইকেলবোৰৰ আগত এটা বেতৰ বাস্কেত, পিছৰ কেৰিয়াৰটো আছেই। কেচুৱাটোক বাস্কেটত মাজৰ বদ ডালত কাপোৰ বান্ধি কেচুৱাটোৰ ওপৰৰটোক, কেতিয়াবা দুটাকো দেখা যায়। পিচৰ কেৰিয়াৰত তিৰোতাজনীয়ে হাতত ফ্লাস্ক আৰু টিফিন-কেৰিয়া লৈ উঠি যায়। মুঠৰ ওপৰত এটা পৰিয়াল এইদৰে দূৰদূৰণিলৈ ঘৰৰ গিৰিহঁতে চাইকেলেৰে অনায়াসে কঢ়িয়াই লৈ ফুৰোৱা দেখা যায়। এইদৰে চাইকেল আৰোহী পৰিয়ালৰ সোঁত বৰলৈ ধৰিলে। আমিও আঠ ন মান বজাত দিল্লী গেট অভিমুখে যাত্ৰা কৰিলোঁ। সাগৰসদৃশ জনতাৰ মাজত সোমাবলৈ সাহ কৰিব নোৱাৰিলোঁ। যদিও মোৰ কাৰণে আগতে চিট ৰিজাৰ্ভ হৈ আছিল, চিটৰ মোহ এৰিবলৈ বাধ্য হ'লোঁ। অলপ দূৰৈত এডোখৰ সুবিধাজনক নিৰ্দিষ্ট ঠাই বাচি লৈ বহিলোঁ। মোৰ ভতিজা পুলিন, বোৱাৰী গিৰিজা আৰু ল'ৰা-ছোৱালী দুটাৰে সৈতে সেই ঠাইতে বহি আমি ছাবিবশ জানুৱাৰীৰ সকলো চাব লগীয়া অনুষ্ঠান সুন্দৰভাবেৰে দেখা পাইছিলোঁ। প্ৰতিৰক্ষা দলসমূহে ৰাষ্ট্ৰপতিক জনোৱা অভিবাদনবোৰ আমি ভালকৈয়ে দেখা পাইছিলোঁ। পদাতিক সৈন্য-বাহিনী, অশ্বাৰোহী সৈন্যবাহিনী, নৌ-বাহিনী, বিমান বাহিনী, মৰু বাহিনী উট, বিভিন্ন সমৰ সজ্জা এটা এটাকৈ পাৰ হৈ যাবলৈ ধৰিলে। পিছত আহিবলৈ ধৰিলে ভাৰতবৰ্ষৰ প্ৰত্যেক প্ৰদেশৰ ভিন ভিন ধৰণে সজা প্ৰতীক 'টেবলোসমূহ'। একোখন ডাঙৰ ট্ৰাকৰ ওপৰত দেশৰ নিজাপি সংস্কৃতিমূলক আদৰ্শৰে এই 'টেবলোসমূহ' সজোৱা হয়। যেনে—সৌৰাষ্ট্ৰ দেশৰ সিংহ, পঞ্জাবৰ স্বৰ্ণমন্দিৰ, বঙ্গদেশৰ চৈতন্যদেৱ আৰু সংকীৰ্তন, নানা দেশৰ মুখ্যতম ঐতিহ্যৰ একোটা চিনস্বৰূপে সুন্দৰকৈ এই 'টেবলো'-বোৰ সজাইছে। অসমৰ ডিগবৈৰ তেলশোধনাগাৰৰ প্ৰতীক দিয়া হৈছিল। ছাবিবশ জানুৱাৰীৰ এই 'টেবলো' সজ্জাবোৰেই বৰ আকৰ্ষণীয় বস্তু। এই

সন্ধ্যাবোৰ পাৰ হৈ যোৱাৰ পিছতে ৰাষ্ট্ৰপতিয়ে কিছুমানক সন্মান প্ৰদৰ্শনৰ ঘোষণা কৰা হয়। পিচত এই উৎসৱৰ সামৰণী পৰে। বিভিন্ন বিষয়ত ভাৰতৰ গুণী লোকসকলক পদ্মভূষণ, পদ্মবিভূষণ, পদ্মশ্ৰী আদি উপাধিৰে ৰাষ্ট্ৰপতিয়ে সন্মান দান কৰে। সৰ্বশেষত আমিও লাহে লাহে ঘৰমুৱা হ'লোঁ। কাৰণ সেইদিনাই গধূলি পাঁচ বজাত ৰাষ্ট্ৰপতি ভৱনৰ মোগল গাৰ্ডেনত এট্-হোমত যোগ দিয়াৰ প্ৰোগ্ৰাম আছেই। ঘৰলৈ আহি খাই বৈ জিৰাই সতাই চাৰি বজাত সাজু হ'ব্ব হলেই। 'এট্-হোমৰ' কাৰ্ডখন মাত্ৰ কবিসকলক হে দিয়ে, গতিকে মই অকলে যাব লগা হ'ল। উপাই নাই, যাবই লাগিব। মোগল গাৰ্ডেনত থৈ আহিবলৈ মোৰ সম্বন্ধীয়া ভাই শ্ৰীঅৰুণ বৰদলৈ ওলাল। টেক্সি এখন ধৰি দুয়ো ওলালোঁ। মোগল গাৰ্ডেনৰ প্ৰধান গেটৰ বহুত দূৰৈত চৰকাৰী ৰাস্তাত গাড়ী ৰখাব লাগে। গতিকে গাড়ীৰে সৈতে অৰুণক চৰকাৰী আলিবাটতে নমাই থৈ, এঘণ্টা মোৰ কাৰণে অৰুণক ৰখিবলৈ কৈ মই অকলে আগবাঢ়িলোঁ। বাট পথ একোকে চিনি নাপাওঁ। মানুহ যেনি গৈছে সেই পিনেই গৈ আছোঁ। প্ৰধান গেট পোৱাৰ পিচত দুৱৰীয়ে যাত্ৰীসকলৰ টুপি লাঠি ইত্যাদি বাহিৰা বস্তু কিছুমান বাহিৰতে ৰখাই যাবলৈ দিয়ে। মোৰ থ'বলৈ একো নাছিল, গতিকে মই আগবাঢ়িলোঁ। সোঁহাতে গাৰ্ডেনলৈ সোমাই যাব লাগে, বাওঁহাতে ওলাই আহিব লাগে। বিশাল মোগল গাৰ্ডেন, মোগল সাম্ৰাজ্যৰ দিনত এই ঐতিহাসিক মোগল গাৰ্ডেন মোগল সম্ৰাটে প্ৰতিষ্ঠা কৰি যোৱা। শাৰী শাৰী বিভিন্ন ফুলৰ গছ, ধুনীয়াকৈ সজোৱা পৃথিৱীৰ বহুজাতৰ ৰং-বিৰঙৰ গছ-লতা পাতা-বাহাৰ ফুলৰ গুচ্ছ, স্তবকে স্তবকে সজোৱা, মাজে মাজে পানীৰ ফোৱাৰা। বাগিছাৰ ঠায়ে ঠায়ে মানুহক অভ্যৰ্থনা কৰিবলৈ টেবুলত বিবিধ মিষ্টান্ন প্ৰচুৰ ফলৰ দম পাতি পাতি থৈছে। নিমন্ত্ৰিত আলহীসকলে কাৰ্ড হাতত লৈ যোৱা দেখিলেই পৰিচালকসকলে আদৰ-সাদৰকৈ মাতি 'কি গ্ৰহণ কৰিব ?' বিনয়েৰে সুধি সেইমতে আলহীসকলক অভ্যৰ্থনা কৰে। যাৰ যি ইচ্ছা তেওঁ সেইদৰে গ্ৰহণ কৰে। চৰবৎ খোৱাই চৰবৎ খাইছে, মিঠাই খোৱাই মিঠাই, ফল খোৱাই ফল খাইছে। মই পোন চাতেই কবিসকল য'ত জুম পাতিছে সেই ঠাই উলিয়াই গৈ দেখিলোঁ কবিসকল খোৱাত



ব্যস্ত। মই ৰব নোৱাৰিলোঁ কাৰণ মোৰ হাতত সময় নিচেই কম। এইখিনি সময়ৰ ভিতৰতে ৰাষ্ট্ৰপতিৰ সাক্ষাতৰ নিমন্ত্ৰণ ৰাখিব লাগিব। ইপিনে অকলশৰীয়া, সেই জনাৰণ্যৰ মাজত কোন পিনে যাব লাগে একো চিনি নপাওঁ। সেই বাবে অলপ ভাল আঙুৰ লৈ সোনকালে খাই শেষ কৰি কবিসকলক সুধিলোঁ—"আপোনালোকে ৰাষ্ট্ৰপতিৰ সাক্ষাৎ দিবলৈ নেযায় নে ?" আন আন দেশৰ কবিসকলে ক'লে—"আমি খাই উঠি যাম।" মই ভাবিলোঁ এখেতসকলে খোৱা শেষ কৰি যোৱালৈ মই বাট চাব নোৱাৰিম। মই অকলৈয়ে যাব লাগিব। গতিকে তেখেতসকলৰ পৰা বিদায় লৈ মই আগবাঢ়িলোঁ। আচৰিত, সেই জন সমাগমৰ মাজত মোৰ এজনো চিনাকী মানুহ চকুত নপৰিল। এট্-হোমলৈ যোৱা নিমন্ত্ৰিত-সকল আছিল দিল্লীৰ বিখ্যাত নাগৰিক। মোৰ বোধেৰে দিল্লীৰ ধনী সম্প্ৰদায়, কেন্দ্ৰীয় চৰকাৰৰ উচ্চ বিষয়াসকল। সেই সকলৰ সাজ-পোছাক চলন-ফুৰণতে প্ৰতি পদে পদে আভিজাত্যৰ চিনাকি। কাক শোধোঁ, কোনে ক'ব ? এনেতে হঠাৎ মুখামুখি হ'ল এখন চিনাকী মুখ। গুৱাহাটীৰ চাৰ্কিট বঙলাত আমি সাহিত্য সভাৰ দলক লৈ গৈ সাক্ষী দিছিলোঁ। ১৯৫৫ চনত সীমা কমিশ্যনৰ সদস্য মাদ্ৰাজৰ কুটনীতিজ্ঞ পুৰুষ 'পানিক্কৰ' আছিল। তেওঁক দেখা পালোঁ, দুয়ো-দুয়োকে নমস্কাৰ কৰিলোঁ। মই তেখেতক মোৰ কাৰ্ডখন দেখুৱাই ৰাষ্ট্ৰপতিক কোনখিনিত পোৱা যাব সোধাত তেখেতে এজন অফিচাৰলৈ আঙুলিয়াই দি ক'লে তেখেতেই লৈ যাব পাৰিব বুলি। মই অফিচাৰজনৰ কাষ চাপি কাৰ্ডখন দেখুৱামাত্ৰকে, তেখেতে সম্ভ্ৰমেৰে মোক আগবঢ়াই লৈ গ'ল। গছ-গছনি ফুলৰ মাজেৰে মানুহৰ মাজেৰে গৈ এঠাইত অফিচাৰজন থমকি ক'লে—"মাতাজী মই আৰু আগবাঢ়িবৰ ক্ষমতা নাই, আপুনি নিজে আগবাঢ়ি যাওক এইপিনে।" মই আগবাঢ়ি গৈ অলপ দূৰৈত দেখিলোঁ কেউপিনে শিকলি এডালেৰে বেৰ দি থোৱা ফুলেৰে বেৰা আচুতীয়া এটি ফোৱাৰাৰ কাষত তিনিখন চকিত বহি আছে মাজত ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদ, একাষে উপৰাষ্ট্ৰপতি ড° ৰাধাকিষণজী, সোঁহাতে বহি আছে জাপানৰ ৰাষ্ট্ৰদূত। শিকলি ডালৰ কেউকাষে বেৰি আছে ৰাষ্ট্ৰপতিৰ সুসজ্জিত দেহৰক্ষীসকল। বিৰাটকায় সুসজ্জিত দেহৰক্ষীসকলৰ মাজেদি মই ভুমুকিয়াই এজনক

হিন্দীতে সুধিলোঁ আৰু কাৰ্ডখন দেখুৱালোঁ। ক্ষন্তেকতে দুজন ৰক্ষীয়ে বাট উলিয়াই ৰাষ্ট্ৰপতিৰ ওচৰলৈ মোক যাবলৈ ক'লে। শিকলি পাৰ হৈ আগবাঢ়ি গৈ ৰাষ্ট্ৰপতিক নমস্কাৰ জনালোঁ। ৰাষ্ট্ৰপতি হঠাতে চমক খাই উঠি তীক্ষ্ণ দৃষ্টিৰে মোৰ মুখলৈ চাই সুধিলে—বোধকৰোঁ চিনো চিনো লাগিছিল। ঘপৰাই ক'লে—"আপুনি অসমৰপৰা আহিছে নেকি ?" মই ক'লো, "হয়, মই অসমৰ কবি প্ৰতিনিধি।" ৰাষ্ট্ৰপতিৰ সমুখৰ চকীখন দেখুৱাই মোক ক'লে 'বহক'। মই বহিলোঁ। মই ক'লোঁ কালিৰ কবি সন্মিলনত কবিতা পাঠ কৰিবলৈ আহিছিলোঁ অসমৰপৰা, আপোনাৰ সাক্ষাতৰ আমন্ত্ৰণক্ৰমে দৰ্শন কৰিবলৈ পাই সৌভাগ্য অনুভৱ কৰিছোঁ।" ৰাষ্ট্ৰপতিয়ে ক'লে "আপোনাৰ কবিতা শুনি মই বৰ সন্তোষ পাইছোঁ, আপোনাৰ সম্পূৰ্ণ পৰিচয় দিব নে ?" মই মোৰ নাম আৰু দেউতাৰ নাম নবীনচন্দ্ৰ বৰদলৈৰ নাম কওঁতে তেতিয়া অৰ্থাৎ ৰাষ্ট্ৰপতিৰ মুখখন হাঁহিৰে ভৰি পৰিল। তেখেতে ক'লে—"মই আপোনাক দেখিবৰে পৰা সেই সন্দেহ কৰিছোঁ, আপুনি নবীন বৰদলৈৰ ছোৱালী এইবাৰ, চিনিছোঁ।" তেতিয়া মই ক'লোঁ "চাচাজী ! আপোনাৰ মনত পৰিছে যেতিয়া মোৰো আগৰ পুৰণি সম্বন্ধৰেই আপোনাক মাতিবলৈ ইচ্ছা গৈছে।" তেতিয়া তেখেতে ক'লে "নিশ্চয় নিশ্চয়, বাৰু আপোনাৰ ঘৰৰ বাতৰিবোৰ কওকচোন। আপোনাৰ মাতৃ আৰু ভাইবিলাক কেনে আছে ?" মই ভালে আছে বুলি ক'লোঁ। সেই মুহূৰ্তত বোধকৰোঁ ৰাষ্ট্ৰপতিয়ে পাহৰি গৈছিল স্থান কাল পাত্ৰৰ কথা, মনত পৰিছিল ১৯২১ চনৰ আন্দোলনৰ সময়ত গুৱাহাটীৰ আমাৰ ঘৰত থকাৰ কথা। আমি 'চাচাজী' বুলি মাতি আলপৈচান ধৰাৰ কথা, হয়তো বহুদিনৰ আগতে কলিকতাত ওকালতি কৰাৰ দিনৰেপৰা পুৰণি অন্তৰঙ্গ বন্ধু দেউতাৰ কথা। ৰাষ্ট্ৰপতিয়ে কিছুপৰ টলকা মাৰি ক'লে—"আপুনি আপোনাৰ চাচীজীৰ লগত দেখা কৰিব খোজে নে কি ?" মই ক'লোঁ "আজি আৰু সময় ন'হব চাচাজী ! মই আন সময়ত আহিম।" মনত ভাবিলোঁ এইদৰে ঘৰুৱা প্ৰসঙ্গতে ৰাষ্ট্ৰপতিৰ বহুমূলীয়া সময় নষ্ট কৰা মোৰ উচিত হোৱা নাই। বিদায় লোৱাহে উচিত ভাবি ৰাষ্ট্ৰপতিৰ ওচৰৰপৰা বিদায় লৈ শিকলি বেহু ভেদ কৰি অলপ আগবাঢ়োতেই আগৰ অফিচাৰজনে বাট দেখুৱাই গেটৰ



বাহিৰত মোক থৈ গ'লহি। পোন চাতেই অথনিৰেপৰা চৰকাৰী আলিত অকলৈ বহুৱাই থৈ অহা অৰুণৰ ওচৰলৈ গৈ লগ ধৰিলোঁ। বেচেৰাই প্ৰায় দেড় ঘণ্টা চৰকাৰী আলিত মোৰ কাৰণে বৈ থকা দেখি মোৰ বৰ বেয়া লাগিল। লৰালৰিকৈ টেক্সি লৈ ঘৰমুৱা হ'লোঁ। দিল্লীত কেইদিন-মান থাকি চাব লগীয়া ঠাইবোৰ যেনে—লালকিল্লা, কুটুবমিনাৰ, যন্তৰ-মন্তৰ, ৰাজঘাট, বিৰলা মন্দিৰ, পুৰণি দিল্লী ইত্যাদি দেখুৱালে। পুলিন, অৰুণৰ ককায়েক মানিকে ফুৰা-চকা কৰি অলপ বজাৰ-সমাৰ কৰি মুঠ চাৰিদিন দিল্লীত কটাই কেন্দ্ৰীয় অনাতাঁৰ কেন্দ্ৰৰ অহা-যোৱা খৰচৰে আকৌ দিল্লী এৰি ঘৰমুৱা হ'লোঁ।

ভগৱৎ কৃপা ঃ কেন্দ্ৰীয় অনুদান ঃ সমাজৰ বিবিধ অনুষ্ঠানত এই সময়চোৱা মই অতি ব্যস্ত হৈ থাকিব লগীয়া হৈছিল। শিশু অনুষ্ঠান 'পাৰিজাত কানন', পিছত 'মইনা পাৰিজাতৰ' অফিচ মোৰ ঘৰতে চলি আছিল। একে সময়তে কেন্দ্ৰীয় শিশুকল্যাণ অনুষ্ঠান ( চাইল্ড ওৱেল-ফেৱাৰ )ৰ দায়িত্বও আহি মোৰ গাতেই পৰিল। দিল্লীৰপৰা মোৰ লিখিত কিতাপ খুজি পঠিওৱা চিঠি এখন পালোঁ। চিঠি পাই মোৰ কিতাপ কেইখনমান পঠিয়াই দিলোঁ। 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগদেৱতা', 'স্মৃতিতীৰ্থ' পঠিয়াই দিলোঁ। সাহিত্য একাডেমীৰ নিৰ্দেশ পাইনে কিয় ক'ব নোৱাৰোঁ, হঠাৎ কেন্দ্ৰৰপৰা এবছৰৰ কাৰণে এটি এশ টকীয়া বৃত্তি আহিল। সেই সময়ত মই হৃদপিণ্ডৰ অসুস্থতা ৰোগত ভুগি আছিলোঁ। এই সাহায্যৰ বাতৰি পাই ভাবিলোঁ এয়া ভগৱৎ কৃপা। মোৰ অসুখৰ চিকিৎসাৰ কাৰণে ভগৱানে সহায় পঠিয়াইছে।

পদ্মশ্ৰী উপাধি ঃ হাৰ্টৰ অসুখত আক্ৰান্ত হৈ মই তেতিয়া শয্যাশায়ী। ভালকৈ উঠিব পৰা হোৱা নাই। বিচনাত শুই থাকোঁ। এদিন নিশা দহবজাত এখন টেলিগ্ৰাম আহিল। নিশা টেলিগ্ৰাম অহাত সকলোৰে মনত অলপ শঙ্কা হৈছিল। মোৰ ভতিজা মণ্টুৱে ( মিহিৰে ) টেলিগ্ৰামখন পঢ়ি 'পদ্মশ্ৰী, পদ্মশ্ৰী' বুলি চিঞৰি মোৰ গাতে জপিয়াই পৰি সাৱটি ধৰি ক'লে—"বৌতি বৌতি, ৰাষ্ট্ৰপতিয়ে তোক পদ্মশ্ৰী উপাধি দিছে।" মোক ভতিজাহঁতে জেঠাই নোবোলে, বৌতি বুলি

মাতে। ঘৰখন আনন্দত উৰুলিকৃত হ'ল, সকলোৱে মনত অপাৰ আনন্দ! কোনেও স্বপ্নতো নভবা এনে সন্মান এটি ঘৰলৈ অহাত সকলোৰে আনন্দ স্বাভাবিক। কিন্তু কিয় ক'ব নোৱাৰোঁ, মোৰ মনটো দেখোন নিক্ৰিয় হৈ ৰ'ল ; মই আনন্দ, নিৰানন্দ, একোকে অনুভৱ কৰিব-পৰা নাছিলোঁ। স্বাধীন ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতিয়ে দিয়া বহুমূলীয়া সন্মান অসমৰ জীয়ৰী এজনীৰ ভাগ্যত পৰিছে। এই বহু-সন্মানিত উপাধি অসমৰ এজনী নগণ্যা দেশসেৱিকাৰ ভাগ্যত পৰাত গোটেই অসম আনন্দিত হৈ পৰিল। গোটেই অসম তথা ভাৰতৰ নানা ঠাইৰপৰা বন্ধু-বান্ধৱসকলে চিঠি টেলিগ্ৰামেৰে অভিনন্দন জনালে। মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিকে ধৰি নেতাসকলে অভিনন্দন জনালে। ৰাজকীয় বিভাগৰপৰাও অভিনন্দন আহিল। মই আচৰিত আৰু অভিভূত হৈ মাথোন মনে মনে ভগৱানক ক'লোঁ—"প্ৰভু তোমাৰ কি লীলা! জীৱন যুঁজত যুঁজি যুঁজি ক্ষত-বিক্ষত হোৱা এই জুৰুলা হিয়া। গোটেই জীৱন কন্দুৱাই আজি এই মৃত্যু-পথৰ যাত্ৰীৰ শিৰত এয়া আকৌ তোমাৰ অযাচিত গৌৰৱ মুকুট পিন্ধোৱাৰ কিহৰ আয়োজন? আমাৰ মৰমৰ ল'ৰা-ছোৱালীক তাড়নাৰে মনত দুখ দি পিচত মন ভাল লগাবলৈ যেনেকৈ নানা বস্তু উপহাৰ দিওঁ, তুমিও দেখোন তোমাৰ শ্ৰীচৰণ লীনা জীৱনটোত শত সহস্ৰ আঘাত হানি সন্মানৰ মণিহাৰ পিন্ধাই মন ভুলাবলৈ আয়োজন কৰিছা। কি হ'ব মোৰ সন্মানৰ মুকুট পিন্ধি? হিয়াৰ আৱেগত গাই উঠিছিলোঁ—

"নুশুৱাই প্ৰিয়! এই কণ্ঠত মোৰ
তোমাৰ হাতৰ মন্দাৰ মালাধাৰী
ৰিক্ত সিক্ত সজ্জাবিহীন তনু
মন্দাৰ পাহি লাগিলে পৰিব সৰি॥ (অলকানন্দা)

পিচদিনা পুৱাতেই পোন প্ৰথমে অসমীয়া ভাষাৰ চিৰ পূজাৰী শ্ৰীবিচিত্ৰ নাৰায়ণ দত্তবৰুৱাই হাতত খবৰৰ কাগজখন লৈ আহি শোৱা পাটিতে অভিনন্দন জনোৱাৰ পিছত দিনৰ দিনটো ধাৰাসাৰে আনন্দ আৰু শুভেচ্ছাৰ নিৰ্মালিৰে কৰণি ভৰাই এই নগণ্য জীৱন ওপচাই দিলেহি।



হঠাতে আকৌ গুৱাহাটী এৰিব লগীয়া হ'ল। শিশু অনুষ্ঠান সৰ্ব-ভাৰতীয় শিশু-কল্যাণ সন্থা পাৰিজাত কাননৰ সৰ্বভাৰ আৰু আন দায়িত্ব-বোৰ গতাই, বিশেষকৈ মইনা মেলৰ সভাপতি শ্ৰীমহাদেৱ শৰ্মাদেৱৰ হাতত এই দুটি সন্থাৰ দায়িত্বৰ ভাৰ গতাই ল'বাৰ কৰ্মক্ষেত্ৰ ধুবুৰীলৈ যাবলৈ ওলাব লগীয়া হ'ল।

ধুবুৰীৰপৰা উপাধি লবলৈ দিল্লী যাত্ৰা: ধুবুৰীত গৈ কিছুদিন থকাৰ পিছত ধুবুৰী ৰাইজৰ আদৰ সাদৰৰ মাজত বুৰ গৈ থকাত স্বাস্থ্যৰ উন্নতি ঘটিল। হিন্দু, মুছলিম্, বড়ো, ৰাভা ভাই-ভনীসকলৰ সাদৰ আমন্ত্ৰণে ধুবুৰীটো সময়ৰ নাটনি পৰিবলৈ ধৰিলে। সঙ্গীত-প্ৰধান ঠাই ধুবুৰীত সঙ্গীতৰ পৰিবেশ এটি মোৰ অকণমানি নাতিনী মালবিকা, বাবলুক লৈ গঢ়ি তুলিছিল। সঙ্গীত প্ৰিয় শ্ৰীদীপ্তি চক্ৰৱৰ্তী, শ্ৰীজ্যোতি চক্ৰৱৰ্তীৰ যত্নত নাচ গান শিকাত গধূলি ঘৰখন আনন্দময় হৈ পৰিছিল। সঙ্গীতপ্ৰিয় মনে সঙ্গীত আনন্দৰ সুধাপানত শৰীৰ সুস্থ হৈ উঠিল।

দিল্লীৰ আমন্ত্ৰণ: ১৯৫৮ চনৰ জানুৱাৰীৰ আগভাগতে ৰাষ্ট্ৰপতিৰ পৰা উপাধি গ্ৰহণ কৰিবলৈ টেলিগ্ৰাম আহিল। দিল্লীলৈ যাবলৈ সাজু হলোঁ। ১৯৫৮ চনৰ ২৩ জানুৱাৰী তাৰিখে ধুবুৰীৰ ল'ৰাবোৰে ধুবুৰীৰ ৰূপসী বিমান কোঠলৈ আগবঢ়াই নি ফটো তুলি দিল্লীলৈ আকাশীযানত তুলি দিলে। দিল্লীলৈ যাত্ৰা কৰিলোঁ। দিল্লীৰ পালাম বিমান কোঠৰপৰা ভতিজা শ্ৰীপুলিন চাংকাকতিয়ে আগবঢ়াই নিলেহি। নিশা গৈ তেওঁৰ ঘৰত উঠিলোঁ।

দিল্লীৰ সোঁৱৰণী: ২৮ তাৰিখে ৰাজভৱনত আখৰা দিবলৈ গৃহ-মন্ত্ৰীয়ে মাতি পঠিয়ালে। ৰাজভৱন অশোক গৃহতেই উৎসৱ অনুষ্ঠিত হ'ব। কিন্তু আগদিনাই অশোক গৃহৰ তলৰ মহলাত উপাধি লোৱা উৎসৱৰ আখৰা দিয়া হয়। ওপৰ তল দুয়ো মহলাতে একে সাজ সজ্জা। তলৰ মহলাৰ সিংহাসনত এজন বিষয়াক বহুৱাই উপাধি গ্ৰহণ কৰাৰ প্ৰথা শিক্ষা দিয়া হয়। আমাৰ উপাধি পাওঁতা দলৰ কেউজনকে সেই-দৰে শিক্ষাৰ আখৰা দিলে। লগে লগে চেক্ৰেটৰীজনে প্ৰত্যেককে

ভিজিটিং কার্ড, কাৰ কার্ড আৰু এট্‌হোমৰ কার্ড দিলে। প্ৰত্যেকজন উপাধি পাওঁতাৰ লগত দুজনকৈ গেষ্ট যাবপৰা ব্যৱস্থা দিলে। লিখা-পঢ়া শেষ কৰাৰ পিছত ভাৰতৰ কেন্দ্ৰীয় সভাৰ উপমন্ত্ৰী শ্ৰীলক্ষ্মী মেননক ল'গ পালোঁ। তেওঁ অসমৰ বিষয়ে বহুত কথা সুধিলে।

পিচদিনা ১৯ জানুৱাৰী তাৰিখে গধূলি পাঁচ বজাত ৰাজভৱনলৈ যাত্ৰা কৰিলোঁ। দিল্লীৰ এজন স্থানীয় বন্ধুৱে তেখেতৰ নিজৰ বহুমূলীয়া গাড়ীখন দি যথেষ্ট সহায় কৰিলে। লগত গেষ্ট হিচাপে গৈছিল ভতিজা পুলিন চাংকাকতি আৰু বোৱাৰী গিৰিজা। দুৱাৰ মুখৰপৰা এজন বিষয়াই আমাক আগবঢ়াই সুসজ্জিত বহুমূলীয়া কার্পেটৰপৰা বাৰাণ্ডাৰে ঘূৰাই পকাই ৰাজভৱনৰ গৌৰৱ বহনকাৰী অশোক গৃহৰ ওপৰ মহলাৰ ৰাজ-দৰবাৰৰ উৎসৱ স্থানত উপস্থিত কৰালে। আন এজন সুসজ্জিত বিষয়াই আহি আমাক আগবঢ়াই নি শাৰী শাৰীকৈ আগশাৰীত পাৰি থোৱা আসনত বহুৱালে; আসনবোৰত প্ৰতিজন উপাধি পাওঁতাৰ নাম লিখা আছিল আসনত নামসহ একোটি 'মেডেল' আৰু কাগজ-পত্ৰ সজাই থোৱা আছে। নিজৰ নিজৰ নাম চাই বহি পৰিলোঁ। উপাধি পাওঁতাৰ পিছৰ শাৰী আসনত বিভিন্ন দেশৰ ৰাষ্ট্ৰদূতসকল বহিছিল। ৰাষ্ট্ৰদূত-সকলৰ জাতিস্কাৰ সাজপাৰৰ ওপৰত বিভিন্ন দেশৰ প্ৰতীক তাৰকাৰ জ্বলমলনিয়ে সভাৰ সৌন্দর্য্য বঢ়াইছিল। তাৰ পিছত অতিথিসকলৰ আসন, তাৰ পিচতহে সন্মানিত দর্শকসকলৰ আসন পতা। কেউপিনে চকু ফুৰাই চালোঁ, অতীতৰ যুগমীয়া ভাৰতৰ ৰাজধানী দিল্লী নগৰীৰ এয়া যুগে যুগে গৌৰৱ বহনকাৰী ৰাজভৱন। অলপ দূৰৈত সমুখৰ বেদীৰ ওপৰত ৰাষ্ট্ৰপতিৰ সোণৰ সিংহাসন পতা আছে, ওপৰত অশোক স্তম্ভ। সোণৰ সিংহাসনটো ৰঙা বহুমূলীয়া মখমলৰ তলিচাৰে আৱৰা। মজিয়াত বহুমূলীয়া সোণোৱালী কাম কৰা কার্পেট পতা। কল্পনাৰ অতীত ঐশ্বর্য্য বিমণ্ডিত সুদূৰ মোগল ঐতিহ্য বৃটিছ ৰাজত্বৰ ঐতিহ্যৰে বিমণ্ডিত অশোক গৃহ। সিংহাসনৰ দুয়োকাষে বীৰ উষ্ণীষধাৰী পাৰিষদসকলে হাতত পতাকা লৈ শাৰী পাতি থিয় হৈ আছে—সিংহাসনৰ দুয়োকাষে যেন একোটা মূৰ্তিহে। সিংহাসনৰ সোঁফালে এজন সুসজ্জিত পাৰিষদে হাতত এখনি সোণোৱালী কাৰুকার্য্য খচিত ট্ৰে'ত 'মেডেল' আৰু



মানপত্ৰ লৈ থিয় হৈ আছে। বাওঁহাতে ওখ বেদীত চিনেমা ফটো কেমেৰা বিভাগ, প্ৰচাৰ বিভাগ। সোঁ হাতে বৰেণ্য নেতাসকলৰ আসন। ভাৰতৰ গুণী-জ্ঞানী পণ্ডিত মণ্ডলীয়ে সেই আসনবোৰৰ শোভা বঢ়াইছে। 'বিউগোল' বাজি উঠাৰ লগে লগে ৰাষ্ট্ৰপতিৰ দুয়োকাষে সোণোৱালী সাজপাৰ আৰু সোণৰ খাপৰ দীঘল তৰোৱালেৰে সুসজ্জিত দুজন ৰাজপুত পাৰিষদে ৰাষ্ট্ৰপতিক মাজত লৈ অশোক গৃহৰ ৰাজ-দৰবাৰত প্ৰবেশ কৰিলে। ৰাষ্ট্ৰপতিৰ এ. ডি. চি., পাৰিষদ দুজন, এজন পাতিয়ালাৰ ৰাজকুমাৰ, ইজন জয়পুৰৰ ৰাজকুমাৰ। ৰাষ্ট্ৰপতিক সিংহাসনৰ পিনে আগবঢ়াই নি বেদীৰ কাষত দুপিনে দুজন থিয় হ'ল। সভাথলীৰ সকলো থিয় হৈ ৰাষ্ট্ৰপতিৰ প্ৰতি সন্মান জনালে। ৰাষ্ট্ৰপতি বহিল সোণৰ সিংহাসনত, সভাসদসকলো লগে লগে বহিল। গৃহমন্ত্ৰীয়ে মাইকযোগে ক'লে—"আজি এই শুভদিনত ভাৰতৰ ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ-চেক্ৰেটৰীয়ে উপাধি পাওঁতাজনৰ নাম ঘোষণা কৰাৰ লগে লগে ৰাষ্ট্ৰপতিৰ নিজা এ. ডি. চি. ৰাজকুমাৰ দুজন ৰাজকীয় কায়দাৰে আগবাঢ়ি আহি নাম কোৱা উপাধি পাওঁতাজনৰ দুয়োকাষে থিয় হয়। উপাধি পাওঁতাজনক মাজত লৈ ৰাজকীয় কায়দাৰে আগবঢ়াই লৈ গৈ বেদীৰ সমুখৰ তেওঁলোকৰ নির্দিষ্ট ঠাইত থিয় হয়। উপাধি পাওঁতাজন বেদীৰ ওপৰলৈ উঠি গৈ ৰাষ্ট্ৰপতিৰ সিংহাসনৰ সমুখত থিয় হৈ ৰাষ্ট্ৰপতিক অভিবাদন জনায়। লগে লগে সুসজ্জিত ট্ৰে লৈ থকা পাৰিষদজন আগবাঢ়ি আহি ৰাষ্ট্ৰপতিৰ কাষত থিয় হয়। ৰাষ্ট্ৰপতিয়েও থিয় হৈ ট্ৰেৰ-পৰা মেডেলটো লৈ উপাধি পাওঁতাজনক পিন্ধাই দিয়ে। তিনি-বৰণীয়া পতাকা ৰঙৰ ফিতাৰে মেৰিয়াই থোৱা বহুসন্মানী মানপত্ৰখন উপাধি পাওঁতাজনৰ হাতত দিয়ে, হাত-চাপৰিৰ জাউৰি উঠে। অসংখ্য কেমেৰাৰক্লিক ক্লিক শব্দ হয়। উপাধি লৈ উপাধিধাৰীজন একাষৰিয়াকৈ ৰাষ্ট্ৰপতিৰ পিনে মুখ ৰাখিখেই পিচুৱাই সোঁ হাতেৰে ঘূৰি নামি আহি বেদীৰ তলত থিয় হোৱাৰ লগে লগে এ. ডি. চি. দুজন পুনৰ উপাধীধাৰীৰ দুকাষে থিয় হৈ আগৰ বহা ঠাইলৈ লৈ আহে। উপাধি-ধাৰী জনক বহুৱাৰ পাছত পুনৰ ঘূৰি আগৰ দৰেই আগবাঢ়ি গৈ বেদীৰ কাষত দুকাষে দুজন থিয় হয় গৈ। এইদৰে জনে জনে উপাধি

পাওঁতাসকলক উপাধি বিতৰণ কৰিলে। আমি এটাই কেউজন উপাধি পাওঁতাক আগদিনা এই ৰাজকীয় কায়দাবোৰকে শিকাই বিহাৰ্ছেল দিছিল।

শেষত প্ৰধানমন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৱে ভাৰতৰ গুণীলোকসকল বুলি সম্বোধন কৰি জনে জনে সম্বৰ্ধনা জনোৱাৰ পিছত ৰাষ্ট্ৰপতিয়ে শুভ ইচ্ছা জনাই সভা ভঙ্গ হ'ল বুলি জনালে। আবেলি চাৰি বজাত ৰাজভৱনৰ 'এট্-হোমত' পিছদিনালৈ নিমন্ত্ৰণৰ কাৰ্ড প্ৰত্যেকজনৰ হাতে হাতে চেক্ৰেটৰীয়ে দি গ'ল। সেই নিমন্ত্ৰণলৈ চাৰি বজাত পুনৰ ৰাজভৱনলৈ গ'লোঁ। ৰাজভৱনৰ এটি আহল বহল সুসজ্জিত কোঠালীত চাহমেল বহিছিল। ৰাজভৱনৰ চাহমেলত ৰাষ্ট্ৰপতিয়ে প্ৰত্যেকজন উপাধি পাওঁতাৰ লগত চা-চিনাকি হৈ কথা-বতৰা পাতিছিল। ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদ, এইজন পুৰুষ আছিল, নিৰহঙ্কাৰ, অনাড়ম্বৰ, সহজ-সৰল, গুণগ্ৰাহী পুৰুষ। এইজনেই অতীত ভাৰতৰ ঐতিহ্যময় গুণগ্ৰাহিতা অনুকৰণ কৰি ভাৰতৰ গুণী, জ্ঞানী, কবি, শিল্পীসকললৈ বিশেষ ৰাজকীয় সন্মান উপাধি আদি প্ৰদান কৰাৰ প্ৰথম পাতনি মেলে। অতীত ভাৰতৰ 'বিক্ৰমাদিত্য' ৰজাই পতাৰদৰে পণ্ডিত-সমাজ কবি-সমাজ পাতি সৰ্বভাৰতীয় কবি-সন্মিলনৰ প্ৰথম পাতনি মেলে। মোৰ পৰম সৌভাগ্য, মই গৌৰৱ অনুভৱ কৰোঁ—ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদৰ কবি-সন্মিলন উপাধি-সভাৰ ভাগ পোৱাটো মোৰ জীৱনৰ চিৰস্মৰণীয় সোঁৱৰণী। ভাৰতৰ বিভিন্ন লোক, কবি, গুণী, জ্ঞানীসকলৰ লগত চা-চিনাকি হৈ কথা-বতৰা পাতিলোঁ। অসমৰ কবি বুলি শুনি বহুজন লোকে মোক বেৰি ধৰি নানা প্ৰশ্ন কৰিছিল। অসমীয়া সাহিত্যৰ বিশেষ প্ৰচাৰ নথকাত অসমৰ বিষয়ে আন প্ৰদেশে বিশেষ একো নেজানিছিল। এনে অৱস্থাত অসমীয়া, তাতে অসমৰ কবি মহিলাই 'পদ্মশ্ৰী পোৱা উপাধি' দেখি আন প্ৰদেশৰ মানুহে আচৰিত হোৱাৰে কথা। দুখেৰে ক'ব লগীয়া হৈছে, অসমীয়া কবিৰ সাজপাৰ শুধ বগা খদ্দৰৰ ৰিহা-মেখেলা মই পিন্ধি যোৱাত অসমৰ আপুৰুগীয়া ধুনীয়া গুণাৰ বনকৰা সাজ-পাৰৰ পৰিচয় দিয়াৰ সুবিধা নথকাত মোৰ ভতিজা-বোৱাৰী শ্ৰীমতী গিৰিজাক গুণাৰ ফুল বছা ৰিহা-মেখেলা পিন্ধাই লৈ গৈছিলোঁ।



পদ্মশ্ৰী উপাধি লৈ নতুন দিল্লী, ১৯৫৮ চন



১৯৬৮ চনত সাহিত্য একাডেমিৰ সভাপতি ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ে নলিনীবালা দেৱীক একাডেমী বঁটা প্ৰদান কৰিছে।



গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ কবি-সন্মিলনী—১২।১।৫৭
কবিসকল—'পদ্মধৰ চলিহা, 'ৰত্নকান্ত বৰকাকতী, 'ৰঘুনাথ চৌধাৰী, 'অম্বিকাগিৰি ৰায়চৌধুৰী, শ্ৰীনীলমণি ফুকন, শ্ৰীনলিনীবালা দেৱী, 'যতীন্দ্ৰনাথ দুৱৰা, শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীপ্ৰসন্নলাল চৌধুৰী, শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, অনাতাঁৰ কেন্দ্ৰৰ সহকাৰী ডিৰেক্টৰ শ্ৰীহৰিপ্ৰসাদ গোস্বামী ৰায় (আগত) আৰু এটি পাৰিজাত



অসমৰ সাজপাৰৰ বিষয়ে সোধাত তেওঁক পিন্ধাই নিয়া সাজপাৰকে দেখুৱাই অসমৰ সাজপাৰৰ চিনাকি দিছিলোঁ। এই সাজপাৰ দেখি-সকলো প্ৰদেশৰ মানুহেই আচৰিত হৈছিল। ভাৰতৰ নানা প্ৰদেশত অসমীয়া মহিলা আছে। কিন্তু দুখ লগা কথা তেখেতসকলে অসমৰ আটক-ধুনীয়া ৰিহা মেখেলাৰ সাজ নিপিন্ধি ৰং-বিৰঙৰ শাৰী পিন্ধি ফুৰে। গতিকে তেওঁলোকক অসমীয়া মহিলা বুলি চিনি পোৱাৰ উপায় নাই। আন প্ৰদেশৰ মানুহে অসমীয়া বঙালীৰ পাৰ্থক্য নুবুজে। এইদৰেই অসমী আইৰ যাউতিযুগীয়া সাজপাৰৰ অৱমাননা হৈছে বুলি ভাবোঁ।

প্ৰখ্যাত পণ্ডিত হুমায়ুন কবিৰ আৰু তেখেতৰ পত্নীয়ে মোৰ লগত অসমৰ বিষয়ে বহুত কথাই পাতিলে। বম্বে চুপ্ৰিম কোৰ্টৰ জজ আৰু তেখেতৰ সাদৰী পত্নী গৰাকীয়ে অতি আন্তৰিকতাৰে অসমৰ বহু কথাৰ বুজ ল'লে। সেই সভাত আমাৰ নগাভাই এজনেও পদ্মশ্ৰী উপাধি পাইছিল। তেওঁ আহি মোক বাইদেউ! বুলি মাত দিলেহি। সেই ঠাইত সুৱদি সুৰীয়া অসমীয়াতে বহুত কথা পাতিলে। মৰমৰ নগাভাইজনক কিমান যে ভাল লাগিছিল! চাহ-মেলৰ শেষত সকলোৱেই ৰাষ্ট্ৰপতিক নমস্তে জনাই তললৈ নামি আহি দুৱাৰ মুখত ৰলহি। পুনৰ সুশৃঙ্খল নিয়মেৰে গাড়ীৰ নম্বৰবোৰ কৰ্মচাৰীয়ে মাতি যোৱাৰ লগে লগে নিৰ্দিষ্ট গাড়ী আহি আৰোহীক লৈ ওলাই যাবলৈ ধৰিলে। ঘৰলৈ উলটিলোঁ। স্বাধীন ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতিয়ে আনুষ্ঠানিকভাৱে উপাধি বিতৰণ কৰিছে এয়ে প্ৰথম। এই অনুষ্ঠানত ভাৰত-নেতা শ্ৰীপ্ৰকাশ দেৱকো ভাৰতৰ ৰাষ্ট্ৰপতিয়ে ক্ৰমে পদ্মভূষণ আৰু পদ্মবিভূষণ উপাধিৰে সন্মানিত কৰে। ভাৰতৰ স্বাধীনতাৰ যুঁজাৰু ভাৰতবৰ্ষৰ মহাৰত্ন স্বৰূপ মহান নেতাসকলৰ শাৰীত বহি সুদূৰ পিছপৰা অসমৰ অশিক্ষিতা দীনা-হীনা জীয়ৰী এজনীয়ে কেনেকৈ এনে সৌভাগ্যৰ অংশ পালে? বিস্ময়ত হতবাক মনেৰে মাথোন এটি নিশাৰ অবিস্মৰণীয় সোঁৱৰণী মনৰ দাপোণত আঁকি লৈ ওলাই আহি ৰাজভৱনলৈ কৰযোৰে সেৱা জনাই কলোঁ—"মোৰ স্বৰ্গতো অধিক গৰিয়সী ভাৰত মাতৃৰ ৰাজধানীৰ গৌৰৱ বহনকাৰি ৰাজভৱন! ইন্দ্ৰপ্ৰস্থৰপৰা চিৰবিজয়িনী ৰাজধানী তোমাৰ সুবৰ্ণ ৰঞ্জিত ইতিহাস পৃথিবী বিজয়ী হওক। শতবাৰ নমস্কাৰ ৰাজভৱন! বিদায়॥"

দিল্লীৰপৰা হৰিদ্বাৰলৈঃ দিল্লীৰপৰা হৰিদ্বাৰলৈ বুলি ভতিজা শ্ৰীপুলিনৰ লগত যাত্ৰা কৰিলোঁ। পুলিনৰ ল'ৰা-ছোৱালীহালি আৰু বোৱাৰী গিৰিজাক লৈ ওলাল। বাছেৰে দিল্লীৰপৰা হৰিদ্বাৰ পাবলৈ সৰহ বেলি নালাগিল। দহমান বজাত গৈ চাৰিমান বজাত হৰিদ্বাৰ পালোঁগৈ। হৰিদ্বাৰৰ ধৰমশালাৰ কুঠৰী এটা লৈ এৰাতি থাকিলোঁ। গধূলি হৰিদ্বাৰ গঙ্গাৰ পাৰলৈ গৈ গঙ্গাত স্নান কৰি দীপ উটুৱাই দি গঙ্গাৰ শোভা চাই বহালৈ উলটিলোঁ। নিশা স্তোভত ৰান্ধি বাঢ়ি খাই ৰাতিটো কটাই পুৱাতে হৰদোৱাৰ গঙ্গাস্নানলৈ গ'লোঁ। স্নানৰ ঠাই ঘৰৰ দৰে পকী দেৱালেৰে আৱৰি থোৱা। আমি ল'ৰা-ছোৱালীবোৰকো স্নান কৰালোঁ। পতিত পাবনী গঙ্গা হিমগিৰিৰপৰা নামি আহি প্ৰথম প্ৰবাহ বাকি দিয়া পুণ্যময়ী ভাগীৰথী গঙ্গাৰ ভগীৰথে নমাই অনা পূত সলিলৰ দৃশ্য দেখি অতি আনন্দ উপভোগ কৰি, দেবদৰ্শন শেষ কৰি বহালৈ উলটিলোঁ। সেই দিনাও 'হৰদোৱাৰতে' কটাই পিছদিনা পুৱাতে হৃষীকেশ উদ্দেশ্যে বাছেৰে যাত্ৰা কৰিলোঁ। হৃষীকেশৰ অপূৰ্ব শোভা চাই মন মুগ্ধ হৈ পৰিল। হিমালয় গিৰিৰ পাদপীঠ হৃষীকেশ ভাৰতবৰ্ষৰ পুণ্য তপোবন ঋষি-মুনিসকলৰ সাধনাৰ স্থান। গঙ্গাৰ পাৰতে ভাৰতৰ প্ৰখ্যাত যোগী স্বামী শিবানন্দজীৰ আশ্ৰম। আমি আশ্ৰম চাই হৃষীকেশৰ নিৰ্মলসলিলা প্ৰবাহিনী ভাগীৰথীত স্নান কৰি 'লচমনঝোলালৈ' যাত্ৰা কৰিলোঁ। 'লচমনঝোলা'ৰ ওলমি থকা দলং পাৰ হৈ স্বৰ্গাশ্ৰমৰ বাট ধৰিলোঁ। আচৰিত, লচমনঝোলাৰ কাষতো অসংখ্য কুষ্ঠৰোগী দেখা পালোঁ। দলং পাৰ হৈ চাৰি মাইল অৰণ্য পথেৰে স্বৰ্গাশ্ৰমলৈ যাব লাগে। এই চোৰা বাট খোজকাঢ়ি যোৱাৰ সময় এগৰাকী পঞ্জাবী ধৰ্মিষ্ঠা মহিলাই লগ ল'লেহি। গভীৰ অৰণ্যৰ মাজেৰে লুঙলুঙীয়া বাট, বাটৰ দুকাষে অলপ আঁতৰে আঁতৰে বহু সাধু-সন্ন্যাসীৰ কুটীৰ চকুত পৰিল। ভাৰতবৰ্ষৰ শান্তিপিয়াসী কত তপস্বীয়ে এই নিবিড় অৰণ্যত সাধনা কৰি দিন কটাইছে, মন এটি ঐশ্বৰিক ভাৱত আপ্লুত হৈ পৰিল। এই পথৰ শেষত দুটা বাট, এটা বদৰিকাশ্ৰমলৈ গৈছে, আনটো স্বৰ্গাশ্ৰমলৈ গৈছে। আমাৰ ভাগ্যত বদৰিকাশ্ৰম দৰ্শন নাছিল। আমি 'বদৰি' পথলৈ সতৃষ্ণ চকুৰে চাই সেৱা জনাই স্বৰ্গাশ্ৰমলৈ আগবাঢ়িলোঁ। বহুদূৰ পৰ্বতৰ শিলাময়



বাট বাটকুৰি বাই স্বৰ্গাশ্ৰম পালোঁগৈ। স্বৰ্গাশ্ৰমৰ পাণ্ডাসকলে দৰ্শন কৰালে। মোৰ মনে দেৱদৰ্শনৰ হাবিয়াস এৰি অতীতলৈ উৰা মাৰিছিল। অতীত ভাৰতত সিদ্ধ তপস্বীসকলে তপস্যাৰে স্থাপিত কৰা স্বৰ্গাশ্ৰমলৈ মই যেন মানস চকুৰে অতীতৰ সিদ্ধ মুনিসকলক দৰ্শন কৰিছিলোঁ। স্বৰ্গাশ্ৰমত অলপ আঁতৰত স্থাপিত গীতা ভৱন দৰ্শন কৰি নিৰ্মলসলিলা গঙ্গাৰ পাৰ-নাৱত উঠি পুনৰ হৃষীকেশলৈ উলটিলোঁ। গঙ্গাৰ পবিত্ৰ পানী ইমান নিৰ্মল, তলৰ প্ৰকাণ্ড মাছবোৰে ধেমালি কৰি দেখা থকা পায়। হিংসাহীন সেই পবিত্ৰ ঠাইত কোনেও মাছ-মাংস নোখোৱাত মাছবোৰে নিৰ্ভয় মনে ফুৰে। একেখন নাওঁত ভাৰতত বিভিন্ন প্ৰদেশৰ ভক্তিমতী মহিলাসকলে বিবিধ ভাষাৰে ভগৱানৰ ভজন জাত জাত কৰে গোৱা দেখি আমিও অসমীয়া কীৰ্তনক গীত সুৰ লগাই গাবলৈ ধৰিলোঁ। গঙ্গাৰ মাজৰপৰা পবিত্ৰ গঙ্গাজল ভৰাই ল'লোঁ। গধূলি পৰত হৃষীকেশৰ পাৰ উঠি পুণ্য ভূমিলৈ প্ৰণাম জনাই বাছত উঠি হৰিদ্বাৰ হৈ দিল্লীলৈ উলটিলোঁ। সেইবাৰৰ জীৱনৰ সাৰ্থকতাৰ সোঁৱৰণী চিৰস্মৰণীয় হৈ ৰ'ল।

হৃষীকেশত স্বামী শিবানন্দজীৰ আশ্ৰম দৰ্শনঃ ভাৰতবৰ্ষৰ প্ৰখ্যাত যোগীপুৰুষ স্বামী শিবানন্দৰ আশ্ৰম লচমনঝোলাৰ কাষতে। এইজন সিদ্ধ যোগীপুৰুষে আশ্ৰমগৃহৰ গঙ্গাৰ পিনৰ ওপৰ মহলাৰ নিজান কুঠৰীত দিনে নিশাই তপস্যামগ্ন হৈ থাকে। গধূলি পাঁচ বজাত সূৰ্য্য অস্ত যোৱাৰ পিছত ভক্তসকলক এবাৰ মাত্ৰ দৰ্শন দিয়ে। স্বামীজীৰ আশ্ৰমত দাতব্য বিভাগ আছে, ঔষধপাতি বিতৰণ কৰা হয়। যাত্ৰীৰ বিশ্ৰামগৃহ আছে। এইজনা যোগী ভাৰতৰ বিখ্যাত নেতা আৰু লোক সকলৰ শ্ৰদ্ধাৰ পাত্ৰ। বাছ চাৰি বজাতে যোৱাৰ বাবে আমাৰ ভাগ্যত স্বামীজীৰ দৰ্শন নঘটিল। বিষণ্ণমনেৰে নীৰৱে প্ৰণাম জনাই পুনৰ হৰিদ্বাৰলৈ আহি ঘৰমুৱা হ'লোঁ।

নাগাধিৰাজ হিমালয়ৰ পাদপীঠ হৃষীকেশ তপোবন তীৰ্থৰ পৰশত হৃদয়ত যি অপূৰ্ব অনুভূতি জাগি উঠিছিল সেই অৱৰ্ণনীয় অনুভূতি প্ৰকাশৰ ভাষা নাই, স্তব্ধ মানসত জাগি উঠিছিল মৌন তন্ময়তা, ৰোমাঞ্চকৰ পুলকৰ শিহৰণ, সুন্দৰৰ পুলক স্পৰ্শ।

যুগ যুগান্তৰ ধৰি অতিক্ৰমি সুন্দৰৰ
অভিসাৰ পথ—বিশ্বতীৰ্থ কৰো পৰিক্ৰমা
স্বপ্নময় তীৰ্থযাত্ৰা শত জীৱনৰ ॥

তৃতীয়বাৰ দিল্লীলৈ যোৱা সোঁৱৰণ

**সৰ্বভাৰতীয় কবি সন্মিলনৰ সভানেত্ৰী ঃ** ১৯৪৪ চনত দিল্লীত বহা সৰ্বভাৰতীয় কবি সন্মিলনৰ সভানেত্ৰী নিৰ্বাচিত হৈ ২৬ জানুৱাৰীত তৃতীয়বাৰ দিল্লীলৈ যাত্ৰা কৰিলোঁ। ১৯৬৪ চনৰ দিল্লীত বহিব লগীয়া সৰ্বভাৰতীয় কবি সন্মিলনৰ সভানেত্ৰীৰূপে মোৰ নাম নিৰ্বাচিত হোৱাত কবি সন্মিলনৰ সভানেত্ৰীত্বৰ ভাৰ ল'বলৈ দিল্লীলৈ যাব লাগে বুলি গুৱাহাটী অনাতাঁৰ বিভাগৰ ডাইৰেক্টৰ 'মিঃ চাগলু' আৰু শ্ৰীসত্যপ্ৰসাদ বৰুৱাই মোৰ ঘৰলৈ আহি সন্মতি বিচাৰিলে, লগতে জনালে, চীনা যুদ্ধৰ সময়ত প্ৰতিৰক্ষা বিষয়ক গুৱাহাটী অনাতাঁৰত ব্ৰডকাষ্ট কৰা মোৰ ৰচিত আৰু আবৃত্তি কৰা 'বিজয়িনী ভাৰতৰ নাই পৰাজয়' এই কবিতাটো দিল্লী অনাতাঁৰ কেন্দ্ৰই পুনৰ সৰ্বভাৰতীয় কবি সন্মিলনত আবৃত্তি কৰিবলৈ অনুৰোধ জনাইছে, লগতে এখন ভাষণ বিচাৰিছে। সোনকালেই ভাষণ আৰু কবিতা পঠিয়াব লাগে, কাৰণ হিন্দীত অনুবাদ কৰিব লাগিব। ভাষণ আৰু কবিতা দুয়োটা যুগুত কৰি পঠিয়াই মই দিল্লী যাত্ৰা কৰিবলৈ সাজু হলোঁ। দিল্লীৰ অনাতাঁৰ বিভাগৰ আমন্ত্ৰণপত্ৰ এখনো মোৰ হাতত পৰিলহি।

২১ জানুৱাৰী তাৰিখে বিমানযোগে দিল্লীলৈ যাত্ৰা কৰিলোঁ। কলিকতাৰ দমদম বিমান কোঠত বিমানৰ অলপ বিজুটি ঘটাৰ বাবে দিল্লী পাওঁতে নিৰ্ধাৰিত সময়তকৈ অলপ পলম হ'ল। নিশা দশ বজাত দিল্লীৰ 'পালাম' বিমান কোঠত নামিলোঁ। ভতিজা শ্ৰীমান পুলিন চাংকাকতি বিমান কোঠত ৰৈ আছিল দুজনমান ল'ৰাৰে সৈতে। তেওঁলোকৰ লগতে শ্ৰীপুলিনৰ ঘৰত উঠিলোঁগৈ। নাতি-নাতিনীবোৰে সেই নিশালৈকে আইতাক চাবলৈকে নোশোৱাকৈ ৰৈ আছিল। কথা-বতৰা হৈ খাই বৈ বিচনা লওঁতে নিশা বাৰ বাজিল।

২৫ জানুৱাৰী তাৰিখে সৰ্বভাৰতীয় অনাতাঁৰ কেন্দ্ৰৰ নিজা হ'ল ঘৰত সৰ্বভাৰতীয় কবি সন্মিলন বহিল। প্ৰথমতে কমন ৰূমত সকলো দেশৰ কবিসকলেৰে চা-চিনাকি হোৱাৰ সুবিধা দিয়া হৈছিল ; লগতে জল-যোগৰো ব্যৱস্থা আছিল। ভাৰতৰ এজন শ্ৰেষ্ঠ কবি শ্ৰীসুমিত্ৰানন্দন পন্থৰ লগত কথা-বতৰা হোৱাৰ সুবিধা পাইছিলোঁ। গুৱাহাটীৰ ছোৱালী শ্ৰীলিলি দাসে অনাতাঁৰ কৰ্মচাৰী হিচাবে সকলো কবিৰ লগত চা-চিনাকি কৰি দিছিল। সন্মিলনৰ আহ্বায়কসকলে আহি চা-চিনাকী হৈ ধন্যবাদ জ্ঞাপন কৰিছিল। অলপ পিছতে সন্মিলনৰ সময় হোৱাত আমি সকলো-খিনি অতিথি সভাগৃহত উপস্থিত হ'লোঁ আৰু নিৰ্দেশমতে নিজ নিজ আসন গ্ৰহণ কৰিলোঁ। সভাৰ সম্পাদকে সম্পাদকীয় পাঠ কৰি ৰাইজক শুনালে আৰু সভানেত্ৰী নিৰ্বাচনৰ প্ৰস্তাৱ দাঙি ধৰিলে। সুমিত্ৰানন্দন পন্থই সেই প্ৰস্তাৱ অনুমোদন কৰাৰ পিছত সভানেত্ৰীৰ আসন গ্ৰহণ কৰাৰ ভাৰ পৰিল। সভানেত্ৰীৰ আসন গ্ৰহণ কৰাৰ সময়ত মোৰ মনৰ ভাব থৌকি বাথৌ হ'বলৈ ধৰিলে। পৰমেশ্বৰৰ কি লীলা, মোৰ দৰে অযোগ্যা নাৰীক তেওঁ কি বিচাৰত এনে এটি গধুৰ দায়িত্বৰ ভাৰ দিলে বাৰু ? যিজনে ভাৰ দিছে সেই জনেই নিশ্চয় এই ভাৰ গ্ৰহণ কৰিব, এনে এটি ভাব লৈ মই নিজৰ মাতৃভাষা অসমীয়াতেই সভানেত্ৰীৰ আসন গ্ৰহণ কৰিলোঁ বুলি ক'লোঁ। সম্পাদকৰ নিৰ্দেশমতে কাৰ্য্যসূচী অনুসৰি সভানেত্ৰীৰ ভাষণ। পোন প্ৰথমেই মোৰ লিখিত ভাষণ পাঠ কৰিলোঁ। সেই অসমীয়া ভাষণৰ হিন্দী ভাঙনি এগৰাকী হিন্দী-বিশেষজ্ঞ শ্ৰীমতী সুশীলাই পাঠ কৰি শুনালে। ভাষণৰ পিছতে অসমীয়া কবিতাৰ পাল পৰিল। ভাষণৰ শেষত অসমীয়া কবিতা গাবলৈ উঠিলোঁ। কবিতাটি আছিল চীনা যুদ্ধৰ সময়ত লিখা 'বিজয়িনী ভাৰতৰ নাই পৰাজয়'। (প্ৰকাশিত—অলকানন্দা)

## দিল্লীত অনুষ্ঠিত সৰ্বভাৰতীয় কবি সন্মিলনৰ সভানেত্ৰীৰ ভাষণ

( হিন্দীত অনূদিত )

২৫ জানুৱাৰী ১৯৬৪ চন

"জয়তু জননী ভাৰতবৰ্ষ"

সভানেত্ৰীৰ ভাষণেৰে সমাপণ।

"যুগ-নন্দিতা বিশ্ব-বন্দিতা ভাৰত মাতৃৰ গৌৰবী ধ্ৰুব পতাকাবাহী জনবৰেণ্য মনীষী সমাজ! কাব্য কাননৰ জ্ঞান সঞ্চয়ী মধুকৰবৃন্দ! আজি পৰমৰমণীয় বাঞ্ছিত মাহেন্দ্ৰ মুহূৰ্তত বিশ্ব-বিশ্ৰুত কীৰ্তি-বিমণ্ডিত স্বাধীন ভাৰতৰ যুগ গৌৰবী ৰাজধানী দিল্লী মহানগৰীত ভাৰতৰ শ্ৰেষ্ঠ গুণী কবি সমাজৰ মহাসন্মিলনৰ মাজত থিয় হ'বলৈ আপোনালোকে মোক যি সৌভাগ্যৰ অধিকাৰিণী কৰিছে সেই বাবে এই অযোগ্যাই অৱনত শিৰে আপোনালোকলৈ শ্ৰদ্ধাপূৰ্ণ অভিনন্দন আগবঢ়াইছে।

১৯৫৭ চনৰ এনে এটি স্মৰণীয় পঁচিশ জানুৱাৰী দিবসতে ভাৰতৰ কবি সন্মিলনৰ আমন্ত্ৰণ পাই সেই মহা সন্মিলনত অসমৰ কবিয়ত্ৰীৰূপে কবিতা পাঠ কৰিবলৈ এই অযোগ্যাৰ এবাৰ সৌভাগ্য ঘটিছিল। আজি পুনৰ চিৰশ্যামলা গিৰিমালা সুবেষ্টিতা সুদূৰ অসম ৰাজ্যৰ সীমান্ত-বাসিনী এই নগণ্যা কবিয়ত্ৰীয়ে ব্ৰহ্মপুত্ৰ মহানদৰ পৰশুৰাম তীৰ্থোদকে মঙ্গলঘট ভৰাই লৈ গিৰিমল্লিকাৰে পুষ্প অৰ্ঘ্য সজাই বিশ্ববৰেণ্যা ভাৰতী মাতৃৰ জ্ঞানী গুণী পূজাৰীসকললৈ নতশিৰে সসম্ভ্ৰমে পুষ্পাঞ্জলি আগবঢ়ালোঁ।

স্বৰ্গাদপি গৰিয়সী ভাৰত-জননী বিশ্বৰ অৰুণোদয়ৰ প্ৰথম প্ৰভাতত ভাৰত উপবনৰ তপস্বী কবিয়ে উদাত্তকণ্ঠে বিশ্ববাসীক শুনালে ভাৰত দৰ্শনৰ মূলমন্ত্ৰ। তমসা তীৰত ধ্বনিত হৈ উঠিল মহাকাব্যৰ অমৰবাণী মৃত্যুঞ্জয়ী মানবতাৰ অপূৰ্ব সম্ভাৱনা। অজ্ঞান এন্ধাৰে আৱৰা পৃথিৱীলৈ পূৰ্বদিগন্ত উদ্ভাসিত কৰি কুমাৰী ঊষাই সজাই আনিলে ভাৰতৰ বুকুলৈ নৱজীৱনৰ অমৃত প্ৰজ্ঞালোক। জড়বাদী পৃথিৱীক শুনালে বিশ্বাত্মাৰ প্ৰাণ প্ৰতিধ্বনি—'সত্যম্ শিৱম্ অদ্বৈতম্ আনন্দৰূপামৃতম্ যদ্বিবিভাতি' —চেতনাৰ মহাবাণী।



শতাব্দীৰ সংঘাত মূৰ্চ্ছিতা ভাৰতবৰ্ষৰ শাশ্বত অতীতৰ ঝঙ্কাৰধ্বনি দিব্যৰশ্মি সমুজ্জ্বল ভাৰত সংস্কৃতিৰ অফুৰন্ত ৰত্নপ্ৰভা কালৰ প্ৰভাৱত ক্ৰমশঃ ম্লান হৈ পৰিছিল। মহামানবৰ সাধনস্পৰ্শে ভাৰত মাতৃৰ জ্ঞান পিপাসী আত্মাটোৱে আজি পুনৰ অতীতৰ ঋষিযুগ ঘূৰাই আনিবলৈ জ্যোতিপথ বিচাৰি ব্যাকুল হৈ পৰিছে। উপনিষদৰ সাধক ঋষিৰ অমৰ বাণী পুনৰ গম্ভীৰ উদাত্তস্বৰে ঝঙ্কাৰিত হৈ উঠিছে "শৃন্বন্তু বিশ্বে অমৃতস্য পুত্ৰাঃ।" জাগ্ৰত ভাৰতৰ নৱ অভ্যুদয়ৰ অমৃত লগ্নৰ অধিকাৰী ভাৰত সন্তান মৃত্যুঞ্জয়ী অবিনাশী অমৰ। যুগ নিৰ্মাণৰ অগ্ৰগতিত অভিনৱ পন্থা প্ৰদৰ্শকৰ গুৰু দায়িত্ব বহন কৰিবলৈ প্ৰতিভা উজ্জ্বল নৱ সংস্কৃতিয়ে আজি কবি, সাহিত্যিক, শিল্পী সাধকক বাৰে বাৰে আহ্বান জনাইছে। যুগ নিৰ্মাণৰ পুষ্পপথ ৰচনকাৰী কবিৰ অমৰ লেখনীয়ে সচেতনাময় কাব্য গুঞ্জন সঙ্গীতধ্বনিৰে ভাৰত নিৰ্মাণীৰ নিষ্প্ৰভ ম্লান চকুত কল্পনাময় ইন্দ্ৰধনু আঁকি বিশ্বমৈত্ৰী প্ৰেমৰ অঞ্জন সানি ৰূপায়িত কৰি তুলিব লাগিব জাগ্ৰত ভাৰতৰ স্বপ্নস্বৰ্গ।

যুগ-সংঘাতত নুমাই যাব খোজা ভাৰত মনীষাৰ অনিৰ্বাপিত অখণ্ড প্ৰদীপৰ সমুজ্জ্বল জ্যোতিৰে নিপীড়িত, ক্ষুধিত, বঞ্চিত, মানবাত্মাৰ তৃষ্ণানাশি যুগ আকাঙ্ক্ষা জাগৃতি জগাই তুলি মহামনীষাৰ আলোক প্ৰভাৰে বিশ্বমৈত্ৰী ক্ষান্তি পাৰমিতা সঙ্গীতে কবি শিল্পী সাধকসকলে নৱযুগ নিৰ্মাণৰ অভ্যুত্থানত অগ্ৰসৰ হবলৈ আহ্বান জনাইছে। কবি যুগস্ৰষ্টা! কবিৰ লেখনীয়ে একোটা যুগৰ পাতনি মেলে। বিনাশী কালৰ স্পৰ্শত জড়দেহ নাশ হলেও, অনন্ত কালৰ ঋষি মনীষীৰ চিন্তা-তৰঙ্গৰ বিনাশ বা সমাধি ঘটা নাই। মহাব্যোম মণ্ডলৰ ধ্যান-তৰঙ্গই আজিৰ ৰণক্লান্ত পৰিশ্ৰান্ত পৃথিৱীৰ অশান্ত আত্মাত পুনৰ আঘাত কৰিছেহি—উত্তিষ্ঠিত জাগ্ৰত বাসুদেৱ বাণীৰে প্ৰাপ্য বৰান্নবোধত ৰবে।

পৃথিৱীয়ে আজি অনুভৱ কৰিছে ভাৰতবৰ্ষৰ শাশ্বত শক্তিৰ নিবিড় অনুপ্ৰেৰণাময় তড়িৎ স্পন্দনৰ প্ৰবাহ। মানবকল্যাণ দেশকল্যাণকাৰী কবিসকলৰ অৱদান দেশ নিৰ্মাণ আৰু দেশ ৰক্ষাত প্ৰাধান্য পাই আহিছে। বিজয়িনী ভাৰতমাতৃৰ চিৰসন্মান-ৰক্ষী বিজয় বাহিনীৰ আগশাৰীত 'চাৰণ' কবিদলৰ আবেগ-বিহ্বল কণ্ঠৰ জাগৰণী সঙ্গীতে সানি দিয়ে ৰণ-

উল্লাসৰ প্ৰেৰণাময় উন্মাদ মদিৰা। কবিৰ হাতৰ সুৰময় শুক্ল পতাকাই দেশ আৰু জাতিক পৰিচালিত কৰি সত্যপথেৰে নৱভাৰতক দেখুৱাই দিব সত্য, সাম্য, শান্তিৰ শুভ্ৰ পথ। ভাৰত-কবিয়ে কাব্যবে পিন্ধাব ভাৰতী মাতৃৰ কণ্ঠত সবিতা জ্যোতি উদ্ভাসিত বিশ্ব-বিজয়িনী বৈজয়ন্তীমালা।”

কবিতা

বিজয়িনী ভাৰতৰ নাই পৰাজয়
স্বৰ্গাদপি গৰিয়সী ভাৰত জননী
জাগ্ৰত ভাৰত আত্মা সাধনাৰ তৰঙ্গৰ কম্পনে
সত্য ধ্ৰুব বেদমন্ত্ৰ গানে—ঋষিকণ্ঠে নিনাদিলে
সত্যমেৱ জয়তে নান্যতম্ মহামন্ত্ৰ সত্য সুন্দৰৰ ॥
(অলকানন্দা)

দিল্লীবাসী অসমীয়া ৰাইজৰ মৰমৰ আদৰণী ঃ

পৰম শ্ৰদ্ধেয় শ্ৰীযুক্তা নলিনীবালা দেৱীৰ কৰকমলেষু,

হে অসমৰ সুযোগ্যা জীয়ৰী!

আজি তোমাক আমাৰ মাজত পাই দিল্লীবাসী অসমীয়া ৰাইজ আমি আটায়ে গৌৰৱ আৰু আনন্দ অনুভৱ কৰিছোঁহক। তুমি আজীৱন সত্য সুন্দৰৰ সাধনা কৰি আহিছা, নিজৰ অন্তৰৰ ভাৱৰাশিক সুৰময় ভাষাত প্ৰকাশ কৰি অসমীয়া জাতিৰ জীৱনত ছন্দৰ লহৰি তুলি দি মহতো মহীয়ান হ'বলৈ পথৰ সন্ধান দি আহিছা। তুমি আমাৰ অন্তৰসনা কৃতজ্ঞতা আৰু ভক্তি গ্ৰহণ কৰা।

হে সুন্দৰৰ নিবেদিতা পূজাৰিণী,

আজি তোমাৰ প্ৰতিভাই ভাৰত ভাৰতীৰ দৰবাৰত সমাদৰ লাভ কৰিছে। সেই হেতুকে অসমীয়া হিচাপে আমি আটায়ে তোমাক লৈ সগৰ্বে থিয় দিয়াৰ শুভ অৱসৰ পাইছোঁহক। তুমি অসমৰ মাতৃ-জাতিৰ মৌন তপস্যাৰ বাৰ্তাবহ প্ৰতিনিধি।

তুমি আমাৰ ন অসম গঢ়োঁতাসকলৰ অন্যতম কৰ্মবীৰ নবীনচন্দ্ৰৰ সুযোগ্যা জীয়ৰী। আজি আমাৰ আৰু সেই কৰ্মবীৰহঁতৰ গৌৰৱময়ী ভাৰত, সোণৰ অসম গ্ৰাস কৰিবলৈ পৰদেশৰ প্ৰতাপৰ লোভীহঁতে কোৱাৰি মেলি আগবাঢ়ি অহাৰ মৰসাহ কৰিছে। সিহঁতৰ কু-অভিসন্ধি চৰিতাৰ্থ কৰিবলৈ আমাৰ ভাই-ভাইৰ মাজত কন্দল লগাই দি আমাক আদৰ্শচ্যুত কৰাৰ অপচেষ্টা চলাইছে। তাৰ বিৰুদ্ধে তুমি অগ্নিবীণাত সুৰ সঞ্চাৰ কৰি দেশক উদাত্ত আহ্বান জনাইছা। উজ্জ্বল ভৱিষ্যতৰ পিনলৈ মাৰ বান্ধি আগুৱাই যোৱাৰ সংকেত দিছা। ভগৱন্তই তোমাৰ মঙ্গল কৰক।

অসম এছোছিয়েশ্যন দিল্লী, গুণমুগ্ধ
২৯ জানুৱাৰী ১৯৬৪ চন দিল্লীবাসী অসমীয়া ৰাইজ



দিল্লীত অসমীয়া ৰাইজৰ আদৰণী ঃ

পিছদিনা-দিল্লী প্ৰবাসী অসমীয়াসকলে গোট খাই মোক মৰম ওপচা সম্বৰ্ধনা জনায়। অসমৰ ভাই-ভনীসকলৰ অসমীয়া এই বায়েকজনীলৈ উপচি থকা মৰমবোৰ সেইদিনা বাকি দিলে অসমৰপৰা বহু দূৰৈত থকা দিল্লী নগৰীত। 'তেজ ধুলে উটে, মঙহ ধুলে নুটে'—এই কথাশাৰী মোৰ মনত পৰি চকুপানী ওলাল। সেই সভাত সভাপতিত্ব কৰিছিল অসমৰ সুপুত্ৰ হেম বৰুৱা, এম. পি.-এ। অনাতাঁৰ কেন্দ্ৰৰ অসমীয়া কৰ্মচাৰী শ্ৰীচক্ৰেশ্বৰ ভট্টাচাৰ্য্যই প্ৰাণ ঢালি লিখিছিল সম্বৰ্ধনা পত্ৰখনি, কবি পৰিচয়। দিল্লী পৰিষদৰ লোকসভাৰ সদস্যসকলে নিজ নিজ ভাষণেৰে আপ্যায়িত কৰি তুলিছিল সেই সভা। শ্ৰীযোগেন হাজৰিকা, জয়িং ইৰিং আদি কেইবাজনেও সেই সভাত যোগ দিছিল; ২৬ জানুৱাৰীত যোগ দিবলৈ যোৱা শ্ৰীৰেবেকা আচাওৰ নেতৃত্বত এদল অসমীয়া ছোৱালী-শিল্পীয়ে সেই সভাত নৃত্য-গীতৰ যোগান ধৰি সভাখন আনন্দ-মুখৰ কৰি তুলিছিল। বিশেষ শ্ৰীনিৰ্মলাদেৱীৰ দলে নচা মুগাৰ ৰিহা-মেখেলাৰে সোণ জিলিকা অসমীয়া ছোৱালীৰ লাৱনী দেহৰ বিহুনাচ দেখি এজন ইউৰোপীয়ান দৰ্শকে মোহিত হৈ এয়া অসমৰ 'গল্ডেন ডান্স' নাম দি ফটো লৈছিল সোণালী নাচৰ।

শেষত নিমন্ত্রিত অতিথিসকলৰ লগত কথা-বতৰা হৈ এটাইবোৰে বেৰি লৈ মাজত মোক বহুৱাই ফটো তুলিছিল। বিশেষ সেই সময়ত "মই আইতাৰ কাষত বহিম, মই আইতাৰ কাষত বহিম" বুলি ছোৱালী-বোৰে কৰা ঠেলা হেচাবোৰ চাই মোৰ হাঁহি উঠিলেও মৰমৰ পৰশে মোক অভিভূত কৰি তুলিছিল। মৰমৰ ইমান হেঁচা যে মই সহিব নোৱৰা হলোঁ! এই মৰম মোৰ অসমী আইৰ মৰম, মোৰ প্রাণৰ আপোন অসমৰ ভাই-ভনী অসমৰ মইনাবোৰৰ এনে অকপট মৰমে মোক অসমৰ বহুদূৰ দিল্লী নগৰীলৈকে খেদি আহিছে। ক'ত পাম মই এনে হিয়া ওপচা পবিত্র মৰম? এই মৰমৰ ধাৰ মই কিদৰে সুজিম? কি দিব পাৰোঁ মই মোৰ প্রাণৰ আপোনবোৰক। শ্রীমান চক্রেশ্বৰ ভট্টাচার্য্যই 'নলিনী কাব্যৰ ভাবধাৰা' নামক এটি প্রবন্ধ পাঠ কৰি শুনাই, সভাৰ তৰফৰপৰা এখনি মানপত্র দিয়ে। লোকসভাৰ কেইবাজনো বিদেশী সভ্যই মোৰ লগত চা-চিনাকি হয়হি। সেইসকলৰ লগত কথা-বতৰা পাতি সন্তোষত মন ভৰপূৰ হৈ উঠিছিল। সেই সম্বৰ্ধনাত সভাপতি হেম বৰুৱাৰ আবেগ-কম্পিত অন্তৰৰ সাবলীল সুগভীৰ ভাষণৰ প্রতি শব্দ যেন হিয়াৰ মাজত কঁপনি তুলিলে। সম্বৰ্ধনা অন্তত মোৰ ফালৰ-পৰা দুআষাৰ মান কব লগীয়া হ'ল। ভাবাবেগত অন্তৰ অভিভূত হৈ পৰিছিল। সুদূৰ দিল্লীলৈকো মৰমে বিচাৰি যোৱা পৰিস্থিতিয়ে বিহ্বল কৰি তুলিছিল। মনত ভাব হৈছিল, এই পৃথিৱীত যদি কিবা সত্য আছে তেনে সেই স্বৰ্গীয় সৌন্দৰ্য্য একমাত্র মৰম। সমুখত বহি থকা অসমৰ প্রতিনিধি এম. পি. সকলক দেখা পাই মোৰ চীনা যুদ্ধৰ সময়ৰ অসমৰ অৱস্থা চকুত জিলিকি উঠিছিল। এম. পি. সকলক উদ্দেশ্য কৰি শেষত কৈছিলোঁ, "দিল্লীয়ে অসমৰ ছবি নেদেখে; কাৰণ দিল্লী বহুত দূৰ। চীনা যুদ্ধৰ সময়ত হোৱা অসমৰ অৱস্থা, অসমীয়াৰ আতঙ্ক, পুৰুষ, নাৰী, ল'ৰা-বুঢ়া সকলৰ ঐক্যবদ্ধ মনোভাৱ কি দৰে সেই নিশা, যি নিশাত চীনাই ফুটহিল পাইছিল, যি নিশাত অসমৰ স্কুল-কলেজৰ ছাত্র-ছাত্রী, নাগৰিক মহিলাসকলে নিশাৰ পৰিস্থিতি পাহৰি পলাইছিল, সেই নিশা কি দৰে ল'ৰা-ছোৱালীবোৰে আতঙ্কত অনাই বনাই ফুৰিছিল।" নিশা দহবজাত এটা নাগৰিক দলত আমি গৈ চাৰ্কিউট হাউচত



লালবাহাদুৰ শাস্ত্রী আৰু ইন্দিৰা গান্ধীক দেখা কৰিছিলো। পিছদিনা মহিলা সভাত মহিলাসকলে কি দৰে প্রতিজ্ঞবদ্ধ হৈছিলোঁ, কি দৰে ৰাজপুত ৰাণীসকলৰদৰে আত্মৰক্ষা কৰিব নোৱাৰিলে, ব্রহ্মপুত্রৰ বুকুত আশ্রয় ল'বলৈ নাৰীসকলে কি দৰে প্রতিজ্ঞা লৈছিলোঁহঁক! নিশা দহবজাত কংগ্রেছ অফিচলৈ গৈ অসমৰ নেতাসকলক কিদৰে ল'গ ধৰিছিলোঁ। চীনা যুদ্ধত অসমৰ আতঙ্কজনক অৱস্থা বিৱৰি কোৱাত, সভাৰ শেষত বহুজন শ্রোতাই ক'লে, "আমি ইমানবোৰ কথা শুনাই নাছিলোঁ" দুখেৰে কৈছিলোঁ "অসমৰ প্রতিনিধিসকলে সদায় অসমৰ চিত্রখনি চকুৰ আগত লৈ কাম কৰিব লাগে; নহ'লে যে 'দিল্লী বহুত দূৰৈত' কথাষাৰ অসমৰ বেলিকা বাস্তব হৈ পৰিব।"

এইবাৰ দিল্লীত 'টেলিভিশ্যন' চাই আহিলোঁ। সেই সময়ত দিল্লীলৈ প্রথম টেলিভিশ্যন আহিছে। শ্রীবিজয় ভাগৱতীদেৱৰ ঘৰলৈ গৈছিলোঁ। তেখেতৰ পত্নীয়ে এখন স্বৰচিত কবিতাৰ পুথি দি আদৰ-সাদৰ কৰিলে। শ্রীহেম বৰুৱাৰ ঘৰলৈ গৈছিলোঁ। তেওঁৰ ল'ৰা টুমনে লগত লৈ টেলিভিশ্যন দেখুৱালে। দিল্লীত শ্রীচক্রেশ্বৰ ভট্টাচাৰ্য্যৰ মৰম চেনেহে মোহিত কৰিছিল। অসমবাণীত তেওঁ 'নলিনী কাব্যৰ উৎস' নামৰ এলানি প্রবন্ধ লিখি প্রকাশ কৰিছিল। এইবাৰ দিল্লীৰ দূৰণীয়া মৰম বুটলি লৈ ঘৰমুৱা হ'লোঁ। দিল্লীৰ সোঁৱৰণীত মোক লগত লৈ ফুৰা মানিক হাতি-কাকতি আৰু অৰুণ বৰদলৈৰ কথা সদায় মনত পৰে, বেজবৰুৱা আৰু বহুতলৈ। ভাৰতৰ চিৰ গৌৰৱ বহনকাৰিণী দিল্লী মহানগৰীলৈ মূৰ দোঁৱাই ঘৰমুৱা হ'লোঁ।

## সৰ্বভাৰতীয় একাডেমী বঁটাৰ সোঁৱৰণ

### 'অলকানন্দা' কবিতাপুথি

১৯৬৮ চনৰ সাহিত্য একাডেমী পুথি-বাছনি কমিটিয়ে ভাৰতবৰ্ষৰ দহোটা ভাষাৰ দহখন সাহিত্যপুথিক সৰ্বোৎকৃষ্ট পুথি বুলি পুৰস্কাৰ ঘোষণা কৰে। দহোটা ভাষাৰ ভিতৰত অসমীয়া ভাষাৰ অলকানন্দা নামৰ মোৰ ষষ্ঠ কবিতাৰ পুথিখনিয়ে এই পুৰস্কাৰ পায়। ভাৰতৰ পৰম

পণ্ডিত ভাষাবিদ্ ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায় এই পুথি বাছনি সাহিত্য একাডেমীৰ সভাপতি আছিল।

১৯৬৯ চনৰ ১৪ ফেব্ৰুৱাৰী তাৰিখে প্ৰথমে এই বাতৰি অনাতাঁৰত ঘোষিত হোৱা বাতৰি পাই গুৱাহাটী প্ৰকাশন পৰিষদৰ সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াই ফোন কৰি মোক বাতৰি জনালে। পিছদিনা পুৱা সকলো বাতৰি কাকতে এই বাতৰি সদৰি হৈ পৰিল। লগে লগে সদৌ অসমৰ বন্ধু-বান্ধৱৰ টেলিগ্ৰাম চিঠিৰ সোঁত ববলৈ ধৰিলে। দিল্লীৰপৰা সাহিত্য একাডেমীৰ প্ৰধান সম্পাদক শ্ৰীকৃপালনীয়ে টেলিগ্ৰাম দি অভিনন্দন জনালে। একাডেমীৰ বিভিন্ন বিভাগৰপৰা টেলিগ্ৰাম আৰু চিঠি আহিবলৈ ধৰিলে। একাডেমীৰ চেয়াৰমেন ডক্টৰ সুনীতি চট্টোপাধ্যায়ৰপৰাও চিঠি পাওঁ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সাহিত্য চ'ৰাৰপৰা সম্বৰ্ধনা জনায়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰপৰাও সংস্কৃত ভাষাত লিখিত অভিনন্দন আগবঢ়ায়। ২৮ মাৰ্চ তাৰিখে দিল্লীৰপৰা মাননীয় ৰাষ্ট্ৰপতি জাকিৰ হুচেইনৰ হাতৰপৰা বঁটা ল'বলৈ আমন্ত্ৰণ আহিল। দুৰ্ভাগ্যই দেখা দিলে, পুৰণি হৃদপিণ্ডৰ অসুখে দেখা দিয়াত চিকিৎসকৰ নিৰ্দেশক্ৰমে দিল্লীলৈ যোৱা বন্ধ হ'ল। বহুতেই মোক প্ৰশ্ন কৰিলে—"আপোনাৰ কেনে লাগিছে?" মই কি কম? কাৰণ মই একোকে অনুভৱ কৰা নাই। মোৰ প্ৰথম কবিতাৰ পুথি 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰৰ'দৰেই 'অলকানন্দা', 'পৰশমণি', 'যুগদেৱতা'ৰ বিশেষ পাৰ্থক্য মই নেদেখোঁ। তাৰ মাজতে এই ষষ্ঠ কবিতাৰ পুথিখনে সন্মান পোৱাৰ বিষয়ে মই একো বিচাৰি পোৱা নাই। অৱশ্যে ভাল পাইছোঁ, মোৰ এই সামান্য সাহিত্য-সেৱা, এই সেৱাকণ মোৰ মাতৃভূমি অসমী আইয়ে গ্ৰহণ কৰি জীৱনৰ বিদায় বেলিকা যেন আশীৰ্বাদ দিছে। সেয়েই মোৰ জীৱনৰ পৰম সাৰ্থকতা বুলি ভাবিছোঁ।

১৯৬৮ চনৰ ডিচেম্বৰ মাহত পুনৰ কলিকতাত বঁটা ল'বলৈ আহ্বান আহিল। ইতিমধ্যে ৰাষ্ট্ৰপতি জাকিৰ হুচেইনৰ বিয়োগ ঘটিল। সাহিত্য একাডেমীৰ চেয়াৰমেন ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰপৰা চিঠি আহিল—"আপোনাৰ অসুস্থতাৰ কাৰণে আমি এইবাৰ কলিকতাতে বঁটা বিতৰণৰ আয়োজন কৰিছোঁ, আপুনি বিমানযোগে কলিকতালৈ আহি আমাৰ বঁটা বিতৰণ সভাত উপস্থিত হৈ আপোনাৰ সন্মানিত বঁটা গ্ৰহণ কৰি আমাক কৃতাৰ্থ কৰে যেন।" যাব লগীয়া হ'ল। লেঠাৰ উপৰি লেঠা, চমু জীৱনী লাগে, ফটো লাগে। এই বিষয়ত শ্ৰীগোবিন্দ কলিতা ডাঙৰীয়াই মোৰ চিঠিপত্ৰবোৰ লেখি দি যথেষ্ট সহায় কৰিলে। একাডেমীয়ে বিচৰা চমু জীৱনী ডিবুৰু কানৈ কলেজৰ অধ্যাপক তকজুল আলিয়ে লিখা ইংৰাজী চমু জীৱন-টোকাৰপৰা ইংৰাজীত যুগুতাই দিলে গুৱাহাটী কমাৰ্চ কলেজৰ ইংৰাজীৰ অধ্যাপক শ্ৰীপূৰ্ণানন্দ শইকীয়াই। মোৰ চমু জীৱন পৰিচয় লিখি দিয়াৰ ক্ষেত্ৰত কবি শ্ৰীনিৰ্মলপ্ৰভা বৰদলৈও সহায় কৰিছিল। আটাই কেউগৰাকীলৈ মোৰ আন্তৰিক ধন্যবাদ জনাই থলোঁ।

১৯৬৯ চনৰ ডিচেম্বৰ মাহত কলিকতাৰ 'নেশ্যনেল লাইব্ৰেৰী' হ'লত বঁটা বিতৰণী অনুষ্ঠান পতা হৈছিল। যথাসময়ত বিমানযোগে কলিকতালৈ যাত্ৰা কৰিলোঁ। পুৰণি বন্ধু বীডৰ ঘৰতে উঠিলোঁ। পিছদিনা গধূলি পাঁচ বজাত নেশ্যনেল লাইব্ৰেৰী হ'লত উপস্থিত হ'লোঁগৈ। মোৰ ল'ৰা শ্ৰীউপেন চাংকাকতি আৰু শ্ৰীমতী বীড মোৰ লগত গৈছিল। বীডৰ গাড়ীতেই আমি গৈছিলোঁ। গৈ পালোঁ, অতি উৎকণ্ঠাৰে বাট চাই থকা একাডেমীৰ কাৰ্য্যকৰ্তাসকলে আদৰেৰে আগবঢ়াই নিলেহি। হ'ল টো গণ্য-মান্য নিমন্ত্ৰিত লোকেৰে ভৰপুৰ; কলিকতাৰ বিশিষ্ট সাহিত্যিক, লেখক-লেখিকা, সাংবাদিক কলাকাৰ সকলেই নিমন্ত্ৰিত আছিল। আগবঢ়াই নিবলৈ অহাসকলৰ ভিতৰত আমাৰ অসম সাহিত্য সভাৰ সভাপতি কবি আনন্দচন্দ্ৰ বৰুৱাদেৱ, অসম সাহিত্য সভাৰ সম্পাদক বিখ্যাত ঔপন্যাসিক আব্দুল মালিক, কবি নিৰ্মলপ্ৰভা বৰদলৈ আৰু প্ৰকাশন পৰিষদৰ প্ৰাক্তন সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীক দেখি ইমান ভাল লাগিল! অসমৰ এইসকলো একাডেমী সভালৈ নিমন্ত্ৰণ পাই আহিছিল। সেইবাৰৰ একাডেমী পুৰস্কাৰ পাওঁতা আছিলোঁ তিনিজন। বঙ্গদেশৰ বিখ্যাত ঔপন্যাসিক শ্ৰীতাৰাশঙ্কৰ বন্দ্যোপাধ্যায়, উৰিষ্যাৰ সাহিত্যিক শ্ৰীসূৰ্য্য-নাৰায়ণ দাস আৰু অসমৰ এই লিখিকা নলিনীবালা দেৱী।

কাৰ্য্যক্ৰমঃ পুৰস্কাৰ পাওঁতাসকলক আদৰি আনি বেদীত বহুওৱাৰ লগে লগে ৰবীন্দ্ৰ সঙ্গীতেৰে আদৰণী জনোৱা হ'ল। তিনিজনী ধুনীয়া

কুমাৰীয়ে বৈদিকযুগৰ সাজপাৰ পিন্ধি হাতত ধূপ-দীপেৰে আৰতি কৰি অগুৰু-চন্দনৰ তিলক পিন্ধাই, ৰজনীগন্ধা ফুলৰ মালা পিন্ধাই বৰণ কৰিলে। লগে লগে কবিগুৰু ৰবীন্দ্ৰনাথ ৰচিত কবি বৰণ সঙ্গীত গাই কবিবৰণ সৌষ্ঠৱৰ সৌন্দৰ্য্য বঢ়াই তুলিলে। ৰজনীগন্ধা ফুলৰ মালাৰ সুগন্ধই, ৰবীন্দ্ৰ সঙ্গীতৰ মনোহাৰী সুৰছন্দাই, আৰু মনোৰম পৰিবেশে মনৰ মাজত এটি অনাবিল আনন্দ-অনুভূতিৰ সোঁত বোৱাই হিয়া-মন অভিভূত কৰি তুলিলে।

প্ৰথমেই দিল্লী একাডেমীৰ প্ৰধান সম্পাদক শ্ৰীকৃপালনীয়ে সমূহ ৰাইজক সম্বোধন কৰি একাডেমী পুৰস্কাৰ প্ৰাপ্তিৰ বিষয়ে বহলাই বুজাই দিলে। মাননীয় ৰাষ্ট্ৰপতি জাকিৰ হুচেইনে দিব লগীয়া এই সন্মানিত পুৰস্কাৰ দিল্লীত ৰাষ্ট্ৰপতিৰ হাতৰপৰা পোৱা উৎসৱত যোগদান কৰিব নোৱৰা এই তিনিজন পুৰস্কাৰ পাওঁতা উৰিষ্যা, বঙ্গদেশ আৰু অসমৰ উপাধি পাওঁতাক কলিকতাত এই পুৰস্কাৰ বিতৰণৰ ব্যৱস্থা কৰা হৈছিল। সুকলমে এই বঁটা বিতৰণীৰ পিছত নানা দেশৰ সাংবাদিকসকলে বেৰি ধৰি নানা প্ৰশ্ন সুধিবলৈ ধৰিলে। বঁটাত আমি ভাৰতীয় সকলো মহিলাই গৌৰবান্বিত হৈছোঁ।”

ইয়াৰ পিছত কলিকতাৰ একাডেমী শাখাৰ সম্পাদক শ্ৰীক্ষিতীশ ৰায় উঠি তিনিজন বঁটা পাওঁতাৰ পৰিচয় জনাই দিলে। বৰ্তমান সাহিত্য একাডেমীৰ চেয়াৰমেন ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে ৰাষ্ট্ৰপতিপ্ৰদত্ত এই সন্মানিত বঁটা প্ৰদান কৰিব বুলি জনাই দিলে।

প্ৰথমেই বঙ্গদেশৰ লিখক শ্ৰীতাৰাশঙ্কৰ বন্দ্যোপাধ্যায় দেৱৰ পৰিচয় প্ৰদান কৰি তেখেতৰ বিখ্যাত উপন্যাস 'গণদেৱতা'খনে একাডেমী পুৰস্কাৰ পোৱা ঘোষণা কৰিলে আৰু বঁটা ল'বলৈ আহ্বান জনোৱাত শ্ৰীতাৰাশঙ্কৰ বন্দ্যোপাধ্যায়ক ডক্টৰ সুনীতি চট্টোপাধ্যায়ে সন্মানসহ 'তাম্ৰফলি' ফেলশ্বিপসহ অৰ্পণ কৰিলে। ৰাইজে হৰ্ষধ্বনিৰ মাজত তেখেতক 'গণ-দেৱতা' সম্বন্ধে ক'বলৈ অনুৰোধ কৰাত তেখেতে লিখিত ভাষণ এখনি পাঠ কৰি শুনালে। দ্বিতীয়তে, অসমৰ 'অলকানন্দা' কবিতা পুথিৰ বঁটা পোৱা উল্লেখ কৰি বিশেষ পৰিচয় প্ৰদান কৰি ৰাইজৰ লগত চিনাকি কৰি দিলে শ্ৰীক্ষিতীশ ৰায়ে অলকানন্দাৰ কবি এই লিখিকাক। মিষ্টাৰ



কৃপালনীয়ে বঁটা ল'বলৈ সাদৰ আহ্বান জনোৱাত আগবাঢ়িলোঁ। চেয়াৰমেন ডক্টৰ সুনীতি চট্টোপাধ্যায় ডাঙৰীয়াই সুদৃশ্য সুসজ্জিত পেটাৰিত সুশোভিত সাহিত্য একাডেমিৰ প্ৰতীক এটি মহামান্য জাকিৰ হুচেইন হস্তাঙ্কিত নাম খোদিত তাম্ৰফলক সসম্ভ্ৰমেৰে হাতত তুলি দিলে। ৰাইজৰ হৰ্ষধ্বনিৰ মাজত অলকানন্দাৰ বিষয়ে দু-আষাৰ কবলৈ অনুৰোধ-ক্ৰমে মুখেৰেই ভাষণ এটি দিলোঁ। ভাৰতীয় দৰ্শনৰ মূল ভেটীতেই মোৰ কবিতাৰ বিকাশ বুলি ক'লোঁ। লগতে কাব্য-বিজ্ঞানৰ বিকাশ সম্বন্ধেও উল্লেখ আছিল।

## 'ভাৰতীয় দৰ্শনেই মোৰ কাব্যৰ উৎস'
### সাহিত্য একাডেমীত দিয়া ভাষণৰ সাৰাংশ

মাননীয় সুধী সমাজ! এই মহতী সভাত মোৰ সাহিত্যৰ বিষয়ে আপোনালোকে দু-আষাৰ ক'বলৈ সুবিধা দিয়া বাবে মই ধন্য মানিছোঁ। মোৰ শিক্ষাজীৱন স্কুল-কলেজৰ মুখ নেদেখাকৈয়ে আৰম্ভ হৈছিল ঘৰুৱা শিক্ষকৰ তত্বাবধানত। ভাৰতীয় দৰ্শন অধ্যয়নৰ মাধ্যমেৰেই মোৰ জীৱনত আলোকপাত কৰে। ভাৰতীয় দৰ্শনৰ মাজত মই বিচাৰি পাইছোঁ সংঘাতে আৱৰা মোৰ জীৱনৰ শান্তিপথ। অন্তৰ্নিহিত কাব্যৰ উৎস বিকশিত হৈ উঠিছিল, জীৱন সংঘাতৰ কৰুণ ৰসধাৰাত সিক্ত হৈ। মই, ভাবোঁ, কবিৰ অনুভূতি স্বতঃস্ফূৰ্ত হৈ উঠে দেশ-কাল প্ৰকৃতিৰ পৰি-বেশত। কবিৰ মানস সংযোজনা সুদূৰ প্ৰসাৰী। কবি-মানসত এবাৰ কাব্যস্ফুৰণ হ'লে বিগলিত হৈ পৰে সৃজনৰ ৰসধাৰ শতভাৱে শতধাৰে। প্ৰত্যেক মানৱমানসত ৰসভাণ্ডাৰ কলা অনুভূতি সুপ্তভাৱে অৱস্থিত। কবি চিত্তৰস অন্বেষী, কবিমানসে এই সুপ্ত ৰসধাৰাত অৱগাহন কৰি থাকে। কবিচিত্ত নীৰৱ ধ্যানৰ সংযোগত অভ্যস্ত। নীৰৱ ধ্যানৰ সংযোগত কবিচিত্তই অশান্ত ৰসভাণ্ডাৰৰ ৰস আহৰণ কৰি নিজৰ স্বকীয় চিন্তাৰ, স্বকীয় ভাবধাৰাৰ ৰং সানি কাব্য সৃষ্টি কৰে। মই এটি কথা মোৰ জীৱনত বিশেষভাৱে অনুভৱ কৰি আহিছোঁ, কবিয়ে যি কবিতা সৃষ্টি কৰে সেই কাব্যৰসৰ ভাবধাৰা অনন্ত ব্যোম মণ্ডলৰ প্ৰবাহিত ৰসধাৰাত সিক্ত, সীমাহীন কোটি কোটি জ্ঞানী ধ্যানী কবি ঋষি মনীষীৰ অজস্ৰ

চিন্তাধাৰাৰে ব্যোম মণ্ডল আলোড়িত। শত শত অপ্ৰকাশ সত্যৰ প্ৰকাশ কৰিবলৈ সত্য তত্ত্বসমূহে আধাৰ বিচাৰি ফুৰে। কবি-মানসত অপ্ৰকাশিত সত্য তত্ত্বসমূহে আহি প্ৰতিভাত হৈ পৰে। মই নিজে অনুভৱ কৰোঁ এই মহান সত্যৰ সত্যময় প্ৰতিক্ৰিয়াবোৰে কবি-মানসৰ নিজস্ব ব্যক্তিত্বৰ চিন্তাসিক্ত হৈ কাব্যৰূপে প্ৰকাশ পায়। নভবা নিচিন্তা কথা যেতিয়া মোৰ লেখনীৰ আগত কাব্যৰূপে ধৰা দিয়ে। মই নিজেই আচৰিত হওঁ, তৃপ্ত হওঁ এই ভাবি, সত্য চিন্তাৰ বিনাশ নাই। আনন্দিত হওঁ এই ভাবি, মই মহান ভাৰতীয় সংস্কৃতিৰ উত্তৰাধিকাৰিণী, মোৰ মন-মানসত আহি ধৰা দিছেহি পূৰ্বপুৰুষৰ মহান চিন্তাৰ কঁপনি, এয়ে মোৰ কাব্যৰ উৎস। তৃতীয়তে, উৰিষ্যাৰ শ্ৰীসূৰ্য্যনাৰায়ণ দাসক পৰিচয় কৰি দিয়াৰ পিছত তেখেতৰ 'উৰিষ্যাৰ ইতিহাস' নামৰ পুথিখনিয়ে বঁটা পোৱা উল্লেখ কৰাৰ পিছত প্ৰধান সম্পাদক মিষ্টাৰ কৃপালনীৰ আহ্বানক্ৰমে তেখেতৰ হাতত সসম্ভ্ৰমেৰে তুলি দিলে ডক্টৰ সুনীতি চট্টোপাধ্যায় দেৱে সুদৃশ্য পেটাৰীত সুশোভিত, 'ৰাষ্ট্ৰপতি জাকিৰ হুচেইনৰ' চহী অঙ্কিত একাডেমী প্ৰতীক তাম্ৰফলক। তেখেতক দু-আষাৰ ক'বলৈ অনুৰোধ অহাত তেখেতেও মুখেৰেই দু-আষাৰ কৈ সামৰণি মাৰিলে। ৰবীন্দ্ৰসঙ্গীত মুখৰিত হৈ পৰিল। শেষত মিষ্টাৰ কৃপালনীয়ে বঁটা পাওঁতসকলক ধন্যবাদ জনালে। চেয়াৰমেন ডক্টৰ চট্টোপাধ্যায়দেৱে সভাৰ গৌৰৱ ঘোষণা কৰি মোখনি মাৰিলে। বহু সংবাদদাতা, ফটোগ্ৰাফাৰে ফটো ল'লে। উৰিষ্যাৰ এগৰাকী মহিলা সাংবাদিকাই মোৰ পৰিচয় নাম ঠিকনা আদি লিখি লৈ বিশেষ আদৰ জনালে। সভাত উপস্থিত নানা ঠাইৰ ভাৰতীয় মহিলা-সকলে মোক বেৰি ধৰিলেহি আৰু ক'লে—"আপুনি ভাৰতীয় মহিলাৰূপে যি সন্মান পালে, সেই সন্মানত আমি সকলো ভাৰতীয় নাৰীয়েই সন্মানিত আৰু গৌৰবান্বিত হৈছোঁ। বহুতে সাৰটি ধৰি চেনেহ জনালে। শেষত সাদৰ সম্ভাষণৰ মাজেৰে বিদায় ল'লোঁ। কলিকতাৰ আমাৰ বিশিষ্ট বঙালী বন্ধু বীডৰ গাড়ীত আমাৰ অতি মৰমৰ বীডৰ পত্নী সাদৰী শ্ৰীমতী ৰাণীয়ে লগত লৈ আহিল। এৰাতি কলিকতাত থাকি পিছদিনা ঘৰমুৱা হ'লোঁ।

সাহিত্য একাডেমীৰ বাতৰি পাই ভিন ভিন দেশৰ কেইবাজনো সাহিত্যিক আহিছিল গুৱাহাটীৰ মোৰ ঘৰলৈ চা-চিনাকী হ'বলৈ। এই-



সকলৰ সাহিত্যৰ প্ৰতি হেঁপাহ দেখি মই বিস্ময় মানিলোঁ। অসমৰ বাহিৰে বহু ভাৰতীয়ৰ সাহিত্যৰ প্ৰতি হেপাহ সুকীয়া। সুদূৰ চুইজাৰ লেণ্ডৰ সাহিত্যিকজনক দেখি গভীৰ শ্ৰদ্ধাভাব আহিছিল।

Sunitikumar Chatterji

পদ্মশ্ৰী শ্ৰীযুক্তা নলিনীবালা দেবী শ্ৰদ্ধাস্পদাষু
'স্বপ্নাচল'—দক্ষিণ শৰণীয়া
গৌহাটী, আসাম

সবিনয় নিবেদন,

আপনার ২৫. ২. ৬৯ তারিখের পত্র পাইয়া বিশেষ আপ্যায়িত হইলাম। বড়ই আনন্দের কথা যে দিল্লীর সাহিত্য একাডেমীর নিযুক্ত অসমীয়া সাহিত্য সমালোচকগণ একবাক্যে আপনার কৃতিত্বের প্রতি মর্য্যাদা প্রদান করিয়াছেন। এবং তদনুসারে গুণতি সহজেই সর্বসম্মতিক্রমে সাহিত্য একাডেমী হইতে আপনার সম্মাননা করিয়া, দেশবাসীর জনগণ তাহাদের কর্তব্য পালন করিলেন। অসমীয়া তথা ভারতীয় কাব্য-সাহিত্যে আপনার মূল্যবান দানের কথা দেশের লোকের মধ্যে প্রসারিত হউক, ইহা আমাদের সকলেরই কামনা। বড়ই আনন্দের কথা, আসাম প্রদেশ তথা ভারতের অন্যতম কৃতী সন্তান শ্রীযুক্ত কৃষ্ণকান্ত সন্দিকৈ নিজে উদ্যোগী হইয়া আপনার রচনা প্রকাশের ব্যবস্থা করিয়াছিলেন। ডক্টর সন্দিকৈ আমার বিশেষ বন্ধু; ১৯২০-২১ সনে আমরা একত্র লণ্ডনে গুরুকুলবাস করিয়াছি এবং তাঁহার পাণ্ডিত্যের ও নীরব জ্ঞানসাধনার জন্য আমি তাঁহাকে অত্যন্ত শ্রদ্ধা করি। যোরহাটে তাঁহার গৃহে অতিথি হইয়া থাকিবার সৌভাগ্য আমার হইয়াছিল, এবং নানা ভাষায় রচিত সাহিত্যপূর্ণ তাঁহার গ্রন্থাগার দেখিয়া আমি প্রীত ও বিস্মিত হইয়াছিলাম। বন্ধুবর শ্রীযুক্ত কৃষ্ণকান্ত আসাম, পূর্বভারত তথা সমগ্র ভারতের গৌরব এবং আসামের সংস্কৃতজ্ঞ পণ্ডিত ৺আনন্দরাম বরুয়া আই. সি. এস.-এর উপযুক্ত উত্তরসাধক তিনি।

আপনি সৌজন্য করিয়া আমাকে কৃতজ্ঞতা জানাইয়াছেন, যে কৃতজ্ঞতা আমার প্রাপ্য নহে। তবে আপনার কবিত্বশক্তি ও সাহিত্যসাধনার প্রতি

শ্ৰদ্ধাশীল বলিয়া, সাহিত্য একাডেমী কৰ্তৃক এই গুণিজন সম্বৰ্ধনায় অংশ-গ্ৰহণ কৰিতে পারিয়াছি বলিয়া আমি আনন্দিত। বয়োশ্ৰেষ্ঠ বিধায় আমি আপনার সৰ্বাঙ্গীন কুশল কামনা করি। ইতি

২২ ফাগুন ১৮৯০ শক — শুভাৰ্থী

কলিকাতা — শ্ৰীসুনীতিকুমাৰ চট্টোপাধ্যায়

## গুৱাহাটী বিশ্ববিদ্যালয়ৰ অভিনন্দন

অসমীয়া কাব্য-কাননৰ কোকিল
পদ্মশ্ৰী শ্ৰীমতী নলিনীবালা দেৱীৰ কৰকমলেষু,

হে মহীয়সী !

আপুনি যোৱা আঢ়ৈকুৰি বছৰে অসমীয়া কবিতা কুঞ্জত নানা মনোমোহা সুৰ তুলি কাব্যৰসপানাসুসকলক সম্মোহিত কৰি আহিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া সাহিত্য চ'ৰাৰ সভ্যসকলৰ ক্ষীণ কণ্ঠেৰে আপোনাৰ উপযুক্ত প্ৰশংসা কৰাটো সম্ভৱ নহয়; তথাপি আজি আপোনাক আমাৰ মাজত পাই যি আনন্দ লাভ কৰিছোঁ তাক বৰ্ণাব নোৱাৰি। মাথোন আপুনি আমাৰ মাজলৈ আহিবলৈ সন্মতি প্ৰকাশ কৰি আমাক ঋণী কৰিছে, তাৰ বাবে আমাৰ কৃতজ্ঞ অভিবাদন গ্ৰহণ কৰিব।

হে কবি, একেবাৰেই শিশু বয়সৰেপৰা আপুনি কাব্য-সুন্দৰীৰ চৰণত পুষ্পাঞ্জলি যাচি আহিছে। আপোনাৰ জীৱনৰ বিয়োগ বিষাদে আপোনাক ভগৱন্তৰ ওচৰ চপাই দিলে। আপোনাৰ আকুল ভক্তি আৰু আত্ম-সমৰ্পণৰ সুৰ আপোনাৰ কবিতাত জোকাৰি উঠিছে। তাতোকৈও ডাঙৰ কথা, আপুনি প্ৰকৃতিৰ বুকুত প্ৰকৃতিৰ সুৰত অবিনশ্বৰ আত্মাৰ অনন্ত জীৱনৰ স্পৰ্শ অনুভৱ কৰি আপোনাৰ কবিতাত গম্ভীৰ সুৰত এক ছাঁয়া-বাদৰ চিত্ৰ আঁকিছে। এই চিত্ৰই আপোনাৰ কাব্যক মধুৰত্ব আৰু স্থায়িত্ব দিছে। আপোনাৰ আত্মাৰ বাণীৰূপে আপোনাৰ কবিতাই চিৰকাল জয় ঘোষণা কৰি থাকিব।

হে বৰণীয়া! আপুনি আপোনাৰ পিতৃ কৰ্মবীৰৰ জীৱন চিত্ৰেৰে 'স্মৃতিতীৰ্থ' নিৰ্মাণ কৰিছে। আপুনি বিশ্বৰ বৰেণ্যা মহিলাসকলৰ জীৱনচিত্ৰ



ধুনীয়াকৈ অঙ্কন কৰিছে। আপুনিও আমাৰ পৰম শ্ৰদ্ধাৰ পাত্ৰ হৈ অমৰসকলৰ স্থান গ্ৰহণ কৰিব, এই আমাৰ আশা।

হে আই! আপোনাৰ গুণৰ সৌৰভ গুণীজনে উপলব্ধি কৰিছে। অসমৰ সাহিত্য সংস্কৃতিৰ প্ৰধান অনুষ্ঠান অসম সাহিত্য সভাই আপোনাক সভানেত্ৰীৰূপে ইতিমধ্যে বৰণ কৰি থৈছে। ভাৰতৰ ৰাষ্ট্ৰীয় সাহিত্য অনুষ্ঠান সাহিত্য একাডেমীয়ে আপোনাৰ 'অলকানন্দা'ৰ আনন্দ উপভোগ কৰি আপোনাক ৰাষ্ট্ৰীয় সাহিত্য পুৰস্কাৰেৰে অলংকৃত কৰিছে। আপোনাক ভাৰত চৰকাৰে ৰাজকীয়ভাৱে পদ্মশ্ৰী উপাধিৰে ভূষিত কৰি গুণগ্ৰাহিতাৰ পৰিচয় দিছে। এই সন্মানেৰে আপুনিয়ে যে কেৱল সন্মানিত হৈছে সি নহয়, আপুনি দেশক, দেশৰ ভাষা সাহিত্যকো সন্মানিত কৰিছে। আপোনাৰ যশস্যাত আমি গৌৰব অনুভৱ কৰিছোঁ। আপুনি আমাৰ শ্ৰদ্ধা ভক্তি গ্ৰহণ কৰে যেন। ইতি—

আপোনাৰ গুণমুগ্ধ
গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া
সাহিত্য চ'ৰাৰ সদস্য-সদস্যাসকলৰ হৈ
শ্ৰীবিষ্ণুকিঙ্কৰ গোস্বামী
সম্পাদক

গুৱাহাটী বিশ্ববিদ্যালয়
১৩ ফাগুন, ১৮৯০ শক
২৫ ফেব্ৰুৱাৰী ১৯৬৯ ইং

## সম্বৰ্ধনা

শ্ৰদ্ধেয় কবিপ্ৰৱৰা নলিনীবালা দেৱী কৰকমলেষু শ্ৰদ্ধাঞ্জলি

ভদ্ৰং কৰ্ণেভিঃ শৃণুয়াম দেবা
ভদ্ৰং পশ্যেমাক্ষভিৰ্যজত্ৰাঃ
স্থিৰৈৰঙ্গৈস্তুষ্টুবাং সস্তনূভি
ৰ্ব্যশেম্ দেবহিতং যদায়ুঃ ॥

ওঁ স্বস্তি—স্বনামধন্য চিৰস্মৰণীয় দেশসেবকানাং স্বাধীনতা সংগ্ৰাম-গ্ৰেগণ্যানাং কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ মহাভাগানাং সুযোগ্যদুহিতৰো ধৰ্মশ্ৰীমণ্ডিতাঃ শুচিশুভ্ৰচৰিতা আৰ্যৰমণীকুলললামভূতা মান্যমান্যা কবি-প্ৰৱৰাস্তত্ৰভৱত্যো নলিনীবালা দেৱী মহোদয়াস্তা সামনুপমানুবন্ধ 'অলকানন্দা'খ্য কাব্যসংগ্ৰহ বিৰচনেন বহুমান্যদুৰ্লভ্য সাহিত্যাকাদেমী পাৰিতোষিকং লব্ধবত্য ইতিন কেৱলং তাসাং কাব্যবিজয়দুন্দুভিৰপিতুকুৎ-স্নাসমৰাজস্য মহাগৌৰবমুদঘুষ্যতো তাসামাধ্যাত্মিক ভাৱনিষ্ঠানি "সপোনৰ সুৰ, সন্ধিয়াৰ সুৰ, পৰশমণি, যুগদেৱতা, স্মৃতিতীৰ্থ" প্ৰভৃতি পদ্যানি অপূৰ্বভাৱ মাধুৰ্য্যপূৰ্ণ ভগবদ্ভক্তিৰসঘন স্বতঃস্ফূৰ্ত কাব্যপ্ৰসূনানি অসম-সাহিত্যকানন শোভাং সম্যগ বিতন্বন্তি সংবৰ্ধয়ন্তি চ। শিশুচৰিত্ৰ বিকশনে তাসামবদানানি বিশ্ৰুতিং গতানি। অসম সাহিত্য সভা তাভ্যঃ সভানেত্ৰী-পদং সমৰ্প্য তত্ৰভৱতীনাং গুণান স্বীচকাৰ। সনাতন ধৰ্মশাস্ত্ৰে তথা দেৱভাষায়াং তাসাং মহানুৰাগঃ ব্ৰহ্মবাদিনী মৈত্ৰেয়ীবত্তাসামাদৰ্শজীৱনমতীব শ্লাঘনীয়মনুসৰণীয়ঞ্চ সাৰস্বত সাধকানাম্। জনগণকল্যাণাৰ্থং জ্ঞান-সমৃদ্ধাং সাহিত্যসেৱানিষ্ঠং সানন্দদীৰ্ঘজীৱিতমস্মাকং মাতৃতুল্যাস্তা লভে-ৰন্নিত্যেৱ মঙ্গলময় পৰমেশ্বৰ চৰণেষু হাৰ্দিকী প্ৰাৰ্থনা অস্মাকং গৌহাটী বিশ্ববিদ্যালয়স্য স্নাতকোত্তৰ সংস্কৃত বিভাগীয় সুৰভাৰতী সংসৎ সদস্যানাম্ ॥

১৯৬৯ খৃষ্টাব্দীয় মাৰ্চ মাসস্য দ্বাদশদিবসে — গুৱাহাটী বিশ্ববিদ্যালয়স্য সংস্কৃত বিভাগীয় সুৰভাৰতী সংসদঃ সদস্যবৰ্গাঃ



## বিদেশী সাহিত্যিকসকলৰ আগমন আদৰণী

ভিয়েনাৰ সাহিত্যিকৰ আগমনঃ ১৯৬৮ চন। ভিয়েনাৰপৰা এজন ভাষাবিদ্ ডাক্তৰ সাহিত্য-অনুৰাগী আহে। মোৰ 'অলকানন্দা' কবিতা পুথিখনে একাডেমী সাহিত্য পুৰস্কাৰ পোৱাৰ বাতৰি শুনি তেখেতে নিজে টেপ্ লৈ আহে আৰু মোৰ কবিতা আবৃত্তি কৰাই টেপ কৰি লৈ যায়। মোৰ সন্ধিয়াৰ সুৰ, সপোনৰ সুৰ, অলকানন্দাৰপৰা কেইবাটাও কবিতা টেপ্ কৰি নিয়ে। কেইবা প্ৰকাৰৰ ফটো তুলি লৈ যায়। মোৰ কিতাপবোৰ ইংৰাজী নকৰাৰ বাবে দুখ প্ৰকাশ কৰে। পয়ষষ্ঠী বছৰীয়া এই সাহিত্য অনুৰাগী ভাৰতৰ বিভিন্ন সাহিত্য সংস্কৃতি সংগ্ৰহ কৰি ফুৰিছে। প্ৰাচীন কলা নিদৰ্শনৰ বাবে কীৰ্তন ঘোষা নামঘোষাৰ কেইশাৰী-মানো গাই দিব লগীয়া হ'ল। এখেতে অসমৰ গীত-মাত লোক গীতি সংগ্ৰহ কৰি ফুৰিছে। সুদূৰ ভিয়েনাৰপৰা আহি ভাৰত তথা অসমৰ কলা সংস্কৃতি সংগ্ৰহ কৰি ফুৰিছে; এজন ডেকাৰ দৰে। বিদেশী মানুহ-জনৰ এই উদ্যম দেখি মুগ্ধ নহৈ নোৱাৰিলোঁ।

নৰওৱেৰ সাহিত্যিকৰ লগত সাক্ষাৎ হোৱাত মোৰ কবিতা পুথি এখনি খুজি লৈ যায়।

কেৰেলিয়ান সাহিত্যিকৰ আগমন ১৯৬৮ চনঃ অলকানন্দা কবিতা পুথিখনে একাডেমী বঁটা পোৱা বাতৰি পাই কেৰেলাৰপৰা সাহিত্যিক এজন আহি মোৰ কবিতা পুথিবোৰৰ ইংৰাজী ভাঙনি বিচাৰেহি। সন্ধিয়াৰ সুৰৰ ইংৰাজী ভাঙনি এটি ১৯২৮ চনতে দেউতা নবীনচন্দ্ৰ বৰদলৈ আৰু স্বৰ্গীয় পদ্মধৰ চলিহাই কৰিছিল। কিন্তু অসমীয়া সাহিত্যিকৰ সাহিত্য প্ৰকাশৰ অসুবিধা আন দেশৰ মানুহে বুজিব নোৱাৰে। তেখেতে অতি আচৰিত হৈ দুখ প্ৰকাশ কৰিলে। ক'লে, "আপোনাৰ কবিতাৰ পুথিয়ে একাডেমী বঁটা পাইছে, অথচ আপোনাৰ পুথিৰ অনুবাদ ইংৰাজী হোৱা নাই। কিন্তু আন দেশত হোৱা হ'লে ভাৰতৰ কেউটা ভাষালৈ আপোনাৰ কিতাপ অনুবাদ হ'ল হয়। অসমীয়া মানুহৰ সাহিত্যৰ প্ৰতি আগ্ৰহ কম যেন লাগে।" সেই সময়ত মোৰ ঘৰতে বহি থকা শ্ৰীজিতেন বুজৰবৰুৱাক বহুত কিবা-কিবি ক'লে, মোৰ চমু জীৱন পৰিচয় খুজি নিলে।

পাঞ্জাবী সাহিত্যিকৰ আগমন : পাঞ্জাবী সাহিত্যিক এজন আহি মোৰ কবিতাৰ বিষয়ে বহুত আলোচনা কৰি ইংৰাজী কবিতা বিচাৰিলে। ইংৰাজী কবিতা ছপা নোহোৱাৰ বাবে দিব নোৱাৰিলোঁ। মোৰ নিজৰ হাতৰ আখৰেৰে লিখা কবিতা কেইটামান লিখি দিবলৈ কোৱাত মই শুধিলোঁ "মোৰ অসমীয়া আখৰৰ লিখা কবিতা আপুনি কি কৰিব?" তেখেতে ক'লে, "মোৰ এলবামত বন্ধাই থম, আপোনাৰ হাতৰ আখৰ।" মোৰ কাউৰীঠেঙীয়া অসমীয়া আখৰ কেইটা দিবলৈ বৰ লাজ লাগিছিল। উপায় নাই, দিব লগীয়া হ'ল। বিদেশী মানুহৰ সাহিত্যৰ প্ৰতি আদৰ অনুৰাগ দেখি নিজৰ অক্ষমতাত লাজ পাইছিলোঁ।

উৰিষ্যাৰ কবি সাহিত্যিকা : কাব্যভাৰতী সুজাতা প্ৰিয়ম্বদা। এই প্ৰিয়দৰ্শনা কবি ছোৱালীজনীয়ে বহুত চিঠি লিখিছে। চিঠিৰেই এওঁ পৰিচিতা হৈ মোক বহুত মৰম লগালে। পোনতেই এওঁ চিঠিৰেই মোৰ কবিতাৰ উৰিয়া ভাষাত ভাঙনি কৰি উৰিয়া ভাষাৰ কাগজত প্ৰকাশ কৰিলে। মোৰ কেউখন কবিতাৰ কিতাপ খুজি নি এওঁ উৰিয়া ভাষালৈ ভাঙনি কৰিছে। তেওঁ লিখা 'জীৱনপাত্ৰ' নামৰ উৰিয়া ভাষাত লিখা কবিতা এটি অসমীয়া কবি দিবলৈ অনুৰোধ কৰাত, অসমীয়া ভাঙনি কৰি তেওঁলৈ পঠিয়াওঁ। উৰিয়া আৰু অসমীয়া ভাষাৰ সাদৃশ্য দেখি তেওঁ বৰ আনন্দ প্ৰকাশ কৰে। এওঁ বহু গ্ৰন্থ লিখিছে, উৰিষ্যাৰ অভিজাত বংশৰ এই কবি গৰাকীয়ে তেওঁৰ ফটো এখনিও মোলৈ পঠিয়াইছে। গুৱাহাটীলৈ আহি কাব্যভাৰতী সুজাতা প্ৰিয়ম্বদাই দেউতাকে সৈতে সাক্ষাৎ কৰি আনন্দ দিয়ে। সাহিত্য-অনুৰাগী পিতা-পুত্ৰী দুয়োজনেই সত্য অন্বেষণৰ কাৰণে অসমলৈ আহি অসমৰ কবি-সাহিত্যিক-সকলৰ লগত চা-চিনাকি হৈ যায়হি।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বাৰজনলৈ অসম প্ৰদেশ কংগ্ৰেছ সভাপতিৰ সম্বৰ্ধনা : ১৯৫৮ চনত গুৱাহাটী দীঘলী-পুখুৰী পাৰৰ লোকপ্ৰিয় পাৰ্কত সুসজ্জিত মণ্ডপত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বাৰজনক অসম প্ৰদেশ কংগ্ৰেছৰ তৰফৰপৰা প্ৰদেশ কংগ্ৰেছ সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়াই সম্বৰ্ধনা জনায়। পোন প্ৰথমেই সভাপতিমণ্ডলীৰ সভাপতি সৰ্বজন-পূজ্য আজীৱন দেশৰ পূজাৰী স্বাধীনতা যুঁজত অসমৰ সত্ৰাধিকাৰৰ সৰ্ববাধা ঠেলি দেশমুক্তিৰ আগভাগ লৈ চিৰস্মৰণীয় আদৰ্শ থাপোতা শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামী গড়মূৰ সত্ৰাধিকাৰ প্ৰভুদেৱক আগ কৰি শাৰী শাৰীকৈ বাৰজন সভাপতিক ধূপ-ধুনা উৰুলি শঙ্খ বজাই কংগ্ৰেছ সভাপতি আৰু অসমৰ মুখ্যমন্ত্ৰীয়ে আদৰি আনি সভামণ্ডপৰ সুসজ্জিত আসনত জনে জনে বহুৱালে। মাজত প্ৰভুদেৱক সভাপতিৰূপে বহুৱাই কংগ্ৰেস সভাপতি শ্ৰীচৌধুৰীয়ে সভাপতি সম্বৰ্ধনাৰ উদ্দেশ্য বুজাই দিলে। স্বাধীন ভাৰতবৰ্ষৰ অতীতৰ ঐতিহ্যমণ্ডিত মনীষী সম্বৰ্ধনাৰ আৰ্হিৰে আজিৰ স্বাধীন ভাৰতে পুনৰ গুণী কবি-সাহিত্যিকসকলক সম্বৰ্ধনাৰ আয়োজন কৰাৰ কথা অতি বিনীতভাৱে জনালে। প্ৰতিজন সভাপতিলৈ লিখিত অভিনন্দন পত্ৰ সুদৃশ্য কংগ্ৰেছৰ গৌৰৱী পতাকা সুশোভিত অভিনন্দন পুথিপেৰাতভৰাই প্ৰতিজনৰ সম্বৰ্ধনাত আগবঢ়ালে। সাঁচিপতীয়া চিত্ৰৰে সুদৃশ্য পুথি পেৰাটিয়ে অতীত ঐতিহ্য মনত পেলাই দিয়ে। একোখনি ডাঙৰ কাঁহৰ শৰাইত একোখনি গুণাৰ ফুল বচা পাতৰ চেলেং আৰু পুথিপেৰাত সম্বৰ্ধনা পুথিৰে সজোৱা আছিল, লগতে সভাপতিসকলৰ পঠোৱা ছপা বাণীসমূহেৰে একোখনি পুথিও সৰাইত সজোৱা আছিল।

পোন প্ৰথমে শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামীদেৱক সম্বৰ্ধনাৰে সৈতে কংগ্ৰেছ সভাপতিয়ে প্ৰণিপাত জনাই সম্বৰ্ধনা জনালে। মুখ্যমন্ত্ৰীয়ে প্ৰভুদেৱক দহহাজাৰ টকাৰ এটি মাননী আগবঢ়ালে। প্ৰভুৰ লিখিত বাণী পাঠ কৰি শুনালে। প্ৰভুক দুআষাৰ ক'বলৈ জনোৱাত প্ৰভুৱে জ্ঞান-গম্ভীৰ বাণীৰে আশীৰ্বাদেৰে শুভ ইচ্ছা জনালে।

প্ৰভুৰ পিছত ডঃ শ্ৰীসূৰ্য্যকুমাৰ ভূঞা, বয়োবৃদ্ধ জ্ঞানমালিনীৰ কবি মফিজুদ্দিন আহমদ ডাঙৰীয়া, বিহগী কবি শ্ৰীচৌধাৰীদেৱ, বাগ্মীৰৰ নীলমণি ফুকনদেৱ, অসমৰ গৌৰৱ শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱ, অগ্নিকবি শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী, শ্ৰীবেনুধৰ শৰ্মা, শ্ৰীযতীন্দ্ৰনাথ দুৱৰা, শ্ৰীপদ্মধৰ চলিহাৰ লিখিত বাণীসমূহ এজন এজনকৈ পাঠ কৰি শুনোৱাৰ পিছত শ্ৰীনলিনীবালা দেৱীৰ লিখিত বাণী 'কবিৰ বাণী' পাঠ কৰি শুনোৱা হয়।

অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে বৰণীয় সভাপতি শ্ৰীপীতাম্বৰ গোস্বামীদেৱকে আগ কৰি জনে জনে অভিনন্দন আগবঢ়ায়।

কংগেছ সভাপতি ডাঙৰীয়াই প্ৰত্যেকজন কবি সভাপতিলৈ কাঁহৰ ডাঙৰ শৰাই সুদৃশ্য সাচিপতীয়া পুথি পেৰাৰ আহিৰে সজা পুথি পেৰাত সম্বৰ্ধনা অভিনন্দন পাঠ কৰি অভিনন্দন জনাই একোখনি গুণাৰ ফুল বচা পাতৰ চেলেং গাত দি কৰযোৰে সকলোলৈকে সাদৰ সম্ভাষণ জনায়। শেষত মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহাদেৱে প্ৰত্যেকজন সভাপতিলৈ দুআষাৰ ক'বলৈ অনুৰোধ জনোৱাত প্ৰত্যেক গৰাকী সন্মানিত সভাপতিয়ে অন্তৰভৰা শুভ ইচ্ছাৰে নিজ নিজ মন্তব্য ভাষণৰূপে সভালৈ আগবঢ়ায়।

মোৰ কথা ঃ সৰ্বশেষত এই লিখিকাৰ দুআষাৰ ক'ব লগীয়া, ভাষণৰূপে নহয়, এই মহতী সভালৈ এটি কবিপ্ৰাণৰ অনুৰোধৰূপে থূলমূলকৈ ক'ব লগীয়া হয়।

"সৰ্বজনপূজনীয় প্ৰভুদেৱ ! মাননীয় কংগ্ৰেছ সভাপতি ডাঙৰীয়া ! আৰু স্বাধীন অসমৰ মুখ্যমন্ত্ৰী ডাঙৰীয়া ! আজি স্বাধীন অসমৰ অভূতপূৰ্ব শুভ দিন। মহিমামণ্ডিতা অতীত ভাৰতবৰ্ষৰ অমৰ আদৰ্শ পুনৰ দাঙি ধৰি স্বাধীন অসমৰ কংগ্ৰেছ সভাপতি আৰু মুখ্যমন্ত্ৰীদেৱে অসমৰ সাহিত্যিকসকললৈ এনে সন্মান দেখুৱাই যি উদাৰ মনৰ আৰ্হি থাপিলে সি অতুলনীয়। অতীত ভাৰতৰ চিন্তাশীল মনীষীসকলক, কবিসকলক ৰাজন্যবৰ্গই ঋষি আখ্যা দি সমাজত অতি উচ্চস্থান দি সন্মানিত কৰিছিল। কাৰণ সেই দিনত সাহিত্য-সৃষ্টিকাৰকসকলক সত্যস্ৰষ্টাৰূপে ঋষি আখ্যা দিয়া হৈছিল। পৰাধীনতাৰ কলঙ্কই ভাৰতবৰ্ষৰ সত্যৰ পূজা ম্লান কৰি থৈছিল। আজি স্বাধীন ভাৰতবৰ্ষৰ তথা স্বাধীন অসমৰ নেতাসকলে এনে মহান আদৰ্শ দেখুৱাই মহৎকাম সাধন কৰিলে। এই সৎকাৰ্য্যত অসমৰ ৰাইজ তথা অসম সাহিত্যসেৱীসকলে নেতা দুজনক ধন্যবাদ জনাইছোঁ। সাহিত্যিকে কবিয়ে কাব্য সাহিত্য সৃষ্টি কৰে নিজৰ অন্তৰুস্বত্তাৰ প্ৰেৰণাত, মান, সন্মান, কীৰ্তি, যশস্যা, ধন, দৌলতৰ আশাত কবি সাহিত্যিকে সাহিত্য সাধনা নকৰে। অন্তৰত উদয় হোৱা স্বতঃপ্ৰণোদিত সত্যৰাশিক প্ৰাণময় ভাৱ ভাষাৰ ৰূপ দি কবি-সাহিত্যিকে সুন্দৰতম কাব্য সাহিত্য সৃষ্টি কৰি অন্তৰত পৰম আত্মপ্ৰসাদ লাভ কৰে। সৎসাহিত্যৰ মূল উৎস জন-কল্যাণ। সাহিত্য সাধনাব্ৰতী কবি সাহিত্যিকৰ অন্তৰ-সত্তাত বিকশিত হৈ উঠে সৃষ্টিৰ উৎস। অনন্তব্যোম মণ্ডল শব্দ তৰঙ্গত তৰঙ্গায়িত। অনাদি কালৰেপৰা অযুত ধ্যানী, জ্ঞানী, যোগী কবিৰ অপ্ৰকাশিত চিন্তা তৰঙ্গৰাশি বিশ্বব্যোম মণ্ডলত কঁপনি তুলি বিশ্বপ্ৰবাহ বৈ আছে। মহা মহা কবি মনীষীৰ দিব্য অনুভূতিৰ প্ৰবাহ কবি সাহিত্যিক সঙ্গীতজ্ঞ দাৰ্শনিক, বৈজ্ঞানিকে এই বিশ্বপ্ৰবাহৰ অনুভূতিৰ সত্য পৰশত প্ৰবাহিত মোহিনী স্পৰ্শত সত্যময় সাহিত্য সৃষ্টি কৰে। এনে শাশ্বত সত্যৰ দিব্য অনুভূতি লাভ কৰি অতীতৰ সাধক কবি সাহিত্যিকসকলে 'বেদ' উপনিষদ অমূল্য সত্য, তথ্যসমূহ কাব্য সাহিত্যৰ সম্পদসমূহ ৰচনা কৰিছিল। সেয়েহে অতীত ভাৰতত কবি যুগস্ৰষ্টা, ভবিষ্যৎ বক্তাৰূপে ৰাজন্য শক্তিয়ে উচিত সন্মানিত কৰিছিল। সাহিত্য প্ৰচাৰকাৰ্য্য ৰাষ্ট্ৰৰ প্ৰধান কৰ্তব্যৰূপে আগ ঠাই দিছিল। যদিও সেইদিন অতীত, তথাপি আমাৰ স্বাধীন অসমৰ স্বৰ্গদেউসকলেও সাহিত্যক্ষেত্ৰলৈ সন্মান দেখুৱাই প্ৰাচীন সাহিত্যসমূহ সাঁচিপাতত লিখাই অতীতৰ সাহিত্যিকসকলক সহায় কৰা ৰাষ্ট্ৰৰ প্ৰধান কৰ্তব্যৰূপে ধৰি লৈছিল। সেয়েহে অসম আজি বিবিধ বুৰঞ্জী, প্ৰাচীন সাহিত্য সম্ভাৰত শক্তিশালী হৈ আছে। আজি ভাৰত তথা অসম স্বাধীন ৰাষ্ট্ৰ। আজি ৰাষ্ট্ৰৰ প্ৰধান কৰ্তব্য হ'ব লাগিব, অলেখ সাহিত্যিকৰ যত্নেৰে লিখা 'জপাত' মৰহি যোৱা সাহিত্যসমূহ প্ৰকাশ কৰি দুখীয়া সাহিত্যিকক সহায় কৰা। সৰহভাগ সাহিত্যিকেই দুখীয়া ; অনাহাৰে অৰ্ধাহাৰে শতসহস্ৰ সংঘাতত দুখ হতাশাৰ দুমুনীয়া সাৰ কৰি এই সমাজৰ এভাগ চিন্তাশীল কবি সাহিত্যিকে দিন নিয়াইছে। পুথি প্ৰকাশৰ বাট বিচাৰি নেপায়। আজি যদি স্বাধীন চৰকাৰে দুখীয়া সাহিত্যিকৰ সাহিত্যসমূহ প্ৰকাশৰ এটি ব্যৱস্থা কৰে সেইটোৱেই হ'ব সাহিত্যিকসকললৈ আগবঢ়োৱা শ্ৰেষ্ঠ সম্বৰ্ধনা। এই বিষয়ে অসমৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই তৎপৰতাৰে আগবাঢ়িব বুলি আশা কৰিলোঁ।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকললৈ অসম প্ৰদেশ কংগ্ৰেছ সভাপতিৰ সাদৰ সম্বৰ্ধনা।

মাননীয় পদ্মশ্ৰী শ্ৰীমতী নলিনীবালা দেৱীৰ কৰকমলেষু।

হে কাব্য পূজাৰিণী!

আজি স্বাধীনতা দিবসৰ এই পুণ্য তিথিত অসম প্ৰদেশ কংগ্ৰেছে আপোনাৰদৰে বিশিষ্টা কবি আৰু সমাজ-সেবিকাক সম্বৰ্ধনা জনাবলৈ পাই কৃতাৰ্থ মানিছোঁ। ভাৰতীয় ৰাজনীতিত লব্ধপ্ৰতিষ্ঠ নেতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ আপুনি সুযোগ্যা দুহিতা। আপোনাৰ পৰম আৰাধ্য পিতৃদেৱৰ নিচিনাকৈ আপুনিও ভাষাজননীক আৰু মাতৃভূমিক আশা-শুধীয়াকৈ আজীৱন সেৱা কৰি অসমীয়া সাহিত্যৰ কাব্য-কাননত সুগন্ধি ফুল এপাহিৰূপে পৰিগণিত হ'ব পাৰিছে। শৈশব অৱস্থাৰপৰা ৰামায়ণ, মহাভাৰত, ঘোষা, কীৰ্তন, বৰগীত সেৱা কৰি আপুনি কৃষ্ণভক্তিত প্ৰবুদ্ধ হৈ যি কাব্যিক প্ৰতিভা লাভ কৰিছে তাৰ ফলত অসমীয়া সাহিত্য জ্যোতিস্মান আৰু বলীয়ান। জীৱনত নানান ঘাত-প্ৰতিঘাত হোৱা সত্বেও আপুনি ভাষাজননীক নীৰৱভাৱে পূজা কৰিবলৈ এৰা নাই। আপোনাৰ সন্ধিয়াৰ সুৰ, সপোনৰ সুৰ, পৰশমণি দৰ্শনৰ তত্ত্বপূৰ্ণ পুথি-কেইখনেই তাৰ জ্বলন্ত প্ৰমাণ। আপোনাৰ নিৰ্মল লিখনিৰ বোৱতী ধাৰাই অসমীয়া সাহিত্যক উচ্চতম আসনত প্ৰতিষ্ঠা কৰক এয়ে আমাৰ আশা।

হে মহীয়সী! আপুনি যে কাব্য-জগততেই মন-প্ৰাণ নিয়োজিত কৰি আছে এনে ন'হয়। সমাজৰ নাৰী আৰু শিশুসকলকো মাতৃসুলভ অন্তৰ-খনেৰে আপুনি সেৱা কৰিবলৈ পাহৰা নাই। দৰাচলতে আপুনি অসমীয়া নাৰীজাতিৰ ঐতিহ্য আৰু বিশিষ্টতাৰ এটি জ্বলন্ত প্ৰতীক। ভগৱন্তই আপোনাক দীৰ্ঘায়ু কৰি মহান সেৱালৈ শক্তি দিয়ক।

আপোনাৰ গুণমুগ্ধ

শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী,

সভাপতি প্ৰদেশ কংগ্ৰেছ সমিতি, অসম।

কংগ্ৰেছ ভৱন, গুৱাহাটী

১৫ আগষ্ট ১৯৫৮ চন।



প্ৰকাশন পৰিষদ স্থাপনৰ সোঁৱৰণঃ ১৯৫৮ চন। সেই দিনটোৰ কথা আজি আবেগেৰে সুঁৱৰিছোঁ। স্বাধীন অসমৰ কংগ্ৰেছ সভাপতিদেৱ মহেন্দ্ৰমোহন চৌধুৰীয়ে আৰু অসমৰ কৰ্ণধাৰ মুখ্যমন্ত্ৰী চলিহাদেৱ আৰু শিক্ষামন্ত্ৰী শ্ৰীদেৱেশ্বৰ শৰ্মাদেৱৰ চিৰচেনেহী ভাষাজননীৰ প্ৰকাশলৈ আগবঢ়োৱা অৱিহণাৰ কথা। প্ৰভুদেৱকে আগ কৰি প্ৰাক্তন সভাপতি-সকলৰ ভাষণৰ শেষত এই লিখিকাৰ ভাষণৰ পিছতেই মুখ্যমন্ত্ৰী শ্ৰীচলিহাদেৱে কৈ উঠিল—"মোৰ যথাসাধ্য কৰি সাহিত্যিকসকলৰ অপ্ৰকাশিত সাহিত্য গ্ৰন্থসমূহ প্ৰকাশত মই আন্তৰিকভাৱে সেৱা আগবঢ়াম।" শিক্ষামন্ত্ৰী শ্ৰীদেৱেশ্বৰ শৰ্মাদেৱে ঘোষণা কৰিলে—"অসমৰ অসমীয়া অপ্ৰকাশিত গ্ৰন্থসমূহ প্ৰকাশৰ বাবে এটি প্ৰকাশন পৰিষদ স্থাপন কৰিবলৈ শিক্ষাবিভাগৰ ভঁৰালৰপৰা এই মুহূৰ্ততে একলাখ টকা আগবঢ়োৱা হ'ল। আজিৰেপৰা অসমত প্ৰকাশন পৰিষদৰ কাম আন্তৰিকতাৰে আৰু তৎপৰতাৰে হাতত লোৱা হ'ব।" সভাত হৰ্ষধ্বনি আৰু হাত-চাপৰিৰ জোৱাৰ উঠিল।

মুখ্যমন্ত্ৰী চলিহাই ক'লে—"এই প্ৰকাশন পৰিষদৰ পৰিচালনাৰ গধুৰ দায়িত্ব অসমৰ শিক্ষামন্ত্ৰীজনে সদায় চেয়াৰমেনৰূপে গুৰি ধৰিব আৰু মই প্ৰস্তাৱ কৰোঁ, সকলোৰে আদৰণীয়া শ্ৰীমতী নলিনীবালা দেৱী এই মহৎ অনুষ্ঠানটিৰ সৰ্বতোভাৱে উন্নতিলৈ চকু ৰাখিব।" পুনৰ সভাত হৰ্ষধ্বনি আৰু হাত-চাপৰিৰ জোৱাৰ উঠিল। অসমৰ কৰ্ণধাৰসকলৰ মহৎ অনুদানৰ ফলত নিচলা অসমী আইয়ে পালে অসমৰ সাহিত্য প্ৰকাশৰ প্ৰকাশন পৰিষদৰূপ মহৎ অনুষ্ঠান।

শিক্ষামন্ত্ৰী শ্ৰীদেৱেশ্বৰ শৰ্মাদেৱৰ তৎপৰতাত ততাতৈয়াকৈ দীঘলী-পুখুৰী পাৰত ঘৰভাড়া কৰি যাবতীয় আহিলা-পাতিৰে অসম প্ৰকাশন পৰিষদ স্থাপিত হ'ল। শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱাকে ধৰি অসমৰ কেউখন জিলাৰ সাহিত্যসেৱীসকলক লৈ কাৰ্য্যপালিকা বোৰ্ড গঠন কৰা হ'ল। সুপণ্ডিত শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীক সম্পাদক (সচিব) পাতি, চেয়াৰমেনৰ আসনত বহি শিক্ষামন্ত্ৰীদেৱে ঐকান্তিকতাৰে প্ৰকাশন পৰিষদৰ কাম দ্ৰুত অগ্ৰগতিত চলিবলৈ ধৰিলে। উপ-সভানেত্ৰীৰূপে শ্ৰীআনন্দ বৰুৱাদেৱৰ 'এচিয়াৰ জ্যোতি' আৰু ধৰ্মেশ্বৰী বৰুৱানীৰ 'অশ্ৰুনীৰ' খনি প্ৰকাশৰবাবে

মই যথেষ্ট যত্ন কৰিছিলোঁ। প্ৰকাশন পৰিষদে তৎপৰতাৰে বহু গ্ৰন্থ প্ৰকাশ কৰিলে। বহুজন লিখকক সহায় দি বহু সাহিত্য প্ৰকাশ কৰিলে। শৰ্মাদেৱ শিক্ষামন্ত্ৰীৰ পিছত শ্ৰীদেৱকান্ত বৰুৱা শিক্ষামন্ত্ৰী হোৱালৈকে প্ৰকাশন পৰিষদত স্থায়ী ভাইচ-চেয়াৰমেন হৈ থকাৰ মোৰ সৌভাগ্য ঘটিছিল। পিছত প্ৰকাশন পৰিষদত সচিবৰ বিলবোৰ নিৰীক্ষণ কৰাৰ ভাৰ মোৰ ওপৰত পৰিল। শৰীৰৰ অসুস্থতাৰ কাৰণে এইবোৰ কাম চলাবলৈ অক্ষম হোৱাত মই জিৰণি ল'ব লগা হ'ল। চলিহাদেৱে চিৰস্থায়ী 'ভাইচ-চেয়াৰমেন' পদ দি যোৱাত প্ৰকাশন পৰিষদৰ লগত মোৰ এৰাব নোৱৰা সম্বন্ধ। পিছত সচিব বদলি হ'ল, বোৰ্ডৰ সভ্যসকলো বহুত বাৰ নিৰ্বাচনত ন ন সদস্যৰ সংখ্যা বাঢ়িল। আজি গৌৰৱেৰে সুঁৱৰিছোঁ চলিহাদেৱৰ অৱদানত গঢ়ি উঠা প্ৰকাশন পৰিষদৰপৰা আগবঢ়োৱা বহুমূলীয়া গ্ৰন্থসমূহৰ প্ৰকাশ দেখি। শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীৰ দিনতে কেইবাখনো অমূল্য গ্ৰন্থ প্ৰকাশ হৈছিল। ইয়াৰ ভিতৰত পণ্ডিত নেহৰুৰ বহুমূলীয়া 'ডিচ্‌কভাৰি অৱ ইণ্ডিয়াৰ' অসমীয়া অনুবাদ, পণ্ডিত নেহৰুৰ জীৱনী, সৰ্বপল্লী ৰাধাকিষণৰ অমৰ লিখনি 'ভাৰতীয় চিন্তাধাৰা', কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ কেইবাখনো গ্ৰন্থ আদিৰ লগত অসমীয়া ৰাইজৰ পৰিচয় ঘটাৰ সুবিধা হ'ল। বহুজন দুখীয়া সাহিত্যিক উপকৃত হ'ল।

পিছত নতুন সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া মনোনীত হ'ল। এওঁৰ দিনতো ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ গ্ৰন্থ, পদ্মনাথ গোহাঁই-বৰুৱাদেৱ, আনন্দৰাম বৰুৱাদেৱৰ আপুৰুগীয়া গ্ৰন্থমালা প্ৰকাশিত হৈছে। কালক্ৰমত অজানিতে প্ৰকাশন পৰিষদৰ জন্মদিনৰপৰা চেনেহ ডোলত পাকে পাকে মেৰ খাই থকা সোঁৱৰণিবোৰ যেন সপোন হৈ পৰিছে। প্ৰকাশন পৰিষদৰ নতুন কাৰ্য্যসূচীয়ে অসমীয়া ভাষাৰ জয়দোল বন্ধাত জয়যুক্ত হওক, মনে-প্ৰাণে ইয়াকে কামনা কৰিছোঁ। কামনা কৰিছোঁ অসমীয়া জাতি আৰু ভাষাৰ পূজাৰ বেদীত বন্তি জ্বলোৱাসকলৰ আজন্ম চিন্তাৰ অৱিহণা সাহিত্যসমূহক পোহৰ দেখুৱাই প্ৰতিষ্ঠাতাজনৰ অপূৰ্ণ আশা সফল কৰি তুলিবলৈ অসমৰ আপুৰুগীয়া অনুষ্ঠান এই প্ৰকাশন পৰিষদৰ এটি পাহৰিব নোৱৰা সোঁৱৰণ।

জালুকবাৰীত দ্বিতীয় কংগ্ৰেছ সভা ঃ ১৯৫৮ চনত গুৱাহাটীত



বহা দ্বিতীয় কংগ্ৰেছ মহাসভা পূৰ্ণ গৌৰৱেৰে অনুষ্ঠিত ৰাজসূয় যজ্ঞৰূপে অনুষ্ঠিত হৈছিল। সংস্কৃতি সভাৰ অনুৰোধক্ৰমে মহাসভাৰ বাবে উদ্বোধনী গীত এটি লিখিছিলোঁ। সংস্কৃতি সভাৰ সভাপতি সঙ্গীতজ্ঞ শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাই গীতটি মনোনীত কৰিলে। আকাশবাণীৰ লঘু-সঙ্গীত পৰিচালক শ্ৰীমুকুল বৰুৱাক গীতটি পৰিচালনাৰ ভাৰ দিয়া হ'ল। সুৰকাৰ মুকুল বৰুৱাই গীতটিত মনোমোহা সুৰ সংযোজনা কৰি অনাতাঁৰৰ বছা বছা শিল্পীৰ সুকণ্ঠ দানেৰে বিবিধ বাদ্যৰ উপৰিও শঙ্খৰীবাদ্য ডবা, বৰকাহ আদিৰে ৰূপায়িত কৰি সভাৰ উদ্বোধনত আশাতীত সফলতাৰে সুৰ সৌন্দৰ্য্য-মণ্ডিত কৰি তুলিলে।

শঙ্খৰীবাদ্যৰ গম্ভীৰ পৰিবেশ মনোমোহা সুৰত মুগ্ধ হৈ সুশোভিত বেদীত পণ্ডিত জৱাহৰলাল নেহৰু প্ৰমুখ্যে নেতৃবৃন্দই মুগ্ধ মনেৰে তালে তালে মূৰ জোকাৰি সঙ্গীত উপভোগ কৰা দৃশ্যই মহাসভাত আনন্দ দান কৰিছিল। মূল সভাৰ মুকলি গীতটি আছিল এই লিখিকাৰ।

সংস্কৃতি সভাই মুকলি কৰা গীতটি লিখিছিল আনাতাঁৰ সুৰ বিভাগৰ সংযোজক সুৰশিল্পী শ্ৰীপুৰুষোত্তম দাসে। গীতটি অতি মনোমোহা হৈছিল। পৰিচালনা কৰিছিল তেওঁ নিজেই। সঙ্গীতে, নৃত্যে, গীতে অসমৰ প্ৰাচীন সত্ৰীয়া নৃত্যগীতে সংস্কৃতি সভা মুখৰিত হৈ উঠিছিল। গীতটি কোৱাচ আছিল ঃ

উদ্বোধনী গীত—'স্বাগত হে স্বাগত মহাভাৰত ভাৰত
আগত আগত প্ৰেমী ভাৰত
পুৱালে তামসী ৰাত্ৰি
ওঁম শান্তি, ওঁম শান্তি······।

গুৱাহাটীৰ বাৰ্ষিক চৰকাৰী নাট মহোৎসৱ ঃ

১৯৫৫ চনত মুখ্য অতিথিৰূপে—"অভিনয় শ্ৰেষ্ঠতম কলাবিদ্যা" এই শিতানত এলানি ভাষণ দিয়া হৈছিল। নীৰস পৃথিৱীত মানুহৰ কৰ্ম-কঠোৰ জীৱন নিৰ্বাহৰ মাজত সুকুমাৰ কলাৰ শান্তি-দায়িনী মধুৰ পৰশ নথকা হ'লে মানুহৰ জীৱনৰ এটা দিক মৃতপ্ৰায় হৈ থাকিলহেঁতেন।

অভিনয় এটি প্ৰধান কলাশিল্প। শতজনমৰ বিচিত্ৰ অভিনয় কৰি অহা মানুহ স্বভাৱতে অভিনয়ধৰ্মী। সেয়েহে অভিনয়ে মানুহক দুৰ্বাৰভাৱে আকৰ্ষণ কৰে। সুনিপুণ অভিনয়-শিল্পীয়ে বিভিন্ন চৰিত্ৰ অভিনয় কৰি দেখুওৱা কৃতিত্বই উন্নতৰূপে ছায়াচিত্ৰ জগতত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছে। অভিনয় শিল্পত পাৰদৰ্শিতা লাভ কৰিবলৈ গভীৰ অনুশীলনৰ প্ৰয়োজন। মোৰ দৃঢ় বিশ্বাস, এই শ্ৰেষ্ঠতম কলাবিদ্যা অভিনয় শিল্পত অসমৰ উদিয়মান শিল্পীসকলে এদিন গৌৰৱ স্থাপন কৰিবলৈ সমৰ্থ হ'ব। শেষত নাট মহোৎসৱৰ উদ্যোক্তা সকললৈ ধন্যবাদ জনাই সামৰণী মাৰিলোঁ।

১৯৭০ চনত গান্ধী শতবাৰ্ষিকীত জিলা কংগ্ৰেছৰপৰা কেইবাজনো ৰাষ্ট্ৰীয় বঁটা পোৱা লোকক প্ৰদেশ কংগ্ৰেছৰ সভাপতি শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীদেৱে শৰাই গামোছাৰে মাননি জনায়।

মহিলা সমিতিৰপৰা আদৰণী: ১৯৭৩ চনত গুৱাহাটী জিলা মহিলা সমিতিৰপৰা কেইগৰাকীমান পুৰণি বিশিষ্টা মহিলাক সম্বৰ্ধনা জনায়। বাজ্যিক পুথি ভঁৰালত অনুষ্ঠিত হোৱা এই সম্বৰ্ধনা সভাত বৰ্তমান মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াই যোগদান কৰে। শ্ৰীমতী নীলিমা দত্তই এই সভাত সভানেত্ৰীত্ব কৰে। শ্ৰীমতী পুষ্পলতা দাস, মন্ত্ৰী শ্ৰীমতী স্বৰ্ণলতা মহন্তই ভাষণ দিছিল।

## ঋষি বিনোৱাজীলৈ আদৰণী:

হে মহান! হে ঋষি! হে মহাজ্ঞানী বাবা বিনোৱাজী! আজি এই শুভ মুহূৰ্তত ভাৰতৰ পুবপ্ৰান্তৰ সুপ্ৰাচীন পঞ্চতীৰ্থ প্ৰাগ্‌জ্যোতিষপুৰত আপোনাৰ শুভ পদাৰ্পণৰ পবিত্ৰ পদধূলিৰে এই গুৱাহাটী মহানগৰী ধন্য হ'ল। আমি সদৌ গুৱাহাটীবাসীয়ে আপোনাৰ বাঞ্ছিত শুভাগমনৰ কাৰণে ধন্য মানিছোঁ। হে মহাপুৰুষ আহক! আমি কৃতজ্ঞ অন্তৰেৰে আন্তৰিক ভক্তি আৰু প্ৰীতিৰ শৰাই সজাই আপোনাক আগবঢ়াই নিবলৈ আহিছোঁ। আপোনাৰ মহান জীৱনৰ প্ৰতি পদক্ষেপে আমাৰ জন্মভূমি অসম দেশ সুপবিত্ৰ হওক। আপোনাৰ মহৎ ত্যাগৰ অলৌকিক কৰ্ম-



ধাৰাই আমাৰ অন্তৰত কৰ্মৰ প্ৰেৰণা যোগাওক। হে গীতোক্ত কৰ্মযোগী! যুগে যুগে জনত্ৰাতাসকল ভাৰতবৰ্ষলৈ আহি বিশ্ব কল্যাণৰ পথ প্ৰদৰ্শন কৰেহি। আহিছিল বুদ্ধ, খৃষ্ট, জাতিৰ পিতা মহাত্মা গান্ধী। প্ৰাচীন ভাৰতৰ পুণ্যভূমি ভাৰতবৰ্ষত বুদ্ধদেৱৰ অহিংসা মন্ত্ৰ, পঞ্চশীল নীতি প্ৰৱৰ্তন কৰি যুগাৱতাৰ মহাত্মা গান্ধীয়ে ভাৰত আত্মাক জাগ্ৰত কৰি বন্দিনী ভাৰতক মুক্তি দিলে পাশৱ বন্ধনৰপৰা। আজি পুনৰায় সেই মহতী মহাবাণী শান্তিৰ পতাকা আপুনি বহন কৰি আনিছে। অসীম মহাশক্তিয়ে আপোনাক পৰিচালিত কৰিছে। হে মহাপ্ৰাণ! আপোনাৰ পূৰ্ণ প্ৰভাৱে আমাৰ সুপ্ত অন্তৰ জাগ্ৰত কৰি তোলক। ভাৰতবৰ্ষৰ আবহমান পূৰ্ণ অভিনৱ পন্থাৰে জাতিৰ পথ প্ৰদৰ্শন কৰক। আহক হে মহান! আহক!

স্বাগতম্, স্বাগতম্, স্বাগতম্

ওম্ শান্তি।

ভূদান যজ্ঞব্ৰতৰ একনিষ্ঠ হোতা ঋষি বিনোৱাজী প্ৰথমবাৰ অসমলৈ আহোঁতে আদৰণী সভাৰ সভাপতি ৺কামাখ্যাৰাম বৰুৱাদেৱৰ আদেশমতে এই আদৰণী ভাষণখনি লেখি গুৱাহাটী ৰাইজে ভৰলু দলঙত আদৰণী স্বাগতম্ জনোৱা হৈছিল।

## বিশ্ব হিন্দু মহাসভাৰ সোঁৱৰণ:

১৯৬৮ চনত যোৰহাটত বহা বিশ্ব হিন্দু পৰিষদ অনুষ্ঠানলৈ সুসাহিত্যিক শ্ৰীতীৰ্থনাথ শৰ্মাৰ আমন্ত্ৰণ পাই যোগ দিয়াৰ সৌভাগ্য ঘটিছিল। লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ পত্নী শ্ৰীমতী সুৰবালা বৰদলৈ আৰু মই একেলগে গৈ যোৰহাটৰ 'টোকলাই'ৰ বিষয়া শ্ৰীধৰণী বৰুৱাৰ ঘৰত আমি আলহী হ'লোঁ গৈ।

বিশ্ব হিন্দু পৰিষদত অসমৰ চাৰি সত্ৰৰ চাৰি গৰাকী সত্ৰাধিকাৰে যোগ দিয়াত সভাৰ গাম্ভীৰ্য্য সৌন্দৰ্য্য আৰু সৌষ্ঠৱ বঢ়াইছিল। ভাৰতবৰ্ষৰ শঙ্কৰাচাৰ্য্যই স্থাপন কৰা চাৰি ধাম চাৰি মঠৰ ধৰ্মগুৰুসকলে আহি এই সভাত যোগ দিয়াত সনাতন ধৰ্মৰ এটি বিশদ আলোচনাৰে সভাৰ গুৰুত্ব বহুগুণে বৃদ্ধি পাইছিল। এই সভাৰ সভাপতিৰূপে অসমৰ আউনীআটী

সত্ৰৰ সত্ৰাধিকাৰ পৰম জ্ঞানী শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামী মহাপ্ৰভুৱে দিয়া জ্ঞানগৰ্ভ ভাষণত সভাস্থল মুগ্ধ হৈ পৰিছিল। ভাৰতৰ ধৰ্মগুৰুসকলে অসমৰ ধৰ্মগুৰুৰ সুললিত সুগভীৰ কণ্ঠৰ ভাষণত অতি আচৰিত হৈ পৰিছিল।

একেশাৰী উচ্চ আসনত শাৰী পাতি বহিছিল অসমৰ চাৰি সত্ৰাধিকাৰ প্ৰভুসকল, দক্ষিণপাট, আউনীআটী, গড়মূৰ, কুৰুৱাবাহী। প্ৰভুসকলৰ ভাস্কৰ কান্তিত সভাস্থল জিলিকি পৰিছিল। প্ৰভুসকলৰ শাৰীৰ এঠাক নামনিত বহিছিল ভাৰতৰ ধৰ্মগুৰুসকল। তাৰ পিছৰ ঠাক নামনিত সম্পাদকসকল আৰু আমাক বহিবলৈ দিয়া হৈছিল। কাষতে আসনত বহিছিল নগাৰাণী 'গুইডালু'। চাৰি সত্ৰৰ প্ৰভুসকলৰ জ্ঞানগৰ্ভ ভাষণে সভাৰ গুৰুত্ব-সৌন্দৰ্য্য বঢ়াই তুলিছিল। ৰাণী গুইডালুয়ে এটি চমু ভাষণ দিছিল। দু-আষাৰ ক'বলৈ মোৰ পাল পৰাত মই কৈছিলোঁ—"মোৰ উপলব্ধিমতে মই সকলো ধৰ্মকে সমানে সন্মান কৰোঁ। পৃথিৱীৰ সকলো ধৰ্মৰ মূল ধৰ্মবাণীবোৰ একে সুৰৰ, সকলো ধৰ্মৰে সাৰতত্ত্ব মহান মানৱীয়তাৰ ওপৰত প্ৰতিষ্ঠিত। বিশ্বব্যাপী মহাশক্তিৰ লগত ঐক্য স্থাপন কৰি শুচিশুদ্ধ ভাৱেৰে বিশ্বৰ কল্যাণকৰ পৱিত্ৰ জীৱনব্ৰত গ্ৰহণ কৰিব পৰাটোৱেই মানুহ জীৱনৰ ধৰ্ম বুলি মই ভাবোঁ। উপাসনা, ৰীতি ভিন্ন হ'লেও একেটা বিশ্বশক্তি, আৰাধ্য এজন বুলি মই ভাবোঁ।"

অসমৰ মনীষী সাহিত্য-সাধক শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱৰ লগত এটি সাৰ্থক সাক্ষাৎ ঃ

বিশ্ব হিন্দু পৰিষদলৈ অহা ধৰ্মগুৰুসকলৰ মহতী সন্মিলনত মনীষী দৰ্শনৰ সৌভাগ্যৰ লগতে অসমৰ সাহিত্য-ঋষি শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱক দৰ্শন কৰাৰ সৌভাগ্য ঘটিল। সন্দিকৈদেৱৰ আদেশ ক্ৰমে তেখেতৰ পুত্ৰ শ্ৰীমান বিজয় সন্দিকৈয়ে ফোন যোগে জনালে—"আপোনাক মোৰ মাতৃদেৱীৰ নামত স্থাপিত 'হেমলতা মেমোৰিয়েল ইনষ্টিটিউট'খনি এবাৰ পৰিদৰ্শন কৰিবলৈ দেউতাই অনুৰোধ জনাইছে। আপোনাৰ অসুবিধা নহ'লে দহবজাত মই গাড়ীৰে আপোনাক লৈ



যাম।" মই শুনি আনন্দেৰে সন্মতি জনালোঁ। সময়মতে শ্ৰীমান বিজয়ে গাড়ীৰে মোক লৈ গৈ ইনষ্টিটিউট পৰিদৰ্শন কৰালে। স্বৰ্গগতা মাতৃৰ সোঁৱৰণী বহুমুখী শিক্ষা প্ৰতিষ্ঠানৰূপে স্থাপিত কৰা হৈছে। শিক্ষাৰ্থী-সকলে যাতে এই স্কুলত বিভিন্ন ধৰণৰ শিক্ষালাভ কৰিব পাৰে সেই বিষয়ে সন্দিকৈ ডাঙৰীয়াই উচ্চ আহিঁৰে এই স্কুলখনিৰ বিভিন্ন বিকাশ বিচাৰিছে। স্কুলখনিৰ বিভিন্ন বিভাগ চাই বৰ ভাল লাগিল। চাই-চিন্তি সন্দিকৈদেৱক দৰ্শন কৰি স্কুলৰ বিষয়ে দুআষাৰ মান ক'বলৈও মন গ'ল। তেখেতক দৰ্শন পোৱা যায় বাৰ-এক বজাৰ আহাৰ খাই উঠাৰ পিছত। সেইমতেই গৈ তেখেতৰ ঘৰ পালোঁগৈ। সন্দিকৈদেৱৰ সাক্ষাৎ পোৱা সহজ কথা নহয়, পুৱাৰেপৰা নিশালৈকে সন্দিকৈদেৱে নিজৰ অধ্যয়ন-সাধনাত নিবিড়ভাৱে নিজকে সমাহিত কৰি ৰাখে। ঘৰৰ-পৰা বাজ নোলায়, মানুহৰ লগত দেখা-সাক্ষাৎ নকৰে। দুপৰীয়া আহাৰৰ পিছত অলপমান সময় বাহিৰত বহে মাথোন। সময় বুজি এই ছেগতে গৈ সৌভাগ্যক্ৰমে সাক্ষাৎ পালোঁগৈ। তেখেতে আহাৰৰ পিছত বাৰাণ্ডাৰ ৰচি ডালৰ গামোছাখনত মুখ মচি গামোছাখন মেলি দিওঁতেই মই ওচৰ চাপি নমস্কাৰ জনোৱাত তেখেতে ক'লে—"এয়া, মই ভাত খাই উঠিছোঁহে, আপুনি সৌ পৰ্টিকতে বহক গৈ, মই গৈছোঁ।" অলপ একাষৰীয়াকৈ পৰ্টিকত পাৰি থোৱা আসনত মই বহিলোঁ। তামোল এখন চোবাই সন্দিকৈদেৱ ওলালহি। তেখেতৰ আসনত বহি পোনতে মোৰ কুশল বাতৰি ল'লেহি। পিছত মই এতিয়া কি লিখি আছোঁ সুধিলে। মই লিখা কিতাপৰ বাতৰি সংক্ষেপতে জনালোঁ। তেখেতে ক'লে—"কৱিতা নাটক কিবা লিখিছে নে?" লিখি আছোঁ বুলি কোৱাত তেখেতে ক'লে—"আপোনাৰ কবিতাবোৰহে মোৰ বৰ ভাল লাগে। অসমীয়া কবিতাৰ পুথিৰ ভিতৰত আপোনাৰ কবিতা পুথিহে মই পঢ়োঁ, কাৰণ আপোনাৰ কবিতাবোৰ পঢ়ি চিন্তা কৰিব লগীয়া কিছুমান বস্তু পাওঁ। কবিতা সাহিত্যত উচ্চতৰ চিন্তাৰ বিষয় থাকিলেহে কবিতা সোৱাদ লাগে।" মই 'শান্তিপথ' নামৰ এখন আধ্যাত্মিক প্ৰবন্ধৰ কিতাপ লিখিছোঁ, ছপা হ'লে আপোনালৈ পঠিয়াম, পঢ়ি কেনে পাই জনালে বৰ আনন্দ পাম বুলি কলোঁ। আৰু ক'লোঁ—আপুনি এইমাত্ৰ ভাত খাই

উঠিছে, আপোনাক আমনি কৰিছোঁ নে কি ?” তেখেতে ক’লে—“নাই, নাই মই এই সময়কণহে জিৰণি লওঁ লিখা-পঢ়াৰপৰা। দুপৰীয়া মই নোশোওঁ, কোনোবা আহিলে কথা পাতোঁ।” তেখেতে লিখা ‘নৈষধ চৰিত’ জাৰ্মান প্ৰকাশকে প্ৰকাশ কৰি জাৰ্মান বিশ্ববিদ্যালয়ত নিয়োজিত কৰিছে। বৰ্তমান আন এটা বিষয়ত তেখেতে লিখি আছে, জাৰ্মান প্ৰকাশক প্ৰতিষ্ঠানেই প্ৰকাশ কৰিব বুলি ক’লে। হাতৰ কাষত ৰূপেৰে বন্ধোৱা লাঠি এডাল দেখি অলপ বাৰ্ধক্যৰ দুৰ্বলতা বোধ কৰা যেন লাগিল। লাঠি ডাললৈ চোৱাত তেখেতে বোধকৰো লক্ষ্য কৰিয়েই মোক ক’লে—“আজি-কালি মই লাঠি ব্যৱহাৰ কৰোঁ, লাঠি ডাল ল’লে ভাল লাগে। আপোনাৰ দৰেই বয়সীয়া মোৰ আত্মীয়া এগৰাকীৰ অলপতে পৰি ভৰি ভাগিল। তেতিয়াৰেপৰা মই লাঠি-লোৱা কৰিছোঁ। আপুনিও লাঠি এডাল লৈ ফুৰিব, গাত বেলেগ বল পাব। এই লাঠিডাল লৈ গধূলি পৰত ফুলনিৰ মাজত ফুৰি ফুৰোঁ। এই সময়কন মোৰ বৰ ভাল লাগে, ফুলবোৰ জীৱন্ত যেন লাগে। মানুহতকৈ ফুলৰ সঙ্গ ভাল, ফুলবোৰৰ মই যত্ন লওঁ, মালিবোৰক দিহা দিওঁ।” তেতিয়ালৈকে তেখেতে স্কুলখন চাই কেনে দেখিলোঁ, সেইকথা সুলিয়ালে। মই তেতিয়া ক’লোঁ—“আপোনাৰ উচ্চ আদৰ্শৰে স্থাপিত হেমলতা সোঁৱৰণী বহুমুখী স্কুলখন চাই বৰ ভাল পালোঁ। সম্পূৰ্ণ হৈ গঢ়ি উঠিলে এই স্কুলখিনি অসমৰ ভিতৰতে এখন আদৰ্শনীয় স্কুল হৈ উঠিব।” তেখেতে ক’লে, “স্কুলখন গঢ়ি তোলাৰ ভাৰ ‘বিজয়’ৰ ওপৰতে দিছোঁ, মাকৰ সোঁৱৰণীৰূপে স্কুলখন গঢ়িবলৈ যত্ন লৈছে, জানো কি হয় গৈ।” ঘৰৰ আগৰ আহল-বহল ফুলনি আলি কাষলৈকে আৱৰা দেশী বিলাতী হৰেক ৰকম ফুল জক্‌-মকাই আছে। ফুলনিখনৰ ফুলৰ শোভাৰ লগত ফুলনীৰ গৰাকীৰ ফুলৰ দৰে নিষ্কলুষ পৱিত্ৰ সৰল নিভাজ তাঁৰ নোহোৱা ঘৰুৱা ভাষাৰে কোৱা কথাবোৰৰ বিজাই অসমৰ এই মহান ঋষি গৰাকীৰ তপস্যা দীপ্তিলৈ মূৰ দোৱাই মুগ্ধ মনেৰে বিদায় ল’লোঁ।



## নাগপুৰত বহা বিশ্ব হিন্দী সন্মিলনলৈ আদৰণী

১৯৭৫ চনত বিশ্ব হিন্দী সন্মিলনৰ সন্মান দান: বাৰ্ধক্যৰ হেঁচাত ক’লৈকো ওলাবলৈ মন নাছিল। কিজানো ভগৱানৰ ইচ্ছা, অকস্মাতে ‘নাগপুৰ বিশ্ব হিন্দী সন্মিলনৰ’পৰা সাদৰ আদৰণী আহিল। পৃথিবীৰ সকলো ঠাইৰে বিশ্ব প্ৰতিনিধিমূলক এই সভাত ভাৰত সংবিধান স্বীকৃত ভাৰতৰ প্ৰত্যেক প্ৰদেশলৈ সন্মান প্ৰদান কৰা হব। অসমীয়া ভাষাৰ সাহিত্যৰ সন্মানটি এই অযোগ্যাই গৈ বিশ্ব হিন্দী সন্মিলনত উপস্থিত হৈ গ্ৰহণ কৰিব লাগে। প্ৰথমে শাৰীৰিক অসুস্থতা দেখুৱাই-ছিলোঁ, কিন্তু ‘বিশ্ব হিন্দী সন্মিলন’ৰ তৰফৰপৰা সকলোকে বিমানৰ সুবিধা দিয়া হব, আপুনি যেনে তেনে আহিব লাগে। বুলি বাৰে বাৰে টেলিগ্ৰাম দি মতাত আৰু হিতাকাঙ্ক্ষীসকলে যেনে তেনে যাবলৈ কোৱাত ভাবিলোঁ, এয়া কাৰ আমন্ত্ৰণ, মোৰ চিৰ চেনেহী অসমীয়া ভাষা জননীৰ আহ্বান। মোৰ সুৱদি সুৰীয়া মৰমী চিৰ গৰৱী ভাষাক বিশ্বই স্বীকৃতি দান কৰি সন্মানিত কৰিবলৈ মাতিছে, মই এটি ক্ষুদ্ৰ উপলক্ষ মাত্ৰ। মোৰ পৰম সৌভাগ্য যে এই অচল অন্তিম অৱস্থাতো মোৰ মৰমী আইয়ে পাহৰা নাই। জীৱন যোৱা আইৰ পূজাৰ এপাহি পাহিসৰা পুষ্পেৰে আইৰ চৰণ পূজিবলৈ মাতিছে, মই নেযাওঁ বুলিবৰ কোন ? মৰো জীয়ো কৰি ওলালোঁ। এজনে দিহা দি মোৰ ‘অলকানন্দাৰ’ কবিতা ‘মই ভাৰতৰ নাৰী’ কবিতাটো হিন্দী অনুবাদ কৰি নিয়াৰ সকলো ব্যৱস্থা কৰি দিলে। ভাষণত ‘কবিৰ বাণী’ নামৰ চমু ভাষণ এটিও হিন্দী কৰি নিয়া হ’ল। লগত সাৰথি এজন লৈ জানুৱাৰী মাহৰ ন তাৰিখে বিমান যোগে আবেলি চাৰি বজাত গৈ নাগপুৰ পালোঁগৈ। বিমান কোঠৰপৰাই অভ্যাগতসকলৰ আদৰণীৰ:সমাৰোহ চকুত পৰিল। ধুনীয়া গাড়ী এখনেৰে মহিলা কেইগৰাকীমানে লৈ গৈ নিৰ্দিষ্ট দেশ-বিদেশৰ অভ্যাগতসকলৰ বাবে অতি পয়োভৰপূৰ্ণ সুব্যৱস্থাৰে ৰখা দেখি বিস্ময় মানিলোঁ। সন্মিলনৰ তৰফৰপৰা বহুজন পুৰুষ মহিলাই আহি হাতযোৰকৈ কোৱা কথাবোৰে যেন কাণত মৌহে বৰষিলে। প্ৰত্যেকজনে শোধে—“মাতাজী! আপকা ক্যা সেৱা কৰু ? ৰাজকীয় ব্যৱস্থাৰে ৰখা এনে সুবিধাৰ উপৰি মইনো আৰু কি কম! দেখা কৰা

লোকৰো অন্ত নাই। দুৱাৰ মুখত লগুৱা এজনে হাত যোৰকৈ ৰৈ থাকে, কলিং বেল বজাই বজাই হে মানুহবোৰক আহিব দিয়ে।

দহ জানুৱাৰী তাৰিখে ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে সভা মুকলি কৰে। সুবিশাল সভামণ্ডপত ত্ৰিশ হাজাৰ দৰ্শক বহিব পৰা শাৰি শাৰি আসন পতা। দুখলপীয়া বিৰাট মঞ্চৰ ওপৰত প্ৰধান মন্ত্ৰী, মহাৰাষ্ট্ৰৰ মুখ্যমন্ত্ৰী আৰু সভাৰ সভাপতি বহিছে। তলৰ খলপ বিৰাট মঞ্চত সন্মান দিবলৈ মাতি নিয়া ভাৰতৰ ভিন ভিন প্ৰদেশৰ ভিন ভিন ভাষী কবিসকলক বহিবলৈ দিয়া হৈছে। এফালে পৃথিৱীৰ সকলো ঠাইৰে প্ৰতিনিধিসকল আৰু ভাৰত আৰু ভাৰতৰ ওচৰ কাষৰীয়া প্ৰতিনিধিসকল বহিছে। আমেৰিকা, আফ্ৰিকা, ৰুচিয়া, জাপান, জাৰ্মান, পশ্চিম জাৰ্মানী, যুগোশ্লাভিয়া, বুলগেৰিয়া, আৰ্মেনিয়া, পোলেণ্ড, মৰিচাচ আৰু ইউনেস্কৰপৰা আহিছিল ভাৰত-প্ৰেমী প্ৰতিনিধিসকল-বহুজন পণ্ডিত পুৰুষ-নাৰী। সভাস্থল জাতিস্কাৰ হৈ পৰিছিল এইসকলৰ পদুম বৰণেৰে। সন্মানিতৰ আগশাৰীত আমাক বহুৱাইছিল। সভাৰ আৰম্ভণিতে বেদস্তুতি—শাস্ত্ৰীয় ৰাগত বীণাযন্ত্ৰৰ লগত গোৱা অপূৰ্ব সঙ্গীতে এটি অভিনৱ পৰিবেশৰ সৃষ্টি কৰিছিল। যথা সময়ত ইন্দিৰা গান্ধীয়ে সভা উদ্বোধন কৰিলে। দুই এজনে আৰু শেষত মহাৰাষ্ট্ৰৰ মুখ্যমন্ত্ৰীয়ে সকলোলৈকে স্বাগত সম্ভাষণ জনাই সভা শেষ হ'ল। নিশা আঠ বজাত মহাভাৰতৰ কথিকাৰে উৰ্বশী নৃত্য হেনো অপূৰ্ব হৈছিল। এঘাৰ জানুৱাৰীত মই সভালৈ যোৱা নহল। বাৰ জানুৱাৰী তাৰিখে সৰ্ব-ভাৰতীয় মহিলা সভাত নাগপুৰ মহিলা মণ্ডলে অসমৰ বয়োবৃদ্ধা কবিক সম্বৰ্দ্ধনা জনায়। উত্তৰত 'মাতৃ বন্দনা' নামৰ সৰু কবিতা এটিৰে মাতৃ-সকলক অভিনন্দন জনালোঁ।

তেৰ জানুৱাৰী তাৰিখে বিশ্ব হিন্দী সন্মিলনে মহা আৰম্বৰে ভাৰতীয় ভাষাৰ কবিসকলক সন্মান দিয়ে। বেলা তিনি বজাত সন্মান অনুষ্ঠানলৈ আমাক গাড়ীৰে সভাথলিলৈ লৈ যোৱা হ'ল। আসনত উপৰাষ্ট্ৰপতি, ওচৰত মহাৰাষ্ট্ৰৰ মুখ্যমন্ত্ৰী, কাষৰৰ আসনত সন্মানিত-সকল ৰহিছিল। অ আখৰৰপৰা সন্মান প্ৰদৰ্শন কৰা নিয়মত প্ৰথমে অসমৰ অসমীয়া ভাষাৰ কবিৰ নাম উল্লেখ কৰাত প্ৰথমেই মোৰ চিৰ



চেনেহী অসমীয়া ভাষাৰ সন্মান প্ৰদত্ত হয়। বয়োবৃদ্ধা বুলিয়েই উপ-ৰাষ্ট্ৰপতিয়ে আসনৰপৰা উঠি আহি এখনি মহামূল্যবান মানপত্ৰ সুমাঙ্গলিক, সুদৃশ্য নাৰিকল, এপাহি গোলাপফুলেৰে দিয়া সন্মান শিৰত তুলি ললোঁ। মানপত্ৰখনিত লিখা আছিল—"হে মহামান্যা কবিয়ত্ৰী! আপোনাৰ অপূৰ্ব সাহিত্য অৱদানেৰে অসমীয় ভাষাক সমৃদ্ধ কৰিছে। আজি বিশ্ব হিন্দী সন্মিলনে আপোনাৰ মাতৃভাষা অসমীয়া ভাষা আৰু অসমৰ সমগ্ৰ নাগৰিকক এই সন্মান জনোৱা হ'ল।"

সন্মান দানৰ পিছত কবিৰ বাণী এটি হিন্দীলৈ অনুবাদ কৰি ধন্যবাদ জনোৱা হ'ল। প্ৰত্যেক প্ৰদেশৰ কবিসকলক এনেদৰে সন্মান জনোৱা হ'ল।

## কবি-সন্মিলন

বিশ্ব হিন্দী সন্মিলন সভাত তেৰ জানুৱাৰী তাৰিখেই সভামণ্ডপত কবি সম্মিলন বহে। বিভিন্ন ভাষাভাষী কবিসকলে নিজ নিজ ভাষাত স্বৰচিত কবিতা পাঠ কৰে। সেই সভাত অসমীয়া কবিৰ স্বৰচিত কবিতা পাঠ কৰিবলৈও সৌভাগ্য ঘটিছিল। একাডেমী পুৰস্কাৰ পোৱা মোৰ 'অলকানন্দা' কবিতা পুথিৰপৰা 'মই ভাৰতৰ নাৰী' শীৰ্ষক কবিতাটি পাঠ কৰোঁ। কবিতাটি মই অসমীয়া ভাষাৰেই পাঠ কৰোঁ। কবিতাটিৰ হিন্দী অনুবাদ কৰি নিয়া হৈছিল। হিন্দী অনুবাদটি শ্ৰীমতী ৰমা সিং নামৰ পঞ্জাবী কবি এগৰাকীয়ে পাঠ কৰি শুনায়। হিন্দী কবিতা আৰু কবিৰ বাণী নামৰ ভাষণটিৰ ছপাই বিলাই দিয়া হয়। কবি-সম্মিলনত সভানেত্ৰিত্ব কৰিছিল বিখ্যাত হিন্দী কবি শ্ৰীমতী মহাদেৱী বৰ্মাই। সম্মিলনত সভা-নেত্ৰীয়ে এটি সুন্দৰ ভাষণ দিছিল। তেৰ তাৰিখেই মহাসভাৰ সামৰণী পৰাত ঐতিহ্যময় নাগপুৰৰ অভূতপূৰ্ব সোঁৱৰণী মনৰ মাজত আঁকি লৈ পিচদিনা পুৱা নাগপুৰৰপৰা বিদায় মাগিলোঁ। শ্ৰীৰমেন শৰ্মাই পুৱাতে লৰি আহি ৰাষ্ট্ৰপতিয়ে সন্মান দান কৰা ছবিসহ হিন্দী বাতৰি কাকত এখন হাতত দিলেহি।

## বিশ্ব হিন্দী সম্মিলনৰ প্ৰদত্ত সন্মানপত্ৰ

विश्व हिन्दी सम्मेलन

अत्यंत आदर और गौरव के साथ

असमिया

भाषा एवं साहित्य की अमूल्य सेवाओं

के लिये

**श्रीमती नलिनीबाला देवी** की

सन्मानित कर उनके माध्यम से

असमिया

भाषा के समस्त साहित्यकारों एवं

नागरिकों के प्रति

अपनी श्रद्धा एवं स्नेह की

आदरांजलि अर्पण

करता है।

## মোৰ দেউতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ জন্মশতবাৰ্ষিকীৰ পুণ্য সোঁৱৰণী

এবি অহা দীঘলীয়া জীৱনৰ সোঁৱৰণীৰ সামৰণিৰ পৰত শতাব্দীৰ পৰাধীনা ভাৰত- মাতৃৰ বন্ধন মুক্তিৰ যুঁজাৰু অসমী আইৰ দুজন চিৰ-স্মৰণীয় বৰেণ্য পুত্ৰ বৰদলৈৰ আৰু ফুকনৰ জন্ম শতবাৰ্ষিকীৰ আয়োজনত দেশত উথল মাথল লাগিল। ১৯৭৫ চনৰ তিনি নবেম্বৰ তাৰিখে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ জন্ম শতবাৰ্ষিকী আয়োজন কৰা হ'ল। দেশৰ প্ৰধান মুক্তি যুঁজাৰু বৰদলৈদেৱৰ লগৰে সহকৰ্মী বৰ্তমান পঞ্জাবৰ গৱৰ্ণৰ শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীদেৱৰ সঙ্কল্প অনুসৰি এই সম্পৰ্কে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহ প্ৰমুখ্যে প্ৰদেশ কংগ্ৰেছে শতবাৰ্ষিকী সমিতি গঠন কৰিলে অসমৰ বৰেণ্য লোকসকলৰে সৈতে। মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহ সভাপতি আৰু প্ৰাচীন মুক্তি যুঁজাৰু শ্ৰীলক্ষ্মীধৰ বৰা সম্পাদকৰূপে ৰ'ল শতবাৰ্ষিকী সমিতিত।

১৯৭৫ চনৰ নবেম্বৰৰ এক তাৰিখে ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি অসমী আইৰ চিৰগৰবী পুত্ৰ মহাসন্মানিত ফকৰুদ্দিন আলি আহমদদেৱে গুৱাহাটী ৰবীন্দ্ৰ ভৱনত মহাসমাৰোহেৰে বৰদলৈ শতবাৰ্ষিকী উৎসৱ মুকলি কৰে। মহান নেতাজনলৈ সন্মান জনাই কৰ্মবীৰ বৰদলৈৰ সান্নিধ্য সুঁৱৰি কয়, "কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ পৰিয়ালৰ লগত থকা মোৰ জীৱনৰ মধুৰ সোঁৱৰণৰ কথা কোনেও নাজানে। মোৰ পিতৃ স্বৰ্গীয় জালিনুৰ আলি আৰু কৰ্মবীৰৰ পিতৃ মাধবচন্দ্ৰ বৰদলৈ সহপাঠী বন্ধু আছিল। সেই বাবেই মই বেৰিষ্টাৰী পাছ কৰি আহি দেউতাৰে সৈতে বৰদলৈক দেখা কৰিবলৈ যাওঁতে বৰদলৈদেৱে মোক দেশনেতা হ'বলৈ উৎসাহিত কৰিছিল। সেই উৎসাহ-বাণী মোৰ মনত সদায় সোঁৱৰণী হৈ আছে।" বৰদলৈৰ এই শত-বাৰ্ষিকীত এটি স্থায়ী সোঁৱৰণী ৰক্ষা কৰিবলৈ ৰাষ্ট্ৰপতিজনে নিৰ্দেশ দিয়ে। এই সভাত অসমৰ ৰাজ্যপাল, পঞ্জাবৰ গৱৰ্ণৰ শ্ৰীমহেন্দ্ৰ চৌধুৰী, সংসদী-সদস্য বৰদলৈৰ সহকৰ্মী শ্ৰীদেবেশ্বৰ শৰ্মাদেৱ, অসমৰ মুখ্যমন্ত্ৰী

শ্ৰীশৰৎচন্দ্ৰ সিংহ, অসমৰ কংগ্ৰেছ সভাপতি আৰু মন্ত্ৰীসকলৰ উপৰিও সমিতিৰ সম্পাদক অতীত মুক্তি-যুঁজৰ সেৱক শ্ৰীলক্ষীধৰ বৰা প্ৰমুখ্যে বহু বৰেণ্য ব্যক্তি সভাত উপস্থিত আছিল। ৰবীন্দ্ৰ ভৱন দৰ্শক আৰু উৎকণ্ঠিত জনতাৰে ঠাহ খাইছিল।

সভা মুকলি কৰা হৈছিল ৺দেউতা কৰ্মবীৰ বৰদলৈ ৰচিত গীতেৰে—

ডেকা গাভৰুৰ দল, বীৰ বীৰাঙ্গনা দল!
নতুন তেজেৰে ৰাঙলী ৰূপহী কৰহি ধৰণীতল।
খোজৰ ভৰত কঁপক ধৰণী তৰুণ চকুত জলোক অগনি
শত সহস্ৰ মৃত্যু নেওচি ব'ল—আগুৱাই ব'ল।

গীত পৰিচালনা কৰিছিল দেউতাৰ আজো-নাতি শ্ৰীমুকুল বৰুৱাই। ৰাষ্ট্ৰপতিয়ে বৰদলৈৰ পৰিয়ালৰ লগত সুকীয়াভাৱে সাক্ষাৎ কৰে। দুই-নৱেম্বৰ তাৰিখে অশ্বক্ৰান্তৰ পাদপীঠত থকা ৺দেউতাৰ সমাধিস্থানত স্থাপিত স্তম্ভত নেতাসকলে গৈ মাল্যদান কৰে। এখন বিশেষ জাহাজেৰে যাবলৈ চৰকাৰে বন্দবস্ত কৰিছিল। মাল্যদানৰ পিছত কৰ্মবীৰৰ জন্মস্থান উত্তৰ গুৱাহাটীত ৰাইজে কৰ্মবীৰৰ জন্ম-শতবাৰ্ষিকী উৎসৱত যোগদান কৰে। কৰ্মবীৰ স্থাপিত কমলদেৱ হাইস্কুলৰ প্ৰাঙ্গনত, কৰ্মবীৰে দান দিয়া মাটিত স্থাপিত আনন্দ লাইব্ৰেৰী, মাধৱ কুটীৰ, ৺নবীনচন্দ্ৰ বৰদলৈ ভৱনত শ্ৰদ্ধাঞ্জলি জনোৱা হয়।

তিনি নৱেম্বৰ কৰ্মবীৰৰ জন্মদিনটি পুৱাৰেপৰা উৎসৱ মুখৰিত হৈ উঠে। কৰ্মবীৰৰ নিজা বাসভৱন 'শান্তি ভৱন' এটি মন্দিৰৰ দৰে আলোক-সজ্জাৰে সুসজ্জিত আৰু ভগবদ্‌গীতাৰ স্তোত্ৰৰ সুললিত গম্ভীৰ ধ্বনিত তীৰ্থস্থানত পৰিণত হয়। পুৱা আঠ বজাত উক্ত নেতৃবৰ্গই আহি কৰ্মবীৰৰ প্ৰতিকৃতিত মালাদান কৰে। অসমৰ প্ৰথম কংগ্ৰেছ অফিচ স্থাপন হোৱা শান্তি ভৱনত মাল্য দান কৰে, পিছত পুৱাৰেপৰা নিশা নবজালৈকে হেজাৰ জনতাই কৰ্মবীৰৰ প্ৰতিকৃতিত মাল্যদান কৰে। তিনি নৱেম্বৰ বৰদলৈৰ শান্তিভৱনৰপৰা সমদল গৈ কৰ্মবীৰৰ নাতি ডাঃ প্ৰবীৰকুমাৰ বৰদলৈয়ে সমূহ পৰিয়ালৰ হৈ স্থাপন কৰা কৰ্মবীৰৰ আৱক্ষ প্ৰতিমূৰ্তি, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ভৱন প্ৰাঙ্গনত, কৰ্মবীৰৰ উত্তৰাধিকাৰী মুক্তিযোদ্ধা, মাদ্ৰাজৰ ভূতপূৰ্ব ৰাজ্যপাল শ্ৰীবিষ্ণুৰাম মেধি-



দেউতাক কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ

(মাজত বহি) কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, সোঁপিনে পত্নী হেমন্তকুমাৰী দেবী, বাওঁপিনে নলিনীবালা দেবী ; (থিয় হৈ বাওঁপিনৰ পৰা) ২য় অপূৰ্ব বৰদলৈ, ৩য় উমেশ বৰদলৈ।



(থিয় হৈ বাওঁপিনৰ পৰা) নাতি শ্ৰীকমল চাংকাকতি, শ্ৰীপ্ৰণব চাংকাকতি, শ্ৰীধ্ৰুব চাংকাকতি, লৰা শ্ৰীউপেন্দ্ৰকুমাৰ চাংকাকতি, নাতি জোঁৱাই, শ্ৰীদধিপ্ৰসাদ শৰ্ম্মা।

(বহি বাওঁপিনৰ পৰা) নাতিনী শ্ৰীমতী মধুলেখা দেবী, নাতি বোৱাৰী শ্ৰীমতী ইলি চাংকাকতি— (কোলাত) আজুনাতি শ্ৰীসুমংগল চাংকাকতি, (মাজত) নলিনীবালা দেবী, বোৱাৰী শ্ৰীমতীৰেণুকা দেবী, নাতিনী শ্ৰীমতী মালৱিকা দেৱী—কোলাত আজুনাতি শ্ৰীমান দেবজিৎ শৰ্ম্মা।



'পবিত্ৰপ্ৰাণ চাংকাকতি (মাখন)



'মৃণালিনী দেৱী



বাওঁফালৰ পৰা—বৰ জোঁৱাই 'নন্দলাল বৰবা, বৰ জী শ্ৰীমতী ঊষা দেৱী, সৰু জী শ্ৰীমতী অৰুণা দেৱী, সৰু জোঁৱাই শ্ৰীদেবকান্ত বৰদলৈ।



'ৰামমূৰ্তি' চাংকাকতি (পুতুলী)



দেৱে উন্মোচন কৰে, উৰুলি শঙ্খধ্বনি, বৰদলৈ ৰচিত 'ডেকা গাভৰুৰ দল' সঙ্গীতেৰে। এই অনুষ্ঠানত পৌৰোহিত্য কৰিছিল কৰ্মবীৰৰ সহকৰ্মী মুক্তিযোদ্ধা বয়োবৃদ্ধ শ্ৰীঅক্ষয়কুমাৰ দাস ডাঙৰীয়াই।

দিনৰ এঘাৰ বজাত ৰাজধানী দিছপুৰত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ 'ডাক টিকট' উন্মোচন কৰে পোষ্টমাষ্টাৰ জেনেৰেলে। ডাক টিকটৰ সুদৃশ্য এলবাম এটি কৰ্মবীৰৰ একমাত্ৰ জীৱিত সন্তান এই অযোগ্যা কন্যাৰ হাতত অৰ্পণ কৰে।

আবেলি পাঁচ বজাত কৰ্মবীৰৰ বাসভৱনত সামান্য অভ্যৰ্থনাৰ আয়োজন কৰা হয়। পৰিয়ালৰ হৈ সকলোক্ষেত্ৰতে আগভাগ লয়, কৰ্মবীৰৰ নাতি ডাঃ প্ৰবীৰকুমাৰ বৰদলৈয়ে। কৰ্মবীৰৰ আবক্ষ মূৰ্তি নিৰ্মাণ, সমাধি স্থানত স্তম্ভ স্থাপন, কৰ্মবীৰৰ কেলেণ্ডাৰ প্ৰকাশ আদিৰে ককাদেউতাকৰ শতবাৰ্ষিকীলৈ শ্ৰদ্ধাঞ্জলি আগবঢ়ায় নিজ অনুদানেৰে অনাতাঁৰ কেন্দ্ৰত কৰ্মবীৰৰ জীৱন আলেখ্য এখনি যুগুত কৰে কবিয়ত্ৰী শ্ৰীমতী নিৰ্মলপ্ৰভা বৰদলৈয়ে। কৰ্মবীৰ বিৰচিত সঙ্গীতসমূহেৰে সঙ্গীত আলেখ্য এখনি যুগুত কৰি আগবঢ়ায় সঙ্গীতজ্ঞ শ্ৰীমুকুল বৰুৱাই। অসমৰ প্ৰত্যেক জিলাত সমাৰোহেৰে শতবাৰ্ষিকী পালন কৰা হয়। চাৰি নৱেম্বৰত কৰ্মবীৰ ৰচিত নাটক 'গৃহলক্ষ্মী' আগবঢ়াই স্থানীয় শিল্পীসকলে। মোৰ দেউতাৰ শতবাৰ্ষিকীৰ সোণোৱালী স্মৃতি! মোৰ জীৱনৰ শেষ পটত সোণালী সপোন হৈ ৰ'ব।

# পৰিশিষ্ট

## (ক) বিয়োগ সোঁৱৰণ

অতি আপোনবোৰৰ বিয়োগ সোঁৱৰণবোৰে মনৰ মাজত বেদনাৰ অনুভূতি জগায়। মোৰ চকুৰ আগতে কিমান মানুহে বিদায় লোৱা দেখিলোঁ! প্ৰত্যেকজন বিদায়ী পথিকে এৰি থৈ যোৱা জীৱনৰ কিমান যে পৰিস্থিতিৰ লগত চিনাকী হ'লোঁ তাৰ সীমা সংখ্যা নাই।

### মাতৃবিয়োগৰ সোঁৱৰণ

মোৰ চিৰপূজ্যা মাতৃদেৱীৰ পৰিণত বয়সত বিয়োগ ঘটে ১৯৬৮ চনত। উজনিৰ বিখ্যাত চাহ-খেতিয়ক ৺মালভোগ বৰুৱাদেৱৰ মধ্যমা কন্যা দেশসেৱক ৺প্ৰসন্নকুমাৰ বৰুৱাৰ বায়েক মোৰ আই স্বৰ্গীয়া হেমন্তকুমাৰী দেৱী মোৰ পিতৃদেৱ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দেৱৰ সুযোগ্যা সহধৰ্মিণী-ৰূপে সদৌ অসমৰ মাতৃস্বৰূপা আছিল। সেই দিনৰ শিক্ষিতা নাৰী হিচাপে তেওঁ বহু প্ৰতিভাৰ পৰিচয় থৈ যাব পাৰিছিল। মোৰ দেউতাৰ জটিল ৰাজনৈতিক জীৱনৰ মাজত মোৰ আইয়ে ধীৰ-স্থিৰ ধৈৰ্য্যশীল স্বভাৱেৰে দেউতাৰ বহুমুখী প্ৰতিভা বিকাশৰ ক্ষেত্ৰত অবিহণা যোগাইছিল। শিল্পত সুনিপুণা মাতৃয়ে গুণাৰ বনকৰা পাটৰ কাপোৰ বৈ দিল্লী প্ৰদৰ্শনীত বঁটা লাভ কৰিছিল। জীৱনৰ হেজাৰ ঘাত-প্ৰতিঘাত নীৰৱে সহি প্ৰকৃত মহান স্বামীৰ সহধৰ্মিণীৰূপে যি আদৰ্শ দেখুৱালে, সেই আদৰ্শমুগ্ধ সদৌ অসমৰ ৰাইজৰ মাতৃস্থানীয়া হৈ উঠিব পাৰিছিল। বৰেণ্য স্বামী, দুজন সুযোগ্য পুত্ৰ, দুজন জোঁৱাই, নুমলীয়া ছোৱালী, নাতিৰ বিয়োগ-দুখ সহোঁতে অন্তিমত অন্ধ অৱস্থাত ইহলীলা সামৰে। মাতৃদেৱীৰ স্বৰ্গাৰোহণৰ বাতৰি পোৱাৰ লগে লগে অনাতাঁৰ যোগে বাতৰি প্ৰচাৰ হয়। গুণমুগ্ধ জনতা, কংগ্ৰেছ সভাপতি বিজয় ভাগৱতী, মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে আহি কয়—"মাতৃ! আজি আপোনাৰ লগতে এটি যুগৰ অন্ত পৰিল।"



**৺মামণিৰ বিয়োগঃ** মোৰ বৰ ছোৱালী উষাৰ প্ৰথম ছোৱালী মামণিৰ (নিৰ্মালী) অকাল বিয়োগ ঘটে। প্ৰথম অসম অনাতাঁৰ দলৰ গীতশিল্পী নিৰ্মালিৰ মধুৰ কণ্ঠেৰে গোৱা গীতবোৰলৈ সদায় মনত পৰে।

ভাতৃবিয়োগৰ সোঁৱৰণঃ মোৰ বৰ ভাই ডাঃ উমেশচন্দ্ৰ বৰদলৈৰ আকস্মিকভাৱে বিয়োগ ঘটে। এওঁ চিকিৎসা বিষয়ত পাৰদৰ্শী হোৱাৰ উপৰিও সৰবৰহী সুগায়ক আৰু কবি প্ৰকৃতিৰ আছিল। স্কুলত থকা কালতে এওঁ বেলেগে সংস্কৃত অধ্যয়ন কৰি কাব্যতীৰ্থ পৰীক্ষা দিয়ে। সংস্কৃতত বিশেষ ৰাপ থকাত এওঁৰ কালিদাস বিৰচিত কাব্যসমূহৰ বহু শ্লোকেই কণ্ঠস্থ আছিল। সুন্দৰ বাঁহী বজাইছিল। কেইবাটিও কবিতা-প্ৰবন্ধ আদি আলোচনীত প্ৰকাশ হৈছিল। এওঁ স্ত্ৰীচিকিৎসাবিশাৰদ আছিল। চিকিৎসাক্ষেত্ৰ অসম মেডিকেল কলেজত অধ্যাপক, পিছত D. H. S. লিয়েচন অফিচাৰ থকা কালতেই এওঁ শ্বিলঙত ইহলীলা সামৰে। প্ৰথমা পত্নী সেউতীদেৱীৰ চাৰিটা সন্তান আৰু দ্বিতীয়া পত্নীৰ সুবৰ্ণদেৱীৰ তিনটি সন্তান। প্ৰথমাৰ প্ৰথম ডাঃ প্ৰবীৰ বৰদলৈ, দ্বিতীয় শ্ৰীমিহিৰ বৰদলৈ, তৃতীয় শ্ৰীশ্যামন্ত বৰদলৈ, চতুৰ্থ শ্ৰীজয়ন্ত বৰদলৈ; কন্যা—শ্ৰীকল্যাণী দেৱী, শ্ৰীমাধুৰী দেৱী, শ্ৰীদেবহুতি দেৱী। কল্যাণীৰ স্বামী শ্ৰীঅমূল্য শৰ্মা, মাধুৰীৰ স্বামী শ্ৰীপ্ৰসন্ন শৰ্মা।

**সৰুভাই ৺অপূৰ্ব বৰদলৈৰ বিয়োগ সোঁৱৰণঃ** সৰুভাই অপূৰ্ব বৰদলৈৰো আকস্মিকভাৱে বিয়োগ ঘটে। এওঁ "ফেৰাডে হাউচত" ইঞ্জিনিয়াৰীং পাছ কৰে। এওঁ এজন নিপুণ শিল্পী আছিল। সঙ্গীত ৰচক, সুগায়ক, অভিনেতা আৰু চিত্ৰবিদ্যাত পাৰদৰ্শী আছিল। এজন স্পষ্টবাদী আৰু তেজস্বী স্বভাৱৰ লোক আছিল। প্ৰথম অসমীয়া অনাতাঁৰ কলিকতাত স্থাপন কৰাৰ প্ৰধান উদ্যোক্তা আছিল জ্যোতিপ্ৰসাদ আৰু অপূৰ্ব বৰদলৈ। এওঁৰ বৃদ্ধা মাক, বিধবা পত্নী জয়া আৰু কন্যা শ্ৰীযুথিকা এওঁৰ স্বামী শ্ৰীৰঞ্জিত বৰকটকী।

**বৰ দেউতা ৺প্ৰবোধচন্দ্ৰ বৰদলৈঃ** মনতপৰিছে মোৰ বৰদেউতা ৺প্ৰবোধচন্দ্ৰ বৰদলৈদেৱৰ কথা। ৺মাধৱ বৰদলৈৰ প্ৰথম ল'ৰা এওঁ বৃটিছ চৰকাৰৰ উচ্চ বিষয়া আছিল। এখেতৰ বৰ ল'ৰা ৺বীৰেন বৰদলৈৰ অকাল বিয়োগ ঘটে কলিকতাত ডাক্তৰী পঢ়ি থাকোঁতে।

এখেতে পাঁচজন পুত্ৰ আৰু কন্যা ছয় গৰাকী এৰি থৈ যায়। বৰদলৈ বংশৰ শীৰ্ষস্থানীয় বৰদেউতাই পৰিণত বয়সত ইহলীলা সামৰে।

বৰ খুৰাদেউ ৺বিপিনচন্দ্ৰ বৰদলৈদেৱৰঃ বিয়োগ ঘটে ১৯৫৯ চনত। বিপিনচন্দ্ৰ খুৰাদেউক আমি 'বাবুদাদা' বুলি মাতিছিলোঁ। এখেত অতি মৰমিয়াল আছিল, আমাক বৰ মৰম কৰিছিল। এখেত ছয়-জন পুত্ৰ, ছয় গৰাকী কন্যা এৰি যায়। বৰ ল'ৰা পঙ্কজৰ বিয়োগ ঘটে।

সৰু খুৰাদেউ ৺গিৰিশচন্দ্ৰ বৰদল ঃ এখেতে লণ্ডনত ইঞ্জিনিয়াৰীং পঢ়ি আহি সেই দিনৰ চৰকাৰী উচ্চ বিষয়া কামত জীৱন সামৰে। এখেতৰ ছয়টি পুত্ৰ ছয় গৰাকী কন্যা এৰি পৰিণত বয়সত স্বৰ্গী হয়। এখেতৰ পত্নী এতিয়াও জীৱিতা।

বৰমোমাইদেউ ৺প্ৰসন্নকুমাৰ বৰুৱা ঃ এখেত স্বাধীনতা আন্দোলনৰ সক্ৰিয় অংশীদাৰ আছিল। মহাত্মা গান্ধী অসমলৈ আহি ডিবুৰুলৈ গৈ প্ৰসন্ন বৰুৱাৰ ঘৰতে আলহী আছিল। এখেতে ১৯১৯ চনত ৰিফৰ্ম স্কীমৰ অসমৰ প্ৰতিনিধিৰূপে দেউতা (নবীনচন্দ্ৰ বৰদলৈ)ৰ লগত বিলাতলৈ গৈ মণ্টেগু চাহাবক দেখা কৰিছিল। এই বিষয় লৈ এখন ইংৰাজী কিতাপো লিখি থৈ গৈছে। আঠগৰাকী মোৰ পেহীদেউকে ধৰি আমাৰ ঘৰত সদায় থকা দেউতাৰ খুড়ীয়েক কুকুৰাৰ আইতালৈ মনত পৰে। তেওঁৰ একমাত্ৰ ছোৱালী শ্ৰীবসুন্ধৰী আমাৰ লগৰীয়া আছিল। আমাক তুলি-তালি ডাঙৰ কৰা ঘৰৰ বুঢ়ীবাই গেলিবাই—তাইৰ দুটি ল'ৰা ৺শুকুৰা আৰু ঠানু আমাৰ লগৰীয়া আছিল। চাহাবৰ দৰে বগা ধুনীয়া শুকুৰালৈ আৰু ঠানুলৈ মনত পৰে। মনত পৰে ভাই ৺কনকলৈ।

## স্বামী বংশৰ সোঁৱৰণ

মোৰ পূজনীয় শহুৰ দেউতা স্বৰ্গীয় কৃষ্ণপ্ৰাণ চাংকাকতি শাহু আই স্বৰ্গীয়া কনকচম্পা দেৱী, এখেত সকলৰ পাচটি পুত্ৰ, প্ৰথম ৰাঁধাবল্লভ চাংকাকতি, দ্বিতীয় ৺কেশৱপ্ৰাণ চাংকাকতি, তৃতীয় মোৰ স্বামী ৺জীবেশ্বৰ চাংকাকতি, চতুৰ্থ ৺দোলেশ্বৰ চাংকাকতি, পঞ্চম ৺লক্ষ্মীপ্ৰাণ চাংকাকতি। ভতিজা প্ৰফুল্লপ্ৰাণ চাংকাকতি, ৺লোকনাথ চাংকাকতি, এওঁৰ অকাল বিয়োগ ঘটে।

## (খ) বংশ পৰিচিতি

স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈদেৱৰ দ্বিতীয় পুত্ৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ পত্নী ৺হেমন্তকুমাৰী দেৱী। এওঁলোকৰ চাৰিটি সন্তান—দুই পুত্ৰ, ডাঃ ৺উমেশচন্দ্ৰ বৰদলৈ, ৺অপূৰ্ব বৰদলৈ। দুই কন্যা, প্ৰথমা নলিনীবালা দেৱী আৰু দ্বিতীয়া ৺মৃণালিনী দেৱী।

### মোৰ পৰিয়াল

নলিনীবালা দেৱী—স্বামী—৺জীবেশ্বৰ চাংকাকতি।
প্ৰথম পুত্ৰ—শ্ৰীউপেন্দ্ৰ চাংকাকতি। পত্নী—শ্ৰীৰেণুকা দেৱী।
দ্বিতীয় পুত্ৰ—৺পবিত্ৰপ্ৰাণ চাংকাকতি }
তৃতীয় পুতলী—৺ৰামমূৰ্তি } এওঁলোকৰ অকালবিয়োগ ঘটে।

শ্ৰীউপেন্দ্ৰকুমাৰ চাংকাকতিৰ
প্ৰথম পুত্ৰ—শ্ৰীপ্ৰণৱ চাংকাকতি। পত্নী—শ্ৰীমতী ইলি দেৱী।
দ্বিতীয় পুত্ৰ—শ্ৰীকমল চাংকাকতি।
তৃতীয় পুত্ৰ—শ্ৰীধ্ৰুৱ চাংকাকতি।
প্ৰথমা কন্যা —শ্ৰীমালবিকা দেৱী। স্বামী—শ্ৰীদধিপ্ৰসাদ শৰ্মা।
দ্বিতীয়া কন্যা—শ্ৰীমতী মধুলেখা দেৱী চাংকাকতি।

নলিনীবালা দেৱীৰ প্ৰথমা কন্যা—শ্ৰীমতী ঊষা দেৱী। এওঁৰ স্বামী—নন্দলাল বৰুৱা। এওঁলোকৰ
প্ৰথম পুত্ৰ—শ্ৰীমুকুল বৰুৱা। পত্নী—শ্ৰীটুনু দেৱী।
দ্বিতীয় পুত্ৰ—শ্ৰীমনীন্দ্ৰ বৰুৱা। পত্নী—মিনা দেৱী।
তৃতীয় পুত্ৰ—শ্ৰীখনীন্দ্ৰ বৰুৱা। পত্নী—পূৰ্ণিমা দেৱী।
প্ৰথমা কন্যা—৺নিৰ্মালী দেৱী। স্বামী—শ্ৰীগোলাপ বৰদলৈ।
দ্বিতীয়া কন্যা—শ্ৰীমতী অঞ্জলি দেৱী। স্বামী—শ্ৰীনীলকান্ত শৰ্মা।
তৃতীয়া কন্যা—শ্ৰীমতী গীতাঞ্জলি দেৱী। স্বামী—শ্ৰীনৰেন শৰ্মা।

নলিনী দেৱীৰ দ্বিতীয়া কন্যা- শ্ৰীমতী অৰুণা দেৱী বৰদলৈ। স্বামী শ্ৰীদেৱকান্ত বৰদলৈ। এওঁলোকৰ......

প্ৰথম পুত্ৰ—শ্ৰীপ্ৰশান্ত বৰদলৈ।
দ্বিতীয় পুত্ৰ—শ্ৰীসুশান্ত বৰদলৈ।
কন্যা—শ্ৰীমতী পুৰবী দেৱী। স্বামী—শ্ৰীৰমাকান্ত শৰ্মা।

## মৃণালিনী দেৱীৰ পৰিয়াল

ভনী—৺মৃণালিনী দেৱী। স্বামী—৺দোলেশ্বৰ চাংকাকতি। এওঁলোকৰ......

প্ৰথম পুত্ৰ—শ্ৰীপুলিন চাংকাকতি। পত্নী—শ্ৰীমতী গিৰিজা দেৱী।
দ্বিতীয় পুত্ৰ—শ্ৰীননী চাংকাকতি। পত্নী—শ্ৰীমতী অৰ্চনা দেৱী।

৺মৃণালিনী দেৱীৰ কন্যা-- শ্ৰীমতী বীণাপাণি দেৱী। স্বামী —শ্ৰীচন্দ্ৰকান্ত বৰুৱা। এওঁলোকৰ ......

প্ৰথম পুত্ৰ—শ্ৰীপ্ৰমোদ বৰুৱা।
দ্বিতীয় পুত্ৰ—শ্ৰীক্ষীৰোদ বৰুৱা।
তৃতীয় পুত্ৰ—শ্ৰীবিনোদ বৰুৱা।
প্ৰথমা কন্যা—শ্ৰীমতী ৰুণু দেৱী।
দ্বিতীয়া কন্যা—শ্ৰীকল্পনা দেৱী।

শ্ৰীপুলিন চাংকাকতিৰ সন্তান—শ্ৰীমতী দীপা দেৱী, শ্ৰীমান দীপক, শ্ৰীৰূপক আৰু শ্ৰীহীৰক চাংকাকতি।

ননী চাংকাকতিৰ সন্তান—শ্ৰীমতী নীলিমা, শ্ৰীনিকলা, শ্ৰীনগেন্দ্ৰ।

## মেলানি মাগিলোঁ

জীৱনৰ বেলি বুৰোঁ বুৰোঁ। এৰি অহা দীঘলীয়া তিনিকুৰি ওঠৰ বছৰ কালৰ সপোন-সোঁৱৰণিবোৰ তুলাপাতত আঁক পাৰি থবলৈ কৰা এটি প্ৰয়াস মাথোন। কোনোবা পাহৰণিৰ অতীতৰপৰা দেশৰ ভিন ভিন পৰিস্থিতিৰ লগত চিনাকি হৈ নানান অভিজ্ঞতা আৰু জীৱনৰ ব্যক্তিগত সুখ-দুখ অভিজ্ঞতাবোৰৰো আঁক পাৰি গ'লোঁ। মোৰ দেশৰ উঠি অহা সোণহঁতে মোক বাৰে বাৰে সোধে, দীঘলীয়া জীৱন-বাটত মই কি পালোঁ? কি দেখিলোঁ? কি কৰিলোঁ? উত্তৰত ক'ব লগীয়া হয়—বহুত পালোঁ। সকলোতকৈ শ্ৰেষ্ঠ ধন পালোঁ, মোৰ স্বৰ্গতো অধিক জীৱনৰ সাধনাতীৰ্থ জনমভূমিয়ে মোৰ শিৰত সিঁচি দিয়া স্নেহ-সিক্ত পৱিত্ৰ পদধূলি। এই পদধূলিয়েই মোৰ জীৱনৰ পৰশমণি। এই জীৱনতে পোৱা বহু দুখ, হেজাৰ সংঘাত, শোক-বেদনা, সফলতা, বিফলতা আশাতীত সন্মানৰ মাজত প্ৰতি মুহূৰ্তে অনুভৱ কৰি আহিছোঁ—মোৰ জীৱনৰ সুন্দৰ সত্তাৰ, জীৱনৰ সজাগ প্ৰহৰীজনৰ মোৰ এই অকিঞ্চিৎকৰ জীৱনৰ আঁৰে আঁৰে প্ৰতি চিন্তাৰ পাৰে পাৰে এটি উজ্জ্বল সুন্দৰ স্নিগ্ধ স্নেহ-কোমল দৃষ্টিৰ পৰশ। অতুলনীয় এই অনুপম দৃষ্টিয়েই মোৰ জীৱনৰ প্ৰতি কৰ্মৰ পথপ্ৰদৰ্শক। এই দৃষ্টি পৰশে নীৰৱ প্ৰাণত নীৰৱে জগাই তোলে স্বপ্নময় কাব্যসুৰ। এই অপাৰ্থিৱ সুৰজগতৰ স্পৰ্শত জীৱনসত্তা নিমগ্ন বিভোৰ হৈ আগবাঢ়ি গৈ আছে। এতিয়া জৰাজীৰ্ণ ভাগৰুৱা জীৱনে জিৰণি বিচাৰিছে, সমাপ্তি বিচাৰিছে। সেয়েহে নগৰৰ কোলাহল এৰি জাতিৰ পিতাৰ পাদপীঠত শৰণীয়া পৰ্বতৰ গাত এটি জিৰণি পঁজা সাজি শেষ বিদায়ৰ খেণ গণিছোঁ। সপোন সপোন লগা এই 'স্বপ্নাচল' পঁজাটিত বহি সোৱা সমুখৰ নৰকাসুৰ পাহাৰলৈ উৰি যোৱা বগা-বগলি জাকে ৰিঙিয়াই গৈছে। কামাখ্যা পৰ্বতৰ আঁৰত সোৱা বেলি বুৰ গ'ল। চকুৰ জেউতি নুমাই আহিছে। জিৰণি বিচাৰিছে অশান্ত আত্মাই। জীৱনৰ দিনবোৰ গৈ আছে, মোৰ প্ৰাণতকৈও মৰমী দেশৰ ওচৰত বিদায়ৰ ক্ষণ

ওচৰ চাপি আহিছে, সৌৱা নীলা পাহাৰৰ গাত উৰি যোৱা বগলি জাকৰদৰে। সকলোৱে সোধে—আইতা! আপুনি দিনবোৰ কেনেকৈ কটায়? কবিতা সদায় লিখে নে? কওঁ, সোণহঁত, পুৱতিতে শেতেলি এৰি পুৱাৰ উপাসনা কৰোঁ। চাহ খাই লিখাপঢ়াত বহোঁ। দহ এঘাৰ বজাত গা ধুই পূজা উপাসনা কৰি খাই জিৰণি লওঁ—একেটা চিন্তাকে লৈ দিনবোৰ কাটি যায়। পুৱাতেই মই লেখোঁ।

এই পুৱা সময়তেই লেখিবলৈ বহিলে, লিখাবোৰ সহজতেই মনে সৃষ্টি কৰিব পাৰে, আন সময়ত লিখিবলৈ মই প্ৰেৰণা নেপাওঁ। দীঘলীয়া জীৱনত যি চিন্তাই মন অধিকাৰ কৰিছে সেই একে চিন্তাতে দিন বোৰ কাটি যায়। মনে এতিয়া অনন্ত শান্তি বিচাৰিছে। চকুৰ দৃষ্টি ও ক্ৰমে হেৰাই গৈছে। তথাপিও প্ৰতিটি কৰ্মৰ আহ্বানত মনে জিৰনি নাপায়, সদায় লিখনি ধৰিব লগীয়া হয়। মই ভাবো চিৰ জাগ্ৰত মানৱৰ আত্ম-সত্বাই কৰ্ম বিহীন হৈ থাকিব নোৱাৰে; বিশ্বৰ কৰ্ম প্ৰৱাহে, মানুহৰ কৰিব লগীয়া কাম খিনি কৰাই লৈ গৈ থাকে। সুন্দৰ কল্যান চিন্তাত মন অভ্যস্থ হ'লে, মানসৰ সুন্দৰ চিন্তাৰ প্ৰৱাহে শান্তিৰ পৰশ বুলাই থাকে। জীৱনৰ শেষ যাত্ৰাৰ আগলি বতৰা আহিছে। সমুখত অসীমৰ হাত বাউল। জীৱনৰ হেজাৰ ক্ৰুটিৰ ক্ষমা বিচাৰি বিদায় মাগিলো। বিদায় জন্ম ভূমি।

মেলিলোঁ প্ৰথম চকু তোমাৰ কোলাতে আই  
জনমৰ আদিম পুৱাত,  
মুদিম আকৌ চকু তোমাৰ কোলাতে শুই  
জীৱনৰ শেষ সন্ধিয়াত। (জনমভূমি)

ওঁ শান্তি

**সমাপ্ত**